# অসম অঞ্চলৰ জনজাতীয় সাধু

## উপাদান আৰু অধ্যয়ন

একত্ৰ সংকলক

ডক্টৰ জগদীশ পাটগিৰী

প্ৰধান সম্পাদক

অসম সাহিত্য সভা




অসম সাহিত্য সভা

**ASAM ANCHALAR JANAJATIYA SADHU : UPADAN ARU ADHYAYAN : A** Collection of Tribal folk tales of Assam and its elements and study compiled and published by **Dr. Jagadish Patgiri,** General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat – 1. 17th Feb, 2005.
**Price : 300/-**

---

প্ৰকাশক : ডক্টৰ জগদীশ পাটগিৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট - ১

একত্ৰ সংকলক : ডক্টৰ জগদীশ পাটগিৰী

প্ৰথম প্ৰকাশ : ১৭ ফেব্ৰুৱাৰী, ২০০৫ খ্ৰীষ্টাব্দ

মূল্য : ৩০০.০০ টকা মাত্ৰ

বেটুপাত : চন্দন চুতীয়া

কম্পিউটাৰ ৰেখাংকন : চেঞ্চেলৰ কমাৰ্চিয়েল বিল্ডিং
হেম বৰুৱা পথ, পাণবজাৰ, গুৱাহাটী-১
ফোন নং :২৬০৬৬৯১

মুদ্ৰক : বাহাৰুল ইছলাম চৌধুৰী
নৰ্থ ইষ্ট প্ৰিন্টাৰ্ছ
উত্তৰ শৰণীয়া, গুৱাহাটী-৩
ফোন নং : ২৬৬৩৮০৩, ২৬০৬৬৯১

# প্ৰধান সম্পাদকৰ নিবেদন

দৃশ্য-শ্ৰাব্য ইলেকট্ৰনিক মাধ্যমসমূহৰ বহুল প্ৰসাৰৰ আগেয়ে লোক-সাংস্কৃতিক সম্পদসমূহ আছিল মানুহৰ মনোৰঞ্জনৰ উপাদান। কোনো ধৰ্মীয় উৎসৱ-অনুষ্ঠানক কেন্দ্ৰ কৰি লোক-নাট্য, লোক-নৃত্যবোৰ বিকাশিত হৈছিল। লোক-গীতসমূহেও মানুহৰ মনোৰঞ্জনৰ অন্যতম উপাদান স্বৰূপে বিবেচিত হৈছিল। মানুহৰ জ্ঞান অনুশীলনৰ প্ৰকাশ ঘটিছিল সাঁথৰসমূহত। সেইদৰে ফকৰা-যোজনাসমূহৰ জৰিয়তেও জ্ঞান চৰ্চা কৰা হৈছিল। এই আটাইবোৰেই মৌখিক আশ্ৰিত কলা। মানুহৰ মুখ বাগৰি পৰম্পৰাগতভাৱে এই লোক-সাংস্কৃতিক উপাদানসমূহ সমাজ জীৱনক কেন্দ্ৰ কৰি দীৰ্ঘকাল ধৰি জীয়াই আছিল।

মানুহৰ জ্ঞান অন্বেষণৰ স্পৃহা মানৱ ইতিহাসৰ সমানেই প্ৰাচীন। কি, কিয়, কেনেকৈ আদি অজস্ৰ প্ৰাকৃতিক ঘটনাৱলীৰ ৰহস্যভেদৰ প্ৰশ্নই বয়সীয়াল ব্যক্তিসকলক জৰ্জৰিত কৰিছিল। জ্ঞানপিপাসু কণিষ্ঠসকলৰ এনে প্ৰশ্নৰ উত্তৰস্বৰূপে পুৰাকাহিনীসমূহৰ সৃষ্টি হৈছিল। ৰজা-মহাৰজাৰ বীৰত্বৰ কাহিনী, জাতকৰ সাধু, পঞ্চতন্ত্ৰৰ সাধু, হিতোপদেশ, বেতাল পঞ্চবিংশতি আদি সাধুবোৰ শিশু-কিশোৰক জ্ঞান-দানৰ বাবেই গ্ৰথিত হৈছিল। সাধুবোৰৰ চৰিত্ৰসমূহৰ কোনো ঐতিহাসিক সত্যতা আছিল নে নাই, সেই প্ৰশ্ন আজি অবাস্তৱ, কিন্তু কিম্বদন্তীমূলক এই সাধুকথাবোৰ আজিও শিশুৰ পৰা বৃদ্ধলৈকে সকলোৰে মাজত সমানে জনপ্ৰিয়।

সাধুকথাসমূহৰ চৰিত্ৰসমূহ মানুহেই হ'ব লাগিব— এনে কোনো কথা নাছিল। তাত জীৱ-জন্তু বতাহ সকলোৱে মানুহৰ ভাষাৰে কথা পাতে। শিয়ালে কেনেকৈ বুঢ়া-বুঢ়ীক ককা-আইতা বুলি সম্বোধন কৰিব পাৰে অথবা শিয়ালে প্ৰকৃততে সিজোৱা আলু খায় নে নাই তাৰ বৈজ্ঞানিক যুক্তি-যুক্ততা বিচাৰ নিষ্প্ৰয়োজন। কিন্তু ছপা মাধ্যমৰ বহুল ব্যৱহাৰৰ পূৰ্বে এই সাধুকথাবোৰেই আছিল জ্ঞানদানৰ উপাদান।

অসম বিভিন্ন জাতি-জনগোষ্ঠীৰ মিলনভূমি। অসম সাহিত্য সভাই ইতিপূৰ্বে অসমৰ বিভিন্ন জনজাতিৰ সাধুকথাবোৰ সংগ্ৰহ আৰু সংকলন কৰি প্ৰকাশ কৰিছে। সেই পুথিবোৰ পুনৰমুদ্ৰণ নোহোৱা বাবে বজাৰত এতিয়া পাবলৈ নাই। অথচ সাধুকথাবোৰ শিশু সাহিত্য হিচাপে জনপ্ৰিয় হোৱাৰ লগতে গৱেষক-ছাত্ৰসকলৰো গৱেষণাৰ সামগ্ৰী হৈ পৰিছে। ফলত দৃশ্য-শ্ৰাব্য ইলেকট্ৰনিক মাধ্যমে সাধুকথাৰ প্ৰচলন কমাই আনিছে বুলি কোৱা হ'লেও প্ৰকৃততে নগৰীয়া পৰিবেশতহে সেই কথা আংশিক সত্য বুলি ক'ব পাৰি— গাঁও অঞ্চলত সাধুকথা পূৰ্বৰ সমানে এতিয়াও জনপ্ৰিয় হৈ আছে। আনহাতে বিশ্বৰ সাধুকথাবোৰ সংকলিত হোৱাৰ পাছত দেখা গৈছে বিভিন্ন দেশৰ সাধুকথাবোৰৰ মাজত আন্তঃসংযোগ আছে। এই আন্তঃসংযোগে গৱেষক-ছাত্ৰৰ দৃষ্টি আকৰ্ষণ কৰে। ফলত উচ্চস্তৰৰ গৱেষণাৰ ক্ষেত্ৰতো সাধুকথাৰ চাহিদা বৃদ্ধি পায়। এই আটাইবোৰ কথা লক্ষ্য কৰি অসম সাহিত্য সভাই ইতিপূৰ্বে সভাৰ দ্বাৰা প্ৰকাশিত সাধুকথাবোৰ একত্ৰ সংকলন কৰি পুনৰ প্ৰকাশৰ সিদ্ধান্ত গ্ৰহণ কৰে আৰু সংকলনটিৰ বাবে গৱেষণামূলক এক পাতনি লিখি দিয়াৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি বিভাগৰ অধ্যাপক ডক্টৰ অনিল বড়োক অনুৰোধ কৰে। সভাৰ অনুৰোধ ৰক্ষা কৰি ডক্টৰ বড়োই পাতনি লিখা দিয়া বাবে তেখেতলৈ সভাৰ হৈ ধন্যবাদ জ্ঞাপন কৰিলোঁ।

সভাৰ সভাপতি ডক্টৰ বীৰেন্দ্ৰনাথ দত্ত সুদীৰ্ঘকাল ধৰি লোক-সংস্কৃতিৰ অধ্যয়ন-গৱেষণা কাৰ্যত নিয়োজিত হৈ থকা বাবে স্বাভাৱিকতে তেখেতে গ্ৰন্থখন প্ৰকাশত যথেষ্ট গুৰুত্ব দিছে আৰু সম্পাদনাৰ ক্ষেত্ৰত আমাক বিভিন্ন দিহা পৰামৰ্শৰে সহায় কৰিছে। তেখেতলৈও আমি এই সুযোগতে কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

গ্ৰন্থখন যুগুত কৰোতে বিভিন্ন দিশত আমাক সহায় কৰা বাবে সহকাৰী সম্পাদক শ্ৰীকমল কলিতা, জাতীয় ন্যাস পুঁজিৰ আহ্বায়ক শ্ৰীজয়ন্ত বৰুৱা, চৰ-চাপৰিৰ আহ্বায়ক ডাঃ ছাহিদুল ইছলাম, কাৰ্যনিৰ্বাহক সদস্য শ্ৰীগোপাল কাকতি, শ্ৰীৰণজিত বৰ্মন, সুকুমাৰ উপ-সমিতিৰ আহ্বায়িকা শ্ৰীগীতাদেৱী গগৈ, জাতীয় ন্যাস পুঁজিৰ কোষাধ্যক্ষ শ্ৰীসোণাৰাম সাউদ আৰু সৰ্বতোপৰি সভাৰ সকলো কামতে আমাক বিশেষভাৱে সহায় কৰি অহা শ্ৰীভৱেশ

দাসলৈ শলাগ জ্ঞাপন কৰিলোঁ।

শেষত গ্ৰন্থখনৰ বেটুপাত আঁকি দিয়া বাবে চন্দন চুতীয়া, আৰ্হিকাকত চাওঁতা শ্ৰীহিৰণ্য বৰ্মন আৰু গ্ৰন্থখন আটক ধুনীয়াকৈ ছপাই-বন্ধাই উলিয়াই দিয়া বাবে নৰ্থ ইষ্ট প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰ বাহাৰুল ইছলাম চৌধুৰীৰ শলাগ ললোঁ।

(ডক্টৰ জগদীশ পাটগিৰী)
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

ফেব্ৰুৱাৰী ২০০৫ খ্ৰীষ্টাব্দ
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫ ০০১

# আগ-কথা

অসম সাহিত্য সভাই অসমৰ লগতে উত্তৰ-পূব ভাৰতৰ চুবুৰীয়া অঞ্চলত বিভিন্ন জনগোষ্ঠীৰ সমাজ, সংস্কৃতি আৰু ভাষাৰ বিভিন্ন দিশ সামৰি নানা ধৰণৰ পুথি প্ৰকাশ কৰি আহিছে। এই ধৰণৰ পুথিৰ সৰহভাগেই অঞ্চলটোৰ জনজাতীয় গোষ্ঠীসমূহৰ পৰম্পৰাগত সাংস্কৃতিক উপাদান সম্পৰ্কীয় তথ্যৰে পুষ্ট।

সাধুকথা আৰু আন আন কাহিনীজাতীয় সমল একোটা জনগোষ্ঠীৰ লোক-সংস্কৃতিৰ অতি গুৰুত্বপূৰ্ণ অংশ। অসম অঞ্চলৰ বিভিন্ন জনজাতীয় আৰু অজনজাতীয় আৰু কাহিনীৰ বিজ্ঞানসন্মত অধ্যয়নৰ সূচনা হৈছিল যোৱা শতিকাৰ পঞ্চাশৰ দশকত ড° প্ৰফুল্ল গোস্বামীৰ বিখ্যাত গৱেষণা গ্ৰন্থ *Ballads and Tales of Assam*-অৰ প্ৰস্তুতিৰ পৰা। অৱশ্যে সাধুকথাৰ সংগ্ৰহ আৰু প্ৰকাশৰ এটা জীৱন্ত পৰম্পৰা ভালেমান দিন আগৰ পৰা অসমত চলি আছিল। আনকি *বুঢ়ী আইৰ সাধুৰ* পাতনিত লক্ষ্মীনাথ বেজবৰুৱাই ১৯১১ চনতে সাধুকথাৰ সামাজিক গুৰুত্বৰ বিষয়ে স্পষ্ট ইংগিত দিছিল।

অসম সাহিত্য সভায়ো ১৯৬০ মানৰে পৰা অঞ্চলটোৰ বিভিন্ন ধৰণৰ কাহিনীৰ সংগ্ৰহ আৰু অধ্যয়নৰ দিশত বিশেষ তৎপৰতা অৱলম্বন কৰি আহিছে। সভাৰ উদ্যোগতে ১৯৬২ চনতে প্ৰকাশিত হৈছিল পণ্ডিত বিশ্বনাৰায়ণ শাস্ত্ৰীৰ সম্পাদনাত *অসমৰ জনজাতীয় সাধু* নামৰ বুজন আকাৰৰ সঙ্কলন-গ্ৰন্থ, য'ত বিদ্যায়তনিক দৃষ্টিৰে এক সংগতিপূৰ্ণ পদ্ধতি প্ৰয়োগ কৰা হৈছিল। সম্পাদকৰ পাণ্ডিত্যপূৰ্ণ পাতনিখন গ্ৰন্থখনৰ বিশেষ সম্পদ। সেইদৰে নৱকান্ত বৰুৱাৰ সভাপতিত্বৰ কালত তেখেতৰ প্ৰত্যক্ষ তত্ত্বাৱধানত সাধুকথা-জাতীয় সমলক বিষয়-বস্তু হিচাপে লৈ অনুষ্ঠিত হৈছিল একে কৰ্মশালা। কৰ্মশালাৰ অংশগ্ৰহণকাৰীসকলক লোক-সংস্কৃতি বিজ্ঞানৰ আধাৰত বিভিন্ন শ্ৰেণীৰ পৰম্পৰাগত কাহিনীৰ বিষয়ে প্ৰশিক্ষণ দিয়াৰ দায়িত্ব ন্যস্ত হৈছিল লোক-সংস্কৃতি গৱেষণা বিভাগৰ শিক্ষকহিচাপে মোৰ আৰু মোৰ সহযোগী ড° নবীনচন্দ্ৰ শৰ্মাৰ ওপৰত। সেই কৰ্মশালাৰ সুফল স্বৰূপে সভাৰ দ্বাৰা ১৯৯০ চনত প্ৰকাশিত

হৈছিল *পৃথিৱীৰ লোক-কাহিনী* নামৰ আন এখন মূল্যবান গ্ৰন্থ।

ওপৰত উল্লেখ কৰা গ্ৰন্থদুখনৰ উপৰি সভাই বিভিন্ন সময়ত প্ৰকাশ কৰি উলিয়াইছে অঞ্চলটোৰ বিভিন্ন জনগোষ্ঠীৰ ভালেকেইখন সৰু-সৰু পুস্তিকা আকাৰৰ সাধুকথাৰ সংগ্ৰহ, যিবোৰৰ ভিতৰত জনজাতীয় গোষ্ঠীসমূহৰ সমলেই প্ৰাধান্য পাইছে। জনজাতীয় গোষ্ঠীৰ সাধুকথাৰ এই পুস্তিকাসমূহৰ ভিতৰত আছে *উদয়াচলৰ সাধু* (লুম্মেৰ দাই, ১৯৬০), *কাৰবি সাধু* (ৰংবং তেৰাং, ১৯৭৬), দেউৰী সাধু (ডম্বৰুধৰ দেউৰী, ১৯৭৭/১৯৯০), *বড়ো সাধু* (বীৰেন্দ্ৰকুমাৰ দাস, ১৯৭৭), *মিচিং সাধু* (তৰুণ চন্দ্ৰ পামেগাম, ১৯৭৭), *ৰাভা সাধু* (ৰাজেন ৰাভা, ১৯৭৭), *সোণোৱালৰ সাধু* (গগন চন্দ্ৰ সোণোৱাল, ১৯৭৮/১৯৯০), *খামটি সাধু* (বিশ্ব বৰুৱা, ১৯৮৩)। ডিফু সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত *কাৰবি লোক সাধু* (সম্পা. কামিনী দাস, ১৯৮৩) আদি পুথিকো এই তালিকাত যোগ দিব পাৰি। প্ৰণিধানযোগ্য যে অঞ্চলোটোৰ জনগোষ্ঠীয় সাধুকথাসমূহৰ অধ্যয়নৰ মাজেদি বৃহত্তৰ অসমীয়া সমাজ-সংস্কৃতিৰ বিকাশত জনজাতীয় আৰু অজনজাতীয় উপাদানৰ আন্তঃসংযোগৰ বিষয়ে অতি মূল্যৱান সম্ভেদ পোৱা যায় বাবে সেইবোৰে বিদ্যায়তনিক দিশৰপৰা বিশেষ তাৎপৰ্য্য বহন কৰে।

সংশ্লিষ্ট জনজাতীয় গোষ্ঠীৰ সমাজ-সংস্কৃতিৰ লগত নিবিড় পৰিচয় থকা ব্যক্তিৰ দ্বাৰা প্ৰস্তুত হোৱা বাবে এইলানি পুথিৰ প্ৰত্যেকখনৰ নিজস্ব মূল্য আছে। পিছে, আকাৰ ক্ষুদ্ৰ হোৱা বাবেই হওক নাইবা সাধুকথাৰ পুথি শিশুৰ মনোৰঞ্জনৰ সামগ্ৰী বুলি প্ৰচলিত থকা ধাৰণাৰ বাবেই হওক, সেই প্ৰকাশনসমূহে প্ৰাপ্য গুৰুত্ব আৰু স্বীকৃতি পোৱা নাই যেন লাগে।

লোক-সংস্কৃতি বিজ্ঞানৰ এজন ছাত্ৰ হিচাপে মই উপলব্ধি কৰোঁ যে মৌলিক সমল হিচাপে একোটা গোষ্ঠীৰ সাধুকথাৰ সংগ্ৰহৰ গুৰুত্বৰ উপেক্ষা কৰিব নোৱাৰি যদিও এইটোও ঠিক যে এক বৃহত্তৰ বিন্যাস-পদ্ধতিৰ অন্তৰ্ভুক্ত কৰি বিচাৰ কৰিলেহে তেনে সংগ্ৰহৰ সামাজিক -সাংস্কৃতিক তাৎপৰ্য্যৰ ব্যাপকতৰ তাৎপৰ্য্য অনুধাৱনৰ পথ সুগম হয়।

এই সকলো দিশৰ প্ৰতি লক্ষ্য ৰাখি এইদৰে চিন্তা কৰা হ'ল যে অসম সাহিত্য সভাই ইতিমধ্যে প্ৰকাশ কৰা জনজাতীয় সাধুৰ পুস্তিকাসমূহ একেলগে থুপ খুৱাই এক সঙ্কলন-গ্ৰন্থ যুগুত কৰা হ'লে আৰু তাত সন্নিবিষ্ট সমলৰ লগতে *অসমৰ জনজাতীয় সাধু* গ্ৰন্থৰ সমলৰ আধাৰত এগৰাকী লোক-সংস্কৃতি

বিশেষজ্ঞই যুগুতোৱা বিশ্লেষণমূলক ভূমিকা তাত সংযুক্ত কৰা হ'লে বিদ্যায়তনিক দিশৰ পৰা এক গুৰুত্বপূৰ্ণ পদক্ষেপ লোৱা হ'ব। বৰ্তমান গ্ৰন্থখন সেই পৰিকল্পনা অনুসৰি প্ৰস্তুত কৰা হৈছে আৰু তাৰ লগত সংগতি ৰাখি ইয়াৰ নামকৰণ কৰা হৈছে *অসম অঞ্চলৰ জনজাতীয় সাধু উপাদান আৰু অধ্যয়ন।* আমাৰ বিশেষ অনুৰোধ ৰক্ষা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি গৱেষণা বিভাগৰ প্ৰবক্তা ড° বড়োৱে ইয়াত সন্নিবিষ্ট ভূমিকাটি লিখি দি আমাৰ পৰিকল্পনাক বাস্তৱত ৰূপায়িত কৰাত সহায় কৰিছে। তাৰ বাবে আমি ড° বড়োৰ আন্তৰিক শলাগ লৈছোঁ।

আমি আশা কৰিছোঁ যে এই গ্ৰন্থখনে সভাৰ ক্ষুদ্ৰ পুস্তিকা-সদৃশ সাধুকথা সংগ্ৰহসমূহক একত্ৰে স্থায়ীৰূপত পোৱাৰ সুবিধা কৰি দিয়াৰ লগতে অঞ্চলটোৰ লোক-সংস্কৃতিৰ অধ্যয়নৰ দিশতো উল্লেখযোগ্য অৱদান আগবঢ়াব।

*জানুৱাৰী, ২০০৫*

**শ্ৰীবীৰেন্দ্ৰ নাথ দত্ত**
সভাপতি, অসম সাহিত্য সভা

# অসম অঞ্চলৰ জনজাতীয় সাধু ঃ এটি বিশ্লেষণাত্মক টোকা

ড° অনিল বড়ো

সাধু বা সাধুকথা পৰম্পৰাগতভাৱে প্ৰচলিত গদ্য-কাহিনী। প্ৰতিখন সমাজতে সাধুকথাৰ প্ৰচলন আছে; প্ৰতিখন সমাজতে সাধুকথা আৰু কাহিনীৰ জনপ্ৰিয়তা সৰ্বব্যাপী। আধুনিক সাহিত্যত উপন্যাস আৰু চুটিগল্পৰ যি স্থান, পৰম্পৰা-আশ্ৰয়ী সমাজত লোক-কাহিনীৰ সেই স্থান। অৱশ্যে আধুনিক সমাজত লোক-কাহিনীৰ গুৰুত্ব হ্ৰাস পাইছে বুলিও ক'ব নোৱাৰি। নানা ৰূপত, নানা মাধ্যমত পৰম্পৰাগত লোক-কাহিনীৰ নানা সমল আজিকোপতি ব্যৱহৃত হৈ আছে। আমাৰ সমাজত সাধুকথাৰ প্ৰচলন কমি আহিছে, জুহালত বা জোনাক নিশা চোতালত সাধু কোৱাৰ পৰিৱেশ নাইকিয়া হ'ব ধৰিছে। কিন্তু নতুন ইলেকট্ৰনিক দৃশ্য-শ্ৰাব্য মাধ্যমে কাৰ্টুন আৰু এনিমেশ্বন ছবিৰ মাজেৰে অতীজৰ পৰা চলি অহা ককা-আইতাৰ মুখৰ সাধু প্ৰচাৰ কৰিব লাগিছে। আমাৰ কণ কণ ল'ৰা-ছোৱালীয়ে আলিবাবাৰ পৰা আৰম্ভ কৰি চিণ্ডাৰেলা, স্নো-হোৱাইটৰ সাধু দেখিবলৈ সক্ষম হৈছে। লোক-কাহিনীৰ প্ৰচলনত মৌখিক পৰম্পৰাৰ লগতে লিখিত পৰম্পৰাৰো অৱদান কম নহয়। আজিৰ যুগত এই দুই পৰম্পৰাৰ লগতে ইলেক্ট্ৰনিক দৃশ্য-শ্ৰাব্য মাধ্যমৰ অৱদানৰ কথা স্বীকাৰ কৰিবই লাগিব।

সাধুকথা লোক-কাহিনী(folk narrative)ৰ এটা প্ৰধান শ্ৰেণী। লোক-সমাজত পৰম্পৰাগতভাৱে প্ৰচলিত কাহিনীক লোক-কাহিনী বুলি কোৱা হয়। মৌখিক মাধ্যমেৰে এনে কাহিনী প্ৰচলিত বাবে কোনো কোনো পণ্ডিতে ইয়াক মৌখিক কাহিনী (oral narrative) আখ্যা দিছে। লোক-সংস্কৃতি

বিজ্ঞানী ডব্লিউ. আৰ. বেচকমে ব্যৱহাৰ কৰিছে গদ্য-আশ্ৰিত কাহিনী (prose narrative) অভিধাটি। তেওঁৰ মতে লোক-কাহিনী প্ৰধানত গদ্যজাতীয় সমল। বেচকমে কৈছে— "পুৰাকাহিনী, কিম্বদন্তী আৰু সাধুকথাকে সামৰি বাচিক কলাৰ বহুল প্ৰচলিত আৰু গুৰুত্বপূৰ্ণ শ্ৰেণীক বুজাবৰ বাবে ব্যৱহাৰ হোৱা অভিধাটিয়ে হ'ল গদ্য-আশ্ৰয়ী কাহিনী" (বেচকম ১৯৮১: ৯৬)।

লোক-কাহিনী বিশেষজ্ঞসকলে তিনিটা প্ৰধান শ্ৰেণীৰ লোক-কাহিনীৰ কথা স্বীকাৰ কৰি লৈছে। এই শ্ৰেণীকেইটা হ'ল— পুৰা-কাহিনী (myth), কিম্বদন্তী (legend) আৰু সাধুকথা (folktale)। এই তিনিটা শ্ৰেণীক বিশ্লেষণাত্মক শ্ৰেণী (analytical categories) বুলি কোৱা হয়। ভিন ভিন সংস্কৃতিৰ সন্দৰ্ভত এই শ্ৰেণী সেইবোৰক কোৱা হয় নৃগোষ্ঠীয় শ্ৰেণী (ethnic genres)। কিন্তু সকলো বিশ্লেষণাত্মক শ্ৰেণীৰ সৈতে খাপ খোৱাকৈ নৃগোষ্ঠীয়ে শ্ৰেণী নাই। জনগোষ্ঠীবিলাকৰ মাজত পৰম্পৰাগতভাৱে প্ৰচলিত শ্ৰেণী (genre) সমূহ সম্পূৰ্ণৰূপে লোক-কাহিনী বিশেষজ্ঞসকলে নিৰ্ধাৰণ কৰা বিশ্লেষণাত্মক শ্ৰেণীত জাহ নাযাবও পাৰে। সেইবাবে বিশেষজ্ঞসকলে কৰা এনে শ্ৰেণীবিভাজন সকলোতে সমানে প্ৰযোজ্য নহ'ব পাৰে। কেতিয়াবা পুৰা-কাহিনী, কিম্বদন্তী আৰু সাধুকথাৰ মাজৰ সীমাৰেখাবোৰ অতি অস্পষ্ট, ধুঁৱলি-কুঁৱলি। কেতিয়াবা একেটি কাহিনীয়ে পৰিৱেশন সন্দৰ্ভ (performance context)-অৰ ওপৰত নিৰ্ভৰ কৰি পুৰা-কাহিনী হিচাপে বিবেচিত হ'ব পাৰে। সেই একে লোক-কাহিনীয়ে পৰিবৰ্তিত পৰিৱেশন সন্দৰ্ভত সাধুকথা হিচাপে বিবেচিত হ'ব পাৰে। উদাহৰণস্বৰূপে, কোনো এটা জনগোষ্ঠীৰ উৎপত্তি সম্পৰ্কীয় পুৰা-কাহিনী জনগোষ্ঠীটোৰ ধৰ্মীয় বিশ্বাস তথা ধৰ্মীয় কৰ্ম-কাণ্ডৰ সৈতে অংগাংগীভাৱে যুক্ত হৈ থাকে। সেইদৰে কিম্বদন্তীৰ সৈতেও বিশ্বাস জড়িত থাকে; অৱশ্যে ই বদ্ধমূল ধৰ্মীয় বিশ্বাস নহয়। কিম্বদন্তীৰ চৰিত্ৰসমূহ পুৰা-কাহিনীৰ চৰিত্ৰ দৰে অতিমানবীয় চৰিত্ৰ বা দেৱ-দেৱী নহয়, সাধাৰণ মানৱ চৰিত্ৰহে। কিম্বদন্তীত বৰ্ণিত কাহিনী পুৰা-কাহিনীৰ দৰে আদিম অতীতৰ নহয়। বিশেষজ্ঞসকলে কিম্বদন্তীত বৰ্ণিত কাহিনীক সাম্প্ৰতিক অতীত (recent past)-ৰ বুলি কৈছে। তাৰ বিপৰীতে সাধুকথা স্থান-নিৰপেক্ষ আৰু কাল-নিৰপেক্ষ কাল্পনিক কাহিনী। সাধুকথাৰ জগতত বাস্তৱ আৰু অবাস্তৱ, স্বাভাৱিক আৰু অস্বাভাৱিক, সপোন আৰু

দিঠকৰ মাজৰ সীমাৰেখাডাল অস্পষ্ট। তাত মানৱ চৰিত্ৰ, জন্তু, চৰাই-চিৰিকতি, দৈত্য-দানৱ আদি সকলো চৰিত্ৰৰ সমাবেশ ঘটে। ভবা হয় যে মনোৰঞ্জনৰ বাহিৰে সাধুকথাৰ কোনো অন্তৰ্নিহিত লক্ষ্য থাকিব নোৱাৰে। অৱশ্যে শিশু আৰু চেমনীয়াসকলৰ মনস্তত্ত্বৰ বিকাশত নীতিমূলক সাধুই বিশেষ ভূমিকা পালন কৰিব পাৰে। এইবিধ সাধুৱে মনোৰঞ্জনৰ মাজেৰে নীতিমূলক শিক্ষা প্ৰদান কৰাত সহায় কৰে। সেইবাবে সাধুকথা কেৱল অবাস্তৱ আৰু সামাজিক তাৎপৰ্য্যৰহিত কাল্পনিক কাহিনী বুলি ক'লে ভুল হ'ব। সাধুকথা কেৱল অৰ্থহীন, বাস্তৱৰ সৈতে সম্পৰ্ক নথকা কল্পকাহিনী নহয়; সাধুকথা কেৱল শিশুসুলভ সামগ্ৰী নহয়। সাধুকথা সমাজ আৰু সংস্কৃতিৰ জীৱন্ত উপাদানেৰে সমৃদ্ধ অভিজ্ঞাপনিক কলা। মানৱ সংস্কৃতিৰ মৰ্মস্থলত নিৰন্তৰ চলি থকা সংঘাত আৰু আলিংগনৰ প্ৰতীকী অভিব্যক্তি।

অসম আৰু উত্তৰ পূৰ্বাঞ্চলৰ জনগোষ্ঠীবিলাকৰ মাজত প্ৰচলিত সাধুসমূহকো সেয়েহে কেবল অৰ্থহীন, অবাস্তৱ, কল্পকাহিনী বুলি ক'ব পৰা নাযায়। এই সাধুসমূহ কেবল মনোৰঞ্জনৰ বাবে কোৱা সাধু নহয়; এই সাধুসমূহ জনগোষ্ঠীসমূহৰ সামাজিক-সাংস্কৃতিক জীৱনৰ দ্যোতনা স্বৰূপ। এই সাধুসমূহ সাধুকথা বুলি অভিহিত কৰা হৈছে যদিও কিছুসংখ্যক সাধু পুৰাকাহিনী আৰু কিম্বদন্তী শ্ৰেণীভুক্ত যে হ'ব তাত সন্দেহ নাই। ইতিপুৰ্বে উল্লেখ কৰা হৈছে যে লোক-কাহিনীৰ বিশেষজ্ঞসকলে উদ্ভাৱন কৰা শ্ৰেণী-বিভাজন আৰু জনগোষ্ঠীৰ মাজত পৰম্পৰাগতভাৱে প্ৰচলিত শ্ৰেণী-ৰূপ (ethnic genre)ৰ মাজত কেতিয়াবা অমিল দেখা দিয়াটো অস্বাভাৱিক নহয়। লোক-সংস্কৃতিবিজ্ঞানী বেন আমোছ (Ben Amos)-এ কৈছে— " Whereas ethnic genres are cultural modes of communication, analytical categories are models for organisation of texts. Both constitute separate systems which should relate to each other as substantive matter to abstract models. Yet this reationship has not materialized." (বেন-আমোচ ঃ ১৯৭৬ : ২১৫)

অসম অঞ্চলৰ জাতীয়গোষ্ঠীসমূহৰ মাজত প্ৰচলিত-লোক কাহিনীসমূহৰ মাজত বৈচিত্ৰ্য আৰু বৈসাদৃশ্য বিৰাজমান। এই বৈচিত্ৰ্য আৰু বৈসাদৃশ্যৰ মূল কাৰণ উক্ত জনগোষ্ঠীসমূহৰ জনগোষ্ঠীয় সাংস্কৃতিক তথা ভাষিক বৈচিত্ৰ্য আৰু বহুত্ব। এই জনগোষ্ঠীসমূহৰ সৰহ সংখ্যকেই মংগোলীয় গোষ্ঠীৰ

অন্তৰ্ভুক্ত যদিও আন কেতবোৰ জনগোষ্ঠী অষ্ট্ৰিক আৰু দ্ৰাবিড় গোষ্ঠীৰ অন্তৰ্ভুক্ত। মংগোলীয় গোষ্ঠীভুক্ত জনগোষ্ঠীসমূহৰ ভাষা মূলত : (ক) তিব্বত-বৰ্মীয় আৰু (খ) চীন-শ্যামীয়। বড়ো, ডিমাছা, মিচিং, চিংফৌ আদি ভাষা চীন-শ্যামীয় পৰিয়ালৰ অন্তৰ্ভুক্ত। এই জনগোষ্ঠীসমূহ প্ৰধানকৈ দ্বিভাষিক; তেওঁলোকে নিজস্ব জনগোষ্ঠীয় ভাষা ব্যৱহাৰ কৰাৰ লগতে অসমীয়া ভাষাও সমানে ব্যৱহাৰ কৰে সংযোগী ভাষা ৰূপে। উল্লেখ্য যে এই জনগোষ্ঠীসমূহৰ ভিতৰৰ কিছুসংখ্যকে নিজস্ব ভাষা পাহৰি পেলাইছে আৰু অসমীয়া ভাষাকে প্ৰথম ভাষা হিচাপে ব্যৱহাৰ কৰিবলৈ লৈছে। বৃহত্তৰ বড়ো শাখাৰ সোণোৱাল কছাৰী, মেচ, ঠেঙাল কছাৰী, মদাহী আদি অসমীয়া ভাষী। দেউৰীসকলৰ বৃহদংশ (দিবঙীয়া ফৈদৰ বাহিৰে) ভৈয়ামৰ তিৱা, ভৈয়ামৰ কাৰবি, পাতি ৰাভা, টোটলা ৰাভা, দাহৰি ৰাভাসকলে অসমীয়া ভাষা গ্ৰহণ কৰিছে। অসমৰ জনগোষ্ঠীয় লোক-কাহিনী অধ্যায়নত এই দিশটো পাহৰিব পৰা নাযায়। এই সাধুকথাসমূহ জনগোষ্ঠীসমূহৰ সাংস্কৃতিক স্বকীয়তাৰো পৰিচায়ক। কোনো কোনো সাধুৰ মাজেৰে জনগোষ্ঠীবিশেষৰ জীৱন-পদ্ধতি, বিশ্বাস, খাদ্যাভ্যাস, সংস্কাৰ, পূজা-পাতল, লোকাচাৰ আদিৰ আভাস পোনপটীয়া বা আওপকীয়া কৈ পাব পাৰি। সেইবাবেই হবলা নৃতত্ত্ববিদ M.J. Herskovits-এ কৈছে " A substantial body of folktales is more than the literary expression of a people. It is, in a very real sense, their ethnogrphy, which if systematized by the student, give a penetrating picture of their life". (*Man and His Works 1949: 418*)

জনজাতীয় সাধুবিলাকৰ মাজেৰে জানিব পাৰি সহজ-সৰল আদিম জীৱন যাপনত অভ্যস্ত লোকৰ প্ৰকৃতিৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক আৰু নিবিড় একাত্মতাৰ কথা। সাধুকথাৰ জগতখনত গছ-লতা, বন-বননি, চৰাই-চিৰিকতি, নৈ-বিল, জান-জুৰি, জীৱ-জন্তু আৰু মানুহ সকলোৱে অংশ গ্ৰহণ কৰে। জন্তুকেন্দ্ৰিক সাধু, কাৰণ-নিৰ্দেশক সাধু আৰু বিস্ময়জনক সাধুত এনে বৈশিষ্ট্য সততকাই দেখিবলৈ পোৱা যায়। আদিম মানুহে লাহে লাহে পাহাৰ আৰু হাবি কাটি খেতি কৰিবলৈ শিকিলে, জন্তু বশ কৰিবলৈ শিকিলে, কিন্তু প্ৰকৃতিৰ সম্পদ, চৰাই-চিৰিকতি, জন্তু-জানোৱাৰ আদিৰ প্ৰতি সহানুভূতিশীল হৈ থাকিল। কেতবোৰ সাধুৰ মাজেৰে প্ৰতিফলিত হৈছে আদিম মানুহে

কিদৰে প্ৰকৃতিৰ গছ-বিৰিখ, চৰাই, জন্তু আদিক নিজৰ সুখ-দুখৰ ভাগ দিছিল। এই সাধুকথাবোৰৰ মাজেৰে বৰ্ণিত হৈছে মানুহৰপৰা নানা জীৱ-জন্তুৰ উৎপত্তি বা ৰূপৰ পৰিবৰ্তন আৰু নানা জীৱ-জন্তুৰ পৰা মানুহৰ উৎপত্তিৰ কথা। এই শ্ৰেণীৰ সাধু কাৰণ-নিৰ্দেশক বা ব্যাখ্যামূলক যদিও এনে সাধুৰ মাজেৰে প্ৰকৃতি, পাৰিপাৰ্শ্বিকতা সম্পৰ্কে আদিম মানুহৰ দৃষ্টিভংগী কেনে আছিল তাৰ উমান পাব পাৰি। সাম্প্ৰতিক সময়ত পৰিৱেশ বা পাৰিপাৰ্শ্বিকতাৰ ভাৰসাম্য হানি সম্পৰ্কে মানুহ উদ্বিগ্ন হোৱা দেখা গৈছে। জনজাতীয় সাধুসমূহৰ ভিতৰত পৰিৱেশ বা পাৰিপাৰ্শ্বিকতা সম্পৰ্কে সচেতনতা সম্বলিত সাধুৰ উদাহৰণ স্বৰূপে আঙুলিয়াই দেখুৱাব পাৰি কামেং সীমান্তৰ সাধু— 'এজন চিকাৰী' আৰু 'গমচিন আৰু চিৰিমফু' সাধু দুটিক। 'এজন চিকাৰী'ৰ সাধুটি এনে ধৰণৰ—

> এজন দয়ালু চিকাৰী আছিল। নিজে মাছ-মাংস নাখাইছিল; কিন্তু গাঁওবাসীৰ বাবে চিকাৰ কৰিছিল, মানুহক সহায় কৰি ফুৰিছিল। চিকাৰ কৰাটো তেওঁৰ প্ৰধান চখ আছিল। চিকাৰ কৰি অনা পহু বা পক্ষীৰ মাংস গাঁওবাসীক বিলাই দি আনন্দ পাইছিল। কোনোবাই তেওঁক পশু এটা মাৰি আনিবলৈ ক'লে তৎক্ষণাত হাবিলৈ গৈ চিকাৰ কৰি আনি গোটে গোটে দি গৈছিল। তেওঁৰ অন্তৰংগ বন্ধু এজনে বিয়াৰ ভোজৰ বাবে পহু মাংস যোগান ধৰাৰ দায়িত্বভাৰ চিকাৰী গৰাকীৰ ওপৰত ন্যস্ত কৰিলে। তেওঁ ৰংমনে চিকাৰলৈ ওলাল। গোটেই দিন পহু বিচাৰি হাবি জংঘল চলাথ কৰিলে— কিন্তু এটা পহুও দেখিবলৈ নাপালে। ইফালে বেলি মাৰ যাওঁ হ'ল। বন্ধুৰ ভোজৰ কথা ভাবি চিকাৰী চিন্তাক্লিষ্ট হৈ পৰিল। তেওঁ যদি শুদা হাতেৰে উভতিব লগা হয় তেন্তে তেওঁৰ খ্যাতি বিনষ্ট হ'ব। অৱশেষত উপায়ন্তৰ হৈ তেওঁ ঠিক কৰিলে যে নিজৰ পোহনীয়া ভেৰা এটাকে বধ কৰি বন্ধুজনৰ ভোজৰ বাবে প্ৰয়োজনীয় মাংস যোগান ধৰিব। সেই মতে তেওঁ কোনেও নেদেখাকৈ গড়ালৰ পৰা ভেৰা এটা হাবিলৈ টানি লৈ গ'ল। ভেৰাটো বধ কৰিবলৈ ওলাই দেখিবলৈ পালে যে মাংস থ'বৰ বাবে তেওঁ ঘৰৰ পৰা একো বাচন লৈ অহা নাই। বেগাবেগিকৈ ঘৰলৈ গৈ সাজ-বাচন লৈ আহিল। তেওঁ দেখিবলৈ পালে যে ভেৰাটোৱে

তাৰ আগ ভৰিৰে মাটি খুচৰি খুচৰি গাঁত এটা কৰিছে আৰু দাখন পুতিব ধৰিছে। দাখন পুতি থোৱাৰ পিছত তেওঁৰ ফালে সকৰুণ দৃষ্টিৰে চাই চকুলো টুকিছে। ভেৰাৰ এই আচৰণে চিকাৰীৰ হৃদয়ত গভীৰভাৱে ৰেখাপাত কৰিলে। তেওঁ ভাবিবলৈ ধৰিলে, "মানুহে যিদৰে মৰিবলৈ ভয় কৰে, ঠিক সেইদৰে জীৱ-জন্তুৱেও মৰিবলৈ ভয় কৰে। সেইবাবে নিষ্ঠুৰভাৱে জীৱহত্যা কৰিলে সিহঁতেও মানুহে পোৱা যন্ত্ৰণাৰ দৰে যন্ত্ৰণা ভোগ কৰি মৃত্যু বৰণ কৰিব লগা হয়। সিহঁতৰো মানুহৰ দৰে মন আছে, মানুহৰ দৰে দুখ-বেজাৰ, হাঁহি-আনন্দ আছে। জীৱ এটাক বধ কৰা মহাপাপ। মইতো এতিয়ালৈ বহু জীৱ বধ কৰিলো, গতিকে মই বহুত পাপ কৰিলো, মোতকৈ পাপী মানুহ এই পৃথিৱীত নাই, গতিকে মই মানুহ নামৰ যোগ্য নহওঁ।" চিকাৰীগৰাকী শোকত, অনুতাপত বিয়াকুল হৈ পৰিল। লগে লগে ভেৰাটো মুকলি কৰি দিলে আৰু প্ৰায়শ্চিত্তৰ কাৰণে পাহাৰৰ ওপৰৰ পৰা তললৈ জাপ মাৰিলে। তেওঁ নমৰিল; ভগৱানে আহি তেওঁক ওপৰলৈ তুলি গৈ গ'ল আৰু স্বৰ্গত সুখেৰে থাকিবলৈ দিলে।

'গমচিন আৰু চিৰিনফু' সাধুৰ মাজেৰে বৰ্ণিত হৈছে এজন গমচিন (তপস্বী) আৰু বন-মানুহৰ বন্ধুত্বপূৰ্ণ সম্পৰ্কৰ কথা। গমচিনে সিদ্ধি লাভ কৰাৰ পিছত চিৰিনফুৱে উপহাৰ হিচাপে দিয়া শুকান পাতৰ টোপোলাৰ পৰা পোৱা সোণেৰে গোম্পা (বৌদ্ধ মন্দিৰ) নিৰ্মাণ কৰি উলিয়ায়। তাৰ বাবে প্ৰয়োজন হোৱা কাঠ, শিল চিৰিনফুৱে কঢ়িয়াই আনি থৈ যায়। মনপাসকলৰ এই গোম্পাটোৱেই প্ৰসিদ্ধ টোৱাং মঠ (Tawang Monastery)।

ৰাভা আৰু আন আন জনগোষ্ঠীৰ মাজতো পৰিৱেশ-সচেতনতাৰ গুণবিশিষ্ট সাধু প্ৰচলিত।

জনজাতীয় সাধুসমূহ বৈচিত্ৰ্যপূৰ্ণ আৰু বৈসাদৃশ্যপূৰ্ণ যেন লাগিলেও এই সাধুসমূহৰ মাজত কেতবোৰ মিল আৰু সামঞ্জস্যও চকুত পৰে। গৱেষক তথা লোক-সংস্কৃতি বিজ্ঞানীসকলে লোক-কাহিনী অধ্যয়নৰ বৈজ্ঞানিক সূত্ৰ উদ্ভাৱন কৰিছে; লোক কাহিনীৰ 'টাইপ' (শ্ৰেণী/প্ৰকাৰ) আৰু 'ম'টিফ' (ৰূপাংগ)ৰ অৱধাৰণা উদ্ভাৱন কৰিছে। এই 'টাইপ' আৰু 'ম'টিফ'ৰ আধাৰতে

বিভিন্ন ভাষাৰ সাধু বা লোক-কাহিনীৰ মাজত থকা উমৈহতীয়া বা সাদৃশ্যমূলক বৈশিষ্ট্যসমূহ চিহ্নিত কৰাত সহজ হৈছে। অসম তথা ভাৰতবৰ্ষত লোক-কাহিনীৰ বৈজ্ঞানিক গৱেষণাৰ বাট মুকলি কৰি অধ্যাপক প্ৰফুল্লদত্ত গোস্বামীয়ে অসম অঞ্চলৰ সাধুসমূহৰ মধ্য ভাৰতৰ সাধু আৰু বিশ্বৰ আন আন সাধুৰ 'টাইপ'ৰ সৈতে কিমান সাদৃশ্য বা বৈসাদৃশ্য আছে তাৰ ব্যাখ্যা আগবঢ়াইছে তেওঁৰ *Ballads and Tales of Assam* গ্ৰন্থত। বহুসংখ্যক অসমীয়া আৰু অসমৰ জনজাতীয় সাধুৰ মূল উৎস সাহিত্যিক উৎস (literary source) অৰ্থাৎ *জাতক, পঞ্চতন্ত্ৰ, কথাসৰিৎসাগৰ* আদি প্ৰাচীন সাধুৰ সংকলন বুলি গোস্বামী ডাঙৰীয়াই কৈছে (গোস্বামী ১৯৭০)। অৱশ্যে বহু সাধু জনজাতীয় ভাষাৰ পৰা অসমীয়ালৈ আহিছে বুলিও তেওঁ কৈছে। আন কেতবোৰ সাধু উমৈহতীয়া উৎসৰ পৰা অহা বুলি গোস্বামী ডাঙৰীয়াই মত পোষণ কৰিছে। এই উমৈহতীয়া উৎসমূহ কি কি এই সম্পৰ্কে অৱশ্যে তেওঁ ব্যাখ্যা আগবঢ়োৱা নাই। লোক-কাহিনী অধ্যয়নৰ ভাষাতাত্ত্বিক (philogical) দৃষ্টিকোণমতে ভাৰতবৰ্ষ আৰু ইউৰোপীয় দেশসমূহৰ সাধুকথাৰ মাজত থকা সাদৃশ্য আৰু সমৰূপতাৰ মূল কাৰণ সেই সেই দেশৰ বাসিন্দাসকলৰ 'উমৈহতীয়া ইন্দো-ইউৰোপীয় অতীত'। এই দৃষ্টিভংগী অনুসৰি বেলেগ বেলেগ জনগোষ্ঠীৰ সাধুকথা আৰু পুৰা-কাহিনীৰ মাজত পৰিলক্ষিত হোৱা সাদৃশ্য আৰু সমৰূপতাৰ কাৰণ লোক-কাহিনীৰ পৰিব্ৰজন বা ঋনগ্ৰহণ (borrowing) নহয়; বৰং উমৈহতীয়া ইন্দো-ইউৰোপীয় অতীতৰ উত্তৰাধিকাৰ। লোক-কাহিনী বিশেষজ্ঞ ষ্টীথ টমছনৰ ভাষাত :

The members of the school did not believe that the resemblance in folktales and myths come from borrowing. They were rather an inheritance from a common Indo-European past. (টমছন ১৯ ৩৭২)।

তুলনামূলক ভাষাতত্ত্বৰ অধ্যয়নৰ আধাৰত গঢ়লৈ উঠিছিল তুলনামূলক পুৰা-কাহিনী অধ্যয়নতত্ত্ব (Comparative Mythology)। এনে অধ্যয়নৰ দিশত যিসকল পণ্ডিতে বৰঙণি যোগাইছে তেওঁলোক হ'ল Max Muller, Angelo de Gubernatis, John Fiske আৰু Sir George Cox । ভাৰতবৰ্ষ আৰু ইউৰোপৰ দেশসমূহৰ মাজত বিৰাজ কৰা উমৈহতীয়া লোক-কাহিনীৰ উপাদানৰ প্ৰমাণ হিচাপে চাৰ জৰ্জ কক্সে আঙুলিয়াই দেখুৱাইছে

আৰ্য্যভাষী এপিক-ধৰ্মী কাব্যসমূহলৈ। তেওঁ কৈছে— "The real evidence points to that fountain of mythical language from which have followed all the streams of Aryan epic poetry, streams so varied in their character, yet agreeing so clearly in their elements. The substantial identity of stories told in Italy, Norway, and India can but prove that the treasure store of mythology was more abundently filled before the dispersion of Aryan tribes than we had taken it to be." (টমছন ১৯৭৭: ৩৭২)

অৱশ্যে এনণ্ড্ৰু লেঙৰ নৃতত্ত্ববাদী মতবাদে এনে বিশ্লেষণ নাকচ কৰিছে। খৃষ্টপূৰ্ব ত্ৰয়োদশ শতিকাৰ পৰা প্ৰচলিত ইজিপ্ত দেশীয় সাধু, হিৰোডটাছ আৰু হোমাৰত উল্লিখিত সাধুৰ আধাৰত তেওঁ যুক্তি আগবঢ়াইছিল যে সাধুকথা ব্যাপনৰ মূল কেন্দ্ৰ ভাৰত নহয়। এইখিনিতে উল্লেখ কৰিব পাৰি যে এনণ্ড্ৰু লেঙ সাধুকথাৰ বহু-উৎপত্তি (Theory of Polygenesis) তত্ত্বত বিশ্বাসী আছিল। লেঙৰ সমালোচনাত্মক দৃষ্টিভংগী থিয়ডৰ বেনফিৰ ভাৰতীয়ত্বৰ তত্ত্বৰ (Indianist Therory) ক্ষেত্ৰতো সমানে প্ৰযোজ্য। এনে পৰিপ্ৰেক্ষিতত অসম অঞ্চলৰ জনজাতীয় সাধুসমূহৰ উমৈহতীয়া আৰু সমৰূপসম্পন্ন উপাদানৰ কাৰণ বিচাৰি উলিয়াব পাৰি যদিও ই ত্ৰুটিমুক্ত নহয়। তুলনামূলক ভাষাতত্ত্বৰ মতে চাবলৈ হ'লে এই জনগোষ্ঠীসমূহ প্ৰধানকৈ তিব্বতবৰ্মী ভাষী; অৰ্থাৎ এই জনগোষ্ঠীসমূহৰ সৰহ সংখ্যকেই তিব্বত-বৰ্মী ভাষা-পৰিয়ালৰ অন্তৰ্ভুক্ত ভাষা ব্যৱহাৰ কৰে। কিছু সংখ্যকে শ্যাম-চীন পৰিয়ালৰ-ভাষা ব্যৱহাৰ কৰে। আকৌ এই দুয়োটা ভাষা-পৰিয়াল চীন তিব্বতীয় পৰিয়ালৰ অন্তৰ্ভূক্ত। সেইবাবে এই জনগোষ্ঠীসমূহৰ লোক কাহিনী অৰ্থাৎ পুৰা-কাহিনী আৰু সাধুকথাত উমৈহতীয়া আৰু সমৰূপ বৈশিষ্ট্য সম্পন্ন উপাদান দেখিবলৈ পোৱা যায় বুলি হয়তো কোনো কোনো গৱেষকে মত পোষণ কৰিব পাৰে। এই ক্ষেত্ৰত সমস্যা হিচাপে দেখা দিব আৰ্য্য-ভাৰতীয় ভাষা-পৰিয়ালৰ অসমীয়া লোক-কাহিনীৰ সৈতে থকা জনজাতীয় ভাষাসমূহৰ লোক-কাহিনীৰ উমৈহতীয়া আৰু সমৰূপতাসম্পন্ন উপাদানৰ উপস্থিতি। এইক্ষেত্ৰত আমাক সহায় কৰিব পাৰে ঐতিহাসিক-ভৌগোলিক মতবাদ বা অধ্যয়ন-পদ্ধতিয়ে আৰু লেঙৰ বহু-উৎপত্তিতত্ত্বই। লোক-কাহিনী অধ্যয়নত

কাৰ্ল ভন ছাইডাও (Karl von Sydow)-ৰ মনোভংগী অধিক গ্ৰহণযোগ্য বুলি বিবেচিত হৈছে। তেওঁৰ মতে প্ৰতিখন দেশতে বা প্ৰত্যিটো জনগোষ্ঠীৰ মাজত প্ৰতিটো সাধুকথাৰ এটা বিশেষ ৰূপ প্ৰচলিত হোৱা দেখা যায়। সেই ৰূপটোৱে সেই সাধুৰ পৰিবেশনিৰ্ভৰ ৰূপ (Oikotype)। সাধুকথাৰ এই ৰূপ এটা অঞ্চল বা দেশত অতি পৰিচিত বা ঘৰুৱা সাধুৰ নিচিনা; আনহাতে আন অঞ্চল বা দেশত ই আচহুৱা বা অপৰিচিত সাধুৰ নিচিনা। অঞ্চল বিশেষত প্ৰচলিত 'ওইকোটাইপ'ৰ মূল কাৰণ অভীজৰ উত্তৰাধিকাৰ, সাধুকথাৰ ব্যাপন কেন্দ্ৰৰ পৰা হোৱা ব্যাপন বা প্ৰব্ৰজন নহয়। এই ক্ষেত্ৰত তুলনামূলক ভাষাতত্ত্ব আৰু তুলনামূলক পুৰা-কাহিনী অধ্যয়নতত্ত্বৰ সৈতে 'ওইকোটাইপ'ৰ অৱধাৰণাৰ মিল দেখা যায়। ছুইডিশ্ব লোক-সংস্কৃতিবিদগৰাকীয়ে কৈছে যে প্ৰাকৃতিক পৰিৱেশৰ পাৰ্থক্যৰ বাবে যিদৰে উদ্ভিদ প্ৰজাতিৰ বৈশিষ্ট্য পৰিবৰ্তিত হৈ নতুন শ্ৰেণীৰ উদ্ভৱ হয়, সেইদৰে এটা অঞ্চলৰ সাংস্কৃতিক পৰম্পৰাৰ প্ৰভাৱত সাধুকথাৰ আঞ্চলিক ৰূপৰ সৃষ্টি হয়। এটা অঞ্চলত বাস কৰা সংস্কৃতিক গোষ্ঠীৰ সাধুকথাৰ পৰম্পৰাই সাধুকথাৰ ৰূপান্তৰ ঘটাই আঞ্চলিক ৰূপ প্ৰদান কৰে। এই আঞ্চলিক ৰূপৰ ধাৰণাটো সাধুকথাৰ উপশ্ৰেণীৰ ধাৰণাৰ পৰা পৃথক। কিয়নো উপশ্ৰেণী কোনো অঞ্চলতে সীমাবদ্ধ হৈ নাথাকে, ইসকলো ভৌগোলিক আৰু সাংস্কৃতিক অঞ্চলত প্ৰচলিত হ'ব পাৰে। লোক-কাহিনী অধ্যয়নত ব্ৰতী গৱেষক পণ্ডিতসকলে ক'ব খোজে যে উচ্চ সংস্কৃতিৰ পৰা নিম্ন সংস্কৃতিলৈ লোক-কাহিনী বাহিত হয়। এগুৰাহনৰ এই মত সম্পূৰ্ণৰূপে গ্ৰহণযোগ্য নহয় যদিও ষ্টিথ টমছনে আমেৰিকাৰ উদাহৰণ দি কৈছে যে তাৰ স্থানীয় জনজাতিসমূহে ইউৰোপৰ ভিন ভিন দেশৰপৰা গৈ তাত নিগাজীকৈ থাকিবলৈ লোৱা জাতিবিলাকৰ পৰা বহু লোক-কাহিনী গ্ৰহণ কৰি নিজৰ কৰি লৈছে। তাৰ বিপৰীতে এই জনজাতিবিলাকৰ লোক-কাহিনী সেই নৱাগত জাতিসমূহলৈ বাহিত হোৱা নাই। পঞ্চাশতকৈ অধিক ইউৰোপৰ সাধু আমেৰিকাৰ জনজাতিসকলৰ মাজত প্ৰচলিত হৈ আছে। এগুৰাহনে উদাহৰণ দিছে ফিনিশ্ব সাধুসমূহৰ। ইসকলে ৰাছিয়ান আৰু ছুইদিশ্ব সাধু গ্ৰহণ কৰি নিজস্ব পৰম্পৰাত ৰূপ দিছে। এটা সংস্কৃতিৰ পৰা আন এটা সংস্কৃতিলৈ সাধু কথা বাহিত হৈ যোৱাত আৱয়ৱিক, ভৌগোলিক, ৰাজনৈতিক, ভাষাতাত্ত্বিক, সাংস্কৃতিক আৰু ধৰ্মীয়

কাৰকে হেঙাৰ স্বৰূপে ঠিয় দিয়ে। আটাইতকৈ ডাঙৰ হেঙাৰ হৈছে সাংস্কৃতিক সীমা (cultural boundary)। সীমামূৰীয়া অঞ্চলত যদি দ্বিভাষিত্ব (bilingualism)ৰ পৰিৱেশ বিৰাজ কৰে, তেন্তে এটা সংস্কৃতিৰ পৰা আনটো সংস্কৃতিলৈ সহজে সাধুকথা প্ৰব্ৰজিত হ'ব পাৰে। অসমৰ জনগোষ্ঠীসমূহৰ সাধুৰ ক্ষেত্ৰত পৰিলক্ষিত হোৱা উমৈহতীয়া আৰু সমৰূপতাসম্পন্ন উপাদানৰ অন্যতম কাৰণ হ'ব পাৰে দ্বিভাষিত্বৰ পৰিৱেশ আৰু তাৰ মাজেৰে হোৱা সাংস্কৃতিক আদান-প্ৰদান। অজনজাতীয় বহু সাধুকথাৰ জনজাতীয় সাধুৰ সৈতে মিল আছে। এনে সাধুৰ ভিতৰত জন্তুকেন্দ্ৰিক সাধু, টেটোনৰ সাধু, ক্ৰমপুঞ্জিত সাধুৰ মাজত থকা উমৈহতীয়া আৰু সমৰূপতাসম্পন্ন উপাদানৰ কথা উল্লেখ কৰিব পাৰি। অধ্যাপক প্ৰফুল্লদত্ত গোস্বামীয়ে এই বিষয়ে তেওঁৰ গৱেষণাগ্ৰন্থত বহলাই আলোচনা কৰিছে। কিছুমান জনগোষ্ঠীয় সাধু আন আন উন্নত সংস্কৃতিসম্পন্ন জনগোষ্ঠীৰ পৰা আহৰিত হৈছে সেয়া সম্পূৰ্ণ সঁচা। তাৰ উদাহৰণস্বৰূপে জাতক আৰু পঞ্চতন্ত্ৰৰ সাধুৰ প্ৰভাৱ জনজাতীয় সাধুত কেনেদৰে অনুভূত হয় তালৈ আঙুলিয়াই দেখুৱাব পাৰি। আংগামি সাধু 'The Rat Princess and the Gready Man'-অৰ পঞ্চতন্ত্ৰৰ 'পুনৰ্মুষিকোভৱ' সাধুৰ সৈতে মিল আছে। অসমৰ জনগোষ্ঠীৰ মাজতো এনে সাধু একেবাৰে নাই সেইটো ক'ব নোৱাৰি। কিন্তু এনে সাধুত জাতকৰ সাধুৰ প্ৰভাৱ পৰিলক্ষিত হয়। বৌদ্ধ ধৰ্মাৱলম্বী খামটিতসকলৰ মাজত জাতকৰ সাধুৰ প্ৰভাৱ পৰাটো একো অস্বাভাৱিক কথা নহয়। জনজাতীয় সাধুসমূহ (পুৰাকাহিনী আৰু কাৰণ নিৰ্দেশক সাধুক বাদ দি) সংশ্লিষ্ট জনগোষ্ঠীৰ ভিতৰতে সীমাবদ্ধ হৈ আছে সেইটো সঁচা নহয়। ড° গোস্বামী ডাঙৰীয়াই ক'ব খোজে এই সাধুসমূহ কোনো জনগোষ্ঠীৰ একচেটীয়া সম্পদ নহয়। একে ধৰণৰ সাধু অৰ্থাৎ একে টাইপ বিশিষ্ট সাধু বহু জনগোষ্ঠীৰ মাজত প্ৰচলিত। লোক-কাহিনী গৱেষক আৰু বিশাৰদসকলে সাধুকথা প্ৰব্ৰজনৰ ব্যাখ্যা আগবঢ়াই কৈছে ভ্ৰমণ, বেহা-বেপাৰ, সাংস্কৃতিক আদান প্ৰদানৰ বাবে এটা সাধু এটা অঞ্চলৰ পৰা আন অঞ্চললৈ, এটা সাংস্কৃতিক পৰিমণ্ডলৰ পৰা আন এক সাংস্কৃতিক পৰিমণ্ডললৈ পৰিব্ৰজন কৰিব পাৰে। সেইধৰণে এটা অঞ্চলৰ সাধু কথা প্ৰব্ৰজন কৰি ভিন্ন অঞ্চল বা দেশলৈ প্ৰসাৰিত হ'ব পাৰে। এনে দৃষ্টিভংগী বহন কৰে লোক-কাহিনী গৱেষণাৰ ঐতিহাসিক

ভৌগোলিক মতবাদে। এনে মতৰ মূল উৎস হ'ল সাধুকথাৰ এক্কক উৎপত্তি তত্ত্ব (Theory of Monogenesis)। এই মত অনুসৰি এটা সাধু এটা অঞ্চলত প্ৰথমে ৰচিত হয় আৰু ক্ৰমে বাহিত হৈ আন অঞ্চললৈ প্ৰসাৰিত হয়। তাৰ বিপৰীতে সাধুকথাৰ বহু-উৎপত্তি তত্ত্ব (Theroy of Polygenesis) অনুসৰি একে সময়তে বা ভিন ভিন সময়ত স্বতন্ত্ৰভাৱে একেধৰণৰ সাধু ৰচিত হ'ব পাৰে। সেই দৃষ্টিভংগীৰে চালে বেলেগ বেলেগ অঞ্চলত, বেলেগ বেলেগ জনগোষ্ঠীৰ মাজত সদৃশ ধৰণৰ বা সমৰূপসম্পন্ন সাধু প্ৰচলিত হৈ থকা বুলি জানিলেও আমি ক'ব নোৱাৰোঁ এটা অঞ্চল বা আন সাংস্কৃতিক পৰিমণ্ডললৈ সাধুটো প্ৰব্ৰজিত হৈ আহিছে। এয়া এক জটিল আৰু গৱেষণা কৰিবলগীয়া বিষয়। অসম অঞ্চলৰ সাধু কথাৰ বৈজ্ঞানিক গৱেষণা কৰিবলগীয়া বহু আছে। প্ৰণালীবদ্ধ অধ্যয়ন তথা গৱেষণা কৰি এই অঞ্চলৰ সাধুকথাৰ প্ৰকাৰ সূচী (Type Index) প্ৰস্তুত কৰা অতি জৰুৰী কাম। অসম অঞ্চলৰ জনগোষ্ঠীসমূহৰ মাজত উমৈহতীয়া বা সমৰূপৰ উপাদান বিশিষ্ট সাধুৰ উদাহৰণ অলেখ। কেতবোৰ সাধু আকৌ অসম আৰু উত্তৰ পূব ভাৰতৰ সীমা চেৰাই দক্ষিণ এচিয়া আৰু দক্ষিণ-পূব এচিয়াৰ দেশসমূহলৈ প্ৰসাৰিত হোৱা দেখা যায়। উদাহৰণস্বৰূপে, 'আকাশখন কিয় পৃথিৱীৰপৰা আঁতৰি গ'ল'— এনে সাধু অসমৰ বহু জনগোষ্ঠীৰ মাজত প্ৰচলিত। তাৰ উপৰিও বাংলাদেশ, ফিনলেণ্ড আদি দেশতো এনে সাধু প্ৰচলিত। ঠিক সেইদৰে ভেকুলিৰ সাধু বড়ো, অসমীয়া, ৰাভা, কাৰবি ভাষাৰ উপৰিও আন কেবাটাও ভাষাত প্ৰচলিত। বিজুলী ঢেৰেকনিৰ উৎপত্তি সম্পৰ্কীয় সাধু বড়ো, মিচিং, ত্ৰিপুৰী, বুগুন আৰু বিষ্ণুপ্ৰিয়া জনগোষ্ঠীয় ভাষাত প্ৰচলিত। সেইদৰে বাঘ আৰু মেকুৰীৰ সাধু ৰাভা আৰু আন আন জনগোষ্ঠীৰ মাজত প্ৰচলিত। একেদৰে ময়ূৰৰ উৎপত্তি সম্পৰ্কীয় কাহিনী, ধানৰ উৎপত্তি সম্পৰ্কীয় কাহিনী বহু সংখ্যক জনগোষ্ঠীৰ মাজত প্ৰচলিত। জোন আৰু বেলি সম্পৰ্কীয় সাধু, তামোলৰ উৎপত্তি সম্পৰ্কীয় সাধু কাৰবি আৰু খাচিসকলৰ মাজত প্ৰচলিত। আনহাতে অৰুণাচলৰ জনগোষ্ঠী-বিলাকৰ মাজত জোন-বেলি সম্পৰ্কীয় পুৰা কাহিনী আৰু লোক বিশ্বাস লোকসমাজৰ শিৰাই শিৰাই প্ৰবাহিত।

জনজাতীয় গোষ্ঠীসমূহৰ মাজত প্ৰচলিত সাধুৰ সৰহ সংখ্যকেই কাৰণ-নিৰ্দেশক সাধু (etiological tale)। এনে সাধুৰ মাজেৰে প্ৰাকৃতিক পৰিঘটনা,

গছ, চৰাই, জন্তু আদিয়ে কিয় বিশেষ আকৃতি বা ৰূপ পালে আৰু এইবোৰে কিয় বিশেষ ধৰণে আচৰণ দেখুৱায় তাৰ ব্যাখ্যা থাকে। কেতবোৰ কাৰণ-নির্দেশক সাধু পুৰা-কাহিনীৰ সৈতে সাদৃশ্যপূর্ণ। দেউৰীসকলৰ মাজত প্রচলিত 'মানুহে কেনেকৈ জুই পালে', 'ধানৰ উৎপত্তি আৰু খেতি', 'লক্ষীদেৱী সাগৰৰ পৰা কেনেকৈ আহিল', 'গৰুৰ জন্ম কেনেকৈ হ'ল', 'বিয়াৰ আতিগুৰি', 'দেউৰীসকলে নিতাই পুখুৰীৰ পানী কিয় নাখায়', 'ফুলপানী ছিগা', 'হুদু চৰাইৰ জন্ম', আদি সাধু কাৰণ-নির্দেশক। উল্লিখিত সাধুসমূহৰ সৰহ সংখ্যকেই আকৌ পুৰা-কাহিনী শ্রেণীভুক্ত হ'বও পাৰে। সোণোৱাল কছাৰী মৌখিক পৰম্পৰাত প্রচলিত 'সন্ধ্যাৰ আগমনত আন্ধাৰ', 'বৰ চৰাইৰ সাধু', 'শিপিনীৰ ফুল', 'লখিমীৰ পৃথিৱী' আদি সাধু ব্যাখ্যামূলক বা কাৰণ-নির্দেশক। বড়োসকলৰ মাজত প্রচলিত 'গান্দা গাগেব মাছৰ জন্ম কাহিনী', 'শিহু কেনেকৈ হ'ল', 'ভায়ে ভায়ে কিয় বেলেগ হয়', 'মানুহ কিয় মৰে', 'মানুহৰ পৰা ভালুক কেনেকৈ হ'ল', 'হাতী মানুহৰ বশ কেনেকৈ হ'ল', 'কোনো বছৰত গছে ফল নধৰে কিয়' আদি সাধু কাৰণ-নির্দেশক। সেইদৰে ৰাভা মৌখিক পৰম্পৰাত প্রচলিত 'মইৰা মইৰী' (ময়ূৰ ময়ূৰী) 'ছিছু গিনাল' (শিহু আৰু ঘৰিয়াল), 'জাগ্লাং মেমাং', 'থোপে নেচে', 'তস্রায় ৰাজুনলং', 'নলুৱা-চলুৱা গোন্ধশ্রী' আদি সাধুত কাৰণ-নির্দেশক সাধুৰ বৈশিষ্ট্য পৰিলক্ষিত হয়। এই সাধুকেইটাৰ ভিতৰত 'থোপে নেচে', 'নলুৱা-চলুৱা গোন্ধশ্রী' সাধুদুটি পুৰা-কাহিনী শ্রেণীভুক্ত কৰিব পাৰি। 'থোপে নেচে' সাধুৰ মাজেৰে আগবঢ়োৱা হৈছে ৰাভাসকলৰ মাজত বায়খো পূজাৰ প্রচলন কেনেকৈ হ'ল তাৰ ব্যাখ্যা। সেইদৰে 'নলুৱা চলুৱা গোন্ধশ্রী' সাধুৰ মাজেৰে বর্ণিত হৈছে পৰম্পৰাগত ৰাভা বাদ্য-যন্ত্রৰ সৃষ্টি-কাহিনী। মিচিংসকলৰ মাজত প্রচলিত 'বান্দৰ আৰু দুৰা কাছ', 'মানুহৰ বান্দৰালি', 'হলৌ বান্দৰৰ নেজ কিয় নাই', 'হুদু চৰাইৰ জন্ম', 'দেওভূতৰ জন্ম', 'মিতিৰলগা সাধু', 'শৰণলোৱা সাধু', 'চুক্রাং ফৈদৰ কথা', 'বালিমাহী', 'বিজুলী আৰু ঢেৰেকণি', 'শিহু আৰু ঘৰিয়াল', 'ৰঙা চৰাই', 'শিয়ালৰ হোৱা', 'ভৈয়ামলৈ মহ আহিল কেনেকৈ', 'মিৰি মানুহ ভৈয়ামলৈ আহিল কেনেকৈ', 'আকাশখন ওখ হ'ল কেনেকৈ' আদি সাধু ব্যাখ্যামূলক। উল্লিখিত সাধুসমূহৰ ভিতৰত কেতবোৰ সাধু কিম্বদন্তীমূলক। 'আকাশখন ওখ কেনেকৈ হ'ল' সাধুটিৰ

ভিন্নৰূপ (variant) অসমৰ আন আন জনগোষ্ঠীৰ লগতে বাংলাদেশ আৰু দক্ষিণ পূব এচিয়াৰ কেবাখনো দেশত প্ৰচলিত। 'শৰণ লোৱা সাধু', 'বিজুলী আৰু ঢেৰেকণি', 'শিহু আৰু ঘৰিয়াল' আদি সাধুও বহুল প্ৰচলিত। ৰাভা আৰু বড়োসকলৰ মাজতো শিহু আৰু ঘৰিয়ালৰ উৎপত্তি সম্পৰ্কীয় সাধু প্ৰচলিত। সেইদৰে শৰণ লোৱাৰ সাধু বড়ো আৰু সোণোৱাল কছাৰীসকলৰ মাজত প্ৰচলিত। বিজুলী আৰু ঢেৰেকণি সাধুৰ ভিন্নৰূপ বড়ো, ত্ৰিপুৰী, বিষ্ণুপ্ৰিয়া মণিপুৰী আৰু বুগুন জনগোষ্ঠীৰ মাজত প্ৰচলিত। অসমীয়া সাধু 'পানেশৈ'ৰ মাজতো একেটি ম'টিফ (ৰূপাংগ) ককায়েক-ভনীয়েক মাজৰ নিষিদ্ধ যৌন-আকৰ্ষণ (Motif T. 415) পৰিলক্ষিত হয়। কাৰবিসকলৰ মাজত প্ৰচলিত 'ছেৰ আপ্লিপি' (সোণ পখিলা), 'জোৱাইৰ উপহাৰ' (ঘৰচীয়া আৰু বনৰীয়া জন্তুৰ উৎপত্তি), 'জোন আৰু বেলি', 'ছাৰ আনথক' (সৃষ্টিৰ সাধু), ৰ্‌ৰামপী (ময়ূৰ), 'মিছ' ৰংপ' (পৰুৱা আৰু ভেকুলি), 'বান্দৰৰ জন্ম', 'মদৰ বাখৰৰ জন্ম' আদি সাধু-কাৰণ-নিৰ্দেশক। 'ছাৰ আনথক' সাধুটি পুৰা-কাহিনীমূলক সাধু বুলি অভিহিত কৰিব পাৰি। 'জোন আৰু বেলি' সাধুৰ ভিন্নৰূপ খাছি আদি জনগোষ্ঠীৰ মাজত প্ৰচলিত। সেইদৰে 'ৰ্‌ৰামপী (ময়ূৰ) সাধুৰ ভিন্নৰূপ দেউৰী, ৰাভা আদি জনগোষ্ঠীৰ মাজত প্ৰচলিত। খামটিসকলৰ মাজত প্ৰচলিত হুকং বৰপুখুৰী, টুনী চৰাই, নাইপিয়াৰ আদি সাধু ব্যাখ্যামূলক। কামেং সীমান্তৰ সাধু 'ভেকুলী কেনেকৈ চেপেটা হ'ল', 'মানুহৰ জন্ম', 'অকা আৰু বাংনি জনজাতিৰ উৎপত্তি', 'আপফুলৱা', 'নিকুমা মাদঙমা', 'বাৰুবা আৰু টানিবা', 'মানুহৰ জন্ম', 'চতুৰলু' (ব্ৰহ্মপুত্ৰ নদীৰ উৎপত্তি) আদি সাধু কাৰণ-নিৰ্দেশক যদিও পুৰা-কাহিনীমূলক। বিশেষকৈ ব্ৰহ্মপুত্ৰ নদীৰ উৎপত্তি সম্পৰ্কীয় সাধুটি অতি মনোৰম আৰু চিত্তাকৰ্ষক।

কোৱা হয় যে, জনজাতীয় সমাজত marchen-জাতীয় (যাদুকেন্দ্ৰিক সাধু/আশ্চৰ্য্যজনক সাধু) সাধুৰ প্ৰচলন কম। এই শ্ৰেণীৰ সাধু ইন্দো-ভাৰতীয় ভাষা পৰিয়ালৰ অন্তৰ্গত ভাষাসমূহৰ মাজতহে সৰ্বাধিক প্ৰচলিত বুলি কোৱা হয়। ভাৰতবৰ্ষ হেনো এই শ্ৰেণীৰ সাধুৰ মূল ব্যাপন-কেন্দ্ৰ। এই প্ৰসংগত ষ্টীথ টমছনৰ মন্তব্য প্ৰণিধানযোগ্য—

Whatever the relation of the tales of India to those of Europe, it is easy to see many important differences

between the stories of these two great regions. With due regard for many exceptions, it is safe to say that the ordinary involved wondertale is given as a piece of pure fiction in Europe, but is expected to be believed in India. Such tales are nearly always definitely localised in India, so that the distinction between place legends and folktales breaks down entirely. There is a greater luxuriance in the supernatural trappings of the tales. They often depart so far from the realistic that it is hard for the western mind to follow them." (টমছন ১৯৭৭:১৬) আৰ্য্য-ভাৰতীয় ভাষাসমূহৰ মাজত বহুল প্ৰচলিত যাদুকেন্দ্ৰিক বা আশ্চৰ্য্যজনক সাধু জনগোষ্ঠীয় সাধুত একেবাৰে নাই সেইটো ক'ব পৰা নাযায়। বড়ো আৰু কাৰবিসকলৰ মাজত এনে সাধুৰ সংখ্যা সৰহ। ইন্দো-ইউৰোপীয়া বা আৰ্য্য-ভাৰতীয় ভাষাৰ সংস্পৰ্শত এনে সাধু এই জনগোষ্ঠীসমূহৰ মাজলৈ বাহিত হৈছে সেইটো গৱেষণা নকৰাকৈ ক'ব পৰা নাযায়। জনজাতীয় গোষ্ঠীবিলাকৰ মাজত এনে বহু সাধু প্ৰচলিত যিবোৰত ভাৰতীয় মহাকাব্য, পুৰাণ আৰু লোক-কাহিনীৰ প্ৰভাৱ স্পষ্ট। এই ধৰণৰ সাধুত থলুৱা জনগোষ্ঠীয় সমলতকৈ বৃহত্তৰ সাংস্কৃতিক পৰিমণ্ডলৰ চাপ থকা সমল দেখিবলৈ পোৱা যায়। সোণোৱাল কছাৰীসকলৰ 'বাসুকীৰ আঙুঠি', দেউৰীসকলৰ 'অনাদি পাতন', চেৰডুকপেনৰ 'অনাদিপাতন' সাধু (দ্ৰঃ *অসমৰ জনজাতীয় সাধু*) এনে সাধু। অধ্যাপক প্ৰফুল্লদত্ত গোস্বামীয়ে *Tales of Assam* গ্ৰন্থত সন্নিবিষ্ট সাধু The Brahmin and His Son-অত মহাভাৰতৰ শান্তি পৰ্বত সন্নিবিষ্ট গৌতমৰ সাধুৰ প্ৰতিধ্বনি শুনিবলৈ পোৱা যায় বুলি কৈছে। তেওঁৰ ভাষাত ঃ

"It is surprising how some tale recorded in some backword locality, apparently a wondertale, is later found to be a derivative of or an echo of a tale having a classical source. To give an illustration, 'The Brrhmin's Son' ..... seems to be an echo of the story of Gautama the Ingrate recounted in Santiparva section of the Mahabharata" (গোস্বামী ১৯৮০ ঃ xvi) অৱশ্যে উল্লিখিত সাধুটি জনজাতীয় সমাজৰ পৰা সংগৃহীত সাধু নহয় (পিছপৰা অঞ্চলৰ পৰা সংগৃহীত যদিও)। জনজাতীয় সমাজতো এনে সাধু প্ৰচলিত নহয় সেইটো ক'ব নোৱাৰি। ইতিপূৰ্বে আংগামি নগাসকলৰ মাজত

পঞ্চতন্ত্ৰৰ সাধুৰ সৈতে মিল থকা সাধুৰ কথা উল্লেখ কৰা হৈছে। বড়ো কছাৰী সাধু 'The Great Astrologers' অসমৰ উপৰিও বিশ্বৰ ভিন ভিন দেশত প্ৰচলিত আৰু সেই সাধুৰ উৎস যে *কথাসৰিৎসাগৰ* সেই বিষয়ে গোস্বামী ডাঙৰীয়াই কৈছে। জনজাতীয় সাধুসমূহৰ বেছি ভাগেই পুৰুষ-কেন্দ্ৰিক সাধু। তেওঁলোকৰ মাজত কিছু সংখ্যক নাৰী-কেন্দ্ৰিক সাধুৰ প্ৰচলন যে নাই (বা সংগৃহীত হোৱা নাই) সেইটো নহয়। এনে সাধুত নাৰী চৰিত্ৰৰ প্ৰাধান্য দেখিবলৈ পোৱা যায়। ৰামানুজনে কৈছে, "If quests and tasks are part of the life-story of the hero in a male-centered tale, a different focus makes itself felt in women-centered tales. Saving, rescuing or reviving a man, often solving riddles on his behalf, becomes the life task of the heroine. In such tales, women predominate and men are wimps ruled by mothers, mistresses or wives." (ৰামুনজন ১৯৯৪ : xxvii)। এই শ্ৰেণীৰ সাধুত নাৰীচৰিত্ৰই নায়ক/নায়িকাৰ ভূমিকা পালন কৰে আৰু নায়ক/নায়িকাৰ প্ৰতিপক্ষ(antagonist)সকলো নাৰী চৰিত্ৰ। সচৰাচৰ দেখিবলৈ পোৱা প্ৰতিপক্ষ হৈছে সতিনীয়েক, বৌয়েক, সতীয়া মাক। এই সংকলনত সন্নিবিষ্ট সাধুৰ ভিতৰত বড়ো সাধু 'মায়নউ', 'মায়দাংশ্ৰী ছিখ্‌লা', খামটিত সাধু 'সতীত্ব শক্তি', কাৰবি সাধু 'ছাৰপীপেন ছাৰবৰা' আদি সাধু নাৰীকেন্দ্ৰিক সাধু। অৱশ্যে আমাৰ অঞ্চলত নাৰীবাদী দৃষ্টিভংগীৰে সাধু সংগ্ৰহ কৰা হৈছে সেইটো ক'ব নোৱাৰি। নাৰীবাদী ভাবাদৰ্শেৰে সমাজ-বিজ্ঞানত কিছু গৱেষণা আৰম্ভ হৈছে যদিও লোক-কাহিনী অধ্যয়নত তাৰ প্ৰভাৱ পৰিছে বুলি ক'ব পৰা নাযায়।

জনজাতীয় গোষ্ঠীসমূহৰ মাজত *ধেমেলীয়া* বা *টেটকুটিমূলক* সাধুৰ প্ৰচলন বেছি বুলি কোনো কোনো গৱেষকে ক'ব খোজে। অসমৰ জনজাতিসমূহৰ মাজত প্ৰচলিত অনেক ধেমেলীয়া সাধু অসমীয়া টেটকুটিৰ সৈতে সাদৃশ্যমূলক। বড়ো সাধু ব্ৰাহ্মণ আৰু চাকৰ, সাতজন মূৰ্খ, কণা আৰু কুঁজা, অজলা আৰু টেটোন আদি সাধু প্ৰায় সকলো জনগোষ্ঠীৰ মাজত প্ৰচলিত। অৱশ্যে এই সংকলনত এই শ্ৰেণীৰ সাধু সন্নিবিষ্ট হোৱা নাই। জনগোষ্ঠী বিলাকৰ মাজত টেটোনৰ সাধু সংখ্যা বেছি নহয়। নগা, মিজো, খাছি আদি জনগোষ্ঠীৰ মাজতো টেটোনৰ সাধুৰ প্ৰচলিত। এই সংকলনত

সন্নিবিষ্ট সাধুসমূহৰ ভিতৰত সোণোৱাল কছাৰীসকলৰ 'চেঙেলী ঃ কছাৰী টেটোন', কাৰবিসকলৰ মাজত প্ৰচলিত 'টেনটন' এনে সাধুৰ উদাহৰণ। সোণোৱাল কছাৰী পাঠভেদ (version)টোৰ অসমীয়া 'টেটোন তামুলী' সাধুৰ সৈতে বহু ক্ষেত্ৰত মিল আছে। অৱশ্যে সাধুটোত অসমীয়া পাঠভেদত থকা কেতবোৰ ৰূপাংগ (ম'টিফ) অনুপস্থিত। সেইদৰে কাৰবি টেটোনৰ সাধুটো অসমীয়া টেটোনৰ সাধুৰ সমপৰূপবিশিষ্ট যদিও দুয়োটা সাধুৰ মাজত কেতবোৰ ম'টিফৰ অমিল দেখা যায়। কাৰবি সাধুৰ টেটোনে ব্ৰাহ্মণ মালিকৰ সতে হাল বাবলৈ পথাৰলৈ যায়। গৰম পৰা দেখি গৰুহাল বোকা মাটিৰে লেপি দিয়ে আৰু পানী পিয়াহ লগাৰ ভাও জোৰে। মালিকে তাক ঘৰলৈ পঠাই দিয়ে। টেটোনে মালিকনীৰ ওচৰলৈ গৈ কয় যে মালিকে বাঁহৰ চুঙাত সাঁচি থোৱা ধনখিনি দিবলৈ কৈছে। তেওঁ সহজে বিশ্বাসত লোৱা নাছিল যদিও পিছত গিৰিয়েকৰ গালিৰ ভয়ত সাঁচি থোৱা ধন উলিয়াই দিয়ে। টেটোনে টকা লৈ উধাও হয় আৰু বাটত ৰাজপুত্ৰক লগ পাই খেলিবলৈ ধৰে। ইফালে মালিকে তাক বিচাৰি বিচাৰি সেইখিনি পায়হি। কিন্তু ৰাজপুত্ৰৰ লগত খেলি থকা দেখি আৰু ৰাজপুত্ৰই 'অং' (মোমাই) সম্বোধন কৰা দেখি তেওঁ একো কৰিবলৈ সাহস কৰা নাছিল। কিছুপৰ পিছত তেওঁ গছৰ তলত টোপনিত লালকাল দিলে। টেটোনে এই ছেগতে ৰাজপুত্ৰক ক'লে যে এই মানুহজন তাৰ ভৃত্য। বুধিয়ক টেটোনে ভৃত্যৰ বিনিময়ত ৰাজপুত্ৰৰ পৰা ৰূপ এশ লৈ তাৰপৰা আঁতৰি গ'ল। অসমীয়া সাধুত টেটোনে নিজে হাল বাবলৈ নাহে, হালবাই থকা খেতিয়কজনক লগ পায়। অসমীয়া সাধুত গৰু হালৰ গাত বোকামাটি লেপি দিয়া ম'টিফ অনুপস্থিত। অৱশ্যে পানী খোৱাৰ ছলেৰে ধন সৰোকোৱা কৌশল উভয় সাধুতে উপস্থিত। অসমীয়া সাধুৰ দ্বিতীয়াংশৰ বহু উপাদান কাৰবি সাধুৰ সৈতে নিমিলে (গোস্বামী ১৯৭০ ঃ ১৪৩-১৪৪)। অৱশ্যে এই সংকলনত সন্নিবিষ্ট কাৰবি 'টেনটন' সাধুটিৰ কেতবোৰ ম'টিফ *Ballads and Tales of Assam* গ্ৰন্থত সন্নিবিষ্ট The Trickster সাধুৰ ম'টিফৰ সৈতে সাদৃশ্যপূৰ্ণ। অসমৰ জনগোষ্ঠীয় সাধুসমূহ কেৱল লোক-কাহিনীৰ গৱেষক বা বিশেষজ্ঞসকলৰ বাবেই অৰ্থবহ নহয়; অসমৰ সামাজিক তথা জাতীয় জীৱনত এই সাধুসমূহৰ মূল্য একেবাৰে কম নহয়। এই সাধুসমূহৰ মাজেৰে আমি পৰস্পৰে পৰস্পৰক জানিব পাৰো;

কাহিনীৰ দাপোণত আমাৰ বৃহত্তৰ অসমীয়া সমাজখন চাব পাৰোঁ, জানিব পাৰো অসমীয়া আৰু ভাৰতীয় সংস্কৃতিৰ সৈতে উপকণ্ঠত থকা এই জনগোষ্ঠীসমূহৰ আত্মিক সম্পৰ্ক কিমান গভীৰ আৰু গাঢ়। এই সাধুসমূহৰ চৰ্চা তথা অধ্যয়ন কেৱল সাধুকথাৰ বিদ্যায়তনিক দিশতেই নহয়, অসমৰ সামাজিক-সাংস্কৃতিক জীৱনৰ পটভূমিতো অতিকে প্ৰয়োজনীয়।

## প্ৰাসংগিক ৰচনাপঞ্জী


গোস্বামী, প্ৰফুল্লদত্ত — ১৯৭০ *Ballads and Tales of Assam,* গুৱাহাটী বিশ্ববিদ্যালয়।

১৯৮০ *Tales of Assam,* অসম প্ৰকাশন পৰিষদ।

তেৰাং, ৰংবং — ১৯৭৬ *কাৰবি সাধু,* অসম সাহিত্য সভা।

টম্পছন, ষ্টীথ — ১৯৭৭ *The Folktale,* কালিফৰ্ণিয়া ইউনিভাৰ্চিটি প্ৰেছ।

থংছি, য়েচে দৰজে — ১৯৭৬ *কামেং সীমান্তৰ সাধু,* অসম সাহিত্য সভা।

দত্ত, বীৰেন্দ্ৰ নাথ — ১৯৯৮ "লোক কাহিনীৰ অধ্যয়ন ঃ কিছু বিদ্যায়তনিক সংবাদ", *লোক সংস্কৃতিৰ স্বৰূপ আৰু অধ্যয়ন,* ডিব্ৰুগড় বিশ্ববিদ্যালয়।

২০০৩ "লোক সাহিত্যৰ অধ্যয়ন" *বিশ্বকোষ* (পঞ্চমখণ্ড), অসম সাহিত্য সভা।

দাস, কামিনী — ১৯৮৩ *কাৰবি লোকসাধু,* ডিফু সাহিত্য সভা।

দাস, বীৰেন্দ্ৰ কুমাৰ — ১৯৭৭ *বড়ো সাধু,* অসম সাহিত্য সভা।

দেউৰী, জম্বৰুধৰ — ১৯৭৭ *দেউৰী সাধু,* অসম সাহিত্য সভা।

পামেগাম, তৰুণ চন্দ্ৰ — ১৯৭৭ *মিচিং সাধু,* অসম সাহিত্য সভা।

বৰুৱা, বিশ্ব — ১৯৯৩ *খামটি সাধু,* অসম সাহিত্য সভা।

বেচকম, ডব্লিউ. আৰ. — ১৯৮১ *Contributions to Folkloristics,* মিৰাট।

বেন-আমোচ, ডান — ১৯৭৬ *Folklore Genre,* ইউনিভাৰ্চিটি অভ্ টেক্সাছ প্ৰেছ।

ৰাভা, ৰাজেন — ১৯৭৭ *ৰাভা সাধু,* অসম সাহিত্য সভা।

ৰামানুজন্, এ. কে. — ১৯৯৮ *Folktales from India,* অক্সফোৰ্ড ইউনিভাৰ্ছিটি প্ৰেছ।

শাস্ত্ৰী, বিশ্বনাৰায়ণ ১৯৬২ *অসমৰ জনজাতীয় সাধু,* অসম সাহিত্য সভা।
সোণোৱাল, গগণ ১৯৭৮ *সোণোৱাল সাধু,* অসম সাহিত্য সভা।
হাৰ্স্কোভিটছ্, এম,জে ১৯৪৮ *Man and His Works.*

# সূচী

## কাৰবি সাধু



## কামেং সীমান্তৰ সাধু

## খামটি সাধু



## দেউৰী সাধু

## বড়ো সাধু

## মিচিং সাধু

## ৰাভা সাধু

## সোণোৱালৰ সাধু

# পাতনি

মিকিৰ পাহাৰ— অসমৰ পৰিচিত এক ভৌগোলিক নাম। এই পাহাৰত বাস কৰা কাৰবি বা আৰলেং বৃহৎ তিব্বত-বৰ্মীয় ভাষাগোষ্ঠীৰ এটি প্ৰধান ঠাল। মিকিৰ পাহাৰ জিলাৰ উপৰি নগাঁও, কামৰূপ, দৰং, শিৱসাগৰ, লক্ষীমপুৰ, কাছাৰ জিলাৰ ভালেমান ঠাইত কাৰবি ভাষা-ভাষী লোকে বসবাস কৰি আছে। মিকিৰ পাহাৰৰ গাতে লাগি থকা নগাভূমি আৰু মেঘালয় ৰাজ্যৰ অঞ্চলবিশেষত এই জনগোষ্ঠীৰ লোকসকলে বসতি কৰে। গৰিষ্ঠসংখ্যক কাৰবিয়ে কাৰবি আংলঙৰ (মিকিৰ পাহাৰ) ওখ-চাপৰ মনোৰম পাহাৰত বাস কৰে। এইসকল লোক স্বভাৱতে শান্তিপ্ৰিয়। পাহাৰৰ ঝুমতলি তেওঁলোকৰ অতি মৰমৰ। তেওঁলোকে শাৰী শাৰী চাংঘৰ সাজি গাঁও পাতে। কুকুৰা আৰু গাহৰি তেওঁলোকৰ পোহনীয়া জীৱ। কাৰবি পুৰুষসকলতকৈ তিৰোতাসকল অধিক পৰিশ্ৰমী। তেওঁলোকৰ সাজপাৰ সাধাৰণ ধৰণৰ। পুৰুষসকলে ৰিকং (লেংটি), চই (চোৱা) আৰু প'হ' (পাগুৰি), আৰু তিৰোতাসকলে পীনি (মেখেলা), জীছ' (মেঠনি) আৰু ৱামকক (কঁকালত বন্ধা পেটি) পৰিধান কৰে। সম্ভ্ৰান্ত পৰিয়ালৰ তিৰোতাসকলে 'পেজাংফং', 'পে-ছাৰপী' আদি বাছকবনীয়া কাপোৰ ব্যৱহাৰ কৰে। কাণত ন'থেংপি, ডিঙিত লেক, হাতত ৰয় আৰু হাতৰ আঙুলিত আৰনান কাৰবি নাৰীৰ সাধাৰণ আ-অংলকাৰ। এইবোৰ সাজপাৰ, আ-অলংকাৰৰ পৰিধান আৰু কপালৰ পৰা থুতৰিলৈকে বৈ পৰা ক'লা এডাল 'দুক' (আঁক), পিঠিত হ্‌ক (খাং) আৰু হাতত সৰু কটাৰী— এয়া হ'ল কাৰবি নাৰীৰ চিৰন্তন ৰূপ! সেইদৰে কান্ধত জাম্বৰং (মোনা), খোপা চুলিৰে প'হ', কাণৰ বিন্ধাত ধুনীয়া হাঁহৰ ন'লাংপং, হাতত দাখন কাৰবি পুৰুষৰ চিৰ চিনাকি চিত্ৰ। প্ৰকৃতিক ভাল পো কাৰবিসকলৰ শাৰীৰিক গঠন প্ৰায়েই আটিল আৰু নিপোটল।

কাৰবিসকল সমাজ-প্ৰিয়। তেওঁলোকৰ সমাজখন পুৰণি ৰীতি-নীতিৰে আজিকোপতি চলি আহিছে। গাঁৱৰ 'ছাৰথে' (গাঁওবুঢ়া) জনেই মুখিয়াল লোক। ছাৰথেৰ বাহিৰেও অঞ্চলভেদে হাবে, পিনপ, আদিসকলে কাৰবি সমাজ

পৰিচালনা কৰে। কাৰবি সমাজত এনে অঞ্চলক 'লংৰি' বোলে। এনে লংৰিৰ সংখ্যা বাৰটালৈকে পোৱা যায়। কাৰবিসকলৰ প্ৰধান ফৈদ পাঁচোটা ঃ ইংতি, ইংহি, তেৰণ, তেৰাং আৰু তিমুং। প্ৰতিটো ফৈদৰে কেইবাটাও শাখা আছে। একেটা ফৈদৰ মাজত বিবাহ সম্পন্ন হ'ব নোৱাৰাটো কাৰবি বিবাহ-ৰীতিৰ উল্লেখযোগ্য বিশেষত্ব। কাঁৰবি সমাজ পিতৃপ্ৰধান সমাজ। বিবাহিতা নাৰীয়ে পিতৃফৈদৰ উপাধি ৰক্ষা কৰি চলিলেও তেওঁৰ সন্তানসকলে স্বামীৰ ফৈদ ৰক্ষা কৰে, অৰ্থাৎ বাপেকৰ উপাধি লয়। হ্ৰলাং-হ্ৰপ কাৰবি সমাজৰ এক অপৰিহাৰ্য সাজপাৰ। জন্মৰ পৰা মৃত্যু পৰ্যন্ত হ্ৰলাং-হ্ৰপ'ৰ আদৰ কাৰবি সমাজত প্ৰচলিত হৈ আহিছে। ঝুমতলিৰ ভেটিত গঢ়ি উঠা কাৰবি সমাজত সময়ৰ লগে লগে বিভিন্ন সমাজৰ চিন্তাধাৰা সোমাবলৈ ধৰিলে। হিন্দু ধৰ্মৰ প্ৰভাৱ তেওঁলোকৰ সমাজত বেছিকৈ পৰিছে। এনে প্ৰভাৱৰ ফলত পুৰণি সমাজৰ মূল গাঁথনিৰ বিশেষ লৰচৰ নহ'লেও কাৰবি সমাজত কিছু পৰিবৰ্তনে দেখা দিছে।

অন্যান্য জনজাতিৰ দৰেই কাৰবিসকলৰো নিজৰ ভাষা, কৃষ্টি, গীত-মাত আদি আছে। তেওঁলোকৰ ভাষা বেছি চহকী নহ'লেও মনৰ ভাব প্ৰকাশ কৰিবলৈ যথেষ্ট শব্দ এই ভাষাত আছে। ভৌগোলিক অৱস্থান আৰু ৰাজনৈতিক কাৰণত তেওঁলোকৰ ভাষাত দাঁতি-কাষৰীয়া জাতি-উপজাতিৰ ভাষাৰ শব্দ কিছু পৰিমাণে সোমাইছে। কাৰবিসকলে প্ৰকৃতি পূজা কৰে আৰু চৰাই, গাহৰি, ছাগলী আদিৰে তেওঁলোকৰ দেৱতাসকলক পূজা কৰে। তেওঁলোকে হেমফু, পেং, পিৰথাত আদি প্ৰধান প্ৰধান দেৱতালৈ কুকুৰা, গাহৰিৰে পূজা আগবঢ়ায়। প্ৰাচীন ডেকা-চাং 'জিৰছং' পদ্ধতি স্থানবিশেষে জীয়াই আছে যদিও ইয়াৰ বহল প্ৰচলন কাৰবি সমাজত নোহোৱা হৈছে। 'চমাংকান' কাৰবিসকলৰ শোক আৰু আনন্দ প্ৰকাশ কৰিব পৰা একমাত্ৰ অনুষ্ঠান। মৃতকৰ আত্মাক এই অনুষ্ঠানৰ জৰিয়তে পৰিশুদ্ধি কৰা হয় আৰু তাকে কৰিলে মৃতকৰ আত্মাই যথাস্থানত গৈ পৰম শান্তি লাভ কৰে বুলি কাৰবিসকলে বিশ্বাস কৰে। ঢোল, পেঁপা, গগনা আদি বজাই কাৰবি ডেকা-গাভৰুৱে আনন্দ কৰি মনৰ ভাব বিনিময় কৰিব পৰা এই চমাংকান উৎসৱ বিশেষভাৱে তাৎপৰ্যপূৰ্ণ। পূজা-পাতল, উৎসৱ আদি প্ৰায়বোৰ সামাজিক কামত পুৰুষৰ সমানে নাৰীসকলেও অংশ লয়। এইদৰে কাৰবি সমাজত নাৰীয়ে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে।

কাৰবি জনজাতি অসমৰ এক আদিম পাহাৰীয়া জাতি। তেওঁলোকৰ জীৱন-

বুৰঞ্জীত পৰ্বতৰ বনফুলৰ দৰে লোক-সাহিত্যৰ নানা বৰণীয়া ফুলবোৰ প্ৰাকৃতিৰ বুকুত উম লৈ যুগ যুগ ধৰি ফুলিছে, মৰহিছে, আকৌ ফুলিছে। কাৰবি ডেকা-গাভৰুৰ জিৰছঙত, ঝুমখেতিৰ উৰ্বৰা ভূমিত, পাহাৰীয়া নিজৰাৰ কুলু কুলু সুৰত, সমাজৰ চিন্তা-প্ৰবাহত, এই লোক-সাহিত্যৰ ফুলবোৰ ফুলি জাতিষ্কাৰ হৈ আছে— নানা ৰঙত, বিচিত্ৰ ৰূপত। 'কাৰবি সাধু' সেই ফুলবোৰৰে এপাহ ফুল। চাং-ঘৰৰ হুংফাৰলাত বুঢ়ী আয়ে সাধুকথা কয়। সাধুকথা শুনাৰ প্ৰবৃত্তি সকলো শিশুৰেই আছে। কাৰবি শিশুৱে শুনি ভালপোৱা সাধুবোৰ সংগ্ৰহ কৰি ইয়াত লিখা হৈছে। কাৰবি সাধুৰ মাজেদি তেওঁলোকৰ সমাজ, চিন্তাধাৰা, জনবিশ্বাসৰ ছবিবোৰ প্ৰতিফলন হৈছে। কাৰবি সাধুৰ ৰজা সাধাৰণ, ৰাজকুঁৱৰীও গাঁৱৰ জীয়ৰী; গাঁৱৰ পৰিবেশেই ৰজাৰো পৰিবেশ। জাংৰেছ' কাৰবি সাধুৰ এটি প্ৰধান অংগ-স্বৰূপ। অলৌকিকতা কাৰবি সাধুৰ আন এটি বিশেষত্ব। এনেবোৰ সাধুৰ মাজেদি অসত্যৰ চৰম বিপৰ্যয়, দুখৰ অন্তত সুখ আদি নীতিবচন প্ৰকাশ পোৱাৰ উপৰি মানুহৰ কোমল অনুভূতি— দয়া, মৰম আদিয়েও এই সাধুবোৰত আত্মপ্ৰকাশ কৰিছে।

'কাৰবি সাধু'ৰ সংকলন-কাৰ্য অসম সাহিত্য সভাৰ উৎসাহমূলক আচনিয়ে সম্ভৱ কৰিলে। এনে প্ৰচেষ্টাৰ বাবে অসম সাহিত্য সভালৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ। সহকৰ্মী অধ্যাপক শ্ৰীকেশৱ শৰ্মাই পুথিখনিৰ পাণ্ডুলিপি চাই দিয়া বাবে তেখেতলৈ 'কাৰদম' জনাইছোঁ। শেষত 'কাৰবি সাধু'য়ে পাঠকক আনন্দ দিব পাৰিলে আমাৰ প্ৰচেষ্টা সাৰ্থক হৈছে বুলি ভাবিম।

১৮ জুলাই, ১৯৭৬ চন
ডিফু ঃ মিকিৰ পাহাৰ

ৰংবং তেৰাং

# এজনী ৰাক্ষসীৰ সাধু

এদিনাখনৰ কথা। এগৰাকী তিৰোতাই তাঁতশালত বহি গিৰিয়েকৰ কাৰণে কাপোৰত ফুল বাছি আছিল। এনেতে নন্দেকৰ ৰূপ লৈ এজনী ৰাক্ষসী তাইৰ ওচৰলৈ আহিল। ওচৰ চাপি ৰাক্ষসীয়ে এই বুলি ক'লে—

"অ' নেং! অ' নেং!
অক চ'তুৰ দাম নাং মা নেং?
হান চ'ৰি দামনাং মা নেং??"

"অ' বৌ! শাক-মাছ বিচাৰি মোৰ লগত যাবানে?"

আৰলেংপী (মানুহজনী) য়ে ক'লে,—

"ম' ম'তি নেং! নেং!
নাং আৰুম'প' আৰিকিং
তাংতেলাংতি নেং, নেং।"

"হেৰা নেং!' মই আজি যাব নোৱাৰিম। তোমাৰ ককাইদেৱাৰ কাৰণে বোৱা কাপোৰ উলিয়াবকে পৰা নাই।"

এইদৰেই ৰাক্ষসীৰ ছদ্মবেশ ধৰি প্ৰতিদিনে আহি তাইক মাছলৈ যাবলৈ লগ ধৰি আমনি কৰেহি। এদিনাখন ৰাক্ষসীয়ে আহি নিজেই তাঁতশালত বহি ল'লে আৰু খৰ্‌ধৰ্ কৰি আধৰুৱা কাপোৰখন বৈ শেষ কৰিলে আৰু দুয়ো মাছলৈ বুলি ওলাই গ'ল।

পাহাৰীয়া নিজৰা। শিলৰ ফাঁকে ফাঁকে দুয়ো মাছ বিচাৰি উজাই গৈ থাকিল। মাছ বিচাৰোঁতে ৰাক্ষসীৰ হাতত কেকোঁৰা, শিঙি, মকৰা, চেলা, সাপ আদিহে ধৰা পৰে। তাই সেইবোৰকে মাছ বুলি ধৰি খালৈত ভৰাই গৈ থাকিল। আনফালেদি আৰংপেীয়ে নুথেং, নুনে, নুবই আদি সোণোৱালী-ৰূপোৱালী মাছবোৰ ধৰি খালৈত ভৰাইছে। এইদৰে দুয়ো মাছ ধৰি ধৰি নানা সুখ-দুখৰ কথা পাতি গৈ থাকিল।

বেলি হালি অহা দেখি আৰলেংপীয়ে ক'লে—"হেৰা নেং, বেলি পৰিবৰ

হ'লহি। কিছু বন-শাক বিচাৰি ঘৰলৈ উভতো ব'লা।"

আবলেংপীৰ কথা শুনি ৰাক্ষসীয়ে মাছ বিচাৰিবলৈ এৰিলে আৰু নৈৰ কাষৰ কচু-ঢেঁকীয়া শাক ছিঙি ছিঙি উভতিবলৈ ধৰিলে। এইদৰে আহি থাকোঁতে সিহঁতে নৈৰ কাষত এজোপা ডিমৰু গছ দেখা পালে। ডিমৰু গছজোপাৰ থোপা থোপা গুটিবোৰ পকি চাৰিওফালে মিঠা গোন্ধ বিয়পাই আছিল। ডিমৰু গছৰ পকা গুটিবোৰলৈ আঙুলিয়াই পোনাইঁতৰ কাৰণে নিবলৈ দুয়ো আলচ কৰিলে।

সেই উদ্দেশ্যে কঁকালৰ খালৈ আৰু পিঠিৰ হাক্‌ছ' (এবিধ সৰু খাং) গছজোপাৰ কাষত দুয়ো নমাই থ'লে। প্ৰথমতে ৰাক্ষসীয়ে গছত উঠিবলৈ চেষ্টা কৰিলে। কিন্তু গছত উঠিব নোৱৰাৰ ভাও জুৰি টুঁচৰি তলত পৰিল। এইদৰে বাৰে বাৰে গছত উঠিবলৈ চেষ্টা কৰে আৰু টুঁচৰি নামি আহে। এইবাৰ আবলেংপীয়ে উঠিবলৈ চেষ্টা কৰিলে। পিছল গছজোপাত ভৰিৰ খোপনি এৰাই তাইও টুঁচৰি পৰি গ'ল। তাকে দেখি ৰাক্ষসীয়ে ক'লে, "এইদৰে গছত উঠাও নহ'ব আৰু পোনাইঁতলৈ পকা ডিমৰু নিম বুলি ভবা কথাও মিছা হ'ব। তুমি মোৰ কান্ধত উঠা নেং, কাষৰ ডালত ধৰা।"

এইবুলি কৈ ৰাক্ষসীয়ে ঠেলি-হেঁচুকি তাইক গছজোপাত উঠাই দিলে। তাই পকা পকা চাই ডিমৰু ছিঙি 'ধৰা নেং' বুলি কৈ তললৈ পেলাই দিয়ে। কিন্তু কেঁচু-মটা লাগিল বুলি ৰাক্ষসীয়ে মিছা কথা কৈ নৈৰ ফালে পেলাই দিয়ে আৰু অন্য ডাললৈ আঙুলিয়াই সেইফালে যাবলৈ উৎসাহ দি থাকিবলৈ ধৰিলে। এইদৰে তাই পকা পকা ডিমৰুৰ কথা কৈ প্ৰলোভন দেখুৱাই আবলেংপীক গছৰ বহুত আগলৈ উঠাই লৈ গ'ল। তাই গছৰ আগমান পোৱাত ৰাক্ষসীয়ে কু-অভিপ্ৰায় প্ৰয়োগ কৰিবলৈ মন মেলিলে।

ৰাক্ষসীয়ে খালৈৰপৰা বিষাক্ত মকৰাটো উলিয়াই গছজোপাত মেলি দিলে। মকৰাটোৱে বগাই গৈ আবলেংপীৰ কাষলতিত কামোৰ মাৰিলে। ভীষণ বিষত তাই 'মৰিলো ঔ' বুলি চিএৰ মাৰি দিলে। চিএৰ শুনি 'কি হ'ল নেং?' বুলি ৰাক্ষসীয়ে মাত লগালে।

বাঘ-মকৰাই কামুৰিছে বুলি তাই ক'লে। ৰাক্ষসীয়ে গোপনে হাঁহিলে আৰু তাইৰ প্ৰতি উদ্দেশ্য কৰি ক'লে, "এস্ নেং! তেতিয়া হ'লে তোমাৰ কাণৰ ন'থেংপি, হাতৰ ৰই পেংখাৰা, ডিঙিৰ লেক-ৰুৱে আৰু আঙুলিৰ আৰুনানবোৰ খহাই দিয়া। মকৰাৰ বিষ নিজেই ভাল হ'ব।"

ৰাক্ষসীৰ কথামতেই তাই গাৰ আ-অলংকাৰবোৰ খহাই তললৈ পেলাই দিলে। ইতিমধ্যে ৰাক্ষসীয়ে খালৈৰ পৰা বিষাক্ত চেলা এটা উলিয়াই গছজোপাত এৰি দিলে। বগাই বগাই চেলাজনীয়ে আৰলেংপীৰ কঁকালত কামোৰ মাৰি দিলেগৈ। তাই বিকট চিঞৰ মাৰি "হায়! হায়! এইবাৰ মৰিলো' বুলি কৈ নামি আহিবলৈ চেষ্টা কৰিলে। তাকে দেখি ৰাক্ষসীয়ে ক'লে, "অস্ নেং! তোমাৰ কি হৈছে? তোমাৰ গাৰ কাপোৰ কেইখন খহাই পেলাই দিয়া, সোনকালে কৰা। গাৰ বিষ ভাল হ'ব।"

তাই বিষত তৎ নেপাই গাৰ কাপোৰবোৰ খহাই তললৈ পেলাই দিলে। তৎক্ষণাৎ ৰাক্ষসীয়ে খালৈৰ পৰা বিষাক্ত সাপ এডাল গছজোপাত মেলি দিলে। সেই সাপডাল বগাই গৈ আৰলেংপীৰ মূৰত খোঁট মাৰিলে আৰু গছৰ ওপৰৰ পৰা তাই তলত পৰি থিতাতে মৰি থাকিল।

আৰলেংপী মৰাৰ পিছত ৰাক্ষসীয়ে তাইৰ ৰূপ লৈ, তাইৰ আ-অলংকাৰ, সাজ-পাৰ পিন্ধি শাক-মাছ লৈ হাঁহিমুখে ঘৰলৈ খোজ ল'লে। ধৰি অনা মাছ আৰু বন-শাকৰ আঞ্জাৰে ভাত খাই টোপনিত নিহপালি দিলে। ৰাক্ষসীৰ কাষত শুই থকা আৰলেংপীৰ কেঁচুৱাটোৱে ওৰে নিশা কান্দিবলৈ ধৰিলে। মাকৰূপী ৰাক্ষসীয়ে নিচুকাবলৈ চেষ্টা কৰে যদিও কান্দোন বেছিহে হয়। এইদৰে ওৰে ৰাতি কান্দি নিশাটো পাৰ কৰিলে। ছদ্মবেশিনী ৰাক্ষসীৰ দেহ-ৰূপৰ প্ৰতি আৰলেংপীৰ ডাঙৰ ছোৱালীজনীৰ সন্দেহ হ'বলৈ ধৰিলে। তাইৰ সন্দেহৰ কথাটো বাপেকক ক'বলৈ ইচ্ছা কৰিও তাই গোপনে ৰাখিলে।

পুৱাৰ সূৰুযে ধলফাট দিলে আৰু কেঁচুৱাৰ কান্দোন বেছি হ'বলৈ ধৰিলে। ৰাক্ষসীয়ে নিজৰ গাখীৰ দিয়ে; কিন্তু কেঁচুৱাই নাখায়, কান্দোন চৰেহে। তাকে দেখি ছোৱালীজনীক কেঁচুৱাটো গতাই দি তাই ঘৰৰ কাম কৰিবলৈ ধৰিলে। এনেতে সিহঁতৰ ঘৰৰ ওপৰত এজনী চিলনী "অক্ অক্ কিলিক-কি-লিক" বুলি চিঞৰি ফুৰিবলৈ ধৰিলে। চিলনীৰ মাত শুনাৰ লগে লগে কেঁচুৱাৰ কান্দোন শাম কটা দেখি বায়েকজনী আচৰিত হ'ল আৰু পিছ চোতালৰ ফালে ভনীয়েকক নিচুকাবলৈ লৈ গ'ল। আকাশত উৰি থকা চিলনীজনীলে হাত ৰাউলি দি গীত গাই গাই সৰু ভনীয়েকক এইদৰে নিচুকাবলৈ ধৰিলে—

"অ'ৰি লৰি!
ল'ছিনি ছিনি,

ৰংমান আথাইথে ছুৰি
নেমু আফান কেৱাইপি;
চ'অং এদেকক ছ'ৰি
অ'জা ৰি লৰি।"

"অ' আই! মোৰ ভণ্টিৰ কাৰণে প্ৰতিদিনে কণী-বাঙী বিচাৰি নিচুকাই আছোঁ। এই বনৰীয়া বাঙী খাই খাই ডিঙিত খজুৰতি ধৰিছে।"

এইদৰে গীত গাই গাই ভনীয়েকক নিচুকাই থাকোঁতে কেঁচুৱাটোৰ কাষলৈ দেওদি উৰা মাৰি চিলনীজনী আঁতৰি গ'ল। চিলনীজনী আঁতৰি যোৱাৰ লগে লগে কেঁচুৱাৰ কান্দোন বেছি হ'ল। এবাৰ চিলনীজনী নিচেই কাষলৈ আহি হাতত গাখীৰ কেইটোপালমান পেলাই থৈ গ'ল। সেই গাখীৰ চেলেক্ দিয়াৰ পাছত কেঁচুৱাৰ টোপনি আহিল আৰু দোলনাত শুৱাই থ'লে।

এইদৰেই সেই চিলনীজনী দিনৌ আহি থকা হ'ল। এদিনাখন কেঁচুৱাৰ কান্দোন বেছি হোৱাত ৰাক্ষসীয়ে ভিতৰৰ পৰা কেঁচুৱাক লৈ আহিবলৈ মাত লগালে। ৰাক্ষসীৰ মাত শুনি তাই ভনীয়েকক এইদৰে বুজালে,—

"ছাব' ছাব' মু! লাকে এপেই কালি।"
"অ' মোৰ সোণজনী। সেয়া আমাৰ আই নহয়।"

ইয়াকে শুনি ৰাক্ষসীয়ে ডাঙৰ ছোৱালীক ধমক দি ক'লে—"মই তহঁতৰ আই নহওঁ যদি আৰু কোন তহঁতৰ আয়েৰ?"

এনেকৈয়ে দিনবোৰ যাবলৈ ধৰিলে। ৰাক্ষসীয়ে আলেঙে আলেঙে সেই চিলনীজনীৰ গতি-বিধিৰ প্ৰতি লক্ষ্য কৰি থাকিল। তাই বুজি পালে যে এই চিলনীজনী আৰলেংপীৰ জীউটোৰ বাহিৰে আন একো নহয়। তাই নিজকে ঢাকি ৰাখিবলৈ চিলনীজনীক মৰাৰ আঁচনি কৰিলে। এদিনাখন তাই আগচোতালত তাঁৰডালৰ তলত ছিটিকা পাতি থ'লে।

ৰাক্ষসীৰ উদ্দেশ্য বুজিব পাৰি ছোৱালীজনী চিন্তিত হ'ল। এনেদৰে চিন্তা কৰি চোতালত বহি থাকোঁতে, চিলনীজনীক তাই দেখা পালে। তাই তেতিয়া চিলনীজনীক উদ্দেশ্য কৰি কেঁচুৱাক নিচুকোৱাৰ ছলেৰে গীত গাই ছিটিকাত নপৰিবলৈ সোঁৱৰাই দিলে। তাই এইদৰে গীত গালে—

"অ'ৰি লৰি!
হি-ঈ ছ'ৰাৰপী,

হনজাৰ আকেংৰি
ফামদং নাংচ'ৰি;
উন আজাত উনৰি
দেই ৰি ল'ৰি

—"হেৰা আই, দুৰ্মতি ৰাক্ষসীয়ে ডাঁৰডালৰ তলত তোমালৈ ছিটিকা পাতিছে। তুমি ভুলতো ছিটিকাত গচক নিদিবা।"

কিন্তু সেই গীতে চিলনীক বুজাব নোৱাৰিলে। চিলনীজনী নামি আহি ছিটিকাত পৰিলহি। ৰাক্ষসীয়ে উৰালত ধান খুন্দি আছিল। চিলনীজনীক ওলমি থকা দেখা পাই তাই দৌৰি আহিল আৰু উৰালৰ মাৰিৰে টঙনিয়াই মাৰি পেলালে। উদ্দেশ্য সিদ্ধি হোৱাত, ৰাক্ষসীয়ে আত্মতৃপ্তিৰ হাঁহি মাৰিলে আৰু ৰাতিৰ সাঁজৰ কাৰণে চিলনীৰ মঙহ বাছিবলৈ ধৰিলে।

মঙহ বছা হ'লত তাই চৰুত ভৰাই সিজাবলৈ ধৰিলে। এনেতে চৰুৰ মঙহবোৰে মাত লগালে—

"বুক্ বুৰুক বুক্‌বুক্
হি-ঈপী চ'পাৰুক বুক্‌বুক্;
থেত্ থেলেত থেত্ থেত
হি-ঈপী নাংচ'পাৰুক থেত্ থেত্?"

মঙহৰ টুকুৰাবোৰে ৰাক্ষসীক এনেদৰে ঠাট্টা কৰি দেখি তাইৰ খং উঠিল আৰু মঙহৰ চৰু নমাই থ'লে।

গধূলি ভাতৰ পাতত সকলোৱে বহিল। চিলনীৰ মঙহ সকলোকে বিলাই দিলে। ৰাক্ষসীয়ে পৰম তৃপ্তিৰে ভাত খাবলৈ ধৰিলে। কিন্তু আনবোৰে মুখলৈ নিলেই মঙহ তিতা হয়। তিতা হোৱা কাৰণে সকলোৱে ভাত-আঞ্জা বাৰীৰ পিছফালে পেলাই দিলে।

সময়ত সেই ঠাইত এজোপা সুমথিৰা গছ গজি উঠিল। লহপহকৈ গছজোপা বাঢ়িবলৈ ধৰিলে। চাওঁতে চাওঁতে গছত ফুল ধৰিলে আৰু ফুলে-ফলে জাতিষ্কাৰ হ'ল। ছোৱালীজনীয়ে ভনীয়েকৰক লৈ সদায় সুমথিৰা টেঙা চাবলৈ যায় আৰু সুমথিৰাৰ কথা কৈ তাইক নিচুকাবলৈ চেষ্টা কৰে। সুমথিৰা টেঙা গছৰ কথা শুনি ৰাক্ষসীয়ে বিচাৰিলে; কিন্তু সেই গছজোপা দেখা নাপাই ছোৱালীহঁতে মিছাকৈয়ে কৈছে বুলি তাই মন নকৰিলে। এদিনাখন ছোৱালীজনীয়ে ভনীয়েকক

কাষত লৈ 'আমাৰ সুমথিৰা পকিলে' বুলি কৈ আনন্দ প্ৰকাশ কৰা দেখি ৰাক্ষসীয়ে 'ছোৱালীহঁত, ক'তা ?' বুলি সুমথিৰা গছ চাবলৈ গ'ল। কিন্তু ৰাক্ষসীয়ে সেই গছ দেখা নাপালে।

জুম-খেতিৰ কাৰণে হাবি কটাৰ সময় হৈ আহিল। এদিন ৰাক্ষসী আৰু আৰলেংপীৰ গিৰিয়েক দুয়ো হাবিলৈ গ'ল। সেই সুযোগতে ছোৱালীজনীয়ে পকা সুমথিৰা এটা ছিঙি পিছত খাম বুলি ঘৰৰ ভিতৰৰ বেৰত ওলমাই থোৱা খালৈ এটাত ভৰাই থ'লে। ৰাক্ষসীয়ে দেখে বুলি মনে মনে খোৱাৰ সুযোগ বিচাৰোতেই যায়, সুমথিৰা খোৱা নহয়।

এইদৰেই বহুত দিন গ'ল। এদিনাখন ঘৰৰ সকলোৱে খেতি পথাৰলৈ যোৱাত ঘৰখন নিজঞ্জাল হ'ল। এনেতে খালৈৰ পৰা সুমথিৰা টেঙাটোৱে আৰলেংপীৰ ৰূপ লৈ ধীৰে ধীৰে নামি আহিল আৰু ঘৰৰ ভিতৰখন চাফ-চিকুণকৈ ৰাখি পুনৰ খালৈত সোমাই ৰ'ল।

খেতিৰ পৰা আহি ঘৰৰ পৰিৱৰ্তন দেখা পাই সকলো আচৰিত হ'ল। ঘৰত কোনো নথকা অৱস্থাত, দিনৌ এইদৰে তাই আহে আৰু ঘৰৰ কাম-বন কৰি খালৈত সোমাই থাকে।

ইয়াকে দেখি এদিন দুয়ো আলচ কৰিলে আৰু পাল পাতি পহৰা দিবলৈ থিৰাং কৰিলে। প্ৰথমতে ৰাক্ষসীয়ে পহৰা দিলে। ঘৰৰ চুক এটাত তাই লুকাই থাকিল। গোটেই দিনটো লক্ষ্য কৰিও ৰাক্ষসীয়ে কাকো অহা নেদেখিলে। সন্ধ্যা গিৰিয়েকক ক'লে যে তাই দিনটোৰ ভিতৰত কাকো দেখা নাই।

পিছদিনাখন ৰাক্ষসী আঁৰবলৈ গ'ল আৰু আৰলেংপীক পহৰা দিবলৈ ক'লে। সি লাংথেনুন (পানী-কোঠা)ত লুকাই কোনোবা আহে নে কি বুলি লক্ষ্য কৰি থাকিল। লাহে লাহে ভৰ দুপৰ হ'ল। খালৈৰ পৰা এগৰাকী তিৰোতা নামি অহা দেখি আৰলেংপ' আচৰিত হ'ল। তাই নামি আহি ঘৰৰ কাম-বন কৰিবলৈ ধৰিলে। আৰলেংপ'ই হাতত সাৰে ভৰিত সাৰে গৈ সেই তিৰোতাগৰাকীৰ হাতত ধৰিলে আৰু তাইৰ পৰিচয় দিবলৈ ক'লে। তেতিয়া তাই ৰাক্ষসীৰ সকলো কথা বিৱৰি ক'লে আৰু লগত থকা সেইজনী ৰাক্ষসীহে বুলি গিৰিয়েকক বুজাই দিলে। তাইক পুনৰ উদ্ধাৰ কৰিবলৈ হ'লে ৰাক্ষসীক হত্যা কৰিবই লাগিব। এইবুলি কৈ তাই ধীৰে ধীৰে খালৈৰ ভিতৰলৈ সোমাই গ'ল আৰু সুমথিৰা টেঙা হৈ থাকিল।

আৰলেংপ'ৰ এতিয়াহে চকু মেল খালে আৰু মায়াবিনী ৰাক্ষসীক শেষ কৰাৰ

কথা ভাবিলে। আঁৰৰ পৰা ৰাক্ষসীজনী আহি কিবা সম্ভেদ পাইছেনে বুলি গিৰিয়েকৰ পৰা জানিব বিচাৰিলে। সি কাকোকে দেখা নাই বুলি ক'লে।

পিছদিনাখন পুৱা আৰলেংপ'য়ে ক'লে, "খেতিৰ কামো শেষ হৈছেহি। আজি ভালদৰে গা-মূৰ ধুবগৈ লাগে।" এই বুলি কৈ সি নক্‌কান্তি (এবিধ দীঘল দা) উলিয়ালে আৰু ধাৰ দিবলৈ ধৰিলে। ৰাক্ষসীয়ে মূৰ ধুবৰ বাবে খাৰ-পানী চেকিবলৈ ধৰিলে। আৰলেংপ'য়ে দাখনত ধাৰ দিয়া দেখি কিয় দাখনত ধাৰ দিছে বুলি ৰাক্ষসীয়ে সুধিলে। "ঘাটলৈ যোৱা বাটত হাবি হৈছে। সেইবোৰ কাটিবলৈ ধাৰ দিছোঁ" বুলি সি উত্তৰ দিলে।

দুয়ো ঘাটলৈ ওলাই গ'ল। ৰাক্ষসীয়ে শিলচটাত বহি খাৰ-পানীৰে মূৰ ধুবলৈ ধৰিলে। হঠাৎ আৰলেংপ'ৰ দাখনৰ তিৰবিৰণি পানীত প্ৰতিফলন হ'ল। ৰাক্ষসীয়ে চক্‌খাই কিহৰ তিৰবিৰণি বুলি সুধিলে। "বিজুলীৰ পোহৰ, বৰষুণ আনিব, সোনকালে মূৰ ধোৱা" বুলি সি কৈ ৰাক্ষসীক হত্যা কৰিবলৈ চেগ চাই ৰ'ল।

সঁচাকৈয়ে বৰষুণ আনিব বুলি ভাবি তাই খৰধৰ কৰি মূৰ ধুই থাকোঁতেই আৰেলেংপ'য়ে ৰাক্ষসীৰ ডিঙি কাটি দুছোৱা কৰিলে। কেনেবাকৈ ডিঙি জোৰা লাগে বুলি ভাবি সি বাকী থকা খাৰ-পানী কটা যোৱা ডিঙিত ঢালি দি মূৰডোখৰ উজনি আৰু গা-ডোখৰ ভটিয়নীৰ সোঁতত উটাই দিলে।

ৰাক্ষসীৰ মৃত্যুৰ পিছত আৰলেংপ'য়ে আৰলেংপীৰে সৈতে পুনৰ সুখেৰে কাল কটাবলৈ ধৰিলে।

# এটা গাহৰিৰ সাধু

অতি পুৰণি কালত এজন মানুহৰ ছটা ল'ৰা আছিল। আটাইতকৈ সৰু ল'ৰাটো জন্মৰ পৰাই এটা লোদোৰ-পোদোৰ গাহৰিৰ আকৃতিৰ আছিল। তাৰ কুৎসিত ৰূপটোৰ কাৰণে ককায়েকহঁতে তাক ঘিণ কৰিছিল আৰু আনৰ আগত নিজৰ ভায়েক বুলি পৰিচয় দিবলৈকো বেয়া পাইছিল। তাক 'ফাকছ' কইনেক' (কুৎসিত গাহৰি) বুলি সকলোৱে মাতিবলৈ ধৰিলে আৰু তাক ঘৰৰ চকুতহে থাকিবলৈ ঠাই দিলে।

ফাকছ' কইনেক লাহে লাহে ডাঙৰ হ'ল সুখ-দুখৰ কথাবোৰ বুজিব পৰা হ'ল। ককায়েকহঁতৰ পৰা মৰমৰ পৰিবৰ্তে ঘৃণা আৰু ককৰ্থনাৰ পাত্ৰ হ'বলগীয়া হোৱা বাবে ফাকছ' কইনেকৰ মনত বৰ দুখ। সি ককায়েহঁতৰ লগত একেলগে বহি ভাত খাব নোৱাৰে আৰু ঘৰৰ পানী-কোঠাতহে থাকিবলৈ পায়। ফাকছ' কইনেকৰ কিছুমান ঐশ্বৰিক মহিমা আছিল। সেই মহিমাৰ কথা ককায়েকহঁতে জানিবলৈ চেষ্টা নকৰা দেখি সি কিছু আচৰিত হ'ল।

সময়ৰ চকা ঘূৰিল। জুম-খেতিৰ বতৰ পালেহি। ককায়েকহঁত এতিয়া পুৱাই ঘৰৰ পৰা খেতিপথাৰলৈ ওলাই যায়। ফাকছ' কইনেকে ঘৰৰ চুকতে শুই ককায়েকহঁতে যোৱাৰ ফালে চাই থাকে। এদিনাখন ককায়েকহঁতে তাক শুই থকা দেখি নানাপ্ৰকাৰে গালি পাৰিলে আৰু শুই শুই সিহঁতৰ উপাৰ্জনৰ ফল খাই সময় কটোৱা বুলি ভৰ্ৎসনা কৰিলে।

ককায়েকহঁতৰ কথাবোৰ শুনি সি নিৰলে চকুপানী টুকিলে। ককায়েকহঁত যোৱাৰ পাছত ফাকছ' কইনেকে বৌৱেকহঁতক ক'লে, "বৌহঁত, ময়ো আৰু খেতি কৰোঁ। মোক লৈ ককাইদেউহঁতৰ বহুতো কষ্ট হৈছে। গতিকে মোৰ পিঠিত তোমালোকে দা এখন বান্ধি দিয়া, মই হাবি কাটোগৈ।

তাৰ কথা শুনি বৌৱেকহঁতে তাক হাক দিলে আৰু ঘৰতে থাকিবলৈ

ক'লে। বৌৱেকইঁতৰ বুজনি সি নামানিলে আৰু পিঠিত দাখন লৈ 'কু-এক্' 'কু-এক্' বুলি দূৰৰ পাহাৰৰ ফালে খোজ ল'লে।

ফাকছ' কইনেকে গৈ গৈ এজোপা গছৰ ছাঁত জিৰণি ল'লে আৰু তাৰ গাহৰি-ৰূপী ছালখন খহাই গছৰ খোৰোঙত লুকুৱাই থ'লে। ঘৰৰপৰা অনা দাখন হাতত লৈ গভীৰ হাবি এফালৰ পৰা কাটি যাবলৈ ধৰিলে। এইদৰে ফাকছ' কইনেকে বৌৱেকইঁতৰ মৰমত হাবি কটা কাম শেষ কৰিলে। সি সদায় ঘৰলৈ উভতি যাওঁতে খোৰোঙত লুকুৱাই থোৱা ছালখন পিন্ধি লয় আৰু গাহৰিৰ দৰে হৈ পৰে।

ফাকছ' কইনেকে আৰ খেতি কৰিবলৈ লৈছে বুলি ওলোৱা কথাই গাঁৱৰ মানুহক আচৰিত কৰিলে। কিন্তু ককায়েকইঁতে গাহৰিয়ে ক'ত খেতি কৰিব বুলি কৈ হাঁহিলে মাথোন।

কেইদিনমানৰ পিছত অঙঠা খৰি এডোখৰ পিঠিত বান্ধি দিবলৈ সি বৌৱেকইঁতক ক'লে। সেই অঙঠা খৰিৰে সি আৰখনত জুই দিলে। ৰ'দত শুকাই থকা হাবিবোৰত দপ্‌দপ্ কৰি জুই জ্বলি উঠিল। জুইৰ ধোঁৱাই আকাশ ছানি ধৰিলে। গাঁৱৰ মানুহে কোৱা-কুই কৰিলে —"সেয়া ফাকছ' কইনেকৰ আৰত জুই জ্বলিছে। জুয়ে পুৰি তাৰ আৰখন ধান পেলাবৰ উপযুক্ত কৰিলে।"

এইদৰেই বৌৱেকইঁতৰ মৰমত সি ধান, মাকৈ, বাঙি, আলু, কচু আদিৰ সঁচবোৰ পিঠিত বান্ধি লৈ গৈ খেতি কৰিবলৈ ধৰিলে। কিছুদিনৰ পিছত তাৰ পথাৰখন ধানেৰে নদন-বদন হৈ পৰিল। ফাকছ' কইনেকে কেনেকৈ খেতি কৰিছে চাই আহোঁ বুলি গাঁৱৰ মানুহে তাৰ পথাৰখন চাবলৈ গৈ আচৰিত হ'ল। এই কথাটো ককায়েকঁতৰ কাণত পৰিল; কিন্তু সিহঁতে বিশ্বাস নকৰি তাৰ কথা ক'বলৈ বাধা দিলে।

জুমতলীৰ ধান পকিল আৰু সি কাচিৰে পকা ধান দাবলৈ ধৰিলে। ধান দাই অঁতোৱাৰ পিছত বৌৱেকইঁতক ধান আনিবলৈ অনুৰোধ কৰিলে। ফাকছ' কইনেকে খেতি কৰা ধান আনিবলৈ গৈ বৌৱেকইঁত আচৰিত হ'ল। সি যে এনে কাম কৰিব পাৰে, বৌৱেকইঁতে ভাবিবকে পৰা নাছিল। ফাকছ' কইনেকৰ এই অদ্ভুত কাৰ্যইও ককায়েকইঁতৰ মন সলনি কৰাব নোৱাৰিলে। আগৰ দৰেই সিহঁতে তাক ঘৃণাৰ দৃষ্টিৰে চাই থকা হ'ল।

এদিনাখন সেই দেশৰ ৰাজকুঁৱৰীৰ সয়ম্বৰৰ বাতৰি দশোদিশে প্ৰচাৰ হ'ল।

ফাকছ্‌' কইনেকহঁতৰ গাঁৱলৈকো সয়ম্বৰৰ বাতৰি আহিল। নিৰ্দিষ্ট দিনত ৰাজসভাত সয়ম্বৰৰ আয়োজন হ'ল। বিভিন্ন দেশৰ ৰাজকোঁৱৰৰ বাহিৰেও দেশৰ সাধাৰণ প্ৰজাৰে ৰাজসভা ভৰি পৰিল। ৰাজকুঁৱৰীয়ে ফুলৰ মালা লৈ চাৰিওফালে চাই, দুখমনে অন্তেষপুৰলৈ সোমাই গ'ল। এই ঘটনাই ৰজাক আচৰিত কৰি তুলিলে। ৰাজসভাৰ প্ৰতি উদ্দেশ্য কৰি ৰজাই ক'লে, — "এই দেশৰ কোনোবা লোক নহাকৈ আছে নে কি? যদি আছে তৎকালেই সয়ম্বৰ সভালৈ আহিব লাগে।"

ৰাজ-ঘোষণা শুনাৰ লগে লগে সভা-কক্ষ নিজান পৰিল। এনেতে একাষৰ পৰা এজনে মাত লগালে, "হে মহাৰাজ, মই জনাত ফাকছ্‌' কইনেক অহা নাই। সেই কুৎসিত মানুহটোৰ বাহিৰে আজিৰ সভাত সকলো প্ৰজা উপস্থিত আছে।"

ৰাজ-সিংহাসনৰ পৰা ৰজাই আদেশ দিলে, "সি দেখাত যেনেকুৱাই নহওক, তৎক্ষণাত তাক ৰাজসভালৈ লৈ আহিব লাাগে।" ৰজাৰ এই আদেশ শুনি ৰাজসভাত নানা আলোচনা হ'বলৈ ধৰিলে। বহুতে প্ৰশ্ন কৰিলে "সেই কুৎসিত গাহৰিটোক আনি কি কৰিব? ৰজাৰ কিবা মতিভ্ৰম হ'ল নে কি?"

ইতিমধ্যে ৰাজকটকী গৈ ফাকছ্‌' কইনেকৰ ঘৰ পালেগৈ। ৰাজকটকীৰ আগমনৰ কাৰণ সদৰী কৰাত সি আচৰিত হ'ল আৰু ক'লে, "হে ৰাজকটকী। ৰজাক মোৰ সেৱা জনাবা। মই ৰাজকন্যাৰ কাৰণে উপযুক্ত পাত্ৰ নহওঁ। মোৰ এই কুৎসিত ৰূপেৰে ৰজাক লাজত পেলাবৰ ইচ্ছা নাই। মই যাব নোৱাৰিম।"

কটকীয়ে বুজাই ক'লে, "ৰাজ আদেশ অৱমাননা কৰিব নাপায়। নগ'লে তোমাৰ প্ৰাণ দিব লাগিব। তুমি তুৰন্তে যাবলৈ সাজু হোৱা।" এই কথা শুনি ফকাছ্‌' কইনেকে ৰাজকটকীৰ পিছ ল'লে।

ৰাজসভাত সোমোৱাৰ লগে লগে ফাকছ্‌' কইনেকৰ ৰূপ দেখা পাই ৰাজসভাত হাঁহিৰ খলকনি উঠিল। সি ৰাজসভাৰ চুকত মুখ লুকুৱাই মাটিতে বহি ৰ'ল।

ফাকছ্‌' কইনেক ৰাজসভালৈ অহাৰ কথা ৰজাক জনোৱা হ'ল। ৰাজকুঁৱৰীয়ে ফুলৰ মালা লৈ ৰাজসভাৰ চাৰিওফালে ঘূৰি ঘূৰি চালে আৰু চুকত লুকাই থকা ফাকছ্‌' কইনেকৰ ডিঙিত ফুলৰ মালা পিন্ধাই স্বামীবৰণ কৰিলে।

ৰাজকুঁৱৰীৰ এই সিদ্ধান্তই আন ৰাজকোঁৱৰসকলক অপমানিত কৰিলে আৰু তেওঁলোকে নানা প্ৰকাৰে ফাকছ' কইনেকক ভৰ্ৎসনা কৰি ৰাজসভা ত্যাগ কৰিলে। ৰজায়ো বৰ আশ্চৰ্য মানিলে। কিন্তু সয়ম্বৰ প্ৰথা অনুসৰি কুৎসিত গাহৰিৰূপী ফাকছ' কইনেকক জোঁৱাই বুলি ৰাজকুঁৱৰীৰ লগত বিবাহ-কাৰ্য সম্পন্ন কৰিলে।

ফাকছ' কইনেক দিনৰ ভাগত গাহৰি ৰূপত থাকে; কিন্তু ৰাতি হ'লে সুন্দৰ ৰাজকোঁৱৰৰ ৰূপ লয়। এই পৰিবৰ্তন ৰাজকুঁৱৰীয়ে দেখিলে আৰু সখীয়েকক এই আচৰিত ঘটনাৰ কথা ক'লে। বহুত দিন অনুসন্ধান কৰাৰ পিছতহে সখীয়েকে এই ৰহস্যৰ কথা জানিলে। ফাকছ' কইনেকে গধূলি হোৱাৰ লগে লগে তাৰ গাহৰি-ৰূপী ছালখন খহাই লুকাই থয় আৰু সূৰ্যোদয়ৰ আগতে পুনৰ ছালখন আনি গাত লগাই গাহৰিৰ আকৃতি ধাৰণ কৰে।

এদিনাখন ৰাতি ৰাজকুঁৱৰীৰ বুদ্ধি মতে সখীয়েকে সেই লুকাই থোৱা ছালখন জুইত পুৰি পেলালে। তাৰ পাছৰ পৰা ফাকছ' কইনেকে সেই কুৎসিত গাহৰি ৰূপৰ পৰিবৰ্তে সুন্দৰ ৰাজপুৰুষৰ ৰূপ লাভ কৰিলে। ফাকছ' কইনেকৰ এই পৰিবৰ্তনে ৰজা-ৰাণীৰ মুখত আনন্দৰ হাঁহি ঘূৰাই আনিলে আৰু যথা সময়ত ফাকছ' কইনেকক সেই দেশৰ ৰজা পতা হ'ল।

# জাংৰেছ'ৰ কাহিনী

এখন দেশত এটা মাউৰা ল'ৰা আছিল। তাৰ দুখ-কষ্টৰ কোনো সীমা আছিল। দেশৰ সকলোৱে তাক জাংৰেছ' (মাউৰা) বুলি অৱহেলাৰ চকুৰে চাইছিল। তাৰ দুখৰ কথা সুঁৱৰি বাঁহী বজাই বজাই সি ঘূৰি ফুৰে।

এদিনাখন জাংৰেছ'ই পুৰণি টঙিৰ ওপৰত অকলশৰে বহি বাঁহী বজাই আছিল। এনেতে ক'ৰবাৰপৰা ৰাক্ষসী এজনী আহি অকলশৰীয়া জাংৰেছ'ক দেখা পাই এজনী কাৰবি নাৰীৰ ৰূপ ল'লে আৰু ওচৰলৈ গৈ মাত লগালে, "আই-ঐ দেহি, তই ইমান সুন্দৰ বাঁহী বজাব জান! তোৰ নাম কি, মোক কবিনে সোণ?"

"মোৰ নাম জাংৰেছ'। মোৰ কোনো নাই।"—সি লাহেকৈ উত্তৰ দিলে।

ৰাক্ষসীয়ে তাৰ কাষত বহি ল'লে আৰু মাউৰা বুলি গম পাই নানা ছলাহী কথাৰে তাক বুজাই-মেলি তাইৰ ঘৰলৈকে তাক লৈ গ'ল।

ৰাক্ষসীয়ে নিজৰ স্বৰূপটো লুকাবলৈ পাৰেমানে চেষ্টা কৰিছিল যদিও জাংৰেছ'ৰ চকুত তাই ধূলি মাৰিব নোৱাৰিলে। সি অজলাৰ ভাও জুৰি তাইৰ আলেখ-লেখ চাই থাকিল।

এদিনাখন ৰাতি টোপনি যোৱাৰ ছলেৰে বেৰৰ জলঙাইদি জাংৰেছ'ই ৰাক্ষসীৰ আচল ৰূপ দেখা পালে। তাইৰ ভয়লগা ৰূপ দেখা পাই তাৰ জীউ উৰি যোৱা যেন হ'ল আৰু তাইৰ হাতৰ পৰা কেনেকৈ পলাই সাৰিব পাৰি তাৰে চিন্তা কৰিবলৈ ধৰিলে।

পিছদিনাখন পুৱা ঘাটলৈ যোৱাৰ ছলেৰে সি নৈৰ সিপাৰ হ'বলৈ চেষ্টা কৰিলে। কিন্তু নৈখন ফেনে-ফোটোকাৰে বাঢ়ি অহা দেখি সি চিন্তিত হ'ল। এনেতে এডোখৰ কাঠ পানীত উটি অহা দেখা পাই সি নৈত জাঁপ দিলে আৰু কাঠডোখৰৰ সহায়ত নৈখন পাৰ হ'ল।

জাংৰেছ'ই পলোৱাৰ কথা ৰাক্ষসীয়ে কেনেবাকৈ গম পালে আৰু তাক বিচাৰি নৈৰ ঘাটৰ ফালে চোঁচা ল'লে। তাই কোনোমতে নৈখন পাৰ হৈ

চাৰিওফালে তাক বিচাৰিবলৈ ধৰিলে। 'ৰক্ষা পালো' বুলি ভাবি জাংৰেছ'ই পুৰণি মান্দু (খেতি ৰখা দুচলীয়া মাটিত সজা ঘৰ)ত বহি বাঁহী বজাই আছিল। ৰাক্ষসীয়ে তাক বিচাৰি অহাৰ কথা সি ভাবিবেক পৰা নাছিল। তাই হাততসাৰে ভৰিতসাৰে গৈ জাংৰেছ'ক ধৰিলে আৰু মোনাত ভৰাই দাঙি ঘৰলৈ বুলি লৈ আহিল।

বাটত আহি থাকোঁতে ৰাক্ষসীৰ বাহিৰ ফুৰিবৰ মন গ'ল। জাংৰেছ'ই দেখে বুলি তাই কিছু আঁতৰি গ'ল। এনেতে জাংৰেছ'ই "তোমাক দেখা পাইছো" বুলি চিঞৰি দিয়াত তাই আৰু কিছু দূৰ আঁতৰি গ'ল। এইদৰে সি বুদ্ধি কৰি ৰাক্ষসীৰ চকুৰ আঁৰ নোহোৱালৈকে দেখা পাইছোঁ বুলি কৈ তাইক আঁতৰাই পঠিয়ালে। ইতিমধ্যে জাংৰেছ'ই মোনাৰ পৰা ওলাই এডোখৰ তাৰ সমান ওজনৰ শিল আৰু কিছু কাঁইট ভৰাই সি আগৰ দৰে মোনাটো বান্ধি পুনৰ পলাই গ'ল।

ৰাক্ষসীজনী ঘূৰি আহি মোনাটো দাঙি লৈ ঘৰমুৱা হ'ল। ইফালে জোকাৰণি খাই তাইৰ পিঠিত কাঁইটে বিন্ধিবলৈ ধৰিলে। জাংৰেছ'ই চিকুট মাৰিছে বুলি ভাবি তাই ক'লে, "আঁকৰা ল'ৰা। চিকুট মাৰিছে। ঘৰলৈ গৈ তোৰ মঙহেৰে বৰভোজ পাতিমগৈ।"

ঘৰলৈ গৈ দেখে যে জাংৰেছ' নাই। তাইৰ ভীষণ খং উঠিল আৰু জাংৰেছ'ক বিচাৰি গ'ল। এইবাৰ তাক পুৰণি টঙিত দেখা পালে আৰু হাতে-ভৰিয়ে বান্ধি লৈ আহিল। পিছদিনা জাংৰেছ'ৰ মঙহেৰে ভোজ পাতিবলৈ থিৰাং কৰি তাক ঘৰৰ খুঁটাত নিশাটোৰ কাৰণে বান্ধি থ'লে।

পিছদিনাখন পুৱাই ৰাক্ষসীক এটি মিঠা হাঁহিৰে জাংৰেছ'ই সম্ভাষণ জনালে। ছ'ইক গছৰ এঠাৰে তাৰ দুয়োপাৰি দাঁত ৰোলাই ক'লা কৰি থৈছিল। তাৰ সুন্দৰ দুপাৰি দাঁত দেখা পাই ৰাক্ষসীৰ লোভ লাগিল। তাই মূল উদ্দেশ্যৰ কথা পাহৰি জাংৰেছ'ক ক'লে, "হেৰা জাংৰেছ', তোমাৰ দাঁত কিহেৰে ইমান ধুনীয়া কৰিছা?"

"অতি সহজ খুড়ীদেউ!"— জাংৰেছ'ই ক'লে। "আপোনাৰ দাঁত দুপাৰি দেখাত সঁচাকৈয়ে আপচু হৈছে। মোৰ দৰে কৰিব বিচাৰে যদি আপোনাক উপায় দিব পাৰোঁ।"

"এৰাহে জাংৰেছ', তোমাৰ দাঁতৰ দৰে মোৰ দাঁতবোৰো ল'ব খোজো।"

তাই ক'লে।

জাংৰেছ'ই ভাবিলে— এইটোৱে সোণালী সুযোগ। ৰাক্ষসীক মাৰি শেষ কৰাৰ বাহিৰে অন্য উপায় নাই। এই বুলি ভাবি সি এইদৰে ৰাক্ষসীক দাঁত ক'লা কৰাৰ উপায় দিলে—"অতি সহজ খুৰীদেউ, আপুনি প্ৰথমতে এচৰু পানী উতলাই আনক।"

ৰাক্ষসীয়ে দাঁত ক'লা কৰাৰ আনন্দত আপোনপাহৰা হ'ল আৰু জাংৰেছ'ৰ কথামতে এচৰু পানী উতলাই আনিলে। জাংৰেছ'ৰ কথামতেই তাই তাক বন্ধন-মুক্ত কৰি দিলে আৰু নিজেই মোনাৰ ভিতৰত সোমাই পৰিল। সি আঁ কৰিবলৈ কোৱাত তাই মুখখন মেলি আঁ কৰাৰ লগে লগে উতলা এচৰু পানী মুখত ঢালি দি সি সেই ৰাক্ষসীক মাৰি পেলালে। ৰাক্ষসীৰ মৃতদেহটো বান্ধি-কুন্ধি নৈত পেলাই দি জাংৰেছ'ই আনন্দমনেৰে বাঁহী বজাই বজাই তাৰ পুৰণি টঙিৰফালে খোজ ল'লে।

অকলশৰীয়া জাংৰেছ'ই বাঁহী বজাই দেশৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি ফুৰে। এইদৰে ঘূৰি ফুৰোঁতে এদিন সি ৰাজকুঁৱৰীয়ে পানী অনা ঘাট পালেগৈ। সি ঘাটৰ কাষত থকা জুপুৰী এটাৰ ছাঁত বহি আপোনমনে বাঁহী বজাই আছিল। এনে সময়তে এহাতে সোণৰ আৰু এহাতে ৰূপৰ কলহ লৈ ৰাজকুঁৱৰীয়ে বাঁহীৰ মধুৰ ধ্বনি শুনিবলৈ পালে। বাঁহীৰ সুৰত তাই আপোন পাহৰা হ'ল আৰু কলহৰ পানী নভৰাই কিবা ভাবি ভাবি ৰাজকাৰেঙলৈ উভতিল।

ৰাজকাৰেং পাই ৰাজকুঁৱৰীয়ে কান্দিবলৈ ধৰিলে। জীয়েকৰ এনে দশা দেখি ৰজা চিন্তিত হ'ল আৰু কিবা দেও-ভূতে পাইছে নে কি ভাবি পুৰোহিতৰ হতুৱাই মণ্ডল চোৱাই পূজা-পাতল কৰালে। কিন্তু কোনো ফল নধৰিল; বৰং ৰাজকুঁৱৰীৰ কান্দোন দিনক দিনে বেছি হ'বলৈহে ধৰিলে। ৰজাই উপায় নাপাই অনুসন্ধান কৰিবলৈ ধৰিলে। কিছু দিন অনুসন্ধান কৰাৰ অন্তত ৰাজকুঁৱৰীৰ অন্তৰৰ বেদনা ৰজাই গম পালে।

এদিনাখন ৰজাই ৰাজকুঁৱৰীৰ সয়ম্বৰৰ আয়োজন কৰিলে। চাৰিওফালৰ পৰা ৰাজকোঁৱৰৰ উপৰি অনেক লোক আহি সভাঘৰ ভৰি পৰিল। যথা সময়ত ৰাজকুঁৱৰী কাৰেঙৰ পৰা ওলাই আহিল আৰু ৰাজসভাত জাংৰেছ'ক দেখা নাপাই কান্দি কান্দি ভিতৰলৈ সোমাই গ'ল। ৰজা বিবুদ্ধিত পৰিল।

অৱশেষত ৰজাই প্ৰশ্ন কৰিলে, "এই দেশৰ যিমানবোৰ কণা, খোৰা, কুঁজা আছাইঁক, সকলো আহিছানে?" সভাকক্ষৰ পৰা 'মহাৰাজ, আহিছোঁ', বুলি উত্তৰ আহিল। "তেনেহ'লে কোন নহাকৈ থাকিল, ক'ব পাৰাইঁক নে?"— ৰজাই প্ৰশ্ন কৰিলে। সভাকক্ষৰ পৰা এজনে মাত লগালে, "মহাৰাজ, জাংৰেছ'ৰ বাহিৰে সম্ভৱ নহাকৈ কোনো থকা নাই।"

ইয়াকে শুনি ৰজাই এজন কটকীক জাংৰেছ'ৰ কাষলৈ পঠিয়ালে। কটকীৰ হাতত জাংৰেছ'ৰ কাৰণে লাগতিয়াল কাপোৰ-কানিও দি পঠালে। জাংৰেছ'ক বিচাৰি বিচাৰি এটি টঙিত বহি বাঁহী বজাই থকা অৱস্থাত কটকীয়ে গৈ পালে। তাৰ আগমনৰ কাৰণ জাংৰেছ'ক সদৰী কৰাত সি যাবলৈ অমান্তি হ'ল। উপাই নাপাই সি জাংৰেছ'ক পিন্ধাই-উৰাই বলেৰে ধৰি লৈ গ'ল। জাংৰেছ' সভাকক্ষ পোৱাৰ লগে লগে ৰাজকুঁৱৰী কাৰেঙৰ পৰা ওলাই আহিল আৰু জাংৰেছ'ক স্বামী বৰণ কৰিলে। তাৰ পাছত অজান ঠাইলৈ ৰাজকুঁৱৰীয়ে তাক লৈ গুচি গ'ল। অৱশেষত উভতি আহি এদিন জাংৰেছ' ৰজা হৈ দেশ শাসন কৰিবলৈ ধৰিলে।

# এটা কুকুৰৰ কথা

এখন দেশত এজন ৰজা আছিল। ৰজাজনৰ দুজন ৰাজকোঁৱৰ। ডাঙৰজন ৰাজকাৰেঙত বহি থাকে আৰু সৰুজন ৰাজকোঁৱৰে চিকাৰ কৰি ফুৰে। সি হাবিয়ে-জংঘলে চিকাৰ কৰি সন্ধ্যাহে ঘৰ সোমাইহি। এইদৰেই সময়বোৰ যাবলৈ ধৰিলে। এদিন ৰজাই ডাঙৰজন ৰাজকোঁৱৰক মাতি আনি ক'লে— " মোৰ বয়স হৈ আহিল। দেশ শাসন কৰিবলৈ অপাৰগ হৈছোঁ। সেইদেখি ৰাজ্য শাসনৰ সকলো ভাৰ তোৰ সৰু ভাইৰ হাতত অৰ্পণ কৰিব খুজিছোঁ। ৰাজভঁৰালৰ চাবিকাঠীও তোৰ হাতত দি মই নিশ্চিন্ত হ'ব বিচাৰিছোঁ।"

ৰজাৰ এই সিদ্ধান্তই ডাঙৰজন ৰাজকোঁৱৰক চিন্তিত কৰি তুলিলে। কাৰেঙলৈ আহি ৰাজকোঁৱৰে মন মাৰি থকা কাৰণে ঘৈণীয়েকে প্ৰশ্ন কৰাত ৰজাৰ সিদ্ধান্তৰ কথা তেওঁ তেওঁক বিৱৰি ক'লে। এই কথা শুনি তায়ো চিন্তিত হ'ল। এইদৰে দুয়ো চিন্তা কৰি থাকোঁতে, ক'ৰবাৰপৰা খুৰীয়েক আহি ওলালহি। কথা পাতি খুৰীয়েকে সিহঁতৰ দুখৰ কাৰণ জানিলে আৰু এনে আগন্তুক বিপদৰপৰা ৰক্ষা পাবলৈ এটি মাত্ৰ উপায় আছে বুলি ক'লে। ৰাজকোঁৱৰৰ ঘৈণীয়েকে সেই উপাই জানিবলৈ বিচৰাত খুৰীয়েকে গোপনে এডাল কাঁইট উলিয়াই তাইৰ হাতত দি ক'লে, "এই কাঁইটডাল সৰু কোঁৱৰৰ গাত সুমুৱাই দিলে তোমাৰ যি ইচ্ছা তাকে কৰিব পাৰিবা।" এই বুলি কৈ তাই গুচি গ'ল।

এদিন বৌৱেকে সৰু কোঁৱৰক মাতি আনি ক'লে, "তুমি দিনে দিনে চিকাৰ কৰি ঘূৰি ফুৰা। তোমাৰ লগত এসাজো ভাত খাবলৈ আহৰি নাপাওঁ। আজি তুমি চিকাৰলৈ যাব নালাগে। সকলোৱে মিলি এসাজ আনন্দেৰে খোৱাৰ ব্যৱস্থা কৰিছোঁ।" বৌৱেকৰ কথাত সৰুজন কোঁৱৰ মান্তি হ'ল। বৌৱেকে গা ধোৱাৰ পানী যতনাই সৰু কোঁৱৰক মাতিলে। বৌৱেকৰ মৰম পাই সৰু কোঁৱৰে আনন্দ মনেৰে গা ধুই থাকোঁতে বৌৱেকে আহি তাৰ

মূৰৰ কাষত খুৰীয়েকে দিয়া কাঁইটডাল সুমুৱাই দি ক'লে, "ৰাজকোঁৱৰ, তই কুকুৰ।" এই বুলি কোৱাৰ লগে লগে ৰাজকোঁৱৰ এটি কুকুৰলৈ ৰূপান্তৰিত হ'ল আৰু অনাই-বনাই ঘূৰি ফুৰিবলৈ ধৰিলে।

এইদৰে ঘূৰি ফুৰি এদিনাখন দূৰৰ এখন গাঁৱৰ মানুহ এঘৰত কুকুৰটোৱে আশ্রয় ল'লে। সি চাংঘৰৰ খটখটীত উঠি কাষৰ 'হংকুপ'ৰ ছাঁত বহি জিৰণি ল'লে। সেই ঘৰ মানুহৰ মৰম পাই সি সেইখন ঘৰতে থাকিবলৈ ল'লে। ঘৰৰ ল'ৰা-ছোৱালীয়ে খেদিবলৈ চেষ্টা কৰিলেও 'মেথান চংৱিৰ' অৰ্থাৎ গৰাকীহীন কুকুৰ বুলি গিৰিহঁতনীয়ে মৰম কৰি তাক ৰাখিলে।

ঘৰৰ গিৰিহঁতনীয়ে হংকুপত বহি কাপোৰ বুই আছিল। কুকুৰটোৱে তাইৰ কাষতে বহি মুখলৈ চাই চাই জিৰাইছিল। কাপোৰ ব'ই থাকোঁতে তাঁতশালৰ মহুৰা চাংঘৰৰ ফাঁকেদি মাটিলৈ সৰি পৰিছিল। তাই বাৰে বাৰে তললৈ নামি মহুৰা বুটলি আনিবলৈ টান পাইছিল। গা ভাৰী হোৱা হেতুকে তাই সহজতে উঠিবলৈকো কষ্ট পাইছিল। এবাৰ গিৰিহঁতনীয়ে কুকুৰটোলৈ চাই ধেমালিতে ক'লে, "বিৰাই, মেথান ছুবংপ' তা, হনথাৰি লাংপং নাংছমপিদাম তামে ব'? নেছ'পী নাংফান নাংপাংৰিজিলে। নেছ'প'লে মানতে, নাংজিৰপ' মানপ'কে।"

অৰ্থাৎ "এই সুন্দৰ কুকুৰটো, তলৰপৰা মোৰ মহুৰাটো আনি দিব নোৱাৰনে? মোৰ ছোৱালী হ'লে তোতেই বিয়া দিলোঁ হয়। আৰু যদি ল'ৰা হয়, তেনেহ'লে তোৰ বন্ধু কৰি দিলোঁহেঁতেন।"

এই কথা শুনি কুকুৰটোৱে বহাৰ পৰা উঠি চাঙৰ তলৰ পৰা মহুৰাটো লৈ তাইৰ হাতত দিলেহি। এইদৰে মহুৰা তললৈ সৰি পৰিলে কুকুৰটোৱে বুটলি লৈ আহে।

এইদৰেই দিন যাবলৈ ধৰিলে। এদিনাখন গিৰিহঁতনীৰ এজনী ছোৱালী জন্ম হ'ল। তাই ডাঙৰ-দীঘল হ'বলৈ ধৰিলে। ছোৱালীজনী বিয়া দিবৰ উপযুক্ত হ'ল। মেথান ছুবংপ'ক বিয়া দিম বুলি কোৱা কথাষাৰ গিৰিহঁতনীৰ মনত আছিল। গতিকে তাইৰ ছোৱালীজনীক সেই সুন্দৰ কুকুৰৰ সৈতে বিয়া দি দিলে।

এনেকৈয়ে বহুত দিন গ'ল। এদিনাখন মেথান ছুবংপ'ৰ পত্নীয়ে গিৰিয়েকক গা-ধুৱাই আছিল। এনেতে তাই দেখিলে, তাৰ মূৰৰ কাষতে এডাল কাঁইট সোমাই আছে। তাই লাহেকৈ সেই কাঁইটডাল টানি উলিয়াই আনিলে। লগে

লগে মেথান ছুবংপ' এজন সুন্দৰ ৰাজকোঁৱৰলৈ ৰূপান্তৰিত হ'ল। এই ঘটনাই সকলোকে আচৰিত কৰি তুলিলে।

ৰাজকোঁৱৰৰ সকলো ঘটনা মনত পৰিবলৈ ধৰিলে। ঘটনাৰ পম খেদি গৈ ৰাজকোঁৱৰে নিজ দেশৰ পিনে খোজ ল'লে। তেওঁ ককায়েকৰ কু-চক্ৰান্তৰ কথা সদৰী কৰি পিতৃৰ সিংহাসনৰ পৰা ককায়েকক নমালে আৰু পিতৃৰ আজ্ঞা অনুসৰি মেথান ছুবংপ' ৰজা হৈ দেশ শাসন কৰিবলৈ ধৰিলে।

# অভিশপ্তা ময়ূৰী

পৃথিৱীৰ ৰূপ-জেউতিৰ বাতৰি জনাই থাকিবলৈ ইন্দ্ৰই নৰ্তকী বালিমাহী চৰাইক দূত স্বৰূপে প্ৰতি বছৰে পৃথিৱীলৈ পঠিয়াই থাকে। বালিমাহী চৰায়ে পৃথিৱীলৈ ইয়াৰ ৰং-ৰূপৰ কথাবোৰ ইন্দ্ৰৰ সভাত বৰ্ণনা কৰেগৈ। এদিনাখন বালিমাহীয়ে পৃথিৱীত ফুলি থকা সৰিয়হ ফুলৰ সৌন্দৰ্যৰ বৰ্ণনা দি থাকোঁতে ইন্দ্ৰকন্যাও উপস্থিত আছিল। পৃথিৱীৰ অপূৰ্ব ৰং-ৰূপৰ কথা শুনি ইন্দ্ৰকন্যাই পিতৃক অনুৰোধ জনাই ক'লে, "দেউতা, পৃথিৱীৰ অপূৰ্ব ৰূপ-সৌন্দৰ্য চাবৰ কাৰণে মোকো অনুমতি দিয়ক।"

জীয়েকৰ কথা শুনি ইন্দ্ৰ চিন্তিত হ'ল। ইন্দ্ৰই ক'লে— "আই, তুমি পৃথিৱীলৈ নোযোৱাই ভাল। মায়াৰে ভৰা পৃথিৱীত তুমি ভুল কৰিবা।" দেউতাকৰ বুজনিয়ে জীয়েকৰ মনত সান্ত্বনা দিব নোৱাৰিলে। উপাই নাপাই ইন্দ্ৰই বালিমাহীক মাতি আনি জীয়েকৰ ইচ্ছাৰ কথা ক'লে আৰু নিৰ্ভুলভাৱে বাট দেখুৱাই নিবলৈ তাক আদেশ দিলে।

হেমন্ত কাল। পৃথিৱীত পাতল কুঁৱলী । অপূৰ্ব সাজ-পাৰ পিন্ধি ইন্দ্ৰৰ জীয়েক কুঁৱলী ফালি ফালি পৃথিৱীলৈ নামি আহিছে। তাইৰ আগে আগে বালিমাহীয়ে বাট দেখুৱাই ধীৰে ধীৰে নামি আহিছে। পৃথিৱীৰ ৰূপবোৰ ধৰি থ'বলৈ ইন্দ্ৰকন্যাই লগত তাঁতশাল লৈ আহিছিল। পৃথিৱীৰ অতুলনীয় ৰূপ-লাৱণ্য দেখা পাই ইন্দ্ৰকন্যা বিমুগ্ধ হ'ল আৰু আনন্দত অধীৰা হৈ নৃত্য কৰিবলৈ ধৰিলে। বালিমাহীয়ে উঁাৰৰ বাতৰি উঁাৰে ইন্দ্ৰৰ ৰাজসভাত জনাই থাকিল। নৈৰ পাৰত ফুলি থকা সৰিয়হ তলীত ইন্দ্ৰকন্যা ঘূৰি ফুৰিবলৈ ধৰিলে। নৈৰ বলুকাত জঁপিয়াই জঁপিয়াই বালিমাহীয়ে বালিচাহী বিচাৰি খাবলৈ ধৰিলে। স্বৰ্গৰ পৰা এই সকলো ঘটনা ইন্দ্ৰই লক্ষ্য কৰি আছিল।

দূতৰূপী বালিমাহীয়ে স্বৰ্গলৈ যাবলৈ ইন্দ্ৰকন্যাক লগ ধৰিলে। সুন্দৰ সুন্দৰ ফুলবোৰ তাঁতশালৰ কাপোৰত তোলাৰ মানসেৰে কিছুদিন পৃথিৱীত থাকিবলৈ ইন্দ্ৰকন্যাই থিৰ কৰিলে। ইন্দ্ৰকন্যাৰ ইচ্ছা অনুসৰি তাইক পৃথিৱীত

এৰি থৈ বালিমাহী স্বৰ্গলৈ গুচি গ'ল আৰু ইন্দ্ৰদেৱতাক সকলো কথা জনালেগৈ।

ইফালে পৃথিৱীৰ ৰূপ-লাবণ্য চাই চাই ইন্দ্ৰকন্যাই ভ্ৰমি ফুৰিবলৈ ধৰিলে। এইদৰে ঘূৰি ফুৰোঁতে ইন্দ্ৰকন্যাই অখাদ্য পূৰৈ শাকৰ গুটি (চিতু-হানজৰ) খাই মুগ্ধ হ'ল আৰু সৰগৰ কথা পাহৰিবলৈ ধৰিলে। পৃথিৱীৰ ধুনীয়া ধুনীয়া ফুলবোৰ এটা এটাকৈ তাইৰ কাপোৰত লাগি ধৰিলে।

এইদৰেই দিনবোৰ যাব লাগিছে। এদিনাখন বালিমাহী আহি ইন্দ্ৰকন্যাৰ অনুসন্ধান কৰিলে। ইন্দ্ৰকন্যাই পথ হেৰুৱাই অনাই-বনাই ঘূৰি ফুৰিছিল। ইতিমধ্যে পৃথিৱীৰ ৰূপ তৃষ্ণাই তাইক আমুৱালে! আমন-জিমন কৰি থকা ইন্দ্ৰকন্যাক দূতৰূপী বালিমাহীয়ে দেখা পালে আৰু সৰগলৈ যাবলৈ লগ ধৰিলে।

বালিমাহীক লগ পাই ইন্দ্ৰকন্যাৰ মনত আশাৰ সঞ্চাৰ হ'ল আৰু সৰগলৈ বুলি বালিমাহীৰ পিছে পিছে উৰা মাৰিলে। কিন্তু হায়! ইন্দ্ৰকন্যা মেঘৰ সিপাৰ হ'ব নোৱাৰি পুনৰ পৃথিৱীত খহি পৰিল। ইন্দ্ৰদেৱতাই সৰগৰপৰা চাই ক'লে, "তুমি ভুল কৰিলা। পৃথিৱীৰ মায়াত মুগ্ধ হৈ অখাদ্য বস্তু ভক্ষণেৰে পাপ কৰিলা। বাৰু, তুমি পৃথিৱীত ময়ূৰ হৈ বিচৰণ কৰা।" সেইদিনাৰ পৰাই ইন্দ্ৰকন্যা ময়ূৰী হ'ল আৰু আজিও আকাশৰ ফালে চাই ক্ৰন্দন কৰি শোক-নৃত্য কৰে আৰু অভিশপ্ত জীৱনৰ কথা মনত পেলায় বুলি কাৰবিসকলে বিশ্বাস কৰে।

# মদৰ বাখৰৰ* সৃষ্টি কেনেকৈ হ'ল

ৰাং ককাৰ দিনৰ কাহিনী। মিৰিং ৰংছ'পিত কাৰবি মানুহৰ বসতি এশঘৰ হ'লহি। এইখন গাঁৱত মানুহে সুখেৰে কাল কটাবলৈ ধৰিলে। সামাজিক ৰীতি-নীতি মতে সকলো কামতে মদ-পানীৰ ব্যৱহাৰ চলিছিল। কিন্তু সেই মদ-পানীত থাকিবলগীয়া গুণবোৰৰ অভাৱ আছিল। এই কথা সংসাৰপ'ই আকাশৰ পৰা মন কৰিছিল। গতিকে লাহে লাহে নিৰানন্দ বিয়পিবলৈ ধৰা কাৰবি সমাজত আনন্দ দিয়াৰ কথা সংসাৰপ'ই ভাবিলে। এদিনাখন তেওঁৰ দুগৰাকী জীয়েক চিং আৰু কং দুয়োকো মাতি ক'লে, "তহঁত দুয়ো মিৰিং ৰংছ'পিত থকা কাৰবিহঁতৰ ওচৰলৈ যা আৰু মদৰ বাখৰ দি আহগৈ।"

মিৰিং গাঁৱৰ কাৰবিসকলে মাৰ্লে নামৰ ঘাটত পানী খাইছিল। গাঁৱৰ জীয়ৰী-বোৱাৰীহঁতে তাৰ পৰা পানী আনে। ৰাং ককাৰ দুগৰাকী জীয়েক— কাৰেং আৰু কাদিং। এদিন প্ৰত্যুষতে দুয়ো মাৰ্লে ঘাটলৈ পানী আনিবলৈ গ'ল। দীঘল কাক বাঁহৰ চুঙাত পানী ভৰাই থাকোঁতে সিহঁতে এজোৰা কংচিং উৰি ফুৰা দেখিলে। পাখিত পাখি লগাই দুয়ো এবাৰ উজনিৰ ফালে, এবাৰ ভাটিৰ ফালে উৰি ফুৰিবলৈ ধৰিলে। মাজে 'মাজে কং-চি, কং-চিং' কৰি মাত মাতি গান গাবলৈ ধৰিলে। চৰাই-হালৰ লীলা-খেলা চাই চাই পানী ভৰোৱা কাম শেষ কৰি দুয়ো ঘৰলৈ উভতি যাবলৈ সাজু হ'ল। যোৱাৰ আগতে চৰাইহালক এপাক চোৱাৰ মনেৰে দুয়ো বাই-ভনী পিছলৈ ঘূৰি চালে। এনেতে কং চিং চৰাইহালে তাহাঁতৰ কাষতে থকা এচটা শিলত দুয়ো মলত্যাগ কৰি উৰা মাৰিলে আৰু নিমিষতে চৰাইহাল চকুৰে নেদেখা হ'ল। কাৰেং আৰু কাদিঙে শিলচটাত কিনো থৈ গ'ল বুলি ভাবি পিঠিৰ পানী-খাং উঁৱত আউজাই থ'লে আৰু দুয়ো শিলচটাৰ ফালে আগবাঢ়িল।

---

* বাখৰ : মদ তৈয়াৰ কৰা পিঠা

ইতিমধ্যে শিলচটাৰ পৰা চাৰিওফালে সুগন্ধ বিয়পি পৰিবলৈ ধৰিলে আৰু চাওঁতে চাওঁতে চৰাইহালৰ বিষ্ঠা সুন্দৰ পিঠালৈ ৰূপান্তৰিত হ'ল। সেই পিঠাৰ যে সুগন্ধ বাহিৰ হৈছে, কাৰেং-কাদিঙৰ বুজিবলৈ বাকী নাথাকিল।

কাৰেং-কাদিঙে আলফুলকৈ পিঠাডোখৰ আঁচলতে বান্ধি ল'লে আৰু পানী লৈ ঘৰলৈ উভতিল। লাংথে নুন্ (পানী-কোঠা)ত পানী থৈ দুয়ো দেউতাকক ক'লে,— "দেউতা দেউতা, আমি দুয়ো মাৰ্লে ঘাটত পানী ভৰাই থাকোঁতে এহাল কংচিং চৰাইয়ে বিষ্ঠা ত্যাগ কৰি গুচি গ'ল। সেই শিলচটাৰ পৰা সুন্দৰ গোন্ধ ওলাবলৈ ধৰা দেখি কি বস্তুনো বুলি দুয়ো খেদা মাৰি গ'লোঁ। কিন্তু কি আচৰিত, চকুৰ পচাৰতে সেই বিষ্টা পিঠালৈ ৰূপান্তৰিত হ'ল আৰু তাৰ যে কি গোন্ধ দেউতা! এইয়া মোৰ আঁচলতে বান্ধি লৈ আহিছোঁ।"

জীয়েকৰ কথা শুনি ৰাং ককায়ে ক'লে, —"তেতিয়াহ'লে আই, এই পিঠাৰ কিবা ৰহস্য নিশ্চয় আছে! তহঁতে এই পিঠাডোখৰ জুইহালৰ বৰ চাঙৰ ওপৰত যত্নাই থৈ দেগৈ। এই পিঠাৰ মহিমা ঈশ্বৰে নিশ্চয় ক'বহি।" দেউতাকৰ কথা মতেই সিহঁতে সেই পিঠা ভালদৰে চাঙৰ ওপৰত থৈ দিলে। লাহে লাহে সন্ধ্যা নামি আহিল। সকলোৱে ভাত-পানী খাই শোৱাপাটীত পৰিল।

কাৰেং আৰু কাদিং দুয়োৰো ঘোৰ টোপনি আহিল। সিহঁতে সপোনত তাহাঁতৰ-আইতাকক দেখিলে। আইতাকে চাউল কোমলাই লৈ উৰালত পিঠাগুৰি খুন্দিছে। পিঠাগুৰিখিনিত চাঙৰ ওপৰত থৈ দিয়া পিঠাডোখৰ আনি মিহলাইছে আৰু তাৰ পৰা নখন পিঠা বনাইছে। তাৰ পিছত পুৰণি খেৰৰ কুটাৰে সেই পিঠাখিনি ঢাকি বৰঘৰত 'পেংদাং'ত যতনেৰে থৈ দিছে। সেই পিঠা শুকাই টান হোৱাৰ পিছত ৰচীৰে সেইখিনি গাঁথি ধোঁৱা-চাঙত আঁৰি থৈছে। আইতাকে চাউল সিজাই কলপাতত চেঁচা কৰালে আৰু সেই পিঠাগুৰি সিজোৱা চাউলৰ ওপৰত ছটিয়াই দিলে। তাৰ পিছত সেইখিনি 'দাম্বুক' কোঠাত কলপাতত যত্নাই ঢাকি থ'লে। কেইদিনমান পিছত এটি মাটিৰ কলহত পিঠা মিহলোৱা ভাতখিনি ভালদৰে ভৰাই মুখখন বান্ধি থ'লে। তাৰ পিছত এদিনাখন সেই কলহৰ পৰা মদ বাকি দেৱতালৈ অৰ্পণ কৰি

ৰাইজক তাৰেই সেৱা কৰিলে।

কাৰেং-কাদিঙে সাৰ পাই সপোনৰ কথা সুঁৱৰিলে আৰু আইতাকে দেখুৱাই দিয়া মতেই তাহাঁতেও মদ সিজালে। কেইদিনমানৰ অন্তত মদৰ সুদন্ধই গোটেই গাঁও আমোল-মোলাবলৈ ধৰিলে। শুচি-শুদ্ধ হৈ ৰাং ককা ঢাৰি-পাটীত বহি ল'লে আৰু জীয়েকহঁতে সেই কলহৰ মদ এবাটি আনি দিলে। যথা-নিয়মে ৰাং ককায়ে দেৱতালৈ অৰ্পণ কৰি মদখিনি পান কৰিলে। দেউতাকে জীয়েকহঁতক ক'লে, —“ এই পিঠাৰ অপূৰ্ব মহিমা পাইছোঁ। ইয়াৰ দ্বাৰাহে দেৱতাৰ কাৰ্য সম্পন্ন কৰিব লাগে আৰু ৰাইজক সেৱা-শুশ্ৰূষা কৰিব লাগে।”

সেইদিনাৰ পৰাই কাৰবি সমাজত বাখৰৰ প্ৰচলন হ'ল আৰু সামাজিক কামবোৰ সমাধান হ'বলৈ ধৰিলে।

# কাথাৰ আৰু হেনছেক

অতি পুৰণি কালৰ কাহিনী। পৃথিৱীখন তেতিয়াও আমাডিমা অৱস্থাত আছিল। সৰগৰ দেৱতাসকলৰ মনত এটা ডাঙৰ প্ৰশ্নই দেখা দিলে— 'পৃথিৱীত থকা মানৱ জাতিক কোনে প্ৰতিপালন কৰিব?' দেৱতাসকলে আলোচনা কৰি ঠিক কৰিলে যে ছুংছাৰপ'ৰ ল'ৰাৰ ওপৰতে এনে এটি গধুৰ দায়িত্ব দিয়া হওক। তেতিয়া ছুংছাৰ ৰেচ'ৰ ডাঙৰ ল'ৰাটোক দেৱতাসকলে মাতি আনিলে আৰু মানৱ জাতিক প্ৰতিপালন কৰাৰ দায়িত্ব তাৰ ওপৰত দি তাক পৃথিৱীলৈ যাবলৈ ক'লে।

ইফালে দেৱতাক আদৰিবৰ কাৰণে পৃথিৱীতো আয়োজন চলিল। দুটি সুন্দৰ ঘৰ সজোৱা হ'ল। এটি ঘৰ ৰং-চং দি চকুত লগাকৈ সজাই থোৱা হ'ল, আনটো সাধাৰণভাৱে সজোৱা হ'ল। এইটো কিন্তু কাৰবি নিয়ম-নীতি মানি সজোৱা হেতুকে প্ৰথমটোতকৈ অধিক পৱিত্ৰ হ'ল। দেৱতাক আদৰিবলৈ দ'লা (দোলা) সাজি তাত ধুনীয়া ৰং দি চকুত-লগা কৰা হ'ল। দেৱতাক আদৰি অনাৰ দিনবাৰো ঠিক হ'ল। আহাৰ-পানীৰ কাৰণে ছুংছাৰ ৰেচ'ৰ জোৱায়েক ক্ৰ' আৰু ৰংহ্লাঙৰ ঘৰত আয়োজন কৰা হ'ল।

নিৰ্দিষ্ট দিনত ছুংছাৰ ৰেচ'ৰ ডাঙৰ ল'ৰাজন স্বৰ্গৰ পৰা নামি আহিল। আদবাটৰপৰা তেওঁক আগতে সজাই থোৱা দোলাত তুলি আদৰি অনা হ'ল। ঢোলে-ডগৰে আহি তেওঁ ভনীয়েকৰ ঘৰৰ ওচৰ পালেহি। ছুংছাৰ ৰেচ'ৰ জীয়েক কাএতে এখন্তেক জিৰণি ল'বলৈ ককায়েকক অনুৰোধ কৰিলে। তেওঁ ভনীয়েকৰ অনুৰোধ ৰক্ষা কৰি তাত এখন্তেক জিৰণি ল'লে। কাএতে হৰপ'-হৰলাং (মদ) আগত দি ককায়েকক সন্মান কৰিলে।

হৰপ'-হৰলাং খোৱাৰ কাৰণে ছুংছাৰ ৰেচ'ৰ ল'ৰাজনৰ মন অশুচি হ'ল আৰু তেওঁ মনৰ পৱিত্ৰতা হেৰুৱাই পেলালে। ছুংছাৰ ৰেচ'ৰ দেৱত্ব গুণ

চাবৰ কাৰণে ৰাইজে বেয়া কঠীয়া ধান আনি সুন্দৰকৈ সজোৱা ঘৰত থৈছিল। ছুংছাৰ ৰেচ'ৰ ল'ৰাই ভনীয়েকৰ ঘৰৰ পৰা আহি নিৰ্দিষ্ট কৰি থোৱা ঘৰত ৰ'লহি। মনৰ পৱিত্ৰতা নথকা হেতুকে বেয়া কঠীয়াও গজালি মেলিব বুলিব কোৱা কথাষাৰ নফলিল। কচুৰ মাজত এটা ভাল কচু আছিল। কেনেবাকৈ সেইডোখৰ কচুৰ পৰাহে গজালি মেলিলে। গতিকে ছুংছাৰ ৰেচ'ৰ ডাঙৰ ল'ৰাজনক 'ইংতি হেনছেক' অৰ্থাৎ কচু ফৈদৰ ইংতি বুলি সকলোৱে মাতিবলৈ ধৰিলে।

ছুংছাৰ ৰেচ'ৰ ডাঙৰ ল'ৰাজনৰ গাত দেৱত্ব গুণ নথকা হেতুকে দেৱতাসকলে সৰুজন ল'ৰাক পঠিয়াবলৈ থিৰাং কৰিলে। পূৰ্বৰ দৰেই তেওঁকো আদৰিবলৈ আয়োজন কৰা হ'ল। পৃথিৱীখন অশুচি হৈ থকা বাবে তেওঁ স্বৰ্গৰ পৰা নামি নাহিল। বৰষুণৰ পানীৰে পৃথিৱীখন নিকা কৰাৰ পাছত তেওঁ স্বৰ্গৰ পৰা আহিবলৈ সাজু হ'ল। এছোৱা বাটৰ পৰা দোলাত কৰি আনিবলৈ ব্যৱস্থা চলিল। দোলাত পূৰৈ শাকৰ ৰং লাগি থকা বাবে তেওঁ দোলাত নাহি খোজকাঢ়ি আহিল।

এইদৰে ছুংছাৰ ৰেচ'ৰ দ্বিতীয়জনা ল'ৰাক আদৰি অনা হ'ল। বাটত ভনীয়েকহঁতে এখন্তেক জিৰাই যাবলৈ অনুৰোধ কৰা সত্বেও তেওঁ ৰাইজৰ কৰ্তব্য শেষ নকৰা পৰ্যন্ত কাৰো ঘৰত নোসোমাবলৈ থিৰ কৰিলে। ৰং-বিৰঙৰ ঘৰত তেওঁ প্ৰৱেশ নকৰি পৱিত্ৰ অথচ সাধাৰণভাৱে সজোৱা ঘৰটোত আহি আশ্ৰয় ল'লেহি। ৰাইজে তেওঁৰ গাত দেৱত্ব গুণ চাবৰ কাৰণে ভাল আৰু বেয়া ধানৰ সঁচ মিহলি কৰি আগত দিলেহি। তেওঁ ভাল চাই ধানৰ সঁচ বাছিহে সিঁচিব দিলে। এনেদৰে চিন্তা কৰি সঠিক সমিধান দিব পৰা কাৰণে তেওঁক 'ইংতি কাথা'ৰ বুলি সকলোৱে মাতিবলৈ ধৰিলে।

ছুংছাৰ ৰেচ'ৰ দ্বিতীয় ল'ৰাক পুনৰ পৰীক্ষা কৰিবলৈ পৃথিৱীৰ ৰাইজে থিৰাং কৰিলে, সকলো ৰাইজে মিলি আন এটি ঘৰ সজালে আৰু তাত তেওঁক বন্দী কৰি থ'লে। ৰাইজে ক'লে, —" আপোনাৰ গাত যদি দেৱত্ব গুণ আছে তেনেহ'লে জুইৰ মাজত আপুনি জীয়াই থাকিব পাৰিব।" তেওঁ ভাবিলে এইটো বৰ কঠিন পৰীক্ষা। তেওঁ তৎক্ষণাত শহুৰেক কাৰপু ৰেচ'

(বন-বৌ)ক বাতৰি জনাই মুক্তিৰ উপায় বিচাৰিলে। এনে এটা বিপদৰ পৰা ৰক্ষা কৰিবলৈ শহুৰেক কাৰপু ৰেচ'ই তেওঁৰ ঘৰৰ পৰা জোঁৱায়েকৰ ঘৰলৈকে মাটিৰ তলেৰে এটা গাঁত কৰিব ধৰিলে। ছংছাৰ ৰেচ'ৰ ল'ৰাই ৰাইজক এইদৰে ক'লে, — "দেৱতাসকল, মোৰ মৃত্যু আসন্ন। গতিকে মোৰ ল'ৰা-ছোৱালীয়ে লগত দিয়া মদ-পানী খাবলৈ দুদিনমান সময় দিয়ক।" তেওঁৰ অনুৰোধ ৰক্ষা কৰি ৰাইজে কিছুদিন অপেক্ষা কৰিলে। ইতিমধ্যে বন-বৌইঁতে তলে তলে সজা সুৰুঙাটো কৰি উলিয়ালে। দুদিনমানৰ অন্তত ৰাইজে ঘৰখনত জুই লগাই ঘৰটো জ্বলাই দিলে। জুই জ্বলি শেষ হ'লত তেওঁ সুস্থ শৰীৰে ৰাইজৰ আগত দেখা দিলে। পৃথিৱীৰ লোকে ছংছাৰ ৰে'চৰ দ্বিতীয়জন ল'ৰাক দৈৱশক্তি থকা বুলি 'হেমফু' সন্মানেৰে সন্মানিত কৰিলে আৰু পৃথিৱীৰ ত্ৰাণকৰ্তা বুলি স্বীকাৰ কৰিলে।

# বান্দৰৰ জন্ম-কথা

পৃথিৱীৰ আদিম কালৰ কথা। কাৰবিৰ জাতীয় জীৱনৰ 'জিৰছুং'· বোলা অনুষ্ঠানটো এটা অপৰিহাৰ্য অংশ আছিল। প্ৰতিখন গাঁৱৰ ডেকাসকলে জিৰছুং গঠন কৰিছিল আৰু তাৰ ৰীতি-নীতি মানি চলিছিল। গাঁৱৰ ছাৰথে (গাঁওবুঢ়া)ৰ তত্ত্বাৱধানত জিৰছুং পৰিচালিত হৈছিল। লাহে লাহে সময়ৰ চকৰি বাগৰিল। ছাৰথেৰ নিয়ম-নীতিও বেলেগ মানুহৰ বাবে বেলেগ হ'বলৈ ধৰিলে।

এখন গাঁৱৰ ছাৰথেজন বৰ নিষ্ঠুৰ আছিল। গাঁৱৰ ডেকাসকলক তেওঁ জিৰছুং গঠন কৰিবলৈ আদেশ দিলে। ছাৰথেৰ আদেশ মতে ডেকা-গাভৰুসকলে জিৰছুং গঠন কৰি 'জিৰ কেদাম' আৰম্ভ কৰিলে। সেই ছাৰথেজন ইমান নিষ্ঠুৰ আছিল যে ডেকা-গাভৰুসকলে এখন্তেক জিৰণি ল'বলৈকো সময় পোৱা নাছিল। ৰাতি দুপৰ হ'লেও সি দেখুৱাই যোৱা মাটি চহাইহে ডেকাইঁতে নিজৰ 'তেৰাঙ'লৈ যাব পাৰিছিল। সিহঁতে আনকি হাবিলৈ চিকাৰ কৰিবলৈ গ'লেও যি কোনো উপায়ে নহওক, পছু-গাহৰি মাৰি আনিবই লাগিব। এনে আছিল তেওঁৰ আদেশ।

এনে কঠোৰ শাসনত জিৰছুং চলিবলগীয়া হোৱাত ডেকা-গাভৰুহঁতৰ দুখ কুলাই-পাচিয়ে নধৰা হ'ল। হাত আৰু ভৰিৰ আঙুলিবোৰৰ ফাঁকে ফাঁকে মাটিৰ চেকুৰাই বান্ধ ল'লে আৰু সেইবোৰত ধানৰ গছ গজিবলৈ ধৰিলে। এনেহেন অৱস্থাতো জিৰছুঙৰ ডেকা-গাভৰুহঁতক হাত-ভৰি ধুবলৈকো ছাৰথেজনে আহৰি নিদিলে।

এদিনাখন জিৰছুঙৰ ডেকা-গাভৰুহঁতে বহি আলোচনা কৰিলে,— "আমি এনে কঠোৰ শাসনত এতিয়া জীয়াই থকাই টান কথা হ'ব। ছাৰথেজনৰ কিবা পৰিবৰ্তন যে হ'ব তাৰো আশা দেখা নাই।"— এনেতে ক্লেংদুন-

ক্লেংছাৰপ' দুজনে আলোচনা কৰি আপোনঘাতী হোৱাই উচিত বুলি থিৰাং কৰিলে। জিৰছঙৰ সকলো লোকে এই কথাত সমৰ্থন কৰিলে।

সেই সিদ্ধান্ত অনুসৰি এদিনাখন সকলোৱে আত্মহত্যা কৰিবৰ কাৰণে উপযুক্ত ঠাই বিচাৰি গ'ল। সিহঁতে পাহাৰৰ থিয় গৰা জুখিবৰ কাৰণে লগত ছয় বেগেত লডাৰ টাকুৰি-সূতা নিছিল। উপযুক্ত ঠাই বিচাৰি গৈ সিহঁতে শেষত 'ৱান' নামৰ এটা পাহাৰৰ থিয় গৰা দেখা পালে আৰু ওপৰৰ পৰা সূতা তললৈ পেলাই দিলে। পিছে কিছু সূতা বাকী ৰোৱা দেখি সিহঁতে আকৌ আন ঠাই বিচাৰি গ'ল। কিছুদূৰ গৈ চেলেং নামৰ পাহাৰটো পালে। সেই পাহাৰৰ গৰা বৰ থিয়। লগত অনা সূতা ওপৰৰ পৰা পেলাই দেখিলে সূতা শেষ হ'ল; কিন্তু তলি পোৱাই নাই। জিৰছঙৰ সকলো যুৱকে 'চেলেং' পাহাৰটোৱেই উপযুক্ত হ'ব বুলি ভাবি তাতে আত্মহত্যা কৰিবলৈ থিৰ কৰিলে।

ডেকা-গাভৰু সকলোৱে কঁকালত জৰী বান্ধি ক্লেংছাৰপ'ৰ পৰা আৰম্ভ কৰি ফানকৃলৈকে জাঁপিয়াবলৈ প্ৰস্তুত হ'ল। জিৰছঙৰ মুখিয়াল ক্লেংছাৰপ' জাঁপ মৰাৰ লগে লগে পিছৰবোৰকো চোঁচৰাই টানি লৈ গ'ল। শেষত থকা ফানকৃজন গাঁৱলৈ দৌৰি গ'ল আৰু এই শোকলগা ঘটনাৰ কথা ছাৰথেক জানিবলৈ দিলে। এই শোচনীয় বাতৰি জনাই ফানকৃ পুনৰ ঘূৰি আহিল আৰু সিও চেলেং পাহাৰত জাঁপিয়াই আত্মহত্যা কৰিলে।

আত্মহত্যা কৰাৰ আগতে জিৰছঙৰ সকলোৱে ঈশ্বৰক সাক্ষী কৰি ভৱিষ্যৎবাণী কৰি থৈ গ'ল— "ছাৰথেৰ এই নিষ্ঠুৰ শাসনৰ কাৰণে আমি আত্মহত্যা কৰিলোঁ। পৃথিৱীখন পূৰঠ হ'লে আমি বান্দৰ হৈ মানুহৰ শস্য-পথাৰ খাই অনিষ্ট সাধন কৰিমহি।"

ফানকৃৰ ভয়াবহ বাতৰিয়ে ছাৰথেক হতভম্ব কৰিলে। সি উধাতু খাই আহি দেখে যে আটাইবোৰে আত্মহত্যা কৰিছে আৰু চকুৰ আগতে এজন এজনকৈ সকলোৱে বান্দৰলৈ ৰূপান্তৰ হৈ সিপাৰৰ পাহাৰৰ গছত জাক পাতি বহি আছেগৈ। এইদৰেই পৃথিৱীত বান্দৰৰ জন্ম হ'ল।

# এজনী কপৌৰ সাধু

অতি পুৰণি কালত এক গভীৰ অৰণ্যত এহাল কপৌ চৰায়ে বাহ সাজি আছিল। সেই হাবিতেই সিহঁতৰ সন্তান-সন্ততিবোৰ ডাঙৰ-দীঘল হৈছিল আৰু সকলোৱে সুখেৰে কাল কটাইছিল।

এদিনাখন এটা হেপাই কপৌহালৰ বাহ দেখা পালে। কপৌহাল নথকা অৱস্থাত সি বাহত উঠি পোৱালিবোৰ খাই পেলালে। বাৰে বাৰে কপৌহালৰ পোৱালি হয়, বাৰে বাৰে সি খায়। তাকে দেখি মাইকী কপৌজনীয়ে মতা কপৌটোক ক'লে,—"আমাৰ এই ঠাইডোখৰ নিৰাপদ নহয়। পোনাইঁতক ডাঙৰ-দীঘল কৰিব নোৱৰাত পৰিলোঁ। সেই মহাপাপী হেপাৰ অত্যাচাৰ আৰু সহ্য নহয়।" কপৌজনীৰ কথাত কপৌটোৱে সমৰ্থন কৰিলে আৰু দুয়ো আন এখন অৰণ্যত বসতি কৰিলেগৈ।

আন এদিনাখন এই কপৌহালে এৰি থৈ অহা অৰণ্যৰ ফালে আহাৰ বিচাৰি গ'ল। মতা কপৌটোৱে মাটিত পৰি থকা সৰিয়হৰ গুটিবোৰ বুটলি থাকোঁতে, সেই হেপাটোৱে চকু পচাৰতে তাক ধৰি পেলালে। মাইকী কপৌজনীয়ে নিৰুপায় হৈ চকুলো টুকি নিজ বাহৰ ফালে উৰা মাৰিলে।

কপৌজনীয়ে মনৰ দুখত অকলে অকলে দিন নিয়াবলৈ ধৰিলে। এইদৰে তললৈ মূৰ কৰি দুখ কৰি থাকোঁতে এদিন সেই লুভীয়া হেপাটোক তাই দেখা পালে। হেপাটোক দেখা পাই তাই ভাবিলে— "লোভেই পাপ, পাপেই মৃত্যু বুলি কথা এষাৰ আছে। ইয়াৰ প্ৰমাণকে চাওঁ।"

এই বুলি ভাবি তাইৰ বাহৰ পৰা পোৱালি দুটা অন্য ঠাইলৈ লৈ গ'ল। হেপাটোক দেখাই তাইৰ বাহলৈ ফৰিং অনাৰ ছলেৰে কিছুমান কাঁইট আনি ধুনীয়াকৈ বাহত সজাই থ'লে। ফৰিং আদি অনা দেখি হেপাটোৱে ভাবিলে— নিশ্চয় কপৌজনীৰ পোৱালি খাব পৰা হৈছে। ইয়াকে ভাবি

সি লাহে লাহে গছজোপাত উঠিল আৰু একে জাঁপে কপৌ বাহত জঁপিয়াই পৰিল।

খালী হৈ থকা বাহটোত কাঁইট ভৰি আছিল। সেই কাঁইটে হেপাৰ চকু দুটা ফুটাই দিয়াত সি তেজেৰে লুতুৰি-পুতুৰি হ'ল। কপৌজনীয়ে অন্য গছৰ পৰা হেপাৰ দশা চাই আনন্দমনেৰে ৰুণ দিবলৈ ধৰিলে।

# ৰ'মু লাংলুপীৰ সাধু

সত্য যুগৰ কাহিনী। তেতিয়াৰ যুগত পশু-পক্ষী আদিয়েও মানুহৰ দৰে সুখ-দুখ আদি অনুভৱ কৰিব পাৰিছিল। এদিনাখন ৰ'মু-লাংলুপী অৰ্থাৎ ঈগল চৰাই এজনীয়ে তাইৰ পোনাইঁতৰ কাৰণে আহাৰ বিচাৰি গৈছিল। আহাৰ বিচাৰি গৈ থাকোঁতে তাই মুকলি জুমতলীত কিবা লৰচৰ কৰি থকা দেখা পালে আৰু লাহেকৈ কাষত নামি পৰিল। তাই দেখিলে— এজনী ধুনীয়া কেঁচুৱা ছোৱালী। তাই ভোকত কান্দিব লাগিছে। ঈগলজনীৰ তাইৰ প্ৰতি বৰ মৰম উপজিল আৰু তাই কেঁচুৱাজনীক আলফুলকৈ তুলি নিজৰ বাহলৈ লৈ আহিল। তাই পোনাইঁতৰ কাৰণে অনা আহাৰেৰে অলপ ছোৱালীজনীকো খাবলৈ দিলে। এইদৰে ঈগল চৰাইৰ যত্নত তাই ডাঙৰ হ'বলৈ ধৰিলে। ঈগল পোৱালিকেইটিও ডাঙৰ হৈ আহিল। সিহঁতৰ পাখি গজিল আৰু আকাশত উৰি ফুৰিব পৰা হ'ল।

এদিন ঈগলজনীয়ে ছোৱালীজনীক ক'লে, "আই, মোৰ পোনাইঁত এতিয়া ডাঙৰ হ'লহি। সিহঁতক বাহৰ পৰা উৰুৱাই নিব লাগিব। উৰুৱাই নিনিলে সিহঁত পংগু হ'ব। তোক এৰি থৈ গ'লেনো তই কি খাবি? মই বৰ ডাঙৰ চিন্তাত পৰিছোঁ।"

ঈগলৰ কথা শুনি ছোৱালীজনীয়ে সকৰুণ দৃষ্টিৰে তাইৰ মুখলৈ চাই থাকিল। "মোক এৰি থৈ গ'লে মই নিঠৰুৱা হৈ মৰিম মা, এতিয়াই এৰি থৈ নাযাবা।"— ছোৱালীজনীয়ে ঈগল পক্ষীক ক'লে।

ঈগলপক্ষী নিৰুপায় হৈ কিছুদিন বাহত থাকিল আৰু ছোৱালীজনীক ৰক্ষা কৰিবলৈ আন উপায় চিন্তিবলৈ ধৰিলে। এদিনাখন ৰাতিপুৱাই আহাৰ বিচাৰি বহুতো পাহাৰ অতিক্ৰম কৰি গৈ এখন নগৰ দেখা পালে। নগৰৰ কিছু নিলগত নৈৰ ঘাট দেখা পাই তাই সেই ঘাটৰ ওপৰত উৰি ফুৰিবলৈ ধৰিলে। সেই ঘাট ৰাজকুঁৱৰীৰ আছিল। ৰাজকুঁৱৰীয়ে সেই ঘাটলৈ আহি স্নান আদি

কৰেহি। সেই দিনাখন আ-অলংকাৰ, কাপোৰ-কানি আদি পাৰত থৈ ৰাজকুঁৱৰীয়ে নৈত গা ধুই আছিল। ঈগলজনীয়ে ভাবিলে— "এয়া সুন্দৰ সুযোগ। ৰাজকুঁৱৰীৰ আ-অলংকাৰ আৰু কাপোৰ-কানি মোৰ বাহলৈ লৈ গ'লে ৰজাই নিশ্চয় বিচাৰি আহিব আৰু ছোৱালীজনীৰ মুক্তিৰ উপায় ওলাব।" ইয়াকে ভাবি তাই ৰাজকুঁৱৰীৰ আ-অলংকাৰ আৰু কাপোৰ-কানিবোৰ লৈ উৰি গ'ল। ঘটনাই নৈৰ ঘাটত আলোড়নৰ সৃষ্টি কৰিলে। ৰাজকুঁৱৰীয়ে কান্দি-কাটি ৰাজকাৰেঙলৈ গুচি গ'ল আৰু ৰজাক সকলো কথা বিবৰি ক'লে।

ৰজাই ঈগলৰ বাহৰ অনুসন্ধান কৰিবলৈ পিছদিনাখনো পাৰত কাপোৰ-কানি থৈ ৰাজকুঁৱৰীক গা ধুবলৈ ক'লে। এইদৰে নৈত গা ধুই থাকোঁতেই সিদিনাও ঈগলজনী উৰা মাৰি আহি কাপোৰকেইখন থাপতে লৈ গ'ল। ৰজাৰ পালী-পহৰীয়াই ঈগলজীজনী উৰি যোৱাৰ ফালে লক্ষ্য কৰি তাইৰ বাহ বিচাৰি গ'ল। বিচাৰি বিচাৰি এজোপা লঠঙা শিমলু গছৰ আগত ঈগলজনীৰ বাহ দেখা পালে। ৰজাৰ পালী-পহৰীয়া অহা দেখা পাই ঈগলজনীয়ে ছোৱালীক ক'লে,—"আই, আমি তোমাক এৰি যামগৈ। দয়ালু ৰজাই তোমাক নিশ্চয় মৰমৰ চকুৰে চাব। আমি আকাশৰপৰা তোমাক চাই থাকিম।" এই বুলি তাইক বুজাই-বঢ়াই থৈ ঈগলজনীয়ে নিজৰ পোৱালিবোৰক উৰুৱাই লৈ গ'ল।

ৰজাৰ পালী-পহৰীয়াহঁত শিমলুজোপাত উঠিল। ঈগলৰ বাহত এজনী ছোৱালী দেখা পাই সিহঁত আচৰিত হ'ল আৰু লাহে-ধীৰে ছোৱালীজনীক মাটিলৈ নমাই আনিলে। চৰাই-বাহত ৰাজকুঁৱৰীৰ আ-অলংকাৰ, কাপোৰ-কানি আদি পাই লৈ আহিল। সিহঁতে ছোৱালীজনীৰ পৰিচয় জানিবলৈ বিচাৰিলে; কিন্তু তাই 'মোৰ আই ৰ'মু লাংলুপী' বুলি কোৱাৰ বাহিৰে আন পৰিচয় দিব নোৱাৰিলে। তাইক ৰজাৰ ওচৰলৈ লৈ যোৱা উচিত বুলি ভাবি সিহঁতে তাইক লৈ গ'ল আৰু সেই আচৰিত ঘটনাৰ কথা ৰজাক ক'লে।

ৰজাই মৰম লগা ধুনীয়া মুখৰ ছোৱালীজনীক নিজৰ কন্যাৰ দৰে মৰম কৰি ৰাজকাৰেঙত ৰাখিলে আৰু শেষত তাই ৰাণী হ'ল।

# কৰহন জাংৰেছ’

অতি পুৰণি কালত এজন মানুহৰ এহাল ল’ৰা-ছোৱালী আছিল। ডাঙৰটি সন্তান ছোৱালী আৰু সৰুটো ল’ৰা আছিল। ল’ৰাটিৰ নাম আছিল কৰহন। সিহঁতৰ দুয়োৰে মাক সিহঁত সৰু থৈ থাকোঁতেই মৰিল। সিহঁতক লৈ দেউতাক ভীষণ চিন্তাত পৰিল। ল’ৰা-ছোৱালীহালৰ তদাৰক কৰিবলৈ তেওঁ আন এজনী বিয়া কৰাই আনিলে। কিন্তু হিতে বিপৰীতহে হ’ল। মাহীমাকে সিহঁত দুয়োকো দুচকুৰে দেখিব নোৱৰা হ’ল। বাপেকৰ অনুপস্থিতিত মাহীমাকে সিহঁতক অত্যাচাৰ কৰিবলৈ ধৰিলে।

সিহঁতৰ দেউতাক ৰাতিপুৱাই জুম-খেতিলৈ ঘৰৰ পৰা ওলাই যায়। দুপৰীয়া সময়ত মাহীমাকে ভাতৰ টোপোলা দি ল’ৰা-ছোৱালীহালক এইদৰে কয়,—“তহঁতে দেউতাৰাৰ সৈতে একেলগে ভাত নাখাবি। দেউতাৰাক চাংঘৰৰ ওপৰত ভাত দি তহঁতে মাটিত ভাত খাবি। দেউতাৰে এমূৰত বহি ভাত খালে তহঁত জুমতলীৰ সিটো মূৰত ভাত খাবি।” মাহীমাকৰ অত্যাচাৰৰ ভয়ত সিহঁতে এইদৰেই দেউতাকক ভাত-পানী দি বেলেগ ঠাইত ভাত খাই চকুলো টোকে।

এইদৰেই কিছুদিন গ’ল। এদিন বাপেকে ভাবিলে, “ল’ৰা-ছোৱালীহালে কিয় মোৰ লগত ভাত নাখায়? ইয়াৰ কাৰণ কি হ’ব পাৰে?” এই ৰহস্যৰ সন্ধেদ পাবলৈ এদিন দেউতাকে টং ঘৰৰ ওপৰৰ পৰা সিহঁত দুয়োৰো ভাত খোৱালৈ লক্ষ্য কৰিলে।

মাহীমাকে সিহঁতলৈ বুলি বান্ধি দিয়া ভাতৰ টোপোলা মেলি বায়েক-ভায়েক হালে খাবলৈ বহিল। বাপেকে দেখি আচৰিত হ’ল— ভাতৰ পাত জাবৰ-জোঁথৰ, চৰাইৰ মল আদিৰে ভৰা। সিহঁতে চকুলো টুকি টুকি, এটা এটাকৈ পাতৰ পৰা ভাত বুটলি খাইছে। এই ঘটনাই বাপেকৰ মনত বৰ দুখ দিলে আৰু তেওঁ বেজাৰ মনেৰে ক’লে,—‘আইহঁত! তহঁতৰ বৰ কষ্ট

হৈছে নহয়?” বাপেকে ভাবিলে, পৃথিৱীত থাকি লাভ নাই; বৰং মৰি যোৱাই ভাল।

এদিনাখন বাপেকে সিহঁতক ক'লে,—“আইহঁত! আজি তহঁতক ফুৰাই লৈ আহোঁ, ব'ল। এইবুলি কৈ ভাতৰ টোপোলা বান্ধি পাহাৰৰ ফালে ফুৰিবলৈ ওলাই গ'ল। গৈ গৈ তেওঁ এডোখৰ ঠাইত থিয় শিল দেখা পালে। আটায়ে জখলাৰে উঠি শিলচটাৰ ওপৰত জিৰণি ল'লে আৰু তাতে ভাত-পানী খাই বহিল।

বাপেকে দুয়োকো হাত বুলাই মৰম কৰিবলৈ ধৰিলে। লাহে লাহে দুয়ো টোপনি গ'ল। সিহঁতহাল টোপনি যোৱাৰ পিছত বাপেকে লাহে লাহে জখলাৰে তললৈ নামি আহিল আৰু জখলাডাল আঁতৰাই দূৰৈত পেলাই থৈ কান্দি কান্দি ঘৰলৈ ঘূৰি আহিল। কিছু সময়ৰ পিছত ল'ৰাটোৱে টোপনিৰ পৰা সাৰ পাই বাপেকক বিচাৰিলে। বায়েকেও সাৰ পাই চাৰিওফালে চালে। ক'তো বাপেকক দেখা নাপাই তাই ভায়েকক সান্ত্বনা দিবলৈ ধৰিলে।

জখলাডাল নথকা বাবে সিহঁত মাটিলৈ নামি আহিব নোৱাৰিলে। সিহঁত দুয়ো বিমোৰত পৰিল। উপায় বিচাৰি চাৰিওফালে চাওঁতে বায়েকে দেখিলে, কাষৰ বাঁহজোপাৰ পৰা দুডাল বাঁহগাজ শিলচটাৰ ফালে উঠি আহিছে। তাকে দেখা পাই বায়েকে ক'লে,—“হে বাঁহগাজ! এই পৃথিৱীত যদি আমাৰ বাচি থাকিবৰ দিন-কাল আছে, তেন্তে তই আজি নিশাটোৰ ভিতৰতেই শিলচটাৰ ওপৰলৈকে বাঢ়ি আহি ঢুকি পাবিহি।” সেই বাঁহগাজ দুটা নিশাটোৰ ভিতৰত বাঢ়ি শিলচটাৰ ওপৰ পালেহি। বাঁহ দুডালৰ সহায়ত দুয়ো বায়েক-ভায়েক মাটিলৈ নামি আহিল।

শিলচটাৰ ওপৰৰ পৰা নামি দুয়ো অনাই-বনাই ফুৰিবলৈ ধৰিলে। এইদৰে গৈ গৈ এঠাইত দুয়ো পানী খালে। বায়েকে বাঁহৰ চুঙাৰে পানী খাওঁতে, সাপৰ কণীৰ সৈতে পানী পেটলৈ গ'ল।

কিছু দিনৰ পিছত সেই কণীৰ পৰা দুডাল সাপ উপজিল। তাই টোপনি গ'লে, মুখৰ পৰা সাপদুডাল বাহিৰলৈ ওলাই আহে। তাই দিনৌ দুপৰীয়া ৰান্ধি-বাঢ়ি জিৰণি লয় আৰু টোপনি যায়। সেই সময়ত তাইৰ মুখৰ পৰা সাপ দুডাল ওলাই আহি ৰন্ধা ভাত খাই পুনৰ তাইৰ পেটত সোমাই থাকে।

টোপনিৰ পৰা সাৰ পাই ভাত নেদেখি তাই আচৰিত হয় আৰু ভায়েকৰ কাৰণে ভাত ৰান্ধিবলগীয়া হয়। ভায়েক কৰহনে খেতি কৰি আহি সদায় গৰম ভাত খাবলগীয়া হয়।

এদিন সি ৰাতি বায়েকক গৰম ভাত খাবলগীয়া হোৱাৰ কাৰণ সুধিলে। বায়েকে ক'লে, — "সদায় মই জিৰণি লওঁতে চকুৰ ভাত কোনোবাই খাই শেষ কৰে। কোনে খায় ধৰিব পৰা নাই।"

এই ঘটনাৰ সম্ভেদ ল'বলৈ এদিনাখন ভায়েকে পানী-কোঠাত সোমাই লুকাই চাই থাকিল। বায়েকে ভাত-পানী ৰান্ধিলে আৰু টোপনি ধৰা দেখি শুই থাকিল। ভায়েক কৰহনে বায়েকৰ মুখৰ পৰা দুটা সাপ ওলাই অহা দেখি আচৰিত হ'ল। সি মনে মনে গৈ সাপ দুটা দাৰে কাটি মাৰিলে আৰু বাৰীৰ ফালে পেলাই দিলে। সাপৰ পৰা এজোপা ফুলগছ হ'ল। লাহে লাহে গছজোপা ডাঙৰ হ'ল আৰু ফুল ফুলিবলৈ ধৰিলে।

ধুনীয়া ফুল ফুলি থকা দেখি এদিন বায়েকে ছিঙিবলৈ গ'ল। তাই ফুল ছিঙিবলৈ ধৰোঁতে সাপৰ বিষাক্ত দাঁতত গচক পৰিল আৰু ঠাইতে বিষত অচেতন হৈ মাটিত পৰি থাকিল। ভায়েকে উপায়হীন হৈ ঘৰ এৰি অন্য ঠাইলৈ গুচি গ'ল।

এনেতে এজন ৰজাই চিকাৰ কৰিবলৈ কৰহনহঁতৰ ফালে আহিছিল। বাৰীত এজনী ৰূপৱতী ছোৱালী অচেতন হৈ পৰি থকা দেখি তেওঁ তাইৰ ওচৰলৈ গ'ল। ৰজাই ভালদৰে চাই দেখিলে, তাইৰ ভৰিৰ তলুৱাত সাপৰ দাঁত সোমাই আছে। অচেতন হোৱাৰ কাৰণ জানিব পাৰি ৰজাই চৰাই-চিৰিকতিক মাতিলে আৰু তাইৰ ভৰিৰ তলুৱাত সোমাই থকা সাপৰ বিষদাঁত উলিয়ালে। লগে লগে তাই পুনৰ সুস্থ হ'ল। তাইৰ দুখৰ কথা ৰজাক বুজাই ক'লত ৰজাই তাইক লৈ গ'ল আৰু ৰাণী পাতিলে।

ৰাণী হৈয়ো তাই শান্তি নাপালে। সদায় দুখ মনেৰে থাকে। তাকে দেখি ৰজাই তাৰ কাৰণ জানিব বিচাৰিলে। তেতিয়া তাই হেৰোৱা ভায়েকৰ কথা ক'লে আৰু তাৰ চিন্তাতেই তাই দুখ কৰি থাকে বুলি ৰজাক বুজাই ক'লে।

এই কথা জানিব পাৰি এদিনাখন ৰজাই এজন শিল্পীক ৰাণীৰ প্ৰতিমূৰ্তি এটা গঢ়িবলৈ ক'লে আৰু সেই প্ৰতিমূৰ্তিটো চাৰিআলিৰ মূৰত থ'বলৈ

ক'লে। কোনোবা লোকে যদি সেই মূৰ্তিটোৰ কাষলৈ যায় আৰু স্পৰ্শ কৰে, তেন্তে তাক ধৰি আনিবলৈ চন্তৰীক আদেশ দিলে।

বাটৰ কাষত থকা মূৰ্তিটো বাটৰুৱা মানুহে চাই চাই গুচি গৈছিল। এদিনাখন কৰহন জাংৰেছ'ই ধুনীয়া মূৰ্তিটো দেখি কাষলৈ গ'ল আৰু হাতত ধৰি কান্দিবলৈ ধৰিলে। ইয়াকে দেখি চন্তৰীয়ে আহি তাক ধৰিলে আৰু ৰজাৰ ওচৰলৈ লৈ গ'ল। কৰহন জাংৰেছ'ই বায়েকক দেখি আনন্দ পালে আৰু ৰজাই কৰহন জাংৰেছ'ক বেলেগ এখন ৰাজ্য দি তাৰ ৰজা পাতিলে। এইদৰে মাউৰা ল'ৰা-ছোৱালীহালে পুনৰ সুখেৰে দিন কটাবলৈ ধৰিলে।

# মিছ্‌'ৰংপ'ৰ সাধু

অতি পুৰণি কালৰ কথা। মিছ্'ৰংপ' (টোকা পৰুৱা)ৰ মোমায়েকে দূৰণিৰ পাহাৰত জুম-খেতি কৰিছিল। দিনৌ ভাতৰ টোপোলা লৈ সি মোমায়েকক ভাত দি আহে। এদিনাখন ভাতৰ টোপোলা লৈ যাওঁতে, চংহ'ক'ল'ছ' (চুক ভেকুলী) য়ে মাজ বাটতে তাক আগভেটা দিলে। বাট এৰি নিদিয়া দেখি মিছ'ৰংপ'ই ভেকুলীক এইবুলি ক'লে,—"চংহ'কল'ছ', মোক বাট এৰি দিয়া। সোনকালে মোমাইদেউলৈ ভাত নিব লাগে।" উত্তৰত সি ক'লে, —"মোৰ তলেদি সৰকি নোযোৱা কিয়? সকলোৱে দেখোন মোৰ তলেদিহে পাৰ হৈ যায়।"

"মোমাইদেউলৈ অনা ভাতৰ টোপোলা আছে, কেনেকৈ মই তোমাৰ তলেদি পাৰ হ'ব পাৰিম"— পৰুৱাই ক'লে। ভেকুলীয়েও বাট এৰি নিদিয়ে, পৰুৱায়ো ফালৰি কাটি নাযায়। দুয়োৰে মাজত কথাৰ কটাকটি হৈ থাকোঁতে ভৰ দুপৰ হ'লহি। নিৰুপায় হৈ পৰুৱাই ভাবিলে, বহুত বেলি হ'ল। মোমাইদেউৰ চাগৈ বৰ ভোক লাগিছে। এইবুলি ভাবি সি ভেকুলীৰ দুই 'ঠেঙৰ মাজেদি যাবলৈ চেষ্টা কৰিলে। এইদৰে যাওঁতে, ভেকুলীয়ে পৰুৱাৰ ওপৰত হেঁচা মাৰি ধৰিলে। পৰুৱাটোৱে উপায় নাপাই ভেকুলীৰ পেটত ৰাম-কামোৰ দিলে। ভেকুলীয়ে বিষত তৎ নাপাই এটা দীঘল জাঁপ মাৰিলে। এনেদৰে জঁপিওৱাৰ ফলত, কাষত থকা বৃদ্ধ কেৰ্কেটুৱা (কাৰলে ছুৰপ')ৰ জখলাত লাগিলত জখলাখন ভাগি থাকিল। কেৰ্কেটুৱাটোৱে চক খালে আৰু খঙত হানথাৰ* গুটিৰ ঠাৰি কাটি-ছিঙি পেলালে। হানথাৰ গুটিয়ে খং কৰি তলীত চৰি ফুৰা ফাক বেলেংপি (এবিধ বনৰীয়া গাহৰি)ৰ পিঠিত কোব মাৰিলে। ফাক বেলেংপিৰ বিৰাট খং উঠিল আৰু বনৰীয়া কলগছ উভালি পেলালে।

---

* ভুঁইকোমোৰা ৰবাব টেঙাৰ সদৃশ এবিধ লতাফল। ইয়াৰ বাকলি অতি তিতা। ইয়াৰ শাহ বৰ সোৱাদ।

উভাল খাই কলগছ জোপাই ৰ' আৰবিপি (এবিধ সৰু চৰাই)ৰ বাহ ভাঙি পেলালে। কলগছজোপাৰ কাষতে ইংনাৰ ন'থংপ' (কাণ কলা হাতীয়ে চৰি ফুৰিছিল। ৰ' আৰবিপিয়ে ভয়ত বিচূৰ্তি খাই ইংনাৰ ন'থংপ'ৰ কাণত সোমালগৈ। কাণত কি সোমাল বুলি চক খাই ইংনাৰ ন'থংপ'য়ে শিল এডোখৰ গুৰিয়াই তললৈ বগৰাই পেলালে।

পাহাৰৰ নামনিত ৰাজকোঁৱৰে চিকাৰ কৰি ফুৰিছিল। খণ্ডত একো নাই হৈ শিলডোখৰ বাগৰি বাগৰি গৈ ৰাজকোঁৱৰক হেঁচা মাৰি ধৰি তেওঁৰ মৃত্যু ঘটালে। ৰাজকোঁৱৰৰ মৃত্যু-সংবাদ পাই ৰজাই বিচাৰ কৰিলে। ওপৰৰ পৰা বাগৰি অহা শিলডোখৰে ৰাজকোঁৱৰৰ মৃত্যু ঘটালে বুলি ৰজাক কোনোবাই জনালে। ৰজাই শিলডোখৰক প্ৰশ্ন কৰিলে,—"হেৰ' শিল, মোৰ ল'ৰাটোক তই কিয় হত্যা কৰিলি?" শিলডোখৰে ক'লে,—"হে হেমফু আৰনাম ৰেচ' মই তললৈ বাগৰি গৈ ৰাজকোঁৱৰক নামাৰি আৰু মোৰ কি উপায় আছিল? কলা হাতীটোৱে মোক গুৰিয়াই তললৈ পেলাই দিছিল; মোৰ হাত নাইকিয়া, ভৰি নাইকিয়া, কিহেৰে মোৰ গতিক প্ৰতিৰোধ কৰিম? আপোনাৰ ল'ৰাটো মোৰ পথত বৈ আছিল আৰু সেয়েহে মই তেওঁৰ ওপৰেদি বাগৰিবলগীয়াত পৰিলো।" তেতিয়া ৰজাই ক'লে,—"সেই কলা হাতীটোৰ কাৰণেই এনে দুৰ্ঘটনা হ'বলৈ পালে।" ৰজাই হাতীটোক ধৰি আনিবলৈ আদেশ দিলে। অনাত ৰজাই প্ৰশ্ন কৰিলে,— "হেৰ' কলা হাতী, তই কিয় শিলডোখৰ বগৰালি?" হাতীয়ে উত্তৰত ক'লে,—"হে হেমফু আৰনাম, শিলত গোৰ নামাৰি মোৰ উপায় নাছিল। সেই দুষ্ট ৰ'আৰবিপিয়ে মোৰ কাণত সোমাই মোক তৰণি নোহোৱা কৰিলে। সেয়েহে মই শিলডোখৰত গোৰ মাৰি বগৰাই পেলাইছিলো।"

ৰজাই ভাবিলে, সেই দুষ্ট চৰাইটোৰ গাতহে দোষ। এইবুলি তেওঁ চৰাইটোৰ কাষলৈ গ'ল। ৰজাই প্ৰশ্ন কৰিলে,—"হেৰ' দুষ্ট চৰাই, তই কিয় হাতীৰ কাণত সোমাইছিলি?" চৰাইটোৱে ক'লে,—"হে হেমফু, মই কিয় নোসোমাম? কলগছে মোৰ বাহ কোবাই ভাঙি পেলালে। মই নিৰুপায় হৈ হাতীৰ কাণত আশ্ৰয় লৈছিলো।" তাৰ পাছত ৰজাই কলগছক সুধিলে,— "হেৰ' কলগছ, তই কিয় ৰ'আৰবিপিৰ ঘৰ ভাঙিলি?" ৰ'আৰবিপিয়ে ক'লে,—"কিয় মই নাভাঙিম হেমফু? আৰনাম, সেই বনৰীয়া গাহৰিটোৱে

মোৰ গুৰি উভালি পেলালে। শিপা নোহোৱা হেতুকে মই থিয় হৈ থাকিব নোৱাৰি বাগৰি পৰিছিলোঁ।"

ৰজাই এইবাৰ গাহৰিৰ ওচৰলৈ গ'ল আৰু তেওঁক প্ৰশ্ন কৰিলে,—"হেৰা কেৰ্কেটুৱা, তই কিয় হানথাৰ গছৰ ঠাৰি কুটি ছিঙিছিলি?"

"হে হেমফু আৰনাম! চংহ'ক'ল'ছ'ই মোৰ জখলাৰ ওপৰত জঁপিয়াই পৰি জখলাডাল ভাঙি পেলালে। মোৰ বাট নথকাত, হানথাৰ গুটিৰ ঠাৰি কুটি বাট উলিয়াইছিলোঁ।"

ৰজাই ভাবিলে— সকলো জগৰৰ মূল কাৰণ সেই ভেকুলী। এইবুলি ভেকুলীক প্ৰশ্ন কৰিলে,— "হেৰ চংহ'কল'ছ'! তই কাৰলেৰ জখলা কিয় নষ্ট কৰিলি?"

ভেকুলীয়ে গহীনাই উত্তৰ দিলে,—"মই কিয় জঁপিয়াই নষ্ট নকৰিম? মোৰ পেটত পৰুৱাটোৱে কামোৰ দিয়াত, বিষত তৎ নাপাই জঁপিয়াইছিলোঁ। তাত 'কাৰলে'ৰ জখলা আছিল বুলি মই জনা নাছিলো।"

এইবাৰ ৰজাই মিছ'ৰংপ'ক প্ৰশ্ন কৰিলে,—"হেৰ মিছ'ৰংপ', তই কিয় ভেকুলীৰ পেটত কামুৰিছিলি?"

মিছ'ৰংপ'য়ে ক'লে,—"মই কিয় নাকামুৰিম? ৰাতিপুৱাই মোমাইদেউৰ কাৰণে ভাত নিছিলোঁ। এই ভেকুলীটোৱে মোক বাট দিয়া নাছিল। বাট এৰি দিবলৈ কোৱাত, তাৰ ঠেঙৰ তলেদি মোক যাবলৈ ক'লে। মই তাৰ তলেদি যাওঁতে, সি মোক হেঁচা মাৰি ধৰিলে। মই নিৰুপায় হৈ তাৰ পেটত কামোৰ দিয়াটো সঁচা।"

ৰজাই বিচাৰ কৰি পালে—এই ভেকুলী আৰু টোকা পৰুৱাৰ কাজিয়াই ৰাজকোঁৱৰৰ মৃত্যুৰ মূল কাৰণ। গতিকে পৰুৱাক মূৰৰ চুলিৰে বান্ধি ওলমাই থ'লে আৰু ভেকুলীক চোঁৰাত পাতেৰে কোবাই শাস্তি দিলে। সেই ঘটনাৰ ফলত আজিকোপতি চুক ভেকুলীৰ ছালখন খহটা আৰু পৰুৱাৰ কঁকাল চিএগ্ৰা হোৱা বুলি কাৰবিসকলৰ সকলোৱে বিশ্বাস কৰে।



# গমচিন আৰু চিৰিনফু

এসময়ত এখন গাঁৱত এজন লামা বাস কৰিছিল। গাঁৱখনৰ ধৰ্মীয় কাম-কাজ, পূজা-পাতল আদি তেওঁ কৰিছিল। কিন্তু তেওঁৰ জ্ঞান বৰ বেছি নাছিল। তাৰবাবে তেওঁৰ মনত বৰ দুখ। সেইদৰে থাকোঁতে এদিন সেইখন গাঁৱলৈ এজন ৰিমপোচে[১] আহিল। লামাই তেওঁৰ মনৰ দুখৰ কথা ৰিমপোচেৰ আগত বিৱৰি ক'লে আৰু তাৰ প্ৰতিকাৰৰ উপায় সুধিলে। ৰিমপোচেই তেওঁক নিজৰ লগত লৈ গ'ল আৰু অন্যান্য গেটুকসকলৰ[২] লগত গোম্পাৰ[৩] এজন গেৰগানৰ[৪] তত্ত্বাৱধানত ৰাখিলে। সেই গেৰগানৰ তলত কিছু বছৰ পঢ়া-শুনা কৰাৰ পিছত তেওঁ নিজ গাঁৱলৈ উভতি আহিল। কিন্তু তাৰ পিছতো তেওঁৰ আৰু জ্ঞান আহৰণ কৰিবৰ মন গ'ল। তেওঁ তাৰবাবে হাবিত গৈ ছাম[৫] কৰিবলৈ ইচ্ছা কৰিলে। সেই কাৰণে তেওঁ এদিন গমচিন[৬] ধৰ্ম গ্ৰহণ কৰি ঘৰৰ পৰা ওলাই গ'ল। গৈ গৈ তেওঁ এখন অটব্য হাবিত সোমাল। সেই হাবিৰ মাজত এটা ডাঙৰ গুহাৰ মাজত বহি তেওঁ ছাম আৰম্ভ কৰিলে।

তেনেদৰে বহুদিন পাৰ হৈ গ'ল। ইমান দিনে গমচিনজনে নিৰ্ভয় মনেৰে তেওঁৰ ছাম কৰি গৈ আছিল। কোনো জীৱ-জন্তুৱে তেওঁৰ এই কাৰ্যত ঘটোৱা নাছিল। কিন্তু এদিন তাৰ ব্যতিক্ৰম হ'ল। গধূলি সময়ত গমচিনজনে বিকট চিঞৰ মাৰি কিবা এটা তেওঁৰ গুহাৰ ফাললৈ দৌৰি আহি থকা শুনিবলৈ পালে। লগে লগে আকাশ-পাতাল কঁপিবলৈ আৰম্ভ কৰিলে। ভয়ত গমচিনজনৰ

---

১. *ৰিমপোচে— মন্দিৰৰ প্ৰধান লামা।*

২. *গেটুক— শিষ্য।*

৩. *গোম্পা— মন্দিৰ।*

৪. *গেৰগান— শিক্ষক।*

৫. *ছাম— তপস্যা।*

৬. *গামাচিন- তপস্বী*

জীউ যাবৰ অৱস্থা হ'ল। তথাপি তেওঁ বুকু ডাঠ কৰি গুহাৰ ভিতৰত বহি থাকিল। অলপ পিছতেই সেই জন্তুটো গুহাৰ ওচৰ পালেহি। গমচিনে ভয়ত চকু মুদি ভগৱানৰ নাম স্মৰণ কৰিবলৈ ধৰিলে। গমচিনে চকু মুদিয়েই গম পালে গুহাৰ ওপৰত কিবা ডাঙৰ বস্তু এটা সশব্দে বহি পৰিছে আৰু তাৰ পিছতেই নীৰৱ হৈ গৈছে। গমচিনে ভয়ে ভয়ে চকু দুটা মেলিলে আৰু গুহাৰ ওপৰৰ পৰা ডাঙৰ নোমাল ঠেং এটা ওলমি থকা দেখিবলৈ পালে। ঠেংটো গোটেই ৰাতি তাত তেনেদৰে ওলমি থাকিল। পিছদিনা ৰাতিপুৱা আকৌ বিকট চিঞৰ এটা মাৰি ঠেংটো আঁতৰাই নি জন্তুটো তাৰ পৰা দূৰলৈ গুচি গ'ল। কিন্তু গধূলি হোৱাৰ লগে লগে সেই একেধৰণে বিকট চিঞৰ মাৰি চিৰিনফু[৭]টো গুহাৰ কাষলৈ আহিল আৰু গোটেই ৰাতি তেনেদৰে তাৰ সোঁ ঠেংটো তাত ওলমাই ৰাখি ৰাতিপুৱাৰ লগে লগে আঁতৰি গ'ল। তাৰ পিছত প্ৰত্যেক দিনাই একেটা ঘটনাৰ পুনৰাবৃত্তি হ'বলৈ ধৰিলে। লাহে লাহে গমচিনৰ ভয় আঁতৰি গ'ল। তাৰ সলনি তেওঁৰ মনত সেইটো কাৰ ঠেং, কিয় বাৰু প্ৰত্যেক ৰাতি সি তাৰ ঠেংটো ওলমাই ৰাখে ইত্যাদি প্ৰশ্ন জাগিল।

এদিন গমচিনে তেওঁৰ বহা ঠাইৰ পৰা উঠি আহি ঠেংখন ভালদৰে পৰীক্ষা কৰি চালে। ঠেংটো লিৰিকি-বিদাৰি চাই তেওঁ আঙুলিৰ মাজত এচটা ডাঙৰ বাঁহ সোমাই থকা দেখিবলৈ পালে। গমচিনে তেওঁৰ টুপীৰ পৰা বেজিটো উলিয়াই খুঁচি-খুঁচি তাৰ পুঁজ আৰু তেজ উলিয়াই দিলে। তাৰ পিছত গাৰ সমস্ত শক্তিৰে বাঁহচটা টানি উলিয়াই দিলে। ইমান সময়ে ঠেংটোৱে নিশ্চলভাৱে গমচিনৰ সকলো অত্যাচাৰ সহ্য কৰি আছিল, কিন্তু বাঁহচটা উলিয়াই দিয়াৰ লগে লগে এটা বিকট চিঞৰ মাৰি চিৰিনফুটো তাৰ পৰা আঁতৰি গ'ল।

পিছদিনাও গধূলি সময়ত গমচিনে সেই একে চিঞৰকে শুনিবলৈ পালে। অলপ পিছতেই চিৰিনফুটো পুনৰ গুহাৰ ওপৰ পালেহি। তাৰ পাছত এটা ডাঙৰ হৰিণা গুহাৰ ওপৰৰ পৰা গমচিনৰ আগত পেলাই দি চিৰিনফুটো তাৰ পৰা আঁতৰি গ'ল। মৰা হৰিণাটো দেখি গমচিন বৰ চিন্তিত হৈ পৰিল। তেওঁৰ আগত এনে পাপ কাম এটা হোৱা দেখি গমচিনজনে আনন্দ পোৱাৰ সলনি দুখহে

---

৭. *চিৰিনফু— বন মানুহ (যাক 'য়েতি' বুলিও কোৱা হৈছে)।*

পালে। তেওঁ হৰিণাটো হাতেৰে নুচুলে। ৰাতি চিৰিনফুটো পুনৰ আহিল আৰু হৰিণাটো তুলি লৈ গ'ল।

তাৰ পিছদিনাও তেওঁ এটা ডাঙৰ ঢেকীয়াপতীয়া বাঘৰ গোজৰণি শুনিবলৈ পালে। ক্ৰমান্বয়ে বাঘটো আহি গুহাৰ কাষত উপস্থিত হ'ল। গমচিনে প্ৰমাদ গণিলে। এনেতে পুনৰ সেই বিকট চিঞৰ শুনিবলৈ পালে। তৎক্ষণাৎ চিৰিনফুটো আহি গুহাৰ সন্মুখত উপস্থিত হ'ল আৰু ঢেঁকীয়াপতীয়া বাঘটোক বধ কৰি বাঘটো লৈ তাৰ পৰা গুচি গ'ল। গমচিনে বিপদৰ পৰা ৰক্ষা পৰি বৰ সন্তোষ পালে আৰু মনে মনে চিৰিনফুটোলৈ ধন্যবাদ জনালে।

এসময়ত গমচিনে সিদ্ধি লাভ কৰিলে। তেওঁ ঘৰলৈ আহিবলৈ ওলাল। এনেতে সেই বিকট শব্দটো শুনিবলৈ পালে। অলপ পিছতে চিৰিনফুটো কাষ চাপি আহি এসোপা শুকান পাতৰ টোপোলা এটা গমচিনৰ হাতত দি আঁতৰি গল। ঘৰলৈ উভতি আহি পাতৰ টোপোলাটো সোণ হৈ থকা দেখিবলৈ পালে। তাৰে তেওঁ গাঁৱত গোম্পা এটা সজাই দিবলৈ ঠিক কৰিলে। গোম্পা নিৰ্মাণৰ কাম আৰম্ভ হ'লত গাঁৱৰ মানুহে সেই বিকট চিঞৰ শুনিবলৈ পালে। গাঁৱৰ মানুহ ভয়ত কম্পমান হ'ল। লামাই (আগৰ গমচিনজন) সকলোকে নিৰ্ভয় দিলে আৰু চিৰিনফুৱে তেওঁক কেনেদৰে সহায় কৰি দিছিল সেই কাহিনী গাঁওবাসীক ক'লে। পিছদিনা গাঁৱৰ মানুহে গোম্পাৰ কাৰণে হাবিত কাটি থৈ অহা কাঠ আৰু শিলবোৰ চিৰিনফুৱে কঢ়িয়াই আনি দি থৈ যোৱা দেখিবলৈ পালে। সেইদৰে চিৰিনফুৱে ৰাতি ৰাতি আহি গোম্পাৰ কাৰণে শিল, কাঠ আদি কঢ়িয়াই দি থৈ যাবলৈ ধৰিলে। অতি সহজে চিৰিনফুৰ সহায়ত গোম্পা সজা হ'ল। তাৰ পিছৰ পৰাই চিৰিনফুটো আৰু গাঁৱলৈ নহা হ'ল।

বহুতো মনপা মানুহে টোৱাঙৰ প্ৰসিদ্ধ মন্দিৰটোৱেই সেই মন্দিৰ বুলি কোৱা শুনা যায়। ইতৰ জন্তু হ'লেও সিহঁতক সহায় কৰিলে মানুহে পৰম উপকাৰ পায়, গতিকে পৰাপক্ষত মানুহে জীৱ বধ কৰি সিহঁতৰ অপকাৰ কৰিব নাপায়।

# এজন চিকাৰীৰ কাহিনী

এসময়ত এখন গাঁৱত এজন চিকাৰী আছিল। চিকাৰী হ'লেও তেওঁ বৰ দয়ালু আৰু উদাৰ স্বভাৱৰ আছিল। গোটেই গাঁওবাসীক তেওঁ সমান চকুৰে চাইছিল; বিপদে- আপদে সহায় কৰি ফুৰিছিল। তেওঁ নিজে মাছ-মাংস নাখাইছিল, কিন্তু চিকাৰ কৰাটো তেওঁৰ প্ৰধান চখ আছিল। তেওঁৰ আগৰ পৰা কোনো জীৱ-জন্তুৱে সাৰি যাব নোৱাৰিছিল। তেওঁ চিকাৰ কৰি পশু-পক্ষী মাৰি আনিছিল আৰু তাৰ মাংস গাঁওবাসীক বিলাই দি আনন্দ উপভোগ কৰিছিল। তদুপৰি কোনোবাই যদি তেওঁক পশু এটা মাৰি আনি দিবলৈ কয়, তেন্তে তৎক্ষণাৎ হাবিলৈ গৈ পহু মাৰি আনি গোটে গোটে দি গৈছিল।

তেওঁৰ এজন অন্তৰংগ বন্ধুৰ বিয়াৰ কথা। বিয়াখনত তেওঁ এটা ডাঙৰ ভোজৰ আয়োজন কৰিলে। ভোজত খুৱাবৰ কাৰণে পহু চিকাৰ কৰি অনাৰ ভাৰ তেওঁৰ ওপৰত দিলে। চিকাৰীজনেও আনন্দ মনেৰে তেওঁৰ ধনু-কাঁড় লৈ হাবিলৈ গ'ল। তেওঁ গোটেই দিন পহু বিচাৰি হাবিত অনাই-বনাই ফুৰিলে; কিন্তু দুৰ্ভাগ্যক্ৰমে সেইদিনা এটা পহুও তেওঁ দেখিবলৈ নাপালে। সিফালে বেলি মাৰ যাওঁ যাওঁ হ'ল। আৰু অলপ পলম হ'লেই বন্ধুজনে ভোজ খুৱাব নোৱাৰিব আৰু তেওঁ যদি শুদা হাতেৰেই ওভতে, তেন্তে তেওঁৰ ভাল চিকাৰী বুলি থকা খ্যাতি নাইকিয়া হ'ব। তেওঁ বৰ বিপদত পৰিল। অৱশেষত বন্ধুৰ তথা নিজৰ ৰক্ষাৰ হেতু চিকাৰীজনে নিজৰ পোহনীয়া ভেড়া এটাকে বধ কৰি দিয়াৰ কথা ভাবিলে। তেওঁ লুকাই-চুৰকৈ ঘৰলৈ উভতি আহিল আৰু কোনেও নেদেখাকৈ গড়ালৰ পৰা ভেড়া এটা হাবিলৈ লৈ গ'ল। তেওঁ ভেড়াটো বধ কৰিবলৈ ওলাই দেখিলে যে মাংসে থ'বলৈ ঘৰৰ পৰা একো পাত্ৰ নানিলে। ভেড়াটোক গছ এডালত বান্ধি দাখন তাৰ ওচৰত থৈ চিকাৰীজন ঘৰলৈ উলটি গল। কিছুপৰৰ মূৰত সাজ-বাচন লৈ উভতি আহি চিকাৰীজনে দেখিলে যে ভেড়াটোৱে তাৰ আগ ঠেঙেৰে মাটি খুঁচৰি খুঁচৰি গাঁত এটা কৰি লৈছে আৰু দাখন পুতিব ধৰিছে। চিকাৰীজনে দূৰৰ পৰা

ঘটনাটো অবাক হৈ চাই থাকিল। দাখন পুতি থোৱাৰ পিছত ভেড়াটোৰে চিকাৰীজনলৈ করুণভাৱে চালে। ভেড়াটোৰ চকু দুটাৰ পৰা ধাৰাসাৰে পানী ওলাই অহা তেওঁ দেখিবলৈ পালে। ভেড়াটোৰ এই কামে চিকাৰীজনৰ হৃদয়ত গভীৰভাৱে ৰেখাপাত কৰিলে। চিকাৰীজনে ভাবিলে— 'মানুহে যেনেকৈ মৰিবলৈ ভয় কৰে, ঠিক সেইদৰে জীৱ-জন্তুৱেও মৰিবলৈ ভয় কৰে। সেইবাবে নিষ্ঠুৰভাৱে জীৱ হত্যা কৰিলে সিহঁতে মানুহে পোৱা যন্ত্ৰণাৰ দৰে যন্ত্ৰণা ভোগ কৰি মৃত্যুবৰণ কৰিব লগা হয়। সিহঁতৰো মানুহৰ দৰে মন আছে, মানুহৰ দৰে দুখ-বেজাৰ, হাঁহি-কান্দোন আছে, জীৱ এটাক বধ কৰা মহাপাপ। মইতো এতিয়ালৈকে বহু জীৱ বধ কৰিলো, গতিকে মই বহু পাপ কৰিলো, মোতকৈ পাপী মানুহ এই পৃথিৱীত কোনো নাই, গতিকে মই মানুহ নামৰ যোগ্য নহওঁ।' চিকাৰীজন অনুতাপত শোকাকুল হৈ পৰিল। তেওঁৰ চকুৰ পৰাও ধাৰাসাৰে চকুলো বৈ আহিল। তেওঁতেতিয়া ভেড়াটো মুকলি কৰি দিলে আৰু প্ৰায়শ্চিত্তৰ কাৰণে নিজে পাহাৰৰ ওপৰলৈ গৈ তাৰ পৰা তললৈ জাঁপ মাৰি দিলে, যাতে তেওঁ মৰি যাব পাৰে; কিন্তু তেওঁ নমৰিল; বৰঞ্চ ভগৱানে আহি তেওঁক ওপৰলৈ তুলি লৈ গ'ল আৰু স্বৰ্গত মহাসুখেৰে থাকিবলৈ দিলে।

চিকাৰীজনৰ ভাগ্য দেখি গাঁৱৰ এজন চকুচৰহা মানুহৰ ঈৰ্ষা উপজিল। তেওঁ ভাবিলে— তাৰ দৰে মই একো পাপ কৰা নাই, তাৰ দৰে মই পহুও বধ কৰা নাই। তেনে এজন পাপী মানুহক ভগৱানে স্বৰ্গলৈ নি মহাসুখত ৰাখিছে, মোকনো নাৰাখিব কিয়?

সেইদৰে ভাবি-গুণি তেখেঁ পাহাৰৰ টিঙৰ পৰা তললৈ জাঁপ মাৰি দিলে। কিন্তু তেওঁক ভগৱানে ওপৰলৈ তুলি নিনিলে; বৰঞ্চ পাহাৰৰ তলত পৰি তেওঁ মৰি থাকিল।

# ভেকুলী চেপেটা হ'ল কিয় ?

বহুদিনৰ আগৰ কথা। সেই সময়ত ভেকুলীবোৰ আজিকালিৰ ভেকুলীবোৰৰ দৰে চেপেটা নাছিল, ওখ-পাখ আৰু ধুনীয়া আছিল। তেনে এটা ধুনীয়া ভেকুলী কোনো এটা পুখুৰীৰ পাৰত আছিল। পুখুৰীটোৰ ওচৰে-পাঁজৰে বহুতো ফুলৰ গছ আছিল। সেই ফুলবোৰৰ ওপৰেদি এটা ধুনীয়া পখিলাই সদায় আহি নাচি-বাগি ফুৰিছিল। পখিলাটোক দেখি ভেকুলীটোৰ তাইৰ সৈতে সখী পাতিবৰ বৰ মন গ'ল।

এদিনাখন পখিলাটো তেনেদৰে ফুলবোৰৰ ওপৰত পৰি পৰি নাচি আছে, তেনেতে ভেকুলীটো ওলাই আহিল আৰু ক'লে ঃ

'টোৰ টোৰ টোৰ<br>তুমি বৰ ধুনীয়া!<br>টোৰ টোৰ টোৰ<br>মোক সখী পাতিবা?'

পখিলাটোৱে ফুলৰ পাহিৰ ওপৰত বহি উত্তৰ দিলে ঃ

'অকণমানি পখিলা মই<br>নাই মোৰ কোনো লগৰীয়া;<br>মানি লৈছো কথাটো মই<br>যদি তুমি অকলশৰীয়া।'

ভেকুলীটোৱে আনন্দত কেইটামান দীঘল জাঁপ দি ক'লে ঃ

'টোৰ টোৰ টোৰ<br>তুমি মোৰ সখী<br>সুখ-দুখৰ আমি লগৰী।'

সেইদিনাৰ পৰা দুয়ো বন্ধুত্বৰ ডোলেৰে বান্ধ খালে আৰু প্ৰত্যেক দিনে দুয়ো পুখুৰীৰ পাৰত নাচি-বাগি, গান গাই, সুখ-দুখৰ কথা পাতি আনন্দেৰে দিনবোৰ কটাবলৈ ধৰিলে।

এদিনাখন দুয়ো সেইদৰে পুখুৰীৰ পাৰত বহি কথা পাতি আছে। এনেতে সিহঁতে পুখুৰীৰ পাৰৰ শিল এচটাত এজন ডঢ়ীয়া বুঢ়া মানুহে দা এখন ধৰাই থকা দেখিবলৈ পালে। বুঢ়া মানুহজনৰ থুঁতৰিৰ দীঘল ডাঢ়িকোছা দেখি ভেকুলীটোৰ মনত দুষ্ট বুদ্ধি এটা খেলিলে। ভেকুলীটোৱে পখিলাটোক ক'লে— 'আমি বহুপৰ কথা পাতিলো, এতিয়া অলপ আনন্দকে কৰোঁ। তুমি সেই যে ডঢ়ীয়া বুঢ়া মানুহটো দেখিছা, তেওঁৰ ডাঢ়িকোছাত ওলমি এবাৰ হেলৌ হেলৌ খেল খেলি দেখুওৱাচোন, কেনে মজা হয়।'

ভেকুলীটোৰ কথা পখিলাটোৱে ভাল নাপালে। গতিকে তাই আপত্তি জনাই ক'লে— 'মানুহ শ্ৰেষ্ঠ জীৱ; আমাতকৈ এওঁলোক বহু ওপৰত। তেনে স্থলত আমাৰ দৰে সামান্য পতংগ এটাই মানুহক জোকাই ল'ব নাপায়।'

ভেকুলীটোৱে ক'লে— 'মানুহটোৰ খং উঠিলেও আমাক একো কৰিব নোৱাৰে, তুমি আকাশলৈ উৰি যাবা, মই পানীত সোমাই পৰিম।'

অৱশেষত পখিলা মান্তি হ'ল আৰু ভেকুলীটোৱে শিকাই দিয়ামতে উৰি গৈ বুঢ়াৰ ডাঢ়িকোছাত পৰিলগৈ। বুঢ়া মানুহজন কামত বৰ নিমগ্ন হৈ আছিল। পখিলাটো হঠাৎ ডাঢ়িকোছাত ওলমি পৰাত বুঢ়াই চক খাই চিঞৰ এটা মাৰি দিলে। সেই সময়ত ওচৰৰে গছ এজোপাৰ ওপৰত কেৰ্কেটুৱা এটাই ফল খাই আছিল। বুঢ়াৰ চিঞৰত চক্ খাই কেৰ্কেটুৱাৰ হাতৰ পৰা ফল তললৈ সৰি পৰিল। ফলটো গছৰ তলত শুই থকা হৰিণা এটাৰ গাত পৰিলত সি সাৰ পাই ভয়তে উধাতু খাই দৌৰি পলাবলৈ ধৰিলে। তেনেদৰে দৌৰি যাওঁতে হৰিণাই অজানিতভাৱে সাপ এটাৰ গাত গচকি থৈ গ'ল। সাপটোৱে খঙত একো ক'ব নোৱৰা হৈ ৰজাৰ কুকুৰাজনীৰ কণী এটা খাই পেলালে। কুকুৰাজনীয়ে তাইৰ কণীটো তেনেদৰে হেৰুওৱাত মনত বৰ দুখ পালে আৰু ৰজাৰ ওচৰত গৈ এইদৰে গোচৰ তৰিলে—

'কক্ কক্ কক্
মহাৰাজ।
কক্ কক্ কক্
সাপটোৱে খাইছিলে কণী মোৰ
লাগে মোক তাৰেই বিচাৰ।'

ৰজাই কুকুৰাৰ গোচৰ শুনি তাৰ বিচাৰ কৰি দিবলৈ গাত ল'লে। পালি-

পহৰীয়াসকলক সাপটো বিচাৰি আনি তেতিয়াই তেওঁৰ আগত থিয় কৰাবলৈ আদেশ দিলে। যথা সময়ত সাপটোক আনি ৰাজসভাত উপস্থিত কৰোৱা হ'ল। ৰজাই তাক কণী খোৱাৰ কাৰণ সোধাত সাপটোৱে ক'লে— 'হৰিণা এটাই মোৰ গাত গচকি নোযোৱাহেঁতেন, খণ্ডতে মই কেতিয়াও কুকুৰাৰ কণী নাখালোহেঁতেন! গতিকে মহাৰাজ, দোষ মোৰ নহয়, দোষ হৰিণাটোৰহে।'

হৰিণাক বিচাৰি আনি ৰাজসভাত উপস্থিত কৰোৱা হ'ল। ৰজাই হৰিণাক সুধিলে— 'তই হেনো সাপক গচকিছিলি? কথাটো সঁচানে?' বিনম্ৰভাৱে হৰিণাটোৱে উত্তৰ দিলে— 'সঁচা! কিন্তু মহাৰাজ, ই মোৰ ইচ্ছাকৃত দোষ নহয়! আপুনি জানেই হাবিত মোৰ কিমান শত্ৰু, সেই কাৰণে সদায় মই সাৱধানে থাকিবলগীয়া হয়। আজি মই এজোপা গছৰ তলত ছাঁ লৈ এঘুমটি মাৰি আছিলো, তেনেতে গছৰ ওপৰৰ পৰা কেৰ্কেটুৱা এটাই মোলৈ ফল এটা দলিয়াই দিলে। চক্ খাই মই সাৰ পালো আৰু ভয়ত তাৰ পৰা পলাওঁতে অজানিতে সাপটোৰ গাত গচকি থৈ গ'ল। গতিকে মহাৰাজ, মোক যেন তাৰবাবে একো দায়-দোষ নধৰে।'

ৰজাই কেৰ্কেটুৱাক ৰাজসভালৈ আনিবলৈ নিৰ্দেশ দিলে। কেৰ্কেটুৱাক ৰাজসভালৈ অনা হ'লত ৰজাই সুধিলে— 'ক, তই কিয় হৰিণাৰ গালৈ ফল দলিয়াইছিলি?'

কেৰ্কেটুৱাই হাতযোৰ কৰি ক'লে— 'মহাৰাজ, পুখুৰীৰ পাৰত বহি থকা ডড়ীয়া বুঢ়া মানুহটোৱে চিঞৰ মাৰি দিয়াত মোৰ হাতৰ পৰা ফলটো পৰি গ'ল আৰু তাত শুই থকা হৰিণাৰ গাত লাগিল। হৰিণাৰ লগত মোৰ কোনো শত্ৰুতাও নাই, ফলটো গালৈ দলিয়াই দি মই ধেমালিও কৰা নাই। গতিকে মহাৰাজ, নিৰ্দোষীক ক্ষমা কৰিব, দোষীয়েহে শাস্তি পোৱা উচিত। আপুনি ডড়ীয়া বুঢ়া মানুহটোক মাতি আনি ন্যায় বিচাৰ কৰিব বুলি আশা কৰিলোঁ।'

এইবাৰ বুঢ়া মানুহজনক আনি ৰাজসভাত থিয় কৰোৱা হ'ল। বুঢ়া মানুহজনে টুপী খুলি ৰজাক প্ৰণাম কৰিলে আৰু ক'লে— 'মহাৰাজ, আদেশ কৰক, বন্দীক কিয় ইয়ালৈ মতা হ'ল।' ৰজাই ক'লে— 'ৰাজসভাত আজি বিচাৰ সভা পতা হৈছে। সেই বিচাৰ-সভাৰ মাজলৈ তোক অনা হৈছে, কাৰণ অৱশেষত সকলো দোষ তোৰ গাত আহি পৰিছে।' মানুহজনে ক'লে— 'মই কি দোষ কৰিলো অনুগ্ৰহ কৰি ক'বনে?'

ৰজাই ক'লে— 'তই পুখুৰীৰ কাষত বহি ডাওৰ চিঞৰ এটা মাৰি দিয়াৰ কাৰণে আজি বহুতো অঘটন ঘটি গ'ল। ক, তই চিঞৰ মাৰিছিলি নে নাই?'

মানুহজনে ক'লে— 'চিঞৰ মই নিশ্চয় মাৰিছিলো মহাৰাজ, কিন্তু মই মাৰো বুলি চিঞৰ মৰা নাছিলোঁ। পখিলা এটা উৰি আহি হঠাৎ মোৰ ডাড়িকোছাত ওলমি পৰাত চক্ খাই মোৰ মুখৰ পৰা অজানিতে চিঞৰটো ওলাই গ'ল।'

এইবাৰ পখিলাটো আহিল। ৰজাই পখিলাটোক বুঢ়াৰ ডাড়িত গৈ ওলমি পৰাৰ কাৰণ সোধাত পখিলাই ক'লে— 'মোৰ এক ভেকুলী বন্ধু আছে। তেওঁক মোক বুঢ়াটোৰ ডাড়িত উৰি গৈ ওলমি পৰিবলৈ ক'লে। মই আপত্তি কৰিছিলো, কিন্তু তেওঁ মোৰ আপত্তি নুশুনিলে। অৱশেষত তেওঁৰ কথামতে মই কামটো কৰিলো। মোৰ গাত মুঠেই দোষ নাই।'

অৱশেষত ভেকুলীটোক ৰাজসভালৈ অনা হ'ল। ৰজাই পখিলাটোক কিয় তেনে কাম কৰিবলৈ দিছিল বুলি ভেকুলীটোক সুধিলত সি একো উত্তৰ দিব নোৱাৰিলে। ৰজাই তেতিয়া আদেশ দিলে— 'ভেকুলীটো তলত ৰাখি তাৰ ওপৰত ক্ৰমান্বয়ে পখিলা, বুঢ়া মানুহ, কেৰ্কেটুৱা, হৰিণা, সাপ আৰু কুকুৰা উঠি তললৈ হেঁচি ধৰা।'

কথামতে কাম হ'ল। সকলোৰে হেঁচা খাই ভেকুলী চেপেটা হৈ গ'ল। সেই তেতিয়াৰ পৰা ভেকুলীবোৰ চেপেটা হ'ল বুলি বিশ্বাস কৰা হয়।

# হৰিণীৰ জীয়েক

এসময়ত এখন ৰাজ্যত এজন ডাঙৰ বেপাৰীয়ে বাস কৰিছিল। বেপাৰী যদিও তেওঁ আছিল ধাৰ্মিক, দয়ালু আৰু বৈৰাগী ভাবৰ। সেই কাৰণেই তেওঁ সকলোৰে মাজত চংপোন ৰিন্‌পোচে অৰ্থাৎ ঋষি-বেপাৰী নামেৰে জনাজাত হৈছিল। তেওঁ বিয়া-বাৰু কৰোৱা নাছিল আৰু ধৰ্মীয় ব্ৰত, নিয়ম আদি পালন কৰি অকলশৰে বাস কৰিছিল।

এদিনাখন তেওঁ পুৱা নদীত গা ধুই থাকোঁতে এটি হৰিণী পানী খাবলৈ আহিল। হৰিণীয়ে চংপোন ৰিন্‌পোচেক চিনি পাই নিৰ্ভয়ে মনেৰে পানী খাব পাৰিব বুলি ভাবি আশ্বস্ত হ'ল। চংপোন ৰিন্‌পোচে গা ধুই থকা ঠাইৰ পৰা উজানত পানী খালে পানী লেতেৰা হ'ব বুলি ভাবি তাই অলপ ভাটীৰ ফালে গৈ ৰিন্‌পোচেই গা ধুই লেতেৰা কৰা পানীকে খাই পুনৰ হাবিলৈ গুচি গ'ল। তাৰে কিছুদিনৰ পিছত হৰিণীয়ে গম পালে যে তাই গৰ্ভৱতী হৈছে। তাই বৰ আচৰিত হ'ল, কাৰণ তাই কোনো মতা হৰিণাৰ লগত কোনো দিনে ফুৰা-চকা কৰা নাছিল। সময়ত তাই এজনী দীপলিপ মানুহৰ কন্যা জন্ম দিলে। কন্যাটিৰ মুখৰ গঢ় ৰিন্‌পোচেৰ দৰে হোৱাত তাই গম পালে, ৰিন্‌পোচেৰ দেহৰ মলি ধোৱা পানী খোৱাৰ বাবেই সন্তানটো হ'বলৈ পাইছে। তাই ছোৱালীজনী আনি চংপোন ৰিন্‌পোচেৰ হাতত গতাই দি গ'ল। ছোৱালীজনী পাই ৰিন্‌পোচেই বৰ ৰং পালে। অতি মৰমেৰে তেওঁ তাইক লালন-পালন কৰিবলৈ ধৰিলে। এসময়ত তাই এজনী ধুনীয়া যুৱতীত পৰিণত হ'ল। দেউতাকৰ দৰে তাই আছিল বগা, সুঠাম আৰু মাকৰ দৰে ধুনীয়া। তদুপৰি দেউতাকৰ পৰা তাই পাইছিল সাত্ত্বিক গুণ আৰু মাকৰ পৰা পাইছিল প্ৰকৃতিৰ সহজ-সৰল ভাব।

সেই সময়ত চংপোনটাছি নামেৰে এজন বেপাৰী ধনে-জনে প্ৰতাপশালী হৈ উঠিছিল। তেওঁৰ দুজনী পত্নী আছিল যদিও নিঃসন্তান আছিল। এদিন চংপোনটাছি নাৱেৰে গৈ থাকোঁতে নাৱত তেওঁৰ পিয়াহ লাগিল। পানী খাবলৈ

বুলি তেওঁ হাত দুখন অঞ্জলি কৰি নদীত পাতি দিলে। তেনেতে দীঘল চুলি এডাল তেওঁৰ হাতত আহি লাগিল। তেওঁ মূৰ তুলি উজনিৰ ফালে চাই পঠিয়ালে। এজনী দীপলিপ গাভৰুৱে নদীত গা ধুই থকা দেখি তেওঁ আকৃষ্ট হৈ পৰিল। ঘৰলৈ অহি খা-খবৰ লৈ তেওঁ জানিব পাৰিলে সেইজনীয়ে চংপোন ৰিন্‌পোচেৰ জীয়েক ঝিকদিমি বুলি। তেওঁ মানুহ পঠিয়াই চংপোন ৰিন্‌পোচেক বিয়াৰ প্ৰস্তাৱ দি পঠালে। প্ৰস্তাৱটো পাই চংপোন ৰিন্‌পোচেই উত্তৰ দি পঠালে— 'মোৰ জীক আপোনাৰ ডাঙৰ পত্নীসকলে অত্যাচাৰ কৰিব, গতিকে মই বিয়া নিদিওঁ।' চংপোন টাছিয়ে তেনে হ'বলৈ নিদিওঁ বুলি প্ৰতিশ্ৰুতি দি পঠিয়ালে। পুনৰ চংপোন ৰিন্‌পোচেই কৈ পঠালে— 'মৃত্যুৰ পিছত আপোনালোকে মোৰ জন্তুৰ সন্তান বুলি অপমানত কৰিব।' চংপোন টাছিয়ে তেনে কথা মুখেৰে ওলাবলৈ নিদিওঁ বুলি প্ৰতিশ্ৰুতি দিলে। চংপোন ৰিন্‌পোচে এইবাৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। তেওঁ মহা ধুমধামেৰে জীয়েকৰ বিবাহ চংপোন টাছিৰ সৈতে পাতি দিলে। ঝিকদিমি কন্যা হৈ পতিৰ ঘৰলৈ যাবলৈ ওলাল। জীয়েক যোৱাৰ ফালে চংপোন ৰিন্‌পোচে একেথাৰে চাই থাকিল। দুখত তেওঁৰ দুচকুৰ পৰা ধাৰাসাৰে চকুলো ব'বলৈ ধৰিলে। জীয়েক অলপ দূৰ গৈ পালত জীয়েকক ভালদৰে চাবৰ বাবে তেওঁ বাৰীৰ এডাল ওখ গছত উঠিল। যিমানে ঝিকদিমি দূৰলৈ গৈ থাকিল, সিমানে তেওঁ গছৰ ওপৰফালে উঠি যাবলৈ ধৰিলে। এসময়ত তেওঁ গৈ গৈ গছৰ আগ পালেগৈ। চাওঁতে চাওঁতে তাৰ পৰাও জীয়েকক নেদেখা হ'ল। জীয়েকৰ অবিহনে তেওঁ জীৱনটো শূন্য বুলি অনুভৱ কৰিলে আৰু লগে লগে তাৰ পৰা জঁাপ মাৰি দিলে। তেওঁ মৰিল।

ইপিনে দেউতাকৰ মৃত্যুৰ বাতৰি পাই ঝিঁকদিমি শোকত মৰ্মাহত হৈ পৰিল। তাই নদীত পৰি মৰিবৰ বাবে এদিন ঘৰৰ পৰা মনে মনে ওলাই আহিল। নদীৰ কাষৰ এডোখৰ ডাঙৰ শিলৰ ওপৰত উঠি তাৰ পৰা জঁাপ মাৰিবলৈ লওঁতে দূৰত হৰিণী এজনী তাইৰ ফালে লৰি অহা তাই দেখিবলৈ পালে। তাই নদীত জঁাপ মাৰিবলৈ পাহৰি হৰিণীজনীৰ ফালে চাই ৰ'ল। হৰিণী তাইৰ কাষত আহি থিয় হ'ল আৰু কিছুবেলি তাইৰ মুখৰ ফালে ৰ লাগি চাই ৰ'ল। তেনেদৰে কিছুবেলি তাইৰ মুখলৈ চাই থকাৰ পিছত হৰিণীজনীয়ে মাত লগালে— 'তুমি চংপোন ৰিন্‌পোচেৰ ছোৱালী নহয়নে?' তাই 'হয়' বুলি কোৱাত হৰিণীয়ে নিজৰ পৰিচয় দিলে। মাক আৰু জীয়েকে, উভয়ে উভয়ক পাই বৰ ৰং পালে। মাকে তাইক

মাজে মাজে আহি দেখা দিবৰ বাবে প্ৰতিশ্ৰুতি দি গিৰিয়েকৰ ঘৰলৈ ওভতাই পঠাই দিলে।

গিৰিয়েকৰ ঘৰত ঝিকদিমিৰ দিনবোৰ সুখেৰে পাৰ হৈ যাবলৈ ধৰিলে। কিছুদিন তেনেদৰে যোৱাৰ পিছত চংপোন টাছিৰ মনত কোনজনী পত্নী ৰন্ধা-বঢ়াত পাকৈত জানিবৰ মন গ'ল। তেওঁ পত্নীসকলৰ মাজত ৰন্ধন প্ৰতিযোগিতা এটা পাতিলে। ঝিকদিমিৰ বাহিৰে কেউজন পত্নী তাৰ বাবে সাজু হ'ল। চংপোন টাছিয়ে সকলো পত্নীকে এটা এটা দিন ধাৰ্য কৰি দিলে। ঝিকদিমিৰ দিন পৰিল শেষত। ছজনী পত্নীয়ে নিজৰ নিজৰ দিনা নানাধৰণৰ শাক-পাচলি, মাছ-মাংস আদি কাটি-বাছি বিবিধধৰণৰ সুগন্ধি মা-মছলা আদি দি নানাধৰণৰ খাদ্য-সম্ভাৰ ৰান্ধি গিৰিয়েকক খুৱালে। ঝিকদিমি আছিল সৰুকালৰ পৰা আলাসত ডাঙৰ-দীঘল হোৱা ছোৱালী। গতিকে ৰন্ধা-বঢ়াৰ বিষয়ে তাই একো নাজানিছিল। সেইবাবে স্বাভাৱিকতে তাই ভয় খালে। একো উপায় নোপোৱাত তাই মাকক গৈ কথাটো জনোৱা উচিত হ'ব বুলি ভাবিলে। ভবামতে নদীৰ কাষত গৈ তাই মাকক লগ ধৰিলে আৰু সকলো কথা ভাঙি-পাতি কৈ উপায় বিচাৰিলে। মাক হৰিণীয়ে জীয়েকক এটা কণীক সমানে দুভাগকৈ ভাঙি তাৰ খোলা দুটাৰ এটাত আধা খুদ চাউল আৰু আনটোত অকণমান শাক দি ক'লে— 'ইয়াত পানী দি জুইত বহাই দিবি। ইয়াৰ পৰাই পৃথিৱীৰ সকলোকে খুৱাব পৰা ভাত-আঞ্জা ওলাব।' তাই সেইকেইটা বস্তু অতি যতনেৰে হাতত লৈ আনন্দ মনেৰে ঘৰলৈ উভতি আহিল। তাইৰ ৰান্ধি খুৱাব পাল পৰিলত তাই কণী খোলা দুটিত থকা খুদ চাউল আৰু শাক খিনিত অলপমান পানী দি জুইত বহাই দিলে। তাৰ পৰাই তাই সুস্বাদু ভাত-আঞ্জা উলিয়াই ঘৰৰ সকলোকে খুওৱাৰ উপৰি গাঁৱৰ সকলো মানুহক খুৱালে। সকলোৱে তাইৰ ভাত-আঞ্জাৰ প্ৰশংসা কৰিলে। চংপোনটাছিয়ে তাৰ ভাত-আঞ্জা খাই বৰ তৃপ্তি পালে আৰু তাইক ৰন্ধন প্ৰতিযোগিতাত প্ৰথম হোৱা বুলি ঘোষণা কৰিলে।

আৰু এবাৰ চংপোন টাছিয়ে আটাইকেইজনী পত্নীক কাষলৈ মাতি আনি ক'লে— 'শুনা, আজিৰ পৰা সাত দিনৰ মূৰত মই বেহা-বেপাৰ কৰিবলৈ যাম। তোমালোকে এইকেইদিনৰ ভিতৰত মোক একোখন কাৰ্পেট বৈ দিব লাগিব। যাৰ কাৰ্পেট আটাইতকৈ ধুনীয়া হ'ব, তাইৰ কাৰ্পেট মই বাণিজ্যলৈ নিম।'

গিৰিয়েকৰ কথা শুনি ঝিঁকদিমিৰ বাহিৰে আটাইকেইজনী পত্নীয়ে কাৰ্পেট

বোৱাত ব্যস্ত হৈ পৰিল। ঝিকদিমিয়ে উপায় নাপাই আকৌ নৈৰ পাৰলৈ গৈ মাকক লগ ধৰিলে। মাক হৰিণীয়ে সকলো কথা কাণ পাতি শুনাৰ পিছত তাইক এটা চুঙাৰ ভিতৰত সাত ৰঙৰ চুটি চুটি টুকুৰা সূতা ভৰাই তাইক চুঙাটো দি ক'লে— 'আজিৰ পৰা সাত দিনৰ মূৰত তোমাৰ গিৰিয়েৰা যেতিয়া বেহা কৰিবলৈ যাবলৈ ওলাব, তেতিয়া তুমি এই চুঙাটো খুলি চাবা। ইয়াতেই তুমি কাৰ্পেট এখন পাবা আৰু তাকে নি তোমাৰ গিৰিয়েৰাক দিবা।' তাই চুঙাটো লৈ আনি ঘৰৰ এচুকত লুকাই থৈ দিলে। অৱশেষত সেইদিন আহিল। চংপোন টাছিয়ে পত্নীসকলক নিজৰ নিজৰ কাৰ্পেট আনিবলৈ ক'লে। আটাইকেইজনী পত্নীয়ে নিজৰ নিজৰ কাৰ্পেট আনি গিৰিয়েকৰ হাতত দিলে। ঝিকদিমিয়ে তাইৰ চুঙাটো লুকাই থোৱা ঠাইৰ পৰা উলিয়াই আনি খুলি চাই দেখিলে এখন ধুনীয়া কাৰ্পেট তাৰ মাজত মেৰ খাই পৰি আছে। তাই সেই কাৰ্পেটখন আনি গিৰিয়েকৰ হাতত দিলে। কাৰ্পেটখন মেলি চাই তাৰ সৌন্দৰ্য দেখি সকলোৰে চকু থৰ হৈ গ'ল। চংপোন টাছিয়ে কাৰ্পেটখনৰ ভূৰি ভূৰি প্ৰশংসা কৰিলে। তেওঁ বাকী কাৰ্পেটবোৰ এৰি তাইৰ কাৰ্পেটখন লৈ বেহা কৰিবৰ বাবে ঘৰৰ পৰা বিদায় লৈ ওলাই গ'ল।

সতিনীহঁতে আগৰে পৰা ঝিকদিমিক চকু-পাৰি দেখিব নোৱাৰিছিল। এনেই আগৰে পৰা তাইৰ ৰূপ-গুণ দেখি তেওঁলোকে ঈৰ্ষাতে জ্বলি-পুৰি মৰিছিল। তাতে ৰন্ধা-বঢ়া আৰু কাৰ্পেট বোৱাত তাই প্ৰথম হোৱাত যেন জ্বলা জুইত ঘিউহে ঢালিলে। তেওঁলোকে গিৰিয়েক বাহিৰলৈ যোৱাৰ বাবে বাট চাই আছিল। গিৰিয়েকে যি মুহূৰ্তত পদুলিমুখ পাৰ হ'ল, সেই মুহূৰ্তৰ পৰাই ছয়োজনী সতিনীয়ে লগ লাগি তাইৰ ওপৰত অকথ্য অত্যাচাৰ কৰিবলৈ আৰম্ভ কৰিলে। তাইক ইতৰ জন্তুৰ জীয়েক বুলি গালি পৰিবলৈ আৰম্ভ কৰিলে। সকলোৱে মিলি তাইক ঘৰৰ জাবৰ-জোঁথৰ পেলোৱা ঠাইত থাকিবলৈ দিলে। তাইক বাৰ বছৰৰ পচা ভাত আৰু পচা লাউপানী খাবলৈ দিলে। হাতুৰীৰে কোবাই তাইৰ আগদাঁত এটা ভাঙি দিলে। গিৰিয়েকে এৰি যাবৰ সময়ত তাই আছিল গৰ্ভৱতী। গিৰিয়েক নথকা অৱস্থাতে তাইৰ পুত্ৰ সন্তান এটাও হ'ল। সতিনীয়েকহঁতে তাইৰ পৰা কেঁচুৱাটো কাঢ়ি নি মাৰি পেলালে। দুখ আৰু বেজাৰত তাই শুকাই-ক্ষীণাই গৈ দেখিবলৈ অতি কুৰূপা আৰু জকা এটাৰ নিচিনা হৈ পৰিল।

বহুদিনৰ মূৰত চংপোন টাছি বেপাৰৰ পৰা উভতি আহিল। গিৰিয়েক উভতি

আহিলত বাকী পত্নীসকলে ঝিঁকদিমিৰ বিৰুদ্ধে নানাধৰণৰ কথা গিৰিয়েকৰ আগত ৰহণ সানি বৰ্ণনা কৰিলে। তাইৰ পুত্ৰ সন্তান হোৱাৰ কথাও গিৰিয়েকক জনালে আৰু লগতে ক'লে— 'ল'ৰাটো দেখিবলৈ বৰ ধুনীয়া আছিল, কিন্তু তাই আমাক ল'ৰাটো চুবলৈকে নিদিলে। তাক লৈ এদিন তাই নদীৰ পাৰলৈ গ'ল আৰু তাতে শিলত ঠেকেচা মাৰি কেঁচুৱাটো মাৰি পেলালে। অকল ইমানেই নহয়, তাই যেতিয়াই তেতিয়াই আমাক দাঁতেৰে কামুৰিবলৈ খেদি আহে, আমাক নোৱাৰিলে তাই শিল, লো, কাঠ আদি য'তে সি বস্তু পায় তাকে কামুৰি ফুৰে। তেনেকৈ কামুৰি ফুৰাৰ বাবে তাইৰ আগদাঁত এটা বহি গ'ল। নেদেখিছা তাইৰ ৰূপ, ঠিক এজনী ৰাক্ষসীহে যেন! এনে যখিনীক ৰাখি থ'লে এদিন আপোনাৰ গোটেই ঘৰ-সংসাৰ ধ্বংস হ'ব।'

পত্নীসকলৰ কথা শুনি চংপোন টাছি পতিয়ন গ'ল। বিশেষকৈ পুত্ৰ সন্তান মাৰি পেলোৱা শুনি তেওঁৰ কনিষ্ঠা পত্নী ঝিঁকদিমিৰ ওপৰত বৰ খং উঠিল। তেওঁ ঝিঁকদিমিক তেতিয়াই ধৰি বৰ নিষ্ঠুৰভাৱে প্ৰহাৰ কৰিলে আৰু অৱশেষত ডিঙিত ধৰি গটা মাৰি ঘৰৰ পৰা উলিয়াই দিলে। দুখ আৰু বেজাৰত ঝিঁকদিমি ঘৰৰ পৰা পোনে পোনে মাক থকা হাবিৰ ফালে খোজ ল'লে।

ঝিঁকদিমিয়ে হাবিলৈ গৈ চিঞৰি চিঞৰি মাকক মাতিলে। কিন্তু মাক হ'লে ওলাই নাহিল। এইবাৰ তাই সঁচাকৈয়ে নিৰাশ হ'ল। দিনতেই তাই চাৰিওফালে এন্ধাৰ দেখিলে। এজোপা ডাঙৰ গছৰ তলত বহি তাই কান্দিবলৈ ধৰিলে। তাইৰ কান্দোন শুনি হাবিৰ পৰা বাঘ, ভালুক, হাতী, মেথোন, ম'হ, উট, ঘোঁৰা, গৰু, হৰিণা, গাধ, ঘঁৰিয়াল, শহা, বান্দৰ, ধনেশ, ম'ৰা, কুলি, কেতেকী, টুনী আদি নানাধৰণৰ জীৱ-জন্তু আৰু চৰাই-চিৰকতি আহি তাইৰ চাৰিওফালে গোট খালে। তাই জীৱ-জন্তুবোৰৰ ওপৰত এবাৰ চকু ফুৰাই চাই মাকক নেদেখি পুনৰ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। তাইৰ কান্দোন শুনি ভালুকে দয়া আৰু মৰমেৰে সুধিলে— 'আই, তুমি কেলেই কান্দিছা?'

'মোৰ আইক বিচাৰি আহিছিলো, কিন্তু আয়ে আহি আজি মোক দেখা দিয়া নাই।' —তাই উত্তৰ দিলে।

এটা হৰিণাই আগবাঢ়ি আহি দুখেৰে ক'লে— 'তোমাৰ আই আজি কিছুদিন আগতে ঢুকাল।'

মাকৰ মৃত্যুৰ বাতৰি শুনি তাই আৰু জোৰেৰে কান্দিবলৈ ধৰিলে। তেতিয়া হাতী এটাই কাষলৈ আহি শুঁৰডাল তাইৰ মূৰত আলফুলে বুলাই দি ক'লে— 'নাকান্দিবা আই, যোৱা, তুমি ঘৰলৈ উভতি যোৱা।'

তাই তেতিয়া তাইৰ সকলো দুখৰ কাহিনী ভাঙি-পাতি জীৱ-জন্তুবোৰক শুনালে। তাইৰ কাহিনী শুনি জীৱ-জন্তুবোৰেও কান্দিবলৈ ধৰিলে। বাঘে চকুপানী মচি মচি ক'লে— 'তুমি তেতিয়াহ'লে উভতি যাব নালাগে আই! তুমি আমাৰ লগতে থাকিবা। আমি জীৱ-জন্তু, চৰাই-চিৰিকতি আদি সকলোৱে মিলি তোমাক থাকিবলৈ ঘৰ সাজি দিম, খাবলৈ ফল-মূল আনি দিম।' আজিৰ পৰা তুমি আমাৰ সকলোৰে বাইদেউ হ'বা।'

বাঘৰ কথাত সকলোৱে হয়ভৰ দিলে। ঝিকদিমিয়ে অলপ সান্ত্বনা পাই তাতেই মান্তি হ'ল। তাই মান্তি হোৱা দেখি জীৱ-জন্তু, চৰাই-চিৰিকতিবোৰ আনন্দত উত্ৰাৱল হৈ পৰিল। ভালুক, বান্দৰ, মেথোন, ঘোঁৰা, হাতী, বাঘ আদিয়ে আনন্দত নাচিবলৈ ধৰিলে, কুলিয়ে সুললিত সুৰত গীত জুৰিলে, ম'ৰা চৰাইবোৰে পেখম ধৰি নাচিবলৈ ধৰিলে। ঝিকদিমিয়ে মনৰ দুখ-বেজাৰ পাহৰি গ'ল আৰু হাঁহিবলৈ ধৰিলে। এতিয়া তাই এটা নতুন জীৱন লাভ কৰা যেন অনুভৱ কৰিলে।

তাৰ পিছদিনাৰ পৰাই জীৱ-জন্তু, চৰাই-চিৰিকতি সকলোৱে ঝিকদিমিৰ বাবে ঘৰ সজা কামত লাগি গ'ল। সিহঁতে ঝিকদিমিৰ দেউতাক চংপোন ঋিন্‌পোচেৰ হাড় আৰু মাক ঝিক উমুৰ হাড় গোটাই আনি তাৰে ডাঙৰ, শুধ বগা মন্দিৰ এটা সাজি উলিয়ালে। ঝিকদিমিয়ে পঢ়িবৰ বাবে ডাঙৰ ডাঙৰ ধৰ্মপুথি গোটাই আনি দিলে। পিন্ধিবলৈ গেৰুৱা বসন আনি দিলে। সেই তেতিয়াৰ পৰা হাবিখনত এক শান্তিয়ে বিৰাজ কৰিলে। বাঘে-ছাগে একে ঘাটতে পানী খোৱা হ'ল, মেকুৰীয়ে-নিগনিয়ে একেলগে শোৱা হ'ল। পুৱা-গধূলি সেই হাবিখনত সমস্বৰত গোৱা প্ৰাৰ্থনা সংগীত আৰু জালিং[১], ঢোল, ডম্বৰু, কাঁহ, ঘণ্টা আদিৰ শব্দ শুনা হ'ল।

এদিন গাঁৱৰ কেইজনমান চিকাৰীয়ে চিকাৰ কৰিবলৈ গৈ গধূলি গাঁৱলৈ উভতি আহি এটা আচৰিত বাতৰি দিলে। তেওঁলোকে কেনেকৈ হৰিণা এটা খেদি নিলে আৰু হৰিণাৰ পিছে পিছে লৰি গৈ হৰিণাৰ লগত এটা মন্দিৰত প্ৰৱেশ কৰিলে, তাত থকা সাম্য, সৌম্য মূৰ্তিৰ আনেমু[২] এজনীয়ে কেনেকৈ সিহঁতক জীৱ-জন্তু বধ নকৰিবলৈ উপদেশ দিলে আদি নানান কথা গাঁওবাসীক বিৱৰি ক'লে। এই কথা শুনি দলে দলে গাঁওবাসী মন্দিৰ দৰ্শন কৰিবলৈ আৰু

---

*১. জালিং— এটা বাদ্য-যন্ত্ৰ। কপ আৰু পিতলৰদ্বাৰা এই বাদ্য-যন্ত্ৰ নিৰ্মাণ কৰা হয়। ইয়াৰ মাত অতি শুৱলা। সেইবাবে মনৃপা, চেৰদুক্‌পেনসকলে শুৱলা মাতক জালিঙৰ মাতৰ লগত উপমা দিয়া দেখা যায়। পূজা-পাতল উপলক্ষে মন্দিৰ আদিত ইয়াক বজোৱা হয়।*

*২. আনেমু— বৌদ্ধ সন্ন্যাসিনী। ভিক্ষুণী।*

আনেমুৰ ৱাং[৩] ল'বলৈ হাবিলৈ যাবলৈ আৰম্ভ কৰিলে। অলপ দিনৰ ভিতৰতে আনেমুৰ খ্যাতি আৰু যশ-কীৰ্তি চাৰিওফালে বিয়পি পৰিল। চংপোন টাছিয়েও কথাটো শুনিলে। তেৰোঁ মন্দিৰ দৰ্শন কৰাৰ লগতে আনেমুৰ ৱাং লোৱাৰ কথা ভাবিলে। তেওঁ এদিন শুভদিন চাই ছয়োজনী পত্নীক লগত লৈ মন্দিৰ দৰ্শন কৰিবলৈ গ'ল। চংপোন টাছিয়ে মন্দিৰলৈ গৈ আগতে পত্নীসকলক ৱাং ল'বলৈ দিলে। অৱশেষত নিজে ৱাং ল'বৰ বাবে আনেমুৰ আগত মূৰ দোঁৱালে। কিন্তু আনেমুৱে চংপোন টাছিক ৱাং দিবলৈ অমান্তি হ'ল। চংপোন টাছিয়ে তাৰ কাৰণ সোধাত তেওঁ লাজতে এবাৰ মিচিকিয়াই হাঁহি দিলে। চংপোন টাছিয়ে দেখিলে, আনেমুৰ আগদাঁত নাই। তেওঁৰ মনত প্ৰবল কৌতূহল উপজিল। তেওঁ তেওঁৰ পৰিচয় জানিবলৈ বিচাৰিলে, কিন্তু তেওঁ নিজৰ পৰিচয় দিবলৈ মান্তি নহ'ল। এটা গধুৰ মন লৈ চংপোন টাছি নিজৰ ঘৰলৈ উভতি আহিল।

ঘৰলৈ উভতি আহি চংপোন টাছিয়ে মনে মনে আনেমুৰ পৰিচয়ৰ অনুসন্ধান চলালে। এটা এটাকৈ তেওঁ তেতিয়া তেওঁৰ সৰু পত্নী ঝিঁকদিমিৰ প্ৰতি কৰা বাকী পত্নীসকলৰ অত্যাচাৰৰ কথা জানিব পাৰিলে। আনেমুয়েই যে তেওঁৰ কনিষ্ঠা পত্নী ঝিঁকদিমি সেই কথা বুজিবলৈ বাকী নাথাকিল। তেওঁ ঝিঁকদিমিৰ প্ৰতি কৰা তেওঁৰ নিষ্ঠুৰ ব্যৱহাৰৰ কথা ভাবি অনুতপ্ত হ'ল। পত্নীসকলক তেওঁ তাৰবাবে মাৰধৰ কৰিলে। তাৰ পিছত গৈ আনেমুক পুনৰ তেওঁৰ লগত গৈ ঘৰ-সংসাৰ কৰিবলৈ অনুৰোধ জনালে। আনেমু এই প্ৰস্তাৱত মান্তি নহ'ল। কিন্তু জীৱ-জন্তুবোৰে আনেমুক সংসাৰলৈ উভতি গৈ জীৱনৰ বাকী দিনকেইটা আনন্দেৰে কটাবলৈ অনুৰোধ জনালে। তেওঁ জীৱ-জন্তুবোৰৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰিলে আৰু সিহঁতৰ অবিহনে থাকিব নোৱাৰিম বুলি কোৱাত কিছুমান জন্তু আৰু চৰাই তেওঁৰ লগত আহিবলৈ ওলাল।

চংপোন টাছি আৰু ঝিঁকদিমিৰ পুনৰ মিলন হ'ল। হেৰোৱা পত্নীক পুনৰ পাই চংপোন টাছিৰ মন আনন্দেৰে ভৰি পৰিল। তেওঁ বাকীকেইজনী পত্নীক ঝিঁকদিমিৰ বান্দী কৰি দি কেৱল ঝিঁকদিমিক পত্নী হিচাপে গ্ৰহণ কৰিলে। যিকেইটা জন্তু ঝিঁকদিমিৰ লগত আহিছিল, সেইবোৰ ঘৰচীয়া হৈ মানুহৰ মাজত থাকিল। তেতিয়াৰ পৰাই জন্তু ঘৰচীয়া হ'ল বুলি চেৰদুক্‌পেন জনজাতিৰ মানুহে বিশ্বাস কৰে।

*৩. ৱাং— আশীৰ্বাদ। হাত মূৰত থৈ বা পুথি, মূৰ্তি আদি মূৰত দি মন্ত্ৰ মাতি আশীৰ্বাদ দিয়া কাৰ্য।*

# জান আৰু মালোং

সৃষ্টিৰ আদিকালত পৃথিৱীত কোনো মানুহ নাছিল। তাকে দেখি ভগৱানে পৃথিৱীত আপুফুলৱা নামৰ এজন মানুহ আৰু মুইনিনি নামৰ তিৰোতা এজনী সৃষ্টি কৰি পঠাই দিলে। বহুদিন আপুফুলৱা আৰু মুইনিনিৰ মাজত দেখাদেখি নোহোৱাকৈ থাকিল। তাকে দেখি ভগৱানে দুয়োকে একেখন ঠাইত আনি এৰি দিলে। এদিন সেই ঠাইত দুয়োৰে মাজত দেখা-দেখি হ'ল। প্ৰথম দেখা-দেখিতে দুয়ো দুয়োকে ভাল পালে। তাৰ পিছত পতি-পত্নী হিচাপে একেলগে থাকিবলৈ ল'লে। সময়ত সিহঁতৰ পাঁচোটা ল'ৰা আৰু এজনী ছোৱালীৰ জন্ম হ'ল। সিহঁতৰ নাম হ'ল ক্ৰমান্বয়ে আচংগা, আৰংগামা, জান, মালোং, ৰেই আৰু বেই। তাৰ ভিতৰত আৰংগামা আছিল ছোৱালী। ডাঙৰ হ'লত আচংগাই আৰংগামাক বিয়া কৰালে আৰু মাক-দেউতাকৰ পৰা বেলেগ হৈ থাকিল। জান, মালোং, ৰেই আৰু বেই নতুন ঠাই আৰু ছোৱালী বিচাৰি ঘৰৰ পৰা ওলাল। বাটত জান আৰু মালোঙে বেলেগ এটা বাট ল'লে, ৰেই অৰু বেই অন্য এটা বাট লৈ বেলেগ হৈ গ'ল।

কিছুদিন পিছত জান আৰু মালোঙে এখন ঠাই পালেগৈ। সেই ঠাইখনত এজোপা ডাঙৰ গছ আছিল। গছজোপা ইমান ডাঙৰ আছিল যে ই দুই পৰ্বতৰ মাজৰ গোটেই ঠাইখিনিজুৰি গোটেই বাট ভেটি থৈছিল। সেই গছজোপা কাটি বগৰাই বাট উলিয়াবৰ বাবে তাত আগৰে পৰা বিভিন্ন জাতিৰ মানুহ গোট খাই আছিল। সিহঁতে গছজোপা আধা কাটি থৈ ভাত-পানী ৰান্ধি খাই আছিল। তাকে দেখি জানে মালোঙক ক'লে— 'ব'ল, সিহঁতে ভাত-পানী ৰান্ধি খাই থাকোঁতে আমি গছজোপা কাটি বগৰাই দি আগবাঢ়ি যাওঁ, যাতে আমি সকলোৰে আগত ভাল ঠাই ল'বগৈ পাৰোঁ। সিহঁতে গছজোপা কাটি বগৰাই দি বাট উলিয়ালে আৰু খৰখেদাকৈ আগবাঢ়ি গ'ল। বাটতে সিহঁতে বহুতো ধুনীয়া ধুনীয়া ঠাই পালে; কিন্তু সিহঁতৰ এখনো ঠাইতে মন নবহিল। অৱশেষত সিহঁতে কোলাই-বাটোং নামৰ ঠাইত উপস্থিত হ'ল। সেই ঠাইত সিহঁতৰ ভাল লগা বাবে সিহঁতে

তাতে থাকিবলৈ ল'লে। অলপ পিছত ল'ৰা-তিৰোতাৰে সৈতে কিছুমান বুগুন মানুহো আহিল। জান আৰু মালোঙে নিজৰ জাতিৰ মানুহ পাই সিহঁতকো লগত থাকিবলৈ দিলে। তাৰে আৰু কিছুদিন পিছত অঁকা আৰু ধামাইসকলো ল'ৰা-তিৰোতাসহ আহিল আৰু সিহঁতৰ কাষত থাকিবলৈ ল'লে।

কোলাই-ৰাটোং দেৱতাৰ উদ্দেশি বুগুনসকলে মেথোন এটা কাটি পূজা দিলে। অঁকা আৰু ধামাইসকলে পূজা দিলে বলদ এটা কাটি। সেই উদ্দেশি এটা ডাঙৰ ভোজ হ'ল। ভোজৰ শেষত বুগুন ল'ৰা-ছোৱালীবিলাকে মেথোনৰ বোঁলা[১] লৈ খেলিবলৈ ধৰিলে। ধামাই আৰু অঁকা ল'ৰা-ছোৱালীয়ে বলদৰ বোঁলা লৈ খেলিলে। বুগুন ল'ৰা-ছোৱালীৰ বোঁলা দেখি অঁকা আৰু ধামাই ল'ৰা-ছোৱালীবোৰে কান্দিবলৈ ধৰিলে। তাকে দেখি জানে কিয় কান্দিছে বুলি সুধিলে। অঁকা আৰু ধামাই মানুহ দুটাই একেলগে উত্তৰ দিলে— 'আমাৰ ল'ৰা-ছোৱালীবোৰে মেথোনৰ বোঁলা লৈ খেলিব খুজিছে।' জানে ক'লে— 'অ' সেইটোহে কথা!' সেই বুলি সি দুটা মেথোনৰ বোঁলা লৈ তাৰে এটা ধামাই ল'ৰা-ছোৱালীক দিলে আৰু আনটো অঁকা ল'ৰা-ছোৱালীক দিলে। বাকী দুটা নিজে ৰাখিলে।

জানৰ উদাৰতাত অঁকা আৰু ধামাইসকল আনন্দিত হ'ল। কিছুদিন তাত থকাৰ পিছত অঁকা আৰু ধামাইসকল বোপা-ৰাটোং নামৰ ঠাইলৈ উঠি গ'ল আৰু তাত বাহৰ পাতি কিছুদিন থাকিল। এদিন অঁকা আৰু ধামাইসকলে হাবিলৈ গৈ এটা গাহৰি মাৰি আনিলে। সেইদিনা বুগুন আৰু বাংনিসকলেও আহি সেই ঠাই পালত অঁকা আৰু ধামাইসকলে সিহঁতকো লগত থাকিবলৈ দিলে। সিহঁতে বাংনিসকলক গাহৰি মঙহৰ ভাগ এটা দিলে। কিন্তু জান আৰু মালোঙক বোঁলা দুটা দি ক'লে— 'যিহেতু তহঁতে আগতে আমাক কেৱল মেথোনৰ ঠেং দুটা দিছিলি, গতিকে আমিও তহঁতক ঠেং দুটা দিছো। ঠেং দুটা পোৱা কাৰণেই জাতত তহঁত আমাতকৈ সৰু হ'লি আৰু আমি এই ঠাইৰ ৰজা হ'লো। এতিয়া তহঁত আমাৰ প্ৰজা হৈ থাকিব লাগিব আৰু আমাক কৰ দিব লাগিব।'

তাৰ পিছদিনা বুগুন আৰু বাংনিসকল শুই উঠাৰ আগেয়ে অঁকা আৰু ধামাইসকল শোৱাৰ প'ৰা উঠি ভাল ঠাই বিচাৰি যাত্ৰা কৰিলে। য'তেই সিহঁতে

---

*১.বোঁলা— জন্তুৰ ঠেং, তাকে কিছুমান জনজাতীয় ল'ৰা-ছোৱালীয়ে খেলৰ সামগ্ৰী হিচাপে ব্যৱহাৰ কৰে।*

ভাল ঠাই পালে, ত'তেই হেঁদা[২] মাৰি দিলে, যাতে অন্য কোনেও তাত বাস কৰিব নোৱাৰে। জান আৰু মালোঙে য'লৈকে নাযাওক সকলোতে সেইবোৰ দেখি হতাশ হ'ল। শেষত জান আৰু মালোং চাচিদা নামৰ এখন গাঁৱত ওলালগৈ। দূৰৈৰ পৰা গাঁৱৰ মানুহবিলাকক দেখি সিহঁতে ভয় খালে। সেইবাবে সিহঁতে লগত নিয়া মেথোনটো কাটি খাই গাত বল গোটাই ল'লে আৰু নির্ভয় মনেৰে গাঁৱত সোমালগৈ। কিন্তু গাঁওখনৰ বাসিন্দা আছিল সিহঁতৰে বুগুন জাতিৰ। সিহঁতে বৰ ভাল পাই চাচিদা গাঁৱত থাকিবলৈ ল'লে।

সেই চাচিদা গাঁৱৰ কাষতে নামপ্রি নামৰ আন এখন বুগুন গাঁও আছিল। তাত খোৰো নামৰ এজনী আলৰ বুঢ়ী আছিল। বুঢ়ীৰ আবু লিং নামৰ এজনী ধুনীয়া নাতিনীয়েকৰ বাহিৰে আন কোনো নাছিল। সেই গাঁৱৰে লো চুজো নামৰ এজন ডেকাই তাইক বিয়া কৰাব খুজিলত বুঢ়ীয়ে সম্মতি দি থৈছিল। সেই ছোৱালীজনীৰ ৰূপ-গুণৰ কথা জান আৰু মালোঙৰ কাণত পৰিল। সিহঁতে খোৰো বুঢ়ীৰ ওচৰলৈ গ'ল আৰু আবু লিঙক খুজিলে। জানক দেখি বুঢ়ীৰ বৰ পছন্দ হ'ল আৰু তেতিয়াই জানৰ লগত নাতিনীয়েকক বিয়া দিম বুলি সম্মতি দি সিহঁতক ভাত-পানী খুৱাই ওভতাই পঠালে। বুঢ়ীৰ কথাত সিহঁত বৰ আনন্দিত হৈ চাচিদা গাঁৱত থকা সিহঁতৰ ঘৰলৈ উভতি আহিল।

লো চুজোৱে কথাটো জানিবলৈ পালে। তাৰ বৰ খং উঠিল। সি যেনে তেনে আবু লিঙক বিয়া কৰাবলৈ মনতে পাঙিলে। তাৰ পিছদিনা সি হাবিলৈ গৈ এটা হৰিণা মাৰি আনিলে। সি হৰিণাৰ ছালখন চেলাই ৰ'দত দি ভালদৰে শুকুৱালে। হৰিণাৰ ছালখন শুকালত সি তাক চাৰিকোণীয়াকৈ কাটি ল'লে আৰু তাকে লৈ খোৰো বুঢ়ীৰ তালৈ গ'ল। বুঢ়ীৰ চাং ঘৰৰ বাৰাণ্ডাৰ মজিয়াত ছালখন পাৰি তাৰ ওপৰত বহি সি গাবলৈ ধৰিলে ঃ

'মই এটা ডাঙৰ শিল
মই এটা ডাঙৰ বৃক্ষ;
মোতকৈ ডাঙৰ কোনো নাই
কোনেও নোৱাৰে মোক কৰিব জয়।'

ইতিমধ্যে বেলি ডুব গৈ ৰাতি হ'ল। জান আৰু মালোঙে সেই সময়ত বুঢ়ীক

---

২. হেঁদা— স্বত্ব পতাকা। হাবিত বস্তু এটা পালে হেঁদা লগাই থয় যাতে আনে নিব নোৱাৰে।

লগ পাবলৈ আহি লো চুজোক গীত গাই থকা দেখিবলৈ পালে। সিহঁতে চাং ঘৰৰ তলত সোমাল। খোৰো বুঢ়ী কিছুপৰৰ মূৰত বাহিৰলৈ ওলাই আহিল। তাই লো চুজোৰ গীতৰ প্ৰশংসা কৰিলে। তাৰ পিছত তাক ভিতৰলৈ মাতি লৈ গ'ল। লো চুজো ভিতৰলৈ যোৱাত চল পাই চং ঘৰৰ তলৰ পৰা জান আৰু মালোঙে কুঠাৰেৰে হৰিণাৰ ছালখন কাটিবলৈ আৰম্ভ কৰিলে। অতি সহজে ছালখন বিন্ধি গ'ল। তাকে দেখি দুয়ো ককাই-ভায়ে ফিচিঙা-ফিচিঙি কৰি হাঁহি কথা পাতিব ধৰিলে। 'এইখন দেখোন কাঠো নহয় শিলো নহয়, মাথোন সাধাৰণ এখন ছালহে। সি তাকে লৈ নিজকে বৰ ডাঙৰ বৰ বুলি ভাবিছে। তাৰ বীৰত্ব কিমান চোৱা যাওকচোন বাৰু!'

ভিতৰত বহি থকা লো চুজোই বাহিৰত অস্পষ্ট শব্দ শুনিবলৈ পাই কুকুৰে তাৰ ছালখন কুটিছে বুলি ওলাই আহিল। এন্ধাৰত সি একো দেখা নাপাই কুকুৰক উদ্দেশ্য কৰি ছাঃ ছাঃ বুলি মাতিলে। মাত শুনি বাৰাণ্ডাত বহি থকা খোৰো বুঢ়ীৰ কুকুৰ আঁতৰি গ'ল। সি ঘৰৰ ভিতৰলৈ পুনৰ সোমাই গ'ল আৰু বুঢ়ীয়ে দিয়া পোৰা আলু আৰু লাউপানী খালে। সিফালে সেই সুবিধাতে জান আৰু মালোঙে তাৰ ছালখনত ডাঙৰ বিন্ধা এটা কৰি পেলালে। তাৰ লাউপানী খোৱা হ'লত লো চুজো বাহিৰলৈ ওলাই আহিল। এন্ধাৰত সি তাৰ ছালখনৰ বিন্ধা দেখা নাপালে। গতিকে তাৰ ওপৰত বহি সি পুনৰ তাৰ গীত গাবলৈ আৰম্ভ কৰিলে। সুবিধা বুজি জান আৰু মালোঙে পিছফালৰ পৰা কুঠাৰেৰে ঘপিয়াই তাক মাৰিলে। লো চুজো মৰিলত সিহঁতে আনন্দতে চিএৰি চিএৰি ক'লে—

'তই আছিলি এটা ডাঙৰ শিল
তই আছিলি এডাল ডাঙৰ বৃক্ষ;
কোনেও নোৱাৰিছিল তোক কৰিব জয়
কিন্তু তই নিধন হ'লি আমাৰ হাতত।'

গীতটো গোৱা হ'লত সিহঁতৰ জ্ঞান হ'ল। নিজৰ অপৰাধৰ বাবে সিহঁতে ভয় খালে আৰু ৰাতিয়েই সিহঁতে প্ৰাণ লৈ তাৰ পৰা পলাই গ'ল। গাঁওবাসীয়ে পিছদিনা পুৱা লো চুজোক মৃত অৱস্থাত পালে। তাৰ বাবে গাঁওবাসীয়ে জান আৰু মালোঙৰ বিৰুদ্ধে ধামাইসকলৰ ওচৰত গোচৰ তৰিলে। ধামাইসকলে আগৰে পৰা জান আৰু মালোঙক মাৰিবৰ কাৰণে ছেগ বিচাৰি আছিল। গতিকে সিহঁতে দা, ধেনু-কাঁড় আদি লৈ জান আৰু মালোঙক বিচাৰি ওলাল। ইতিমধ্যে

জান আৰু মালোঙে দোখো নদী পাৰ হৈ গৈছিল। তাৰ পৰা কিছু দূৰ আগবাঢ়ি গৈ সিহঁতে পাহাৰৰ গাত আউজি থকা এটা ডাঙৰ শিল পালে। সিহঁতে দুডোখৰ কাঠ কাটি আনি সিহঁতৰ জোখাৰে টুকুৰা কৰি বাটত শুৱাই দি তাৰ ওপৰত কাপোৰ জাপি দিলে যাতে বাহিৰৰ পৰা দুজন মানুহ শুই থকাৰ দৰে দেখি। তাৰ পিছত নিজে সেই শিলডোখৰৰ ওপৰত উঠিল আৰু তাৰ চাৰিওফালে ডাঙৰ ডাঙৰ শিলেৰে আঁৰ দি লুকাই থাকিল। জান আৰু মালোঙক খেদি অহা ধামাইসকলে সেই ঠাইখন পাই কাঠ দুটুকুৰা দেখা পালে। সিহঁতে তাতে জান আৰু মালোং শুই থকা বুলি ভাবি দা উলিয়াই কাটিবলৈ ধৰিলে। তেনেতে জান আৰু মালোঙে ওপৰৰ পৰা শিলবোৰ বগৰাই দিলে। বহু মানুহ শিলৰ খুন্দা খাই মৰিল আৰু বাকীবোৰ ভয়তে পলাই গ'ল। তাৰ পিছতা জান আৰু মালোং মানুহৰ ভয়ত গাঁৱলৈ উভতি নগ'ল। বনতেই সিহঁতে অনাই-বনাই ফুৰিবলৈ ধৰিলে আৰু ক্ৰমান্বয়ে সিহঁত হিংস্ৰ হৈ পৰিল।

সেই সময়ত নিচু আৰু নিমু নামৰ দুই অঁকা ভাই-ককায়ে জামিৰি নামৰ এখন ঠাইত বাস কৰিছিল। এদিন নিচু আৰু নিমুৱে এক বাংচুং[১] ভাত আৰু এচুঙা লাউপানী লৈ হাবিত চিকাৰ কৰিবলৈ গ'ল। সিহঁতে এটা গছৰ খোৰোঙত বস্তু লুকাই থৈ চিকাৰ কৰিবলৈ হাবিত সোমাল। জান আৰু মালোঙে দূৰৰ পৰা সেইবোৰ লক্ষ্য কৰি আছিল। গতিকে নিচু আৰু নিমু আঁতৰি যোৱাৰ লগে লগে সিহঁত ওলাই আহিল আৰু ভাত-পানীবোৰ খাই গুচি গ'ল। বহুদিনৰ মূৰত এনেকৈ ভাত-পানী খাবলৈ পাই সিহঁতে বৰ সোৱাদ পালে। গধূলি সময়ত ভোক আৰু ভাগৰত ক্লান্ত হৈ নিচু আৰু নিমু উভতি আহিল। সিহঁতে ভাতৰ বাংচুং আৰু লাউপানীৰ চুঙা খালি হৈ পৰি থকা দেখিবলৈ পালে। ভাত-পানী এনেদৰে খাই যোৱাত সিহঁতৰ বৰ খং উঠিল।

তাৰ পিছদিনাৰ পৰা একেটা ঘটনা সদায় হ'বলৈ ধৰিলে। নিচু আৰু নিমুৱে চিকাৰলৈ যাওঁতে ভাত-পানী সদায় সেই গছৰ খোৰোঙত লুকাই থৈ গুচি যায়। প্ৰত্যেক দিনে কোনোনো আহি সিহঁতৰ ভাত-পানীবোৰ খাই থৈ যায়। জানিবৰ বাবে নিচু আৰু নিমুৰ কৌতূহল উপজিল। সিহঁতে চোৰ ধৰিবৰ কাৰণে ঠিক কৰিলে। সেই উদ্দেশে চাৰিটা ডাঙৰ চিকাৰী কুকুৰ আনি সেই গছৰ পৰা অলপ

---

*বাংচুং— বাঁহেৰে নিৰ্মিত 'টিফিন কেৰিয়াৰ'ৰ নিচিনা পাত্ৰ।*

দূৰত থকা জোপোহা বনৰ আঁৰত লুকাই থ'লে। তাৰ পিছতে সিহঁতে গছৰ খোৰোঙত সিহঁতৰ ভাত থৈ লুকাই থাকিল। জান আৰু মালোং সেইদিনাও অন্য দিনৰ দৰে নিৰ্ভয় মনৰে আহি ভাত-পানী চুৰ কৰি খোৱাত লাগি গ'ল। ঠিক আধা খোৱা হ'লত নিচুৱে কুকুৰবোৰ এৰি দিলে। কুকুৰৰ মাত শুনি মালোঙে পলাই গ'ল। কিন্তু জানে লাউপানী অলপ বেছিকৈ খাইছিল; গতিকে সি পলাব নোৱাৰি ধৰা পৰিল। তাৰ পিছতো নিচু আৰু নিমুৱে মালোঙক চিঞৰি মাতিলে— 'হেৰৌ আহ, ঘূৰি আহ, আমি তোক একো নকৰো। তই উভতি আহ।'

মালোং সিহঁতৰ কাষলৈ উভতি আহিল। নিচু আৰু নিমুৱে সিহঁতক এনেদৰে বনৰীয়া হৈ থকাৰ কাৰণ সুধিলে। সিহঁতে ক'লে— 'আমি এটা মানুহ মাৰিছিলো। সেই কাৰণে ধামাইসকলে আমাক মাৰিবলৈ খেদি আহিল। আমি আৰু মানুহৰ মাজলৈ যাব নোৱৰা হ'লো। আমাৰ কোনো ৰজা নাই, সেই কাৰণে আমাৰ এনে অৱস্থা। যদি আমি এজন ৰজা পাওঁ, তেন্তে আমিও ঘৰ সাজি ভালদৰে থাকিব খোজোঁ।'

তাকে শুনি নিচুৱে ক'লে— 'আমিওতো ৰজা। তহঁত আমাৰ ৰাজ্যত ঘৰ সাজি থাকিব পাৰ। কিন্তু তাৰ বিনিময়ত তহঁতে আমাক কৰ দিব লাগিব।'

জান আৰু মালোং, নিচু আৰু নিমুৰে সৈতে মানুহৰ মাজলৈ উভতি আহিল। নিচু আৰু নিমুৱে সিহঁতক নিজৰ ইচ্ছামতে এখন ঠাই বাচি ল'বলৈ ক'লে। সেইমতে জান আৰু মালোঙে গাঁও পাতিবৰ বাবে ঠাই বিচাৰিবলৈ ধৰিলে। কিন্তু এখনো ঠাই সিহঁতৰ ভাল নালাগিল। এনেদৰে এদিন ঠাই বিচাৰি ফুৰোঁতে কুজিং চৰাই এটা উৰি আহিল আৰু কৈ গ'ল 'ক্যাং' নামৰ ঠাইত গাঁও পাতিবলৈ।

কুজিং চৰাইৰ কথামতে জান আৰু মালোঙে ক্যাং নামৰ ঠাইত গাঁও পাতিলে। নিচু আৰু নিমুৱে সিহঁতক লিচিনী গাঁৱৰ পৰা ছোৱালী আনি বিয়া পাতি দিলে। সিহঁতেও নিচু আৰু নিমুক ৰজা জ্ঞান কৰি কৰ-কাটল দি সুখেৰে থাকিল।

# আপুফুলৰা, নিকুমা-মাদোঙমা আৰু সিহঁতৰ সন্তান

আগৰ সাধুত আপুফুলৰা আৰু মুইনিনিৰ কথা কোৱা হৈছে। আপুফুলৰা আৰু মুইনিনিৰ ল'ৰা-ছোৱালীবোৰ ডাঙৰ হ'লত সিহঁত সকলো মাক-দেউতাকৰ পৰা আঁতৰি গুচি গ'ল। আপুফুলৰাও সময়ত বুঢ়া হ'ল। কিন্তু মুইনিনি ধুনীয়া গাভৰু হৈয়ে থাকিল। আপুফুলৰা বুঢ়া হোৱাত মুইনিনিৰ বৰ দুখ। গতিকে তাই নদীৰ ঘাটলৈ পানী আনিবলৈ যাওঁতে এডোখৰ শিলৰ ওপৰত বহি দুখ কৰি গায় ঃ

'আপুফুলৰা হ'ল বুঢ়া,<br>
মই থাকিলো গাভৰু হৈ<br>
তেওঁৰ যদি হয় মৃত্যু মই কৰিম কি?<br>
ল'ৰা-ছোৱালীয়েও আমাক গ'ল এৰি।'

মুইনিনিয়ে যিখিনি ঠাইত বহি গীত গাইছিল, সেইখিনি ঠাইৰ কাষতে এজন জলদেৱতাই বাস কৰিছিল। তেওঁ সদায় মুইনিনিৰ গীত শুনিছিল। তাইৰ গীতৰ অৰ্থ বুজিব পাৰি এদিন ভাবিলে— 'মানুহজনীয়ে গিৰিয়েক বুঢ়া হোৱা বাবে সদায় দুখ কৰি থাকে। যদি তাই ডেকা মানুহ এটা পায়। তেন্তে তাই বৰ সুখী হ'ব। ময়ো দেখোন ডেকা হৈয়েই আছো, গতিকে ময়েই তাইক বিয়া কৰাব খুজিলে তাই মান্তি হ'ব নিশ্চয়!' সেইদিনাৰ পৰা তেওঁ মুইনিনিক ধৰি নিবলৈ সুবিধা চাই থাকিল।

এদিন পানী আনিবলৈ যাওঁতে মুইনিনিৰ পানীত সাঁতুৰিবৰ ইচ্ছা গ'ল। তাই পানী অনা চুঙাবোৰ পাৰত থ'লে, গাৰ কাপোৰ-কানিবোৰ খুলি তাৰ কাষত থৈ সম্পূৰ্ণ নাঙঠ হৈ পানীত নামিল। সুবিধা বুজি জলদেৱতাই তাইক ধৰি নি পানীৰ তলত থকা তেওঁৰ কাৰেঙলৈ লৈ গ'ল। তাতে তেওঁ তাইক বিয়া কৰালে। মুইনিনিয়ে নতুন পতিৰ লগত সুখেৰে থাকিল।

সিফালে বহু সময় বাট চোৱাৰ পিছতো যেতিয়া মুইনিনি ঘাটৰ পৰা ঘৰলৈ উভতি নাহিল, তেতিয়া আপুফুলৱাই তাইক বিচাৰি নৈলৈ গ'ল। তাত সি মুইনিনিৰ কাপোৰ আৰু পানী নিয়া বাঁহৰ চুঙাবোৰ পৰি থকা দেখিবলৈ পালে। সি তাইক মাছ মাৰিবলৈ যোৱা বুলি ভাবিলে; গতিকে নদীৰ কাষে কাষে ঘূৰি-পকি সি মুইনিনিক চিঞৰি চিঞৰি মাতিলে; কিন্তু তাইৰ পৰা কোনো উত্তৰ নাহিল। তাইক বিচাৰি গৈ গৈ সি সদূৰ তিব্বত পালেগৈ। ইমান দূৰলৈকে বিচাৰিও মুইনিনিক নোপোৱাত স্বাভাৱিকতে সি হতাশ হৈ পৰিল। মুইনিনিক পুনৰ পোৱাৰ আশা বাদ দি সি তাৰ পৰা ঘৰলৈ উভতিল।

আহি থাকোঁতে বাটত আপুফুলৱাই নিকুমা-মাদোঙমা নামৰ এজনী কুৎসিত ছোৱালী লগ পালে। তাইৰ মাথোন এটা চকু, এখন কাণ, এখন হাত আৰু এখন ভৰি আছিল; নাক কিন্তু নাছিলেই। তাইৰ কুৎসিত ৰূপ দেখি আপুফুলৱাই ভাবিলে— এনেকুৱা কুৎসিত ছোৱালীয়ে পৃথিৱীত থাকিব পাৰে ভাবিবই নোৱাৰি। তাইৰ কুৎসিত ৰূপটো দেখিয়েই মনত ঘৃণা উপজি গৈছে। কোন মানুহেনো এনে ছোৱালীক বিয়া কৰাবলৈ আগবাঢ়ি আহিব? পিছ মুহূর্ততে সি পুনৰ ভাবিলে— মই বুঢ়া হ'লো। সেইবাবেই মুইনিনিয়ে মোক এৰি থৈ গুচি গ'ল। গোটেই জীৱনটো এতিয়া মই অকলশৰে কটাব লাগিব। এই বুঢ়া বয়সত মই বিচাৰিলেও ছোৱালী এজনী নাপাওঁ। গতিকে এইক বিয়া কৰালে মোৰ একো লোকচান নহয়; বৰং পতি এজন পালে তাইৰ জীৱনো সার্থক হ'ব।

সি নিকুমা মাদোঙমাক বিয়াৰ প্ৰস্তাৱ দিলে। তাই আনন্দেৰ সেই প্ৰস্তাৱ গ্ৰহণ কৰিলে। নিকুমা মাদোঙমাক বিয়া কৰাই সি ঘৰলৈ উভতি আহিল।

কিছুদিনৰ পিছত নিকুমা মাদোঙমা গর্ভৱতী হ'ল। সময়ত তাই সন্তান এটি জন্ম দিলে। কিন্তু সন্তানটো মানুহ নহৈ হ'ল শিল এটা। মাক-বাপেকে তাৰ মুখৰ পৰা মাত উলিয়াবলৈ যত্ন কৰিলে। কিন্তু সিহঁতৰ সকলো চেষ্টা ব্যৰ্থ হ'ল। শিলৰ মুখৰ পৰা মাত নোলাল। তাতে আপুফুলৱা আৰু নিকুমা-মাদোঙমাৰ বৰ খং উঠিল। সিহঁতে তাৰ মুখৰ পৰা যেনে-তেনে মাত উলিওৱাৰ কাৰণে দৃঢ় সংকল্পবদ্ধ হ'ল। সেই নিমিত্তে সিহঁতে গধুৰ গধুৰ কাঠৰ পাঁচোটা বোজা তাৰ ওপৰত জাপি দিলে। কিন্তু সি নিমাত হৈ থাকিল। আপুফুলৱাই পুনৰ তাৰ ওপৰত পানী ভৰি থকা পাঁচোটা বাঁহৰ চুঙা জাপি

দিলে। তথাপি যেতিয়া সি নিমাত হৈ থাকিল, তেতিয়া তাৰ ওপৰত আকৌ পাঁচোটা বেতৰ বোজা জাপি দিয়া হ'ল। তাতো যেতিয়া একো নহ'ল, তেতিয়া সিহঁতে পাঁচোটা বাঁহৰ বোজা জাপি দিলে। তাৰ পিছতো সি নিমাত হৈ থকা দেখি সিহঁতে তাৰ ওপৰত পাঁচোটা খেৰৰ বোজা জাপি দিলে। আপুফুলৱা আৰু নিকুমা মাদোঙমাই যেতিয়া একোতে সিহঁতৰ সন্তানৰ মুখৰ পৰা মাত উলিয়াব নোৱাৰিলে, তেতিয়া আপুফুলৱাৰ বৰ খং উঠিল আৰু সেই খঙৰ ভমকতে সি শিল টুকুৰা হাবিলৈ দলি মাৰি পেলাই দিলে। তেতিয়াহে সিহঁতৰ সন্তানৰ মুখৰ পৰা মাত ওলাল। শিলটোৱে মাক-দেউতাকক উদ্দেশ্য কৰি ক'লে— 'আই-দেউতা! আপোনালোকে মোক হাবিত দলিয়াই পেলাই দি খুউব ভাল কাম কৰিলে। মই হাবি-বননিত থাকিবলৈহে জন্ম লৈছিলো। কাৰণ মোৰ পৰাই পানী ওলাই নদীৰ সৃষ্টি হ'ব, মোৰ বুকুতে গছ-গছনি, ঘাঁহ-বন, শস্য আদি গজিব। মই শিল হৈ থাকিলে আপোনালোকৰ সন্তানে মোৰ আশ্ৰয়ত গুহা কৰি বা ঘৰ সাজি থাকিব। মই নদীৰূপে বৈ থাকিলে তাৰ মাজত বহু মাছ থাকিবলৈ ল'ব। আপোনালোকৰ সন্তান-সন্ততিয়ে সেই মাছ মাৰি খাব পাৰিব আৰু সেই মাছ মৰা কামতো মই সহায় কৰিম।' আপুফুলৱা আৰু নিকুমা-মাদোঙমাই শিলচটা তাতে এৰি ঘৰলৈ উভতি গ'ল।

তাৰ কিছুদিনৰ মূৰত নিকুমা-মাদোঙমাই পুত্ৰ সন্তান এটা জন্ম দিলে। সন্তানটো মানুহো নহয়, জন্তুও নহয়, নিৰ্জীৱ বস্তুও নহয়, তাৰ মাজতে কিম্ভুত-কিমাকাৰ এটা প্ৰাণী হ'ল। মাক-বাপেকে তাৰ নাম ৰাখিলে তাকোইং। ল'ৰাটোৱে উপজিবৰ পৰা দৌৰাদৌৰি কৰিবলৈ আৰম্ভ কৰিলে। অকল দৌৰি ফুৰাই নহয়, দৌৰি ফুৰোঁতে সি দিং দোং শব্দও কৰিবলৈ ধৰিলে। যেতিয়া আপুফুলৱা আৰু নিকুমা-মাদোঙমাই ভাত ৰান্ধিবৰ কাৰণে জুই জ্বলায়, তেতিয়া সি হয়তো জুইখিনি নুমুৱাই পেলায় বা বেছিকৈ ফুৱাই দপ্‌দপাই জুইকুৰা জ্বলাই দি তাৰ শিখা ইফাল-সিফাল ফুৰাই নচুৱাই থাকে। ঘৰৰ কাপোৰ-কানি, ঘৰৰ চাল, শস্য, পাতল বস্তু আদি পালেই সি জুইত পেলাই দিয়ে। তাৰ এনে কাৰ্যত মাক-বাপেকৰ বৰ বিৰক্তি উপজিল। এদিন আপুফুলৱাই তাক খঙতে গোৰ মাৰি দিলে আৰু লগতে ঘৰৰ পৰা ওলাই যাবলৈ ক'লে। সি দেউতাকৰ খাপৰ পৰা দা আৰু চৌকাৰ পৰা জ্বলি থকা

কাঠ এটুকুৰা লৈ আকাশলৈ গুচি গ'ল আৰু যাওঁতে কৈ গ'ল— 'মই আকাশলৈ যাওঁ। তাত এটা ডাঙৰ ড্ৰেগনে বাস কৰে। সি পৃথিৱীত বৰষুণ পৰাৰ পৰা বাধা দি ৰাখে। মই তাৰ লগত যুঁজি পৃথিৱীত বৰষুণ দিয়াম। তাৰ ফল আপোনালোকে আৰু আপোনালোকৰ ল'ৰা-ছোৱালীয়ে ভোগ কৰিব।'

সেই কাৰণে যেতিয়া তাকোইঙে ড্ৰেগনৰ সৈতে যুদ্ধ কৰে, তেতিয়া আমি আকাশত গৰ্জন শুনিবলৈ পাওঁ আৰু যেতিয়া সি তাৰ জ্বলা আঙঠাৰে ড্ৰেগনক ভয় দেখুৱায়, তেতিয়া আমি আকাশত বিজুলী-ঢেৰেকণি দেখিবলৈ পাওঁ।

তাৰ পিছত নিকুমা-মাদোঙমাই তৃতীয় সন্তানৰ জন্ম দিলে। তাৰ নাম থোৱা হ'ল কালাও। জন্মিয়েই সি গুৰৰ-গাৰৰ শব্দ কৰি চাৰিওফালে ঘূৰিবলৈ ধৰিলে। সি অকলে অকলে ঘূৰিয়েই ক্ষান্ত নাথাকিল, তাৰ লগতে সি মাক-বাপেককো ঘূৰিবলৈ বাধ্য কৰালে। ফলত সিহঁতে কাম কৰিব নোৱৰা হ'ল। আপুফুলৱাৰ তাতে বৰ খং উঠিল। সি কালাওক গোৰ মাৰি ঘৰৰ পৰা ওলাই যাবলৈ ক'লে।দেউতাকৰ ব্যৱহাৰত কালাৱৰ বৰ খং উঠিল। সি দেউতাকক ক'লে— 'আপুনি মোক ভৰিৰে গোৰ মৰাৰ কোনো যুক্তি নাছিল। আপোনাৰ দৰে মোৰো খং বোলা বস্তু এটা আছে। আপুনি মোক যেনে ব্যৱহাৰ কৰিলে, তাৰ প্ৰতিশোধ মই নোলোৱাকৈ নাথাকো। মই পৃথিৱীক কঁপাই তুলি প্ৰাকৃতিক দুৰ্যোগ ঘটাম আৰু আপোনাক তথা আপোনালোকৰ সন্তান-সন্ততিক দুখ-কষ্ট দিম।' সেইবুলি কৈ সি মাটিৰ তললৈ গুচি গ'ল। সেই তেতিয়াৰ পৰা যেতিয়াই কালাৱে চক্ৰাকাৰে ঘূৰিবলৈ লয়, তেতিয়াই পৃথিৱীত ভূমিকম্প হয় আৰু তেতিয়া মানুহৰ নানাধৰণৰ আলৈ-আথানি হয়।

তাৰ পিছত নিকুমা-মাদোঙমাৰ চতুৰ্থ সন্তানৰ জন্ম হ'ল। সন্তানটোৰ নাম চাক মাও থোৱা হ'ল। সি জন্ম হোৱাৰ লগে লগে গোটেই পৃথিৱী আন্ধাৰ হৈ গ'ল। সেই আন্ধাৰত আপুফুলৱা আৰু নিকুমা-মাদোঙমা, উভয়ে উভয়ক দেখা নোপোৱা হ'ল। আপুফুলৱা আৰু নিকুমা-মাদোঙমাই খঙতে দুয়ো ফালৰ পৰা সন্তানটোক প্ৰহাৰ কৰিবলৈ ধৰিলে। মাক-বাপেকৰ প্ৰহাৰত অতিষ্ঠ হৈ চাকমাও মানুহ ঘৰৰ পৰা পানী এচুঙা লৈ ওপৰলৈ উৰি গ'ল।

যাওঁতে সি কৈ গ'ল— 'মই ককাই তাকোইঙৰ কাষলৈ যাওঁ আৰু তাৰ সৈতে লগ লাগি পৃথিৱীত পানীবৰ্ষণ কৰিম।' সি মেঘ হৈ আকাশত থিতাপি ল'লৈগে।

নিকুমা-মাদোঙমা আৰু আপফুলাৰ পঞ্চম সন্তানটোৰ নাম হাচাম। প্ৰথমটো সন্তানৰ দৰে সি বোবা আছিল আৰু মাক য'লৈকে যায়, কাপোৰৰ আঁচলত ধৰি সিও তালৈকে যায়। কিন্তু সি য'তেই ভৰি দিয়ে ত'তেই ডাঙৰ ডাঙৰ ঘূৰ্ণী বতাহৰ সৃষ্টি হয় আৰু সকলোবোৰ বস্তু উৰুৱাই নিয়ে। সিহঁতে তাক ধৰি-বান্ধি ৰাখিব খুজিও ব্যৰ্থ হ'ল। গতিকে সিহঁতে তাকো ঘৰৰ পৰা ওলাই যাবলৈ আদেশ দিলে। মাক-বাপেকৰ আদেশ মানি সি ওলাই গ'ল। যাবৰ সময়ত সি কৈ গ'ল— 'মই যাওঁ, কিন্তু গ'লেও মই আপোনালোকৰ সহায়ৰ বাবে সদায় সাজু থাকিম। যেতিয়াই ক'ৰবাত লেতেৰা জাবৰ-জোঁথৰ গোট খায়, তেতিয়াই মই তাক উৰুৱাই লৈ যাম, গছৰ পাত শুকাই গ'লে তাক সৰাই দিম আৰু নতুন পাত গজাম। মই পৃথিৱীত জাৰ, জহ, বাৰিষা আনিম আৰু লৈ যাম। পৃথিৱীখন মই পৰিবৰ্তনশীল আৰু সজীৱ কৰি ৰাখিম।'

তাৰে কিছুদিন পিছত নিকুমা-মাদোঙমাই এটা সাপৰ জন্ম দিলে। সাপটো দেখি সিহঁতে ভয় খালে। তাকে দেখি সাপে মাত লগালে— 'ভয় নাখাবা। মই নদীৰ ৰজা হ'বলৈ আহিছো। সেইবাবে মই নদ-নদী, জান-জুৰি, বিল-পুখুৰী আদিত বাস কৰিম। যেতিয়া সেইবোৰত পানী শুকাই যাবলৈ ধৰিব, তেতিয়া মই আকাশত গৈ পানী খুজিম।' সেইবুলি কৈ সি ঘৰৰ পৰা আঁতৰি গ'ল। সেই কাৰণে যেতিয়া পাতলকৈ বৰষুণ দিয়ে, তেতিয়া সি নদী বা জান-জুৰিৰ পৰা উঠি আকাশলৈ যায় আৰু আমি তাক ৰামধেনু ৰূপে দেখা পাওঁ।

আপুফুলৱা আৰু নিকুমা-মাদোঙমাৰ তাৰ পিছৰ সন্তানটোও হ'ল এটা সাপ। নিকুমা-মাদোঙমাই আগৰ সাপ সন্তানটোৰ দৰে ইয়ো ভাল সন্তান বুলি ভাবি মৰমতে বুকুত সাবটি ল'লে। কিন্তু সাপটোৱে তাইৰ বুকুত খোঁট মাৰিলে। বিষত নিকুমা-মাদোঙমা অজ্ঞান হৈ পৰিল। আপুফুলৱাই তাইক ঔষধ দি পুনৰ তাইৰ জ্ঞান ঘূৰাই আনিলে। তাৰ পিছত তাই য'লৈকে যায়, সাপটোৱেও তাইক অনুসৰণ কৰিবলৈ ধৰিলে। আৰু যি বাটেৰে সি পৃথিৱীলৈ

আহিছিল, সেই বাট বিচাৰি সি মাকক কষ্ট দিবলৈ ধৰিলে। অৱশেষত নিকুমা-মাদোঙমাৰ খং উঠিল আৰু তাক ধৰি হাবিত দলিয়াই দিলে। বৰ ককায়েক শিলৰ লগত থাকিবৰ বাবে সি গুচি গ'ল।

তাৰ পিছত নিকুমা-মাদোঙমাই নানাধৰণৰ কাঁইটীয়া গছ, লতা, ঘাঁহ, বন আদিৰ জন্ম দিলে। সিহঁতক হাবিত পেলাই দিয়া হ'ল। তাৰ পিছত তাই নানাধৰণৰ বিষাক্ত পোক-পৰুৱা আদিৰ জন্ম দিলে আৰু সেইবোৰ হাবিত এৰি দিয়া হ'ল। নিকুমা-মাদোঙমাই তাৰ পিছত নানাধৰণৰ বীজাণুৰ জন্ম দিলে। সিহঁতৰ জন্ম হোৱাৰ লগে লগে আপুফুলৱা আৰু নিকুমা-মাদোঙমাৰ বেমাৰ হ'ল। তেনেতে সেইফালে এটা কেদো উৰি আহিল। আৰু সি আপুফুলৱা আৰু নিকুমা মাদোঙমাৰ বেমাৰ দেখি চিকিৎসা কৰি আৰোগ্য কৰি থৈ গ'ল। আৰোগ্য হৈ সিহঁতে বীজাণুবোৰক ক'লে— 'তহঁত ইয়াৰ পৰা গুচি যা। তহঁতে যিহেতু আমাক কষ্ট দিলি, গতিকে তহঁতক অভিশাপ দিছো— তহঁতে যেন কেতিয়াও ক'তো শান্তিৰে থাকিবলৈ নাপাৱ।' সেই কাৰণে সকলো ৰোগৰ বীজাণু একেলগে থাকিব নোৱাৰে আৰু বেছি দিন একেটা দেহতো শান্তিৰে থাকিব নোৱাৰে।

অৱশেষত নিকুমা-মাদোঙমাই এটা মৃত সন্তান জন্ম দিলে। তাৰ জন্ম হোৱাৰ লগে লগে আপুফুলৱা আৰু নিকুমা-মাদোঙমাৰ মৃত্যু হ'ল। সি কান্দি কান্দি মাক-বাপেকক বিচাৰি ফুৰিবলৈ ধৰিলে। কিন্তু যেতিয়াই সি কোনো মানুহৰ ওচৰলৈ গৈ মাক-বাপেকৰ বাতৰি সোধে, তেতিয়াই সেইটো মানুহৰ মৃত্যু ঘটে। তেনেকৈয়ে পৃথিৱীলৈ মৃত্যু আহিল।

আপুফুলৱাৰ ঔৰসত নিকুমা-মাদোঙমাৰ গৰ্ভৰ পৰা তেনেকৈ পৃথিৱীৰ চেতন-অচেতন নানা জীৱ-জন্তু, গছ-গছনি, নদ-নদী আদি বস্তুৰ জন্ম হ'ল। তাৰে কিছুমান মানুহৰ উপকাৰী আৰু কিছুমান অপকাৰী ৰূপে চিহ্নিত হ'ল।

# বাৰাবা আৰু টানিবা

এখন গাঁৱত দুজন মানুহ আছিল। তাৰে এজন আছিল জাতিত বাংনি আৰু আনজন আছিল আপাটানি। বাংনি মানুহজনৰ নাম আছিল বাৰাবা আৰু আপাটানিজনৰ নাম আছিল টানিবা। বাৰাবা আছিল ওখ-পাখ, ধুনীয়া আৰু শক্তিশালী, কিন্তু তাৰ বুদ্ধি-বৃত্তি সিমান নাছিল। কিন্তু টানিবা শাৰীৰিকভাবে দুৰ্বল হ'লেও বৰ বুদ্ধিমান আৰু ঈৰ্ষা-পৰায়ণ লোক আছিল। বাৰাবাৰ সুখ-শান্তি সি মুঠেই সহ্য কৰিব নোৱাৰিছিল আৰু পৰাপক্ষত কেনেকৈ তাক ঠগ-প্ৰবঞ্চনা কৰি নিজৰ তলত ৰাখিব পাৰি, তাৰে চিন্তাত সি দিন কটাইছিল। সৰল বাৰাবাই হ'লে টানিবাক অতিশয় ভাল পাইছিল, বিশ্বাস কৰিছিল আৰু বিপদে-আপদে সহায় কৰিছিল।

এদিন টানিবা হাবিলৈ গ'ল। তাত সি এটা ফান্দ পাতিলে। ফান্দত বহুতো শহাপছু পৰিল। পিছদিনা টানিবাই গৈ সেইবোৰ লৈ আহিল। তাকে দেখি বাৰাবাই সুধিলে— 'একেলগে ইমান শহাপছু মাৰিব পৰা ফান্দ তই কেনেকৈ পাতিছিলি, মোকো শিকাই দে।'

'বৰ সহজ কথা। মই এটা ডাঙৰ গাহৰি মাৰি তাৰ মাংসবোৰ টুকুৰা-টুকুৰকৈ কাটি ফান্দৰ কাঠত ওলমাই ৰাখিছিলো। তাকে খাবলৈ আহি শহাপছুবোৰ ফান্দত পৰি ৰ'ল।' টানিবাই বাৰাবাক ফাঁকি দিলে।

সৰল বাৰাবাই টানিবাৰ কথামতে ঘৰৰ ডাঙৰ গাহৰি এটা হাবিলৈ নি বধ কৰিলে আৰু তাৰ মাংসবোৰ ডোখৰ-ডোখৰকৈ কাটি ফান্দ এখন পাতি তাত ওলমাই থৈ ঘৰলৈ উভতি আহিল। টানিবাই ইমান সময়ে আলেঙে আলেঙে ছেগ চাই আছিল। বাৰাবা উভতি আহিলত ছেগ বুজি টানিবাই গৈ ফান্দৰ পৰা মাংসবোৰ চুৰ কৰি লৈ আহিল। গাহৰিৰ মাংসৰ গোন্ধ আৰু টানিবাৰ গাৰ গোন্ধত শহাপছু বাৰাবাৰ ফান্দৰ কাষ চাপিব নোৱাৰিলে। বাৰাবাই পিছদিনা গৈ ফান্দ চালে, কিন্তু তাত সি এটা সৰু নিগনিৰ বাহিৰে একো নাপালে। তাকে সি মোনাত ভৰাই ঘৰলৈ উভতি আহিল। টানিবাই

হাবিত লুকাই থাকি সকলো লক্ষ্য কৰি আছিল। বাৰাবাৰ নিগনিটো দেখি তাতেই তাৰ হিংসা উপজিল। নিগনিটো হাত কৰিবৰ বাবে সি এটা সৰু চৰাই হৈ বাৰাবাৰ অজানিতে মোনাৰ ভিতৰত সোমাই থাকিল। বাৰাবাই ঘৰলৈ গৈ মোনাটো খুলিলে। চৰাইৰূপী টানিবাই ঠোঁটত নিগনিটো লৈ মোনাৰ পৰা ওলাই আহিল আৰু ডাঙৰজনী ঘৈণীয়েকৰ কান্ধত পৰিলগৈ। চৰাইটো দেখি বাৰাবাৰ টিঙিচকৈ খং উঠি আহিল। সি তাৰ দাখন খাপৰ পৰা উলিয়া , চৰাইজনীৰ গাত ঘাপ দিলে। কিন্তু চৰাইজনী তৎক্ষণাতে ভুৰুংকৈ উৰি গ'ল আৰু ঘৈণীয়েকৰ ডিঙি দুছেও হৈ মাটিত বাগৰি পৰিল। ঘৈণীয়েকক তেনেদৰে মাৰিলত বাৰাবা বৰ দুঃখিত হ'ল। ভৱিষ্যতলৈ টানিবাৰ কথা নুশুনিবলৈ সি মনতে থিৰাং কৰিলে। কিন্তু চৰাইটো যে টানিবা আছিল, তাক হ'লে সি গমেই নাপালে। অলপ পিছত টানিবা বাৰাবাৰ ঘৰলৈ আহিল আৰু বাৰাবাৰ দুখত মিছাতে দুখ কৰি দেখুৱালে। তাকে বাৰাবাই সঁচা বুলি ধৰি টানিবাৰ প্ৰতি কৃতজ্ঞ হৈ উঠিল। নিজৰ প্ৰতিজ্ঞা এৰি বাৰাবাই টানিবাক পুনৰ বন্ধুৰূপে গ্ৰহণ কৰিলে।

এদিনাখন টানিবা আৰু বাৰাবা চিকাৰ কৰিবলৈ গ'ল। দিনটো ঘূৰি ফুৰি তেওঁলোকে চিকাৰ নাপালে। ভোক আৰু পিয়াহত কাতৰ হৈ দুয়ো ঘৰলৈ উভতি আহিল। আহি থাকোঁতে বাটতে ৰাতি হ'ল আৰু ঘন অন্ধকাৰে সিহঁতৰ বাট ভেটি ধৰিলে। কিছুদূৰ আন্ধাৰত খেপিয়াই খেপিয়াই আহি থকাৰ পিছত সিহঁতে এটা ঘৰত টিমিক-টামাককৈ জুই জ্বলি থকা দেখিবলৈ পালে। তাকে দেখি বাৰাবাই ক'লে— 'সেইটো নিশ্চয় মোৰ ঘৰ হ'ব!' কিন্তু টানিবাই ক'লে— 'নহয়, সেইটো টেবেঁ নামৰ এটা দৈত্যৰ ঘৰ। আমাৰ ঘৰ পাবলৈ এতিয়াও বহুত দূৰ আছে। কিন্তু আমি যোৱা বাটটোতে টেবেঁৰ ঘৰটো, তাক ভাঙি পেলাইহে আমি বাট উলিয়াব পাৰিম।'

'কিন্তু যোৱাৰ সময়ত আমি টেবেঁৰ ঘৰ পোৱা নাছিলো, এতিয়া কেনেকৈ আহিল?' —বাৰাবাই আচৰিত হৈ সুধিলে।

'আমাক পুৱা চিকাৰত ওলোৱা দেখি সি আমাক মাৰিবৰ বাবে ফান্দ এটা পাতি আমাৰ বাবে বাট চাই আছে। এই ঘৰটোৰ ভিতৰত সোমালেই আমাৰ মৰণ, গতিকে আমি পিছফালৰ পৰা তাক ভাঙি যাম।'

টানিবাৰ কথাত বাৰাবা পতিয়ন গ'ল। সি পিছফালৰ পৰা ঘৰটো

ভাঙিবলৈ আৰম্ভ কৰিলে। টানিবাই বাৰাবাৰ কাম চাই বহি থাকিল। যেতিয়া ঘৰটো আধা ভঙা হ'ল, তেতিয়া টানিবাই চিঞৰি চিঞৰি বাৰাবাক গালি পাৰিবলৈ ধৰিলে— 'মূৰ্খ, এইটো তোৰ ঘৰ বুলি তই নাজান নেকি? ভাঙিছ কিয়?'

বাৰাবাই টানিবাৰ গালি শুনি থমকি ৰ'ল। তাৰ পিছত সি ক'লে— 'তয়েই দেখোন মোক ভাঙিবলৈ লগাইছিলি? বাৰু, ঘৰটো মোৰ হয় নে নহয় চাওঁ।'

এইবুলি সি ঘৰৰ সন্মুখলৈ আহি চাই দেখিলে, ল'ৰা-ছোৱালীকেইটাৰ সৈতে সৰু ঘৈণীয়েক ভয়ত কঁপি কঁপি আগফালে বহি আছে। তাৰ টানিবাৰ ওপৰত বৰ খং উঠিল। দাখন লৈ সি টানিবাক খেদি গ'ল। কিন্তু আন্ধাৰৰ মাজত টানিবা নেদেখা হোৱাত সি একো কৰিব নোৱাৰি ঘৰলৈ উভতি আহিল।

তাৰ পিছত বহুদিন দুয়ো দুয়োৰে পৰা আঁতৰে আঁতৰে থাকিল। গাত গা ঘঁহাই বাট পাৰ হ'বৰ সময়তো কোনোৱে কাকো মাত-বোল নকৰা হ'ল। বহুদিন তেনেদৰে পাৰ হোৱাৰ পিছত বাৰাবাৰ মনটো অলপ কুমলি আহিল। তেনেদৰে কোনেও কাকো মাত-বোল নকৰাকৈ থাকিবলৈ তাৰ মন নোযোৱা হ'ল। এদিন সি টানিবাৰ ঘৰলৈ গ'ল। তাৰ এনে ব্যৱহাৰৰ কাৰণে সি টানিবাক ক্ষমা খুজিলে। টানিবাই নিজৰ গাত যেন অকণো দোষ নাই তেনে ভাবেৰে ক'লে— 'তোক ক্ষমা কৰিছো বাৰু! কিন্তু আগলৈ আৰু এনে কাম নকৰিবি।'

বাৰাবাই দুনাই তেনে নকৰোঁ বুলি প্ৰতিজ্ঞা কৰিলে। দুয়ো বন্ধুৰ মিলন হ'ল। এদিন বাৰাবাই টানিবাক ক'লে— 'বহু দিন আমি একেলগে চিকাৰ কৰিবলৈ যোৱা নাই, গতিকে ব'লা আজি অমি দুয়ো একেলগে চিকাৰলৈ যাওঁ।' বাৰাবাৰ কথামতে ধেনু-কাঁড় লৈ সিহঁত হাবিলৈ গ'ল। অলপ পিছতেই সিহঁতে দুটা হৰিণা দেখা পালে। টানিবাই বাৰাবাক ক'লে— 'মই আগতে হৰিণাটো মাৰিম, কাৰণ তোতকৈ মোৰ লক্ষ্য বেছি ভাল।' সেইবুলি সি তাৰ এডাল এডালকৈ সকলো কাঁড় হৰিণা দুটালৈ লক্ষ্য কৰি এৰিলে। কিন্তু সকলো কাঁড়েই তাৰ লক্ষ্যভ্ৰষ্ট হৈ গ'ল। তাৰ পিছত বাৰাবাই দুডাল কাঁড়েৰেই দুয়োটা হৰিণা বধ কৰিলে। বাৰাবাৰ এই কামৰ বাবে টানিবাৰ বৰ ঈৰ্ষা উপজিল। সি মনে মনে বাৰাবাৰ ওপৰত পোটক তুলিবৰ কাৰণে উপায়

চিন্তিলে। দুয়ো বন্ধুৱে এটা এটাকৈ হৰিণা দুটা লৈ ঘৰলৈ উভতি আহিল। ঘৰ আহি পোৱাত বাৰাবাক তাৰ সৰু ঘৈণীয়েকে তপত ভাত আৰু লাউপানী খাবলৈ দিলে। কিন্তু টানিবাৰ ঘৈণীয়েক আছিল এলেহুৱা। নিজে লাউপানী খাই বহি থাকোঁতে পাহৰি তাই গিৰিয়েকৰ বাবে ভাত-পানী ৰান্ধি থোৱা নাছিল। টানিবাৰ বাৰাবাৰ প্ৰতি মনৰ ঈৰ্ষা দুগুণে জ্বলি উঠিল। সি গৈ বাৰাবাক ক'লে— 'এই তিৰোতা আৰু লৰা-ছোৱালীবোৰক মিছাতে পুহি ৰাখি একো লাভ নাই। আমি গোটেই দিন কাম কৰি মৰো, সিহঁতে কেৱল ঘৰত বহি বহি কটাব। গতিকে সিহঁতক মাৰি পেলালে আমাৰ সুখ হ'ব।'

বাৰাবা প্ৰথমতে মান্তি নহ'ল। টানিবাই তেতিয়া ঘৰলৈ গৈ ল'ৰা-তিৰোতাক লুকুৱাই থ'লে আৰু কুকুৰ এটা কাটি তাৰ তেজ মজিয়াত ছটিয়াই থৈ বাৰাবাক মাতি দেখুৱাই ক'লে— 'চা, মই মোৰ ল'ৰা-তিৰোতাক কাটি পেলালো, এতিয়া মই সুখী।'

বাৰাবাই সুধিলে— 'সিহঁতৰ শবোৰ ক'ত?'

'হাবিত পেলাই দিলো।' —টানিবাই উত্তৰ দিলে।

বাৰাবা উভতি গ'ল। টানিবাৰ কথামতে সিও নিজৰ ল'ৰা-তিৰোতাক কাটি পেলাই দিলে।

বাৰাবাৰ ওপৰত এনেদৰে প্ৰতিশোধ লৈ টানিবা এতিয়া সুখী হ'ল আৰু নিজৰ ল'ৰা-তিৰোতাৰে সৈতে সুখেৰে দিন নিয়াবলৈ ধৰিলে। বহুদিনৰ মূৰতহে বাৰাবাই আচল কথাটো গম পালে। তাৰ বৰ খং উঠিল। সি টানিবাৰ ঘৰলৈ গৈ ক'লে— 'তোৰ কথামতে মই মোৰ ল'ৰা-তিৰোতাক মাৰি পেলালো। কিন্তু তই মোক ঠগিলি। এতিয়া মোৰ ল'ৰা-তিৰোতাক উলিয়াই দে, অথবা তোৰ তিৰোতা বা ছোৱালীকে মোক দে। নহ'লে তোক মই শুদাই নেৰো।'

টানিবাই প্ৰমাদ গণিলে। ল'ৰা-তিৰোতাক বাৰাবাৰ হাতৰ পৰা কেনেকৈ ৰক্ষা কৰিব পৰা যায়, তাৰ সি এটা বুদ্ধি উলিয়ালে। টানিবাই ৰুদ্ৰমূৰ্তি ধৰি থকা বাৰাবাক হাঁহি মুখেৰে ক'লে— 'মোৰ যি আছে সকলো আমাৰ দুটাৰ উমৈহতীয়া বস্তু। মোৰ যেনেদৰে তোৰ ওপৰত অধিকাৰ আছে, ঠিক তেনেদৰে তোৰো তাৰ ওপৰত সম্পূৰ্ণ অধিকাৰ আছে। কিন্তু ল'ৰা-তিৰোতাক সুখত ৰখাটো আমাৰ কৰ্তব্য। আমি ল'ৰা-তিৰোতাক লগত লৈ

সৌ সিজা সমভূমিলৈ যাম আৰু একেলগে থাকিম। তাৰ আগতে আমি দুয়ো গৈ সেই ঠাইডোখৰ চাফ কৰি তাত খেতি কৰি আৰু ঘৰ সাজি আহিম।

টানিবাৰ মিঠা কথাত মূৰ্খ বাৰাবা পুনৰ পতিয়ন গ'ল। সি টানিবাৰ সৈতে আহি সিজা নামৰ এখন ডাঙৰ সমভূমি পালে। দুয়ো মিলি সিজা সমভূমিৰ হাবি কাটি চাফ কৰিলে, তাত ঘৰ সাজিলে আৰু ধান সিঁচিলে। কামবোৰ সমাধা হ'লত টানিবাই ক'লে— 'মই এতিয়া ল'ৰা-তিৰোতাক লৈ আহো, তই চিকাৰ কৰি পহু আনি থ'বি।' টানিবা ঘৰ পালেগৈ। সি ঘৈণীয়েক আৰু ছোৱালীকেইজনীৰ নাক, কাণ আদি বিন্ধা কৰিলে আৰু তাত বাঁহৰ চুঙাৰে সজা অলংকাৰ পিন্ধালে, মুখত ক'লা ৰঙেৰে আঁক-বাক কৰিলে আৰু তেনেদৰে কুৎসিত কৰি লৈ নতুন ঘৰলৈ গ'ল। টানিবাৰ ঘৈণীয়েক আৰু জীয়েককেইজনীৰ কুৎসিত ৰূপ দেখি বাৰাবাই ভয় খালে। টানিবাই বাৰাবাক ক'লে— 'মোৰ তিৰোতা আৰু জীকেইজনী যখিনী হৈ গ'ল। ৰাতি সিহঁতে আমাৰ তেজ শুহিব। গতিকে ৰাতি হোৱাৰ আগতে আমি পলাওঁ ব'লা।'

টানিবাৰ ল'ৰা-তিৰোতাক সেই ঘৰত এৰি বাৰাবা আৰু টানিবা পাহাৰৰ ফালে পলাবলৈ ধৰিলে। ভালেখিনি দূৰ আগবাঢ়ি যোৱাৰ পিছত টানিবাই বেমাৰৰ ভাও জুৰিলে। বাৰাবাই টানিবাক পিঠিত বোকোচা কৰি লৈ আগবাঢ়িল। এসময়ত বাৰাবাৰ বৰ ভাগৰ লাগিল। তাকে দেখি টানিবাই ক'লে— 'তই আৰু মোক বোকোচা কৰি নিব নালাগে। মোৰ মৃত্যুৰ সময় কাষ চাপি আহিছে। মোক ইয়াত এৰি থৈ তই যাগৈ। কিন্তু সিজা সমভূমিৰ ফালে তই কেতিয়াও নাযাবি। গ'লেই তোক যখিনীকেইজনীয়ে ধৰি তেজ শুহিব।'

বাৰাবাই টানিবাক তাতে এৰি গুচি গ'ল। বাৰাবা গুচি যোৱাৰ পিছত টানিবা ল'ৰা-তিৰোতাৰ কাষলৈ উভতি আহিল আৰু সেই সমভূমিত খেতি-বাতি কৰি ধন-জনেৰে ঘৰ পৰিপূৰ্ণ কৰি সুখেৰে থাকিল।

সিফালে বাৰাবাই গৈ গৈ দূৰৰ বাংনি গাঁও এখনত সোমাল। সেই গাঁৱত সি থাকিবলৈ ল'লে। কিছুদিনৰ পিছত সেই গাঁৱৰে ছোৱালী এজনী বিয়া কৰাবলৈ সি সক্ষম হ'ল। এদিন সি চিকাৰ কৰিবলৈ আহোঁতে পাহাৰৰ ওপৰৰ পৰা টানিবাৰ ঘৰত ধোঁৱা ওলাই থকা দেখিবলৈ পালে। বাৰাবাই লগৰবিলাকক ক'লে— 'সৌখন ঘৰত যখিনী কেইজনীমান থাকে। ব'ল, যখিনীবোৰ

মাৰি আহো।'

লগৰ চিকাৰীবিলাকক লৈ বাৰাবাই টানিবাৰ ঘৰ আগুৰি ধৰিলে। টানিবা বাহিৰ ওলাই আহিল আৰু বাৰাবাক দেখি আনন্দ পোৱাৰ ভাও জুৰি ক'লে, 'মই তোৰ বাবে বাট চাই আছিলো, এতিয়া তই আহিলি যেতিয়া ভালেই হ'ল। আহ, আমি একেলগে থাকোঁ।'

বাৰাবা কিন্তু এইবাৰ টানিবাৰ মিঠা কথাত ভোল নগ'ল। সি টানিবাৰ পৰা ধান, চাউল, মেথোন, কাপোৰ আদি দাবী কৰিলে। যদি নিদিয়ে, তেন্তে তাৰ জীৱনৰ ভয় দেখুৱালে। টানিবাই উপায় নাপাই বাৰাবাক ধান, চাউল, মেথোন, কাপোৰ আদি দি বিদায় দিব লগা হ'ল।

সেই তেতিয়াৰ পৰা বাৰাবাই প্ৰত্যেক বছৰে আহি টানিবাৰ পৰা ধান, চাউল, মেথোন, গাহৰি, কাপোৰ আদি বস্তু লৈ যায়। সেই নিয়ম সৌসিদিনালৈকে প্ৰচলিত হৈ আছিল। সেই যে টানিবাই নিজৰ তিৰোতা আৰু জীয়েককেইজনীৰ নাক-কাণ বিন্ধা কৰি মুখত আঁক-বাঁক কৰিলে। তাৰ পিছৰ পৰাই বাৰাবাৰ বংশধৰ বা বাংনিসকলৰ ভয়ত আপাটানি তিৰোতাবিলাকে নাক আৰু কাণ বিন্ধাই মুখত নীলা ৰঙেৰে আঁক-বাঁক কৰিব লগাত পৰিল।

# মানুহৰ জন্ম-কাহিনী

আজিৰ পৰা বহুদিন আগতে পৃথিৱীত কোনো মানুহ-দুনুহ নাছিল। সেই সময়ত মানুহ বুলিব পৰা একমাত্ৰ প্ৰাণী আছিল আৱা। তাৰ গোটেই দেহা ভালুকৰ দৰে দীঘল দীঘল নোমেৰে ভৰা আছিল। দেখিবলৈও সি আছিল বৰ কুৎসিত। এখন হাবিৰ মাজত জুপুৰি ঘৰ এটা সাজি সি অকলশৰে বাস কৰিছিল। হাবিৰ জীৱ-জন্তু খাই সি জীৱন নিৰ্বাহ কৰিছিল।

সেই সময়ত সূৰ্য দেৱতাৰ জুচাম নামৰ এজনী ধুনীয়া জীয়েক আছিল। তাই গাভৰু হ'লত দেউতাকে তাইক বিয়া দিয়াৰ কথা ভাবিলে। বহু বিচাৰ-খোচাৰ কৰিও পৃথিৱীত আৱাৰ বাহিৰে কোনো মানুহ নোপোৱাত সূৰ্যই জীয়েকক আৱালৈ বিয়া দিলে। পতিৰ ঘৰলৈ যাত্ৰা কৰাৰ আগতে সূৰ্যই জুচামক কুকুৰাৰ পাখি এটা আৰু গাহৰিৰ নোমকেইডালমান দিলে। তাই সেইবোৰ বস্তু লৈ অকলে আৱাৰ ঘৰলৈ গুচি আহিল আৰু সুখেৰে দিনবোৰ কটাবলৈ ধৰিলে। সময়ত জুচামে এহাল যঁজা সন্তানৰ জন্ম দিলে। তাৰে এটা সন্তান ল'ৰা আৰু এজনী ছোৱালী। সিহঁতে ল'ৰাটোৰ নাম চিবজী-চাও আৰু ছোৱালীজনীৰ নাম চিবজীম-চাম ৰাখিলে।

চিবজী-চাও আৰু চিবজীম-চাম লৰ মাৰি ফুৰিব পৰা হোৱাত এদিন সিহঁত দুয়ো একেলগে বেমাৰত পৰিল। আৱাই মুগা নামৰ এজন পুৰোহিতৰ কাষলৈ গৈ সন্তান দুটিৰ বেমাৰ ভাল কৰাৰ উপায় সুধিলে। মুগাই আৱাক এইবুলি উপায় দিলে— 'পোহনীয়া কুকুৰা আৰু গাহৰি মাৰি পূজা কৰিলে তোৰ সন্তান দুটাই আৰোগ্য লাভ কৰিব।'

কথাটো শুনি আৱা বৰ চিন্তিত হৈ পৰিল। কাৰণ তাৰ ঘৰত কোনো পোহনীয়া কুকুৰা আৰু গাহৰি নাছিল। অন্য ঘৰৰ পৰা আনিবলৈও সেই সময়ত তাৰ বাহিৰে পৃথিৱীত দ্বিতীয় ব্যক্তি নাছিল। চিন্তাত সি ভাত-পানী এৰিলে। জুচামৰ চকুত কথাটো ধৰা পৰিলত তাই গিৰিয়েকক চিন্তাৰ কাৰণ সুধিলে। আৱাই উত্তৰ দিলে— 'মুগা পুৰোহিতে ঘৰচীয়া কুকুৰা আৰু গাহৰি মাৰি পূজা কৰিবলৈ

কৈছে; নহ'লে ল'ৰা-ছোৱালীহালৰ ভাল নহয়। কিন্তু মোৰ কোনো পোহনীয়া কুকুৰা আৰু গাহৰি নাই, কেনেকৈ ইহঁত দুটাক ভাল কৰা যায়?'

জুচামে গিৰিয়েকক নিৰ্ভয় দি ক'লে— 'তাৰ বাবে আপুনি অকণো চিন্তা কৰিব নালাগে। মাথোন মোক এটা কুকুৰাৰ সজা আৰু গাহৰিৰ গড়াল সাজি দিয়ক। মই সকলো কৰি দিম।'

আৱাই ঘৈণীয়েকৰ কথা শুনি বৰ ৰং পালে। সি তেতিয়াই হাবিলৈ গৈ বাঁহ আৰু কাঠ কাটি আনিলে। তাৰে সি সজা এটা সাজি জুচামৰ হাতত দিলে আৰু ঘৰৰ কাষত গড়াল এটা বান্ধি দিলে। জুচামে দেউতাকৰ ঘৰৰ পৰা অনা কুকুৰাৰ পাখিৰ নোম দুডাল ছিঙি সজাৰ ভিতৰলৈ ফুৱাই দিলে। নোম দুডাল গৈ সজাৰ ভিতৰত সোমোৱাৰ লগে লগে তাৰ ভিতৰত দুটা কুকুৰাৰ সৃষ্টি হ'ল। তাৰ পিছত জুচাম গড়ালৰ কাষলৈ গ'ল আৰু গাহৰি নোম দুডাল ফুৱাই গড়ালৰ ভিতৰত পেলাই দিলে আৰু তাৰ পৰা লগে লগে এহাল গাহৰিৰ সৃষ্টি হ'ল। কিন্তু জন্মাৰ লগে লগে কুকুৰা আৰু গাহৰিবোৰে কান্দিবলৈ আৰম্ভ কৰিলে। জুচামে সিহঁতক নিজৰ স্তন পান কৰাই শান্ত কৰাবলৈ চেষ্টা কৰিলে, কিন্তু সিহঁতে তাইৰ স্তন পান কৰিবলৈ মান্তি নহ'ল। তেতিয়া জুচামে সিহঁতক সুধিলে— 'তহঁতে মোৰ স্তন পান নকৰ যদি কান্দিছ কেলেই?'

কুকুৰা আৰু গাহৰিবোৰে ক'লে— 'আমাৰ বৰ ভোক লাগিছে। সেই কাৰণে আমি কান্দিছোঁ।'

জুচামে ক'লে— 'মোৰ স্তনৰ গাখীৰৰ বাহিৰে তহঁতক খুৱাবলৈ মোৰ একো নাই। ভোক লাগিছে যদি ইয়াকে নাখাৱ কিয়?'

সিহঁতে উত্তৰ দিলে— 'আমাৰ যিয়েই নহওক লাগে, আমি কেতিয়াও আপোনাৰ স্তনৰ গাখীৰ নাখাওঁ। কাৰণ আমাক বধ কৰি পূজাত আগবঢ়াবলৈ সৃষ্টি কৰা হৈছে। আপোনাৰ স্তন পান কৰিলে আপোনাৰ আমাৰ প্ৰতি মাতৃস্নেহ উপজিব। তেতিয়া আমাক বধ কৰাটো আপোনাৰ পক্ষে সম্ভৱ নহ'ব।'

জুচামে উত্তৰ দিলে— 'তেন্তে মই তহঁতক একো দিব নোৱাৰো। তহঁতে মাটিত খুঁচৰি যি পাৱ তাকে খাবি।'

জুচামে সজা আৰু গড়ালৰ দুৱাৰ খুলি দিলে। কুকুৰা আৰু গাহৰিবোৰ বাহিৰলৈ ওলাই আহিল আৰু মাটি খুঁচৰি আহাৰ বিচাৰি খাই পুনৰ নিজৰ নিজৰ ঠাইত সোমাল। ৰাতি কুকুৰাই একেলগে বহুতো কণী পাৰিলে আৰু পুৱাৰ লগে লগে

তাৰ পৰা কুকুৰাৰ পোৱালি জগি উঠিল। সেইদৰে সেই ৰাতিয়েই গাহৰিটোৱেও কেইবাটাও পোৱালি জন্ম দিলে। আবাই তাৰে পৰা এটা কুকুৰা আৰু এটা গাহৰি বধ কৰি চিবজী-চাও আৰু চিবজী-চামৰ মংগলৰ কাৰণে পূজা দিলে। পূজা দিয়াৰ পিছত ল'ৰা-ছোৱালী দুটাই আৰোগ্য লাভ কৰিলে।

সেইদৰে আবা আৰু জুচামৰ ঘৰত কুকুৰা আৰু গাহৰিয়ে পোহনীয়া জন্তুৰূপে জন্ম ল'লে। কুকুৰা আৰু গাহৰিৰে সিহঁতৰ ঘৰখন নদন-বদন হ'ল। কিন্তু সিহঁতৰ ঘৰত তেতিয়াও শস্যৰ বীজ নাছিল। গতিকে জুচামে খেতি কৰিবলৈ ইচ্ছা কৰিলেও কৰিব পৰা নাছিল। এদিন জুচামে গিৰিয়েকক ক'লে— আমাৰ সকলো হ'ল, কিন্তু খেতি কৰি ভাত খাবলৈ এতিয়াও নাপালো। কিমান দিন আৰু মাংস, হাবিৰ আলু-কচু খাই থাকিম? আপুনি দেউতাৰ ঘৰলৈ যাওক। দেউতাৰ ভঁৰালত বহু শস্য আছে। দেউতাৰ পৰা অলপ শস্যৰ বীজ খুজি আনক।'

আবাই ক'লে— 'মই দেউতাৰ ঘৰলৈ যাম কেনেকৈ? মই যে দেউতাৰ ঘৰলৈ যোৱা বাট নাজানো।'

'মই আপোনাক বাট দেখুৱাই দিম!' এইবুলি তাই গিৰিয়েকক লগত লৈ সূৰ্য দেৱতাৰ ঘৰলৈ যোৱা বাটত খোজ ল'লে। বহুদূৰ আগবাঢ়ি অহাৰ পিছত তাই ক'লে— 'এইটোৱেই দেউতাৰ ঘৰলৈ যোৱা বাট। মই আৰু ইয়াৰ পৰা আগ নাবাঢ়ো। ঘৰত ল'ৰা-ছোৱালী দুটা এৰি আহিছো। ইয়াৰ পৰা আপুনি অকলে যাওক কিছুদূৰ যোৱাৰ পিছত আপুনি দুটা বাট দেখিবলৈ পাব। তাৰে সোঁফালৰটোৱেদি আপুনি যাব, বাওঁফালৰ বাটেদি গ'লে আপোনাৰ বিপদ হ'ব।'

গিৰিয়েকক যাবলৈ দি জুচাম ঘৰলৈ উভতি আহিল। আবাই কিছুদূৰ আগবাঢ়ি গৈ দুটা বাট পালে। ঘৈণীয়েকে শিকাই দিয়া কথামতে সি সোঁফালৰটোৱেদি খোজ ল'লে। কিন্তু কিছুদূৰ আগবাঢ়ি যোৱাৰ পিছত সি বাটত কাঁইট আৰু শিল ভৰি থকা দেখিবলৈ পালে। আবাই ভাবিলে— 'জুচামে মোক বাট দেখুৱাই দিওঁতে ভুল কৰিলে। আচলতে তাই বাঁওফালৰ বাটটো ল'বলৈ কৈছিল বোধহয়।' এইবুলি ভাবি সি ঘূৰি আহি আকৌ বাঁওফালৰ বাটটো ল'লে। বহুদূৰ একো বাধা-বিঘিনি নোহোৱাকৈ সি আগুৱাই গ'ল। আহি আহি সি এটা ডাঙৰ গুহা পালেহি। সেই গুহাত মিথি-চিতজিন নামৰ এজন দৈত্যই একুৰা ডাঙৰ জুই জ্বলাই লৈ বহি আছিল। সি আবাক দেখি জ্বলি থকা কাঠ এটুকুৰা গালৈ চাই দলিয়াই দিলে। জুই লাগি আবাৰ দেহা পুৰি গ'ল আৰু লগে লগে সি এটা

কুকুৰলৈ ৰূপান্তৰিত হৈ গ'ল। কুকুৰৰূপী আৱাই অৱশেষত উপায় নাপাই ঘৰলৈ উভতি আহিল। ঘৰত পোনে পোনে গৈ সোমোৱা উচিত নহয় বুলি ভাবি সি ঠেং দুটা আগলৈ মেলি দুৱাৰমুখত শুই পৰিল। চিবজী-চাও আৰু চিবজীম-চাম বাহিৰলৈ খেলিবলৈ ওলাই আহিল। সিহঁতে দুৱাৰমুখত জন্তু এটা শুই থকা দেখি ভয়তে মাকৰ ওচৰলৈ আহিল। কুকুৰটো দেখিয়েই গিৰিয়েক আৱা বুলি তাই চিনি পালে। লগতে গিৰিয়েকৰ মূৰ্খামিৰ কাৰণেই যে কুকুৰলৈ ৰূপান্তৰিত হ'বলগা হ'ল, সেই কথাও তাই নুবুজাকৈ নাথাকিল। তাই ল'ৰা-ছোৱালীহালক কাষলৈ মাতি আনি ক'লে— 'এই কুকুৰটোক তহঁতে ভয় নকৰিবি, মৰমহে কৰিবি। কাৰণ সি হ'ল তহঁতৰ দেউতাৰ।'

মাকৰ কথা শুনি সিহঁতে ক'লে— 'এইটো কেনেকৈ সম্ভৱ হ'ব পাৰে? আমাৰ দেউতা আছিল আমাৰ দৰে কথা ক'ব পৰা মানুহ আৰু ই হৈছে এটা অমাত জন্তু।'

জুচামে ক'লে— 'বিশ্বাস নকৰ যদি হাতত থু অলপ লৈ তাক চেলেকিবলৈ দে। যদি ই চেলেকি খায়, তেন্তে বুজিবি ই তহঁতৰ দেউতাৰ বুলি আৰু যদি চেলেকি নাখায়, তেন্তে তহঁতৰ দেউতাৰ নহয়।'

মাকৰ কথামতে চিবজী-চাও আৰু চিবজীম-চামে হাতত থু অলপ লৈ কুকুৰটোৰ সন্মুখত পাতি দিলে। কুকুৰটোৱে কাষ চাপি আহি চিবজী-চাম আৰু চিবজীম-চামৰ হাত দুখন চেলেকিলৈ ধৰিলে। মাকে তেতিয়া ক'লে— 'চা, ইয়েই তহঁতৰ দেউতাৰ হয় নে নহয়?'

'হয়, কিন্তু দেউতা কুকুৰলৈ সলনি হৈ গ'ল কেনেকৈ?'— সিহঁতে সুধিলে।

জুচামে তেতিয়া ক'লে— 'তহঁতৰ দেউতাৰক মই মোৰ দেউতাৰ কাষলৈ শস্যৰ বীজ খুজি আনিবলৈ পঠাইছিলো। কিন্তু তহঁতৰ দেউতাৰাই ভুল বাট ধৰি গ'ল। বাটত মিথি-চিতজিন দৈত্যই দেউতাৰক পালে আৰু সি তেওঁক এনে অৱস্থা কৰি এৰি দিলে। এতিয়া দেউতাৰক কেনেকৈ আকৌ মানুহ কৰো তাকেই চিন্তা কৰিছোঁ।'

জুচামে কুকুৰটোক ভাত-পানী দি ঘৰত ৰাখিলে। মনে মনে তাই তাক পুনৰ মানুহ কৰাৰ কথা ভাবিবলৈ ধৰিলে। এদিন তাই ল'ৰা-ছোৱালীহালক কুকুৰৰ ভাৰ দি থৈ দেউতাকৰ কাষলৈ গ'ল আৰু সকলো কথা ভাঙি-পাতি কৈ উপায় সুধিলে। সূৰ্য দেৱতাই জীয়েকক মেথোনৰ শিং এটা দি ক'লে— 'এইটো নি

ইয়াৰ পৰা মেথোন সৃষ্টি কৰিবি আৰু তাৰে এটা কাটি পূজা দিবি। তেতিয়াহে তোৰ গিৰিয়েৰাই পুনৰ মানুহৰ ৰূপ ল'ব।'

তাই শিংটো লৈ ঘৰলৈ উভতি আহিল। তাই বৰ কষ্ট কৰি এডাল পঘা বটিলে আৰু এটা খুঁটা পুতি তাত পঘাৰ এটা মূৰ বান্ধি তাৰ কাযত শিংটো ফুৰাই দিলে। তৎক্ষণাৎ এহাল মতা-মাইকী মেথোনৰ সৃষ্টি হ'ল। কিন্তু সৃষ্টি হৈয়েই সিহঁত ইমান শক্তিশালী হ'ল যে জুচামে সিহঁতক ধৰি পঘাৰে বান্ধি ৰাখিব নোৱাৰিলে। তাই বহু চেষ্টা কৰিও মেথোনহাল ধৰিব নোৱাৰিলে। ফলত গিৰিয়েকৰ কাৰণে পূজাও দিব পৰা নগ'ল। গতিকে আৱা কুকুৰ হৈয়েই থাকিব লগাত পৰিল।

গিৰিয়েকক মানুহলৈ ৰূপান্তৰিত কৰিব নোৱৰাত জুচাম মহাচিন্তাত পৰিল। ইফালে ঘৰত গিৰিয়েকে বিচাৰি দি থৈ যোৱা মাছ-মাংসও শেষ হ'ল। তিৰোতা হৈ চিকাৰ কৰাৰ কথা তাই ভাবিবই নোৱাৰে। অৱশেষত তাই দেউতাকৰ পৰা শস্যৰ বীজ আনি খেতি কৰি ল'ৰা-ছোৱালীহালক পোহপাল দিয়াৰ কথা ভাবিলে। ল'ৰা-ছোৱালী দুটিক কুকুৰৰ দায়িত্বত থৈ ৰাতি তাই দেউতাকৰ ঘৰলৈ বুলি যাত্ৰা কৰিলে।

চিবজী-চাও আৰু চীবজীম-চামক অকলশৰীয়া হৈ থকা দেখি হাবিৰ ফু[১]সকলে সিহঁতক মাৰি খাবৰ বাবে কাষ চাপি আহিল। সিহঁতক অহা দেখি কুকুৰটোৱে ভুকিবলৈ আৰম্ভ কৰিলে। কুকুৰৰ ভয়ত সিহঁত ওচৰ চাপিব নোৱৰা হ'ল। পুৱা শুই উঠি মাকক দেখা নাপাই সিহঁতে কান্দিবলৈ ধৰিলে। বহুপৰ বাট চোৱাৰ পিছতো যেতিয়া মাক উভতি নাহিল, তেতিয়া সিহঁতে মাকক বিচাৰি যাবলৈ ওলাল। সিহঁতে মাকৰ খোজৰ চিন চাই চাই যাবলৈ ধৰিলে। কুকুৰটোৱে আগে আগে সিহঁতক বাট দেখুৱাই লৈ গ'ল। আগৰবাৰ আহোতে যিমানখিনি বাটলৈকে সি আহিছিল, সিমানখিনিলৈকে আহি কুকুৰটো ৰৈ গ'ল। কুকুৰটো ৰৈ যোৱা দেখি চিবজী-চাম আৰু চিবজীম-চাম জিৰাবৰ বাবে মাটিত বহি পৰিল আৰু লগে লগে গভীৰ টোপনিত লালকাল হৈ পৰিল। সিহঁতক শুই পৰা দেখি কুকুৰটোৱে ভাবিলে— সিহঁতে শুই থকা সময়ত মই গৈ শুদ্ধ পথটো বিচাৰি উলিয়াই আহোঁ। এইবুলি ভাবি সি তাৰ পৰা আঁতৰি গ'ল।

ল'ৰা-ছোৱালী দুটিক অকলশৰীয়া অৱস্থাত শুই থকা দেখি চল পাই হাবিৰ

---

১. ফু— অপৰীৰী দেৱতা, ভূত ইত্যাদি।

ফুৰিলাক পুনৰ কাষি চাপি আহিল। সিহঁতৰ চিএঞৰ-বাখৰত চিবজী-চাও আৰু চিবজীম-চাম সাৰ পালে। কুকুৰটো কাষত দেখা নাপাই ভয়ত দুয়ো পলাবলৈ ধৰিলে। সিহঁতৰ পিছে পিছে ফুবোৰে খেদি আহিবলৈ ধৰিলে। এইদৰে দৌৰি গৈ থাকোঁতে বাটত সিহঁতে ভালুক এটা লগ পালে। সিহঁতক দেখি ভালুকটোৱে সুধিলে— 'তহঁত কিয় এনেদৰে দৌৰিছ?'

'হাবিৰ ফুবোৰে আমাৰ মাৰিবলৈ খেদি আহিছে।' —সিহঁতে ভয়ে ভয়ে উত্তৰ দিলে।

'তহঁতে ভয় খাব নালাগে। মই তহঁতক ৰক্ষা কৰিম।' এইবুলি কৈ ভালুকে সিহঁতক লৈ এজোপা ওখ বৰগছত উঠিল। প্ৰথমতে সি চিবজী-চাও আৰু চিবজীম-চামক দুটা ডালত বহিবলৈ দি গছৰ ওপৰত এখন চাং সাজিলে। তাৰ পিছত দুয়োটা ল'ৰা-ছোৱালীক সেই চাঙত বহাই থৈ নিজে তললৈ নামি গ'ল। তাৰ পিছত সি গছৰ বাকলিবোৰ এৰুৱাই চিক্চিকীয়া আৰু পিছল কৰি দিলে, যাতে ফুবোৰে গছত উঠিব নোৱাৰে। তাৰ নিজৰ কামখিনি সমাধা কৰি চিবজী-চাও আৰু চিবজীম-চামক নিৰ্ভয় দি ভালুক তাৰ পৰা আঁতৰি গ'ল।

ভালুকটো গুচি যোৱাৰ লগে লগে হাবিৰ ফুবোৰ কাষ চাপি আহিল। সিহঁতে গছত উঠিবলৈ চেষ্টা কৰিলে, কিন্তু পিছল গা-গছৰ কাৰণে নোৱাৰিলে। গতিকে সিহঁতে দাঁতেৰে কামুৰি গছজোপা বগাবলৈ সাজু হ'ল। তাকে দেখি চিবজী-চাম আৰু চিবজীম-চামে গছজোপাক প্ৰাৰ্থনা কৰিবলৈ ধৰিলে— 'যেতিয়া তুমি বাগৰি পৰিবা, অনুগ্ৰহ কৰি ভৈয়ামৰ ফালে যেন বাগৰি পৰা। পাহাৰৰ ফালে বাগৰি পৰি আমাক যেন বিপদত নেপেলোৱা।'

কিন্তু ফুবোৰে গছজোপাক আদেশ দিয়াৰ সুৰত ক'লে— 'তই পাহাৰৰ ফালে বাগৰি পৰিবি, নহ'লে তোক আমি সুদাই নেৰো।'

গছজোপাই চিবজী-চামৰ প্ৰাৰ্থনা শুনিলে। সি লাহেকৈ ভৈয়ামৰ ফালে বাগৰি পৰিল। চিবজী-চাও আৰু চিবজীম-চামক কোনোধৰণৰ আঘাত নিদিলে। মাটিত পৰি যোৱাৰ পিছত গছজোপাই সিহঁতক ক'লে— তহঁত সৌ পথাৰত গৈ থিয় দি থাকিবি। তালৈ শগুণ এটা আহিব। সি তহঁতক মাৰৰ কাষলৈ লৈ যাব। এতিয়া আৰু তহঁতক ফুবোৰে একো কৰিব নোৱাৰে।'

গছৰ কথামতে সিহঁত মুকলি পথাৰৰ ফালে আগুৱাই গ'ল। সিফালে ফুবোৰে ভৈয়াম সোমাব নোৱাৰি খণ্ডত চিএঞৰ-বাখৰ কৰি থাকিল। মকলি পথাৰলৈ

আহি চিবজী-চাও আৰু চিবজীম-চামে শগুণৰ বাবে বাট চাবলৈ ধৰিলে। কিছুপৰৰ মূৰকত শগুণ আহি সিহঁতৰ কাষত পৰিল। সিহঁতক দুখ মনেৰে বহি থকা দেখি শগুণে সুধিলে— 'তহঁত ক'লৈ যাবলৈ আহিছ? কিয় বাৰু এনেদৰে দুখ মনেৰে ইয়াত বহি আছ? মই কিবা সহায় কৰিব পাৰোনে?'

শগুণৰ প্ৰশ্ন শুনি চিবজী-চামে সিহঁতৰ দুখৰ কথাবোৰ তাক ভাঙি-পাতি ক'লে। শুনি শগুণে ক'লে— 'মই পৃথিৱীত মৰা শ বিচাৰি ফুৰো আৰু তাৰ তেজবোৰ নি সূৰ্য দেৱতাক দিওঁগৈ। মই তহঁক কেনেকৈ সহায় কৰিম?'

চিবজী-চাও আৰু চিবজীম-চামে উৎসাহিত হৈ ক'লে— 'আমি সূৰ্য দেৱতাৰ কাষলৈ যাবলৈ আহিছো, কিন্তু কেনেকৈ যাব লাগে আমি নাজানো। আপুনি অনুগ্ৰহ কৰি আমাক লৈ যাবনে?'

শগুণে ক'লে— 'তহঁত দুটা মোৰ বাবে বৰ গধুৰ হ'বি, গতিকে মই দুয়োকে একেলগে কঢ়িয়াই নিব নোৱাৰো। তহঁতৰ যিকোনো এটাই মোৰ পিঠিত বহ, মই সূৰ্যৰ ঘৰত থৈ আহি আকৌ আনটোক লৈ যামহি।'

শগুণৰ পিঠিত চিবজীম-চাম উঠিল। খন্তেকতে চিবজী-চাৱক হাবিত অকলশৰে এৰি থৈ চিবজীম-চামৰ স'তে শগুণ আকাশলৈ উৰি গৈ নেদেখা হ'ল। শগুণ উভতি আহিব বুলি বহু সময় চিবজী-চাও হাবিৰ মাজত বহি থাকিল। কিন্তু বহুপৰলৈ শগুণ উভতি নহা দেখি চিবজী-চাৱৰ ভয় লাগিল আৰু তাৰপৰা আঁতৰি গৈ হাবিত অনাই-বনাই ফুৰিবলৈ ধৰিলে।

তেনেদৰে অনাই-বনাই ঘূৰি ফুৰোঁতে চিবজী-চাৱে কুকুৰটো পুনৰ লগ পালে। কুকুৰটোৱে তাক পাই আনন্দতে তাৰ হাত-ভৰি চেলেকি দিলে আৰু ঘৰৰ বাট দেখুৱাই লৈ গ'ল। ঘৰ পাই কুকুৰটো আৰু চিবজী-চাও একেলগে থাকিবলৈ ল'লে। চিবজী-চাও ডাঙৰ নোহোৱালৈকে কুকুৰটোৱে তাৰ অভিভাৱক হৈ থাকিল। সময়ত চিবজী-চাও ডাঙৰ হ'ল। কুকুৰটোৱে তাক কুকুৰা, গাহৰি, মেথোন আদি পুহিবলৈ আৰু চিকাৰ কৰা, মাছ মৰা আদি কাম কৰিবলৈ শিকালে।

ইফালে চিবজীম-চামক পাই মাক জুচামে বৰ আনন্দ পালে। সূৰ্যৰ দেশৰ ৰং-আনন্দৰ মাজত মাক-জীয়েক দুয়ো আৰু আৰু চিবজী-চাৱৰ কথা সমূলি পাহৰি পেলালে। জুচামে জীয়েকক বিভিন্নধৰণৰ খেতি কৰিবলৈ শিকালে, ভাত-আঞ্জা ৰান্ধিবলৈ শিকালে আৰু লগতে শিকালে কাপোৰ বোৱা, সূতা কটা, কাপোৰ চিলোৱা আদি নানাধৰণৰ হাতৰ কাম। কালক্ৰমত চিবজীম-চাম

এজনী ধুনীয়া গাভৰু হৈ উঠিল। এদিন তাই খেতিত চৰাই ৰখি থাকোঁতে চৰাই এটাই গোৱা তাই শুনিবলৈ পালে ঃ

'চিবজীম-চাম গাভৰু হ'ল,
চিবজীম-চাম গাভৰু হ'ল।
সূৰ্য দেশত আহি
তাই হ'ল অহংকাৰী,
চিবজী-চাৱক গ'ল পাহৰি।
চিবজীম-চাম গাভৰু হ'ল,
চিবজীম-চাম গাভৰু হ'ল।'

গীতটো শুনিয়েই তাইৰ লগে লগে ককায়েকলৈ মনত পৰিল। তাই তেতিয়াই খেতি এৰি গুচি আহিল আৰু ঘৰত মাকক সকলো কথা বিৱৰি ক'লে। জুচামে কথাটো শুনি ক'লে— 'তই পৃথিৱীলৈ যা, মই তোক সকলো শস্যৰ বীজ, সকলো ৰঙৰ সূতা আনি দিম। তাৰে তই খাবলৈ খেতি কৰিবি আৰু পিন্ধিবলৈ কাপোৰ ববি। চিবজী-চাও এতিয়া ডাঙৰ হ'ল। সি তোক এতিয়া চিনি নাপায়। তোক দেখি সি বিয়া কৰাব খুজিব, তই আপত্তি নকৰিবি।'

মাকৰ পৰা শস্যৰ বীজ, সূতাৰ টুকুৰা আদি লৈ চিবজীম-চাম পৃথিৱীৰ ঘৰলৈ উভতি আহিল। সেই সময়ত চিবজী-চাও চিকাৰ কৰিবলৈ ওলাই গৈছিল। গতিকে শুদা ঘৰত সোমাই তাই জুই ধৰিলে, ঘৰ সাৰি-মুচি চাফা কৰিলে, তাৰ পিছত ভাত-আঞ্জা ৰান্ধি থৈ চিবজী-চাৱলৈ বাট চাই থাকিল। চিবজী-চাও গধূলি চিকাৰৰ পৰা উভতি আহি দেখিলে, ঘৰত এজনী ধুনীয়া গাভৰু ছোৱালী বহি আছে। তাই আহিয়েই চিবজী-চাৱক লাউপানী খাবলৈ দিলে। তাৰ পিছত তাই তাক ভাত খুৱালে। চিবজী-চাৱে সেইবোৰ খাই বৰ তৃপ্তি পালে। সি তাইৰ পৰিচয় সুধিলে। কিন্তু তাই নিজৰ পৰিচয় লুকাই ক'লে— 'মই দূৰ দেশৰ পৰা আপোনাক বিচাৰি আহিছো। আপোনাৰ বাহিৰে এই পৃথিৱীত মোক বিয়া কৰাব পৰা মানুহ দ্বিতীয় এজন নাই।'

সেইদিনাৰ পৰা চিবজী-চাও আৰু চিবজীম-চামে পতি-পত্নীৰূপে থাকিবলৈ ল'লে। চিবজীম-চামেই পৃথিৱীত প্ৰথম খেতি কৰিবলৈ আৰু কাপোৰ ব'বলৈ শিকাই থৈ গ'ল। চিবজী-চাও আৰু চিবজীম-চামৰ সন্তান-সন্ততিয়েই বৰ্তমান পৃথিৱীৰ মানুহ বুলি আঁকা জনজাতিৰ মানুহে ভাবে।

# চুতুৰুলু[১]ৰ উৎপত্তি-কথা

বহুদিনৰ আগৰ কথা। এখন নিৰ্জন পামত ছিচুং নামৰ এজন মিজি মানুহে বাস কৰিছিল। বহু দিন তেওঁ অকলে বাস কৰাৰ পিছত এদিন তেওঁৰ বিয়া কৰাবলৈ মন গ'ল। তেওঁ ছোৱালী বিচাৰি ঘৰৰ পৰা ওলাই গ'ল। বহুদূৰ যোৱাৰ পিছত ছিচুঙৰ ভাগৰ লাগিল। এজোপা গছৰ ছাঁ লৈ তেওঁ শুই পৰিল। শুই উঠি তেওঁ দাখন বিচাৰি নাপালে, তাৰ সলনি তেওঁ ভৰিৰ খোজ এটা দেখিবলৈ পালে। সেই খোজ অনুসৰণ কৰি ছিচুং আগবাঢ়ি গ'ল। গৈ গৈ তেওঁ হাবিৰ মাজত এটা ঘৰ দেখিবলৈ পালে। ঘৰৰ ভিতৰৰ পৰা ধোঁৱা ওলাই থকা দেখি ছিচুং গৈ পিৰালিত উঠিল। তেনেতে ঘৰৰ ভিতৰৰ পৰা তিৰোতা মানুহৰ মাত তেওঁ শুনিবলৈ পালে ঃ

'খবৰ নাই, অনুমতি নাই  
কোন সেয়া উঠে পিৰালিত?  
আই নাই, দেউতা নাই  
নোৱাৰো মই দিব সোমাব ঘৰত।'

ছিচুঙে বাহিৰৰ পৰা উত্তৰ দিলে ঃ

'খবৰো দিছোঁ, অনুমতিও পাইছোঁ  
ময়েই উঠিছোঁ তোমাৰ পিৰালিত,  
আই নাই, দেউতাও নাই  
এই ছেগতে মই সোমাওঁ ঘৰত।'

ভিতৰৰ পৰা আকৌ মাত আহিল ঃ

'অচিনাকি মানুহ, অচিনাকি মাত,  
নাজানো অচিনাকি মানুহৰ নাম;  
দেখি মোৰ লাগিছে ভাল

---

*১. চুতুৰুলু— ব্ৰহ্মপুত্ৰ। বিষ্ণুপ্ৰসাদ ৰাভাৰ মতে, বড়ো ভাষাত ব্ৰহ্মপুত্ৰক 'বুলুৰ বুথুং' বোলে।*

যেন এটি ধুনীয়া বনৰীয়া ফুল।'

ছিচুঙে উত্তৰ দিলে ঃ

'নামো ক'ম, চিনাকিও দিম,
দিয়া মোক দুৱাৰ খুলি;
আহিছো মই দূৰ-দূৰণিৰ পৰা
লৈ যাম বুলি তোমাক বিচাৰি।'

দুৱাৰ খোল খালে। এজনী ধুনীয়া ছোৱালীয়ে ছিচুঙক ভিতৰলৈ লৈ গ'ল আৰু জুহালৰ কাষত বহুৱাই ছু[1] খাবলৈ দিলে। ছোৱালীজনীয়ে নিজৰ পৰিচয় দি ক'লে— 'মোৰ নাম নুলো। মোৰ আৰু এজনী ভনী আছে, তাইৰ নাম আনোই। আই আৰু আনোই হাবিত কচু বিচাৰিবলৈ গৈছে, দেউতা গৈছে চিকাৰ কৰিবলৈ। আপুনি ক'ৰ মানুহ? ইয়ালৈ কিয় আহিছে?'

ছিচুঙে ক'লে— 'মোৰ নাম ছিচুং, মই অকলশৰে সৌ পাহাৰৰ সিপাৰতে থাকোঁ। তোমাক বিচাৰি মই ইয়ালৈ আহিছো। তোমাক মই লৈ যাম। তুমি যাবানে?'

নুলোৱে ক'লে— 'আনোইক যদি লগত নিয়ে মই যাম। কিন্তু তাৰ আগতে দেউতাক সুধি ল'ব লাগিব।' দুয়ো গধূলি হোৱালৈ বাট চালে। গধূলি সময়ত দেউতাক, মাক, আনোই তিনিও আহি ঘৰ সোমাল। ছিচুঙক দেখি বৰ আচৰিত হ'ল আৰু অহাৰ কাৰণ সুধিলে। তেতিয়া ছিচুঙে তেওঁৰ মনৰ কথা খুলি ক'লে। শুনি দেউতাকে মাত লগালে— 'মোৰ দুজনী ছোৱালী, নুলো আৰু আনোই। বহুদিনৰ পৰা মই সিহঁতৰ বাবে এজন দৰা বিচাৰি আছিলো। এতিয়া তোমাক পালো যেতিয়া দুয়োজনী ছোৱালীকে মই তোমাৰ হাতত গতাই দিছো।' ছিচুঙে কথাটো শুনি বৰ ভাল পালে। তেওঁ নুলো আৰু আনোইক লগত লৈ ঘৰলৈ উভতি আহিল আৰু সুখেৰে দিন কটাবলৈ ধৰিলে।

সেই সময়ত আবু নুলু নুছু নামৰ এজন দেৱতা ছিচুংহঁতৰ পামৰ পৰা ভালেখিনি দূৰত থকা এটা গুহাত বাস কৰিছিল। সেই আবু নুলু নুছু এদিন চিকাৰ কৰিবলৈ আহিল। সি এটা হৰিণা দেখিলে। হৰিণাটোক খেদি খেদি সি আহি ছিচুঙৰ ঘৰৰ কাষত উপস্থিত হ'ল। তাতেই সি হৰিণাটোলৈ চাই ধেনুৰ পৰা কাঁড় এৰি দিলে।

---

১. ছু— লাউপানী।

কিন্তু কাঁড়ডাল হৰিণাৰ গাত নালাগি তাঁতৰ শালত বহি থকা নুলো আৰু আনোইৰ মাজত গৈ পৰিল। ছিচুঙো সেই সময়ত চিকাৰ কৰিবলৈ গৈছিল। নুলোৱে সেই কাঁড়ডাল ছিচুঙৰ বুলি ভাবি গাবলৈ ধৰিলে ঃ

'যাওঁতে ধেমালি, শোওঁতে ধেমালি
ইমান কিয়নো কৰা ধেমালি?
চিকাৰো নাপালা, ছুৱো নাপাবা
বুকুত মাৰিলা কাড়, কৰি ধেমালি'

কিন্তু তেওঁলোকৰ অনুমান মিছা হ'ল। তেওঁলোকে এজন অচিনাকি মানুহ তেওঁলোকৰ ফাললৈ আহি থকা দেখিবলৈ পালে। দুয়ো বাই-ভনী কৌতূহলী হৈ আহি থকা মানুহটোৰ ফালে চাই ৰ'ল। তেওঁলোকৰ ওচৰ আহি পালত অচিনাকি মানুহটোৱে গাবলৈ আৰম্ভ কৰিলে ঃ

'তোমাৰ দেউতাৰাই খোৱা ছু মোক খাবলৈ দিয়া,
তোমাৰ দেউতাৰাই খোৱা ৰাংবাং[৩] মোক খাবলৈ দিয়া,
তোমাৰ দেউতাৰাই শোৱা বিছনাত মোক শুবলৈ দিয়া।'

গীতটো শুনি দুই বাই-ভনী বৰ বিবুদ্ধিত পৰিল। তেওঁলোকে উত্তৰত গালে ঃ

'দেউতাই খাব পৰা ছু নাই আমাৰ,
দেউতাই খাব পৰা ৰাংবাং নাই আমাৰ;
দেউতাই শুব পৰা বিছনাও নাই আমাৰ,
আমিনো কেনেকৈ খাবলৈ আৰু শুবলৈ দিওঁ তোমাক?'

আৰু নুলু নুছুৱে গীতটো শুনাৰ পিছত তেওঁলোকৰ কাষ চাপি আহি নিজৰ পৰিচয় দিলে। সি ক'লে— 'হৰিণাৰ পিছে পিছে লৰি ফুৰি মোৰ বৰ ভাগৰ লাগিছে। পিয়াহত মোৰ অষ্ঠ-কণ্ঠ শুকাই গৈছে। খাবলৈ একো বস্তু দিব নোৱাৰিলেও মোক এটোপা পানী আনি দে।'

নুলোৱে আনোইক ঘৰত পানী আছে নে নাই চাই আহিবলৈ ক'লে। আনোৱে ঘৰৰ সকলোবোৰ বাঁহৰ চুঙা দাঙি চালে, কিন্তু ক'তো এটোপাও পানী নাপালে।

৩. ৰাংবাং— গাহৰ আহুৰবোৰা তৈয়াৰ কৰা এবিধ খাদ্য।

তেতিয়া নুলোৱে ভনীয়েকক আদেশ দিলে— 'বাঁহৰ চুঙা এটা লৈ গৈ জুৰিৰ পৰা পানী আনি দে।' আনোই ভুলতে ফুটা থকা চুঙা এটা লৈ জুৰিৰ পাৰলৈ গ'ল। তাই পানী লৈ ঘৰলৈ উভতি আহিল। কিন্তু মাজ বাটতে তাইৰ চুঙাটো বৰ পাতল পাতল লাগিল। তাই চুঙাটো ভালদৰে চাই দেখিলে, চুঙাৰ পানী পৰি পৰি নোহোৱা হৈছে। তাই আকৌ উভতি গৈ জুৰিৰ পৰা পানী আনিলে, কিন্তু আকৌ মাজত বাটতে পানী শেষ হৈ গ'ল। সেইদৰে অহা-যোৱা কৰি থাকোঁতে বহু সময় গ'ল। সিফালে পানীৰ বাবে বাট চাই চাই আবু নুলু নুছু অধৈৰ্য হৈ উঠিল। সি নুলোক খঙেৰে ক'লে— 'তোৰ ভনীয়েৰে পানী আনিবলৈ গৈ ইমান পলম কৰিছে কিয়? তহঁতলৈ বাট চাই থাকিলে পিয়াহত মই মৰি যাম। তাতকৈ মই নিজে গৈ জুৰিত পানী খাই অহাই ভাল হ'ব।' এই বুলি সি জুৰিৰ ফালে খোজ ল'লে। সি জুৰিত আনোইক চুঙাত পানী ভৰাই থকা দেখিবলৈ পালে। সি খঙত আনোইৰ হাতৰ পৰা বাঁহৰ চুঙাটো কাঢ়ি টুকুৰা-টুকুৰকৈ ভাঙি জুৰিত পেলাই দিলে। তৎক্ষণাৎ সেই বাঁহৰ টুকুৰাবোৰ বিভিন্নধৰণৰ মাছ হৈ পৰিল।

আবু নুলু নুছু আনোইৰ ৰূপ দেখি মুগ্ধ হ'ল। তাৰ আনোইক বিয়া কৰাবৰ মন গ'ল। আনোইৰ গোটেই গা ভয়তে কঁপি উঠিল। আবু নুলু নুছুৰ হাতৰ পৰা ৰক্ষা পাবৰ বাবে তাই তাৰ হাতত কামুৰি দিলে। আবু নুলু নুছুৰ হাতৰ পৰা ধাৰাসাৰে তেজ ব'বলৈ ধৰিলে। সেই তেজবোৰ হাবিত পৰিল আৰু তাৰপৰা নানাধৰণৰ অপকাৰী কীট-পতংগৰ সৃষ্টি হ'ল।

আনোৱে আবু নুলু নুছুৰ হাতৰ পৰা নিজক ৰক্ষা কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিলে, কিন্তু দৈত্যকায় আৰু শক্তিশালী আবু নুলু নুছুৰ হাতৰ পৰা তাই ৰক্ষা নপৰিল। সি আনোইক জোৰ কৰি তাৰ পৰা দাঙি লৈ গ'ল। বহুদূৰ যোৱাৰ পিছত আবু নুলু নুছু ভাগৰত খোজ কাঢ়িব নোৱৰা হ'ল। ভোক আৰু পিয়াহত তাৰ অৱস্থা কাহিল হৈ পৰিল। ইফালে আনোইৰ গাৰ মাংসবোৰ দেখি তাৰ জিভাৰ পানী পৰিবলৈ ধৰিলে। সি আনোইক নি বিয়া কৰোৱাৰ কথা পাহৰি গ'ল। সি তাইক মাৰি তাইৰ তেজ আৰু মাংসবোৰ পেট ভৰাই খাই তাৰ জঁকা আৰু চুলিবোৰ এৰি থৈ তাৰপৰা গুচি গ'ল।

সিফালে ঘৰতে নুলুৱে সিহঁত আহিব বুলি বাট চাই চাই ভাগৰি পৰিল। ইমান সময় সিহঁতনো জুৰিৰ কাষত কি কৰিছে চাবৰ বাবে তায়ো জুৰিৰ কাষলৈ গ'ল।

গৈ পাই তাই সিহঁতক চাৰিওফালে বিচাৰিলে, কিন্তু সিহঁতক ক'তো নেদেখিলে। জুৰিটোৰ কাষত এচটা শিলত বহি তাই চিন্তা কৰিবলৈ ধৰিলে। তেনেতে জুৰিত নানাধৰণৰ মাছ দেখিবলৈ পালে। নুলোৱে তাৰ আগতে কোনো দিনে মাছ দেখা নাছিল। সেইবাবে তাই আচৰিত হৈ মাছবোৰ চাবলৈ লাগি গ'ল। বহুপৰ তেনেদৰে তন্ময় হৈ চাই থাকোঁতে মাছবোৰে তাইক কোৱা শুনিলে ঃ

'আনোইক লৈ গ'ল আবুৱে ধৰি
নুলুৱো চাই আছে আমাক পাহৰি।'

সিহঁতৰ কথা শুনি নুলোৰ হুচ আহিল। তাই মাছবোৰক সুধিলে ঃ

'আনোইক লৈ গ'ল আবুৱে ধৰি,
কোন বাটে গ'লে বাৰু পাম বিচাৰি?'

মাছবোৰে তাইৰ প্ৰশ্ন শুনি উত্তৰ দিলে ঃ

'আনোইক লৈ গ'ল আবুৱে ধৰি
দক্ষিণলৈ গ'ল তাই কান্দি কান্দি।'

নুলোৱে তেতিয়া সিহঁতক ধৰিবৰ বাবে দক্ষিণৰ পিনে লৰিবলৈ ধৰিলে। তাই আনোইৰ নাম ধৰি চিএঞৰি চিএঞৰি মাতিলে; কিন্তু তাইৰ পৰা কোনো উত্তৰ নাহিল। বহুদূৰ বাট অতিক্ৰম কৰি অহাৰ পিছত তাই জুফুপু নামৰ এজন বুঢ়া দেৱতাক লগ পালে। সেই বুঢ়া দেৱতাৰ চুলিবোৰ আছিল বগা, মুৰটো আছিল তেনেই সৰু, কিন্তু কাণ দুখন আৰু পেটটো আছিল ডাঙৰ ডাঙৰ, কিন্তু ভৰি হ'লে নাছিল। নুলোক কান্দি কান্দি দৌৰি থকা দেখি জুফুপু বুঢ়াই বাট আগভেটি সুধিলে— 'আই, এনেদৰে কান্দি কান্দি তই কিয় দৌৰি আহিছ?'

'এটা দুষ্ট দেৱতাই মোৰ ভনীক ধৰি লৈ গ'ল। আপুনি তেওঁলোকক দেখিছিল নে?' —তাই সুধিলে।

'অ' দেখিছিলো। তাইক আবু নুলু নুছুৱে বধ কৰি তাইৰ তেজ আৰু মাংসবোৰ খাই গুচি গ'ল। কিন্তু এতিয়াও তাইৰ জঁকা আৰু চুলিখিনি হাবিত পৰি আছে।' —জুফুপুৱে উত্তৰ দিলে।

আনোইৰ অৱস্থাৰ কথা শুনি দুখত নুলোৱে কান্দিবলৈ ধৰিলে। নুলোৰ দুখ দেখি জুফুপুৰ মৰম উপজিল। নুলোক ক'লে— 'দুখ নকৰিবি আই, মই আনোইক জীয়াই দিম। যা, তই তাইৰ হাড়ৰ টুকুৰাবোৰ গোটাই আন।'

নুলোৱে অলপ দূৰ গৈ আনোইৰ হাড়বোৰ মাটিত সিঁচৰতি হৈ থকা দেখিবলৈ

পালে। তাই সেই হাড়বোৰ গোটাই জুফুপুৰ কাষলৈ উভতি আহিল। জুফুপুৱে ক'লে— 'মই আনোইক জীয়াই তুলিম। কিন্তু মই যি কাম কৰিম, তাক তই চাব নোৱাৰ। তই মোৰ ফালে পিঠি দি বহ আৰু যেতিয়ালৈকে মই চাবলৈ নকওঁ, তেতিয়ালৈকে মোৰ ফালে উভতি নাচাবি।'

কথামতে নুলুৱে জুফুপুৰ ফালে পিঠি দি মনে মনে বহি থাকিল। সিফালে জুফুপুৱে আনোইৰ হাড়বোৰ পানী হোৱাকৈ সিজালে আকৌ জুইত উতলাই গোট মাৰিবলৈ সি তাৰপৰা আনোইৰ দেহ নিৰ্মাণ কৰিলে। নুলোৰ বৈ বৈ আমনি লাগিল। তাই জুফুপুৱে ইমান সময় কি কৰি আছে চাবৰ বাবে এবাৰ আঁৰৰ পৰা চাই পঠিয়ালে। তাৰ লগে লগে আনোইৰ দেহা পুনৰ পানী হৈ গ'ল। জুফুপুৰ এই কথাত বৰ খং উঠিল। তেওঁ ক'লে— 'তই সকলো নষ্ট কৰি দিলি। এতিয়া তাইক মই আৰু কোনোদিনে জীয়াই তুলিব নোৱাৰিম।'

নুলোৱে আক্ষেপ কৰি অনুনয়ৰ সুৰত ক'লে— 'মই কিন্তু পোনে পোনে আপোনাৰ কামত চকু দিয়া নাছিলো, মই মাত্ৰ এবাৰ জুমিহে চাইছিলো। আপুনি যদি যত্ন কৰে, তেন্তে তাইক পুনৰ জীয়াই তুলিব পাৰিম।'

বুঢ়া জুফুপু অৱশেষত মান্তি হ'ল। তেওঁ পুনৰ পানীবোৰ জুইত তাপ দি গোট মৰাই তাৰ পৰা আনোইৰ মূৰ্তি এটা সাজি উলিয়ালে আৰু তাত প্ৰাণদান কৰি জীয়াই তুলিলে। কিন্তু তাইৰ দেহাৰ গাঁঠিবোৰ জোঙা গজালেৰে গাঁঠি মাৰি দিলে। আনোই জী উঠিলত নুলোৱে আনন্দতে তাইক সাবটি ধৰিলে। তাই জুফুপুক তাৰ বাবে বহুতো ধন্যবাদ দিলে। জুফুপুৱে সিহঁতক ঘৰলৈ উভতি যাবলৈ ক'লে। কিন্তু লগতে সাৱধান কৰি দিলে— 'মনত ৰাখিবি, যদি আনোৱে বাটত গজালবোৰ উলিয়াই দিবলৈ কয়, তেন্তে তাক নুলিয়াবি। যদি তাইৰ কথা মানি গজালবোৰ গাঁঠিৰ পৰা উলিয়াই দিয় তেন্তে তাইৰ বিপদ হ'ব।'

নুলুৱে 'তেনে নকৰোঁ' বুলি শপত খালে। দুয়ো বাই-ভনী ৰং মনেৰে ঘৰলৈ উভতি আহিল। দিনৰ উত্তপ্ত ৰ'দত বহুদূৰ খোজ কাঢ়ি অহাৰ পিছত নুলো আৰু আনোইৰ বৰ ভাগৰ লাগিল। বিশেষকৈ আনোইৰ দেহৰ গাঁঠিবোৰ বিষাব ধৰিলে। সেইবাবে দুয়ো বাই-ভনী এঠাইত জিৰাবলৈ বুলি বহি পৰিল। আনোৱে বায়েকৰ মূৰত ওকণি চাই দিবলৈ ক'লে। নুলুৱে আনোইৰ ওকণি চাই দিবলৈ ধৰিলে। তেনেতে আনোৱে ক'লে— 'মূৰৰ গাঁঠিত বৰ বিষ উঠিছে। গজালটো অলপ উলিয়াই দিলে ভাল লাগিব।' নুলোৱে জুফুপুৱে দিয়া সাৱধানবাণী সমূলি পাহৰি

গ'ল। তাই আনোইৰ মূৰৰ গজালটো উলিয়াই দিলে। লগে লগে আনোই চুতুৰুলু নৈলৈ ৰূপান্তৰিত হৈ গ'ল। সেই তেতিয়াৰ পৰা চুতুৰুলু বা ব্ৰহ্মপুত্ৰ নৈৰ উৎপত্তি হল বুলি ধাম্মাই বা মিজি জনজাতীয় লোকে বিশ্বাস কৰে।

গধূলি এটা ডাঙৰ গাহৰি লৈ ছিচুং চিকাৰৰ পৰা উভতি আহিল। ঘৰত কাকো নেদেখি গাহৰিটো থৈ ছিচুং দুই পত্নীৰ সন্ধানত ওলাই গ'ল। কিছুদূৰ গৈ এখন ডাঙৰ নদী দেখিবলৈ পালে। নদীখন দেখি তেওঁ বৰ আচৰিত হ'ল। নদীখন ইমান ডাঙৰ আছিল যে ছিচুঙে নদীৰ সিটো পাৰ মণিব পৰা নাছিল। গতিকে নদীখন পাৰ হ'ব নোৱাৰি ছিচুঙে চিঞৰি চিঞৰি নুলো আৰু আনোইক মাতিলে। কিন্তু তেওঁৰ চিঞৰো সিপাৰলৈ গৈ নাপালে। ছিচুঙৰ মাত শুনি নদীখন ফেনে-ফোটোকাৰে বাঢ়ি আহিবলৈ ধৰিলে। তেনেকৈ বাঢ়ি অহা দেখি ছিচুঙে ভয়তে উভতি পলাবলৈ উদ্যত হ'ল। নদীৰ পৰা এজনী তিৰোতাৰ মাত ভাহি অহা তেওঁ শুনিবলৈ পালে— 'ছিচুং, মোক দেখি ভয় খাই নপলাব। ময়েই আপোনাৰ সৰু পত্নী আনোই।'

ছিচুঙে আনোইৰ মাত চিনি পালে। তেওঁ বৰ আচৰিত হৈ সুধিলে— 'ই কেনেকৈ সম্ভৱ হ'ব পাৰে?'

নদীৰ পৰা উত্তৰ আহিল— 'বিধাতাৰ লিখন। আপুনি মোৰ (নদীৰ) পাৰে পাৰে পূবফালে গৈ থাকিব। তাতে বাইদেৱে মোক হেৰুৱাই কান্দি আছে। তাইক সুধিলেই মোৰ সকলো কথা তাই আপোনাক খুলি ক'ব।'

চুতুৰুলু নদীৰূপী আনোইৰ কথামতে ছিচুং আগবাঢ়িল। কিছুদূৰ আগুৱাই যোৱাৰ পিছতে নুলোক এঠাইত বহি কান্দি থকা অৱস্থাত পালে। নুলোৰ পৰা ছিচুঙে সকলো কথা শুনিলে। ছিচুঙে তেতিয়া চুতুৰুলু নদীৰ কাষত থিয় হৈ এইদৰে প্ৰতিজ্ঞা কৰিলে— 'মই যদি আনোইৰ গিৰিয়েক হওঁ, তেন্তে আবু নুলু নুছুৰ ওপৰত প্ৰতিশোধ লৈহে এৰিম। যদি নোৱাৰো তেন্তে চুতুৰুলুত জাঁপ দি মৰিম।'

চুতুৰুলুক এৰি থৈ নুলো আৰু ছিচুং ঘৰলৈ উভতি আহিল। পিছদিনা ছিচুঙে ঘৰত বহি আবু নুলু নুছুক বধ কৰিবৰ কাৰণে কাঁড় সাজিবলৈ ধৰিলে। সিফালে আবু নুলু নুছুৰ শুই উঠি নুলোৰ কথা মনত পৰিল। সি ভাবিলে— 'আনোইক মাৰি কালি ধৰি আনিছিলো। তাইক বিয়া কৰাম বুলি ভাবিছিলো, কিন্তু ভোক লগাৰ বাবে তাইক মাৰি খাই পেলালোঁ। এতিয়া এজনী তিৰোতাৰ মোৰ বৰ

প্ৰয়োজন হৈছে। নুলোক আজি মই ধৰি আনিম আৰু তাইক তিৰোতা কৰি ঘৰত ৰাখিম।' সি নুলোক ধৰি অনাৰ উদ্দেশে ছিচুঙৰ ঘৰলৈ ৰাওনা হ'ল। ঘৰৰ ওচৰ পাই সি নুলোক তাঁতশালত বহি থকা দেখিলে। সি নুলোক গৈ ক'লে— 'মোৰ বৰ পিয়াহ লাগিছে, খাবলৈ অলপ পানী আনি দে।'

তাঁতশাল এৰি নুলো ভিতৰলৈ গুচি গ'ল। অলপ পৰৰ পিছত ভিতৰৰ পৰা তাইৰ মাতভাহি আহিল— 'পানী দিছো, দুৱাৰৰ শলা মৰা ফুটাইদি হাত পাতি দিয়া।'

আবু নুলু নুছুৱে সেইমতে ভিতৰলৈ হাতখন পাতি দিলে। লগে লগে ছিচুঙে হাতত উতলা গৰম পানী ঢালি দিলে। আবু নুলু নুছুৰ হাত দুখন পুৰি গ'ল। তাৰ বৰ খং উঠিল। সি বাহিৰৰ পৰা তৰ্জন-গৰ্জন কৰি গালি পাৰিবলৈ ধৰিলে। ভিতৰৰ পৰা নুলোৱে ক'লে— 'শক্তি আছে যদি দুৱাৰ খুলি সোমাই আহ।'

নুলোৰ আহ্বান শুনি আবু নুলু নুছুৱে দুৱাৰত গোৰ মাৰিবলৈ আৰম্ভ কৰিলে। অলপ পিছত হঠাৎ দুৱাৰখন সশব্দে খহি পৰিল আৰু লগে লগে আবু নুলু নুছু দুৱাৰৰ সৈতে উবুৰি খাই পৰি গ'ল। লগে লগে ছিচুঙে ডাঙৰ ৰাণথাক্[১] এটা তাৰ পিঠিত জাপি দিলে। ৰাণথাকৰ চেপাত আবু নুলু নুছু চেপেটা হৈ গ'ল। ছিচুঙে তাৰ হাত-ভৰিবোৰ কাটি চুটি চুটি কৰি দিলে, মুখৰ ভিতৰৰ পৰা জিভা উলিয়াই আধা কাটি দিলে, চকু দুটা অলপ আগলৈ টানি উলিয়াই দিলে আৰু জুইৰ আঙঠাবোৰ দেহৰ মাজে মাজে পুৰি সৰু সৰু চিন কৰি দিলে। আবু নুলু নুছু কথা ক'ব নোৱৰা হ'ল, উঠি খোজ কাঢ়িবও নোৱৰা হ'ল। ছিচুঙে তাক লৈ গৈ জুৰিত মাছবোৰৰ লগত এৰি থৈ আহিল। লগতে ছিচুঙে অভিশাপ দিলে— 'আজিৰ পৰা তই এনেকুৱা হৈ থাকিবি। অকল এয়েই নহয়, তোৰ সন্তান-সন্ততিও তোৰ দৰেই হ'ব। তই য'তেই থাকিবি, ত'তেই সকলোৰে পৰা ঘৃণা পাবি। তোৰ মাত শুনি সকলোৱে কাণত সোপা দিব, সৰীসৃপে তোক ধৰি খাব। আনোইক হত্যা কৰাৰ বাবে তোক এই শাস্তি দিলো।'

সেই তেতিয়াৰ পৰা ভেকুলীৰ জন্ম হ'ল বুলি ধাম্মাই জনজাতিয়ে বিশ্বাস কৰে।

---

১. *ৰাণথাক্— মাকৈ আদি শস্য গুৰি কৰা শিলৰ যন্ত্ৰ।*

# অঁকা আৰু বাংনি জনজাতিৰ উৎপত্তি-কথা

পানীৰ দেৱতাৰ নাম চিক্‌চিলীয়া আও। তেওঁৰ এজনী ধুনীয়া জীয়েক আছিল। তাইৰ নাম চিক্‌চিলীয়া চাম। তাই পানীৰ মাজত মাছ আৰু ভেকুলীবোৰৰ সৈতে উমলি-জামলি দিনবোৰ পাৰ কৰিছিল। মাছ আৰু ভেকুলীবোৰৰ দৰে তায়ো কাপোৰ নিপিন্ধিছিল। কালক্ৰমত তাই ডাঙৰ হ'ল। তথাপি তাই মাছ আৰু ভেকুলীবোৰৰ লগত খেলিবলৈ নেৰিলে। এদিন তাই তেনেদৰে নাঙঠ হৈ ধেমালি কৰি থাকোঁতে পানীৰ ওপৰলৈ উঠি আহিল আৰু আনন্দত নদীৰ পাৰে পাৰে দৌৰি ফুৰিবলৈ ধৰিলে। সেই সময়ত টুৰু লেবু নামৰ এজন ধুনীয়া ডেকা ল'ৰাই নদীত মাছ মাৰিবলৈ আহিছিল। জীৱনত কোনোদিনে মানুহ নেদেখা ছোৱালীজনীয়ে টুৰু লেবুক দেখি বৰ আচৰিত হ'ল। তাই মানুহজনক চাবলৈ বুলি বেছি তাৰ কাষলৈ আহিল। টুৰু লেবুৰ কাষত গৈ তাই চকু দুটা ডাঙৰ ডাঙৰকৈ মেলি সুধিলে— 'তুমি কোন? ক'ত থাকা? তোমাৰ নাম কি?'

'মোৰ নাম টুৰু লেবু। মই মানুহ। মই অকলে সৌঘৰটোত থাকোঁ।' —টুৰু লেবুৱে তাৰ পৰিচয় দিয়াৰ পিছত তাইক সুধিলে— 'তোমাৰ নাম কি? তোমাৰ দেউতাৰাৰ নাম?'

তাই ক'লে— 'মোৰ নাম চিক্‌চিলীয়া চাম। মই নদীৰ দেৱতা চিকচিলীয়া আৱৰ কন্যা।'

'তুমি বিবাহিতা নে কি?' —টুৰু লেবুৱে সুধিলে।

'নহয়।' —তাই সৰলভাৱে উত্তৰ দিলে।

তাইক দেখিবৰ পৰাই টুৰু লেবুৰ তাইৰ প্ৰতি প্ৰেম উপজিছিল। এতিয়া তাই কুমাৰী বুলি জানিবলৈ পাই সি যেন হাতভতে স্বৰ্গ ঢুকি পালে। সি তাইৰ হাতত ধৰি ক'লে— 'আজিৰ পৰা তুমি মোৰ স্ত্ৰী হ'বা। ব'লা, মোৰ ঘৰলৈ যাওঁ।'

চিক্‌চিলীয়া চামৰো টুৰু লেবুৰ প্ৰতি এটা মোহ জন্মিছিল। গতিকে টুৰু লেবুৰ প্ৰস্তাৱ শুনি তাই ভাল পালে আৰু টুৰু লেবুৰ লগত ঘৰলৈ গৈ থাকিবলৈ ল'লে।

চিক্‌চিলীয়া আৱে কথাটো শুনি খঙত অগ্নিশৰ্মা হৈ পৰিল। তেওঁ এটা

ভেকুলীক দূত হিচাপে টুব্ধ লেবুৰ কাষলৈ পঠিয়াই দিলে। ভেকুলীটোৱে আহি টুব্ধ লেবুক ক'লে— 'আমাৰ ঈশ্বৰ দেৱতাই চিক্‌চিলীয়া চাম আইক পঠাই দিবলৈ আদেশ দি পঠাইছে। নহ'লে এতিয়াই তেখেতে আহি আপোনাক বধ কৰি পেলাব।'

টুব্ধ লেবুৱে ভেকুলীৰ কথা শুনি বুকু ফিন্দাই উত্তৰ দিলে— 'মই মানুহ, গতিকে নদীৰ দেৱতাক ভয় নকৰোঁ। কেনেকৈ যুদ্ধ কৰিব লাগে ময়ো জানো।'

ভেকুলীটোৱে গৈ চিক্‌চিলীয়া আৱক সকলো কথা জনালে। মানুহৰ দৰ্পভৰা কথা শুনি তেওঁৰ বৰ খং উঠিল আৰু তেতিয়াই টুব্ধ লেবুক দেখা কৰিবলৈ ওলাল। টুব্ধ লেবুৱে দূৰত চিক্‌চিলীয়া আৱক আহি থকা দেখি ঘৈণীয়েকক এটা বাঁহৰ চুঙাত ভৰাই সাঁফৰ মাৰি ওপৰৰ কুঠৰিত থৈ দিলে। চিক্‌চিলীয়া আও আহি দুৱাৰমুখত থিয় হ'ল আৰু চিঞৰি মাতিলে— 'মোৰ ছোৱালীজনীক ওভতাই দে, নহ'লে মই তোক মাৰি পেলাম।'

টুব্ধ লেবুৱে উত্তৰ দিলে— 'আপোনাৰ ছোৱালী ইয়াত নাই। বিশ্বাস নকৰে যদি ভিতৰত আহি বিচৰি চাওক।'

চিক্‌চিলীয়া আৱে ভিতৰলৈ আহি ঘৰৰ চুকে-কোণে পাত পাত কৰি ছোৱালীজনীক বিচাৰি চালে। কিন্তু তাইক ক'তো বিচাৰি নাপালে। চিক্‌চিলীয়া আৱে এইবাৰ মাত লগালে— 'তই কৈছিলি, তই এটা মানুহ আৰু মই সামান্য নদীৰ দেৱতা বুলি। এতিয়া কাৰ শক্তি বেছি প্ৰমাণ দে।'

চিক্‌চিলীয়া আৱে ডাঙৰ ডাঙৰ বাঁহ কেইডালমান কাটিলে আৰু টুব্ধ লেবুক সেই বাঁহকেইডাল পাহাৰৰ ওপৰৰ পৰা তলৰ ফাললৈ টানি নিবলৈ ক'লে। টুব্ধ লেবুৱে বাঁহকেইডাল তুলি ল'লে আৰু অনায়াসে পাহাৰৰ ওপৰৰ পৰা তললৈ কঢ়িয়াই লৈ গ'ল। চিক্‌চিলীয়া আও পিছে পিছে আহি পাহাৰৰ তল পালে।

এইবাৰ চিক্‌চিলীয়া আৱৰ পাল পৰিল। টুব্ধ লেবুৱে এজোপা প্ৰকাণ্ড গছ কাটি বগৰাই চিক্‌চিলীয়া আৱক ক'লে— 'আপুনি যদি সঁচাকৈ শক্তিমান, তেন্তে এই গছজোপা পাহাৰৰ ওপৰলৈ কঢ়িয়াই নিয়ক।'

চিক্‌চিলীয়া আৱে গছজোপা তুলি লৈ কিছুদূৰ কঢিয়াই নিলে। তাৰ পিছত তেওঁ গছজোপা মাটিত পেলাই দি ক'লে— 'মই নোৱাৰো, বৰ গধুৰ।'

টুব্ধ লেবুৱে আনন্দতে চিঞৰি ক'লে— 'তেন্তে আপুনি হাৰিলে। ময়েই আপোনাতকৈ শ্ৰেষ্ঠ আৰু শক্তিমান।' কিন্তু চিক্‌চিলীয়া আৱে ক'লে— 'নাই,

এতিয়াও যথেষ্ট প্ৰমাণ হোৱা নাই।'

তেওঁ শুকান খেৰৰ পুজিত জুই দি সেই দপ্‌দপাই জ্বলি থকা জুইৰ শিখাৰ মাজেদি টুক্ৰ লেবুক জাঁপ মাৰি পাৰ হৈ যাবলৈ দিলে। টুক্ৰ লেবু তাৰ মাজেদি জাঁপ মাৰি পাৰ হৈ গ'ল। দেহৰ একো ক্ষতি-ক্ষুণ নহ'লেও টুক্ৰ লেবুৰ গাৰ সকলো নোম জুইত পুৰি গ'ল।[১]

এইবাৰ টুক্ৰ লেবুৱে ডাঙৰ ডাঙৰ কাঠ গোটাই লৈ জুই ধৰিলে আৰু তাৰ লেলিহান শিখাৰ মাজেদি চিক্‌চিলীয়া আৱক জাঁপ মাৰি পাৰ হ'বলৈ দিলে। কিন্তু চিক্‌চিলীয়া আৱে সেই জুইৰ প্ৰকাণ্ড উত্তাপ আৰু ধোঁৱাৰ কাৰণে তাৰ কাষ চাপিবই নোৱাৰিলে।

চিক্‌চিলীয়া আৱে পৰাজয় বৰণ কৰিব নুখুজি আৰু এটা প্ৰস্তাৱ আগবঢ়ালে। তেওঁ ক'লে— 'আমি শিল দলিয়াম, যাৰ শিল বেছি দূৰলৈ যাব তেৱেঁই জয়ী হ'ব।'

টুক্ৰ লেবুৱে ক'লে— 'মোৰ বৰকৈ শৌচ কৰিব লাগিছে, মই আগতে শৌচ কৰি আহো, আপুনি সেইখিনি সময়ত অলপ জিৰাই লওক।' সেই বুলি তেওঁ তাৰপৰা অলপ আঁতৰি আহি এটা সৰু চৰাই ধৰি হাতৰ মুঠিত লুকুৱাই লৈ উভতি গৈ ক'লে— 'মই এতিয়া সাজু। আগতে আপুনি শিল দলিয়াওক।' চিক্‌চিলীয়া আৱে এটুকুৰা শিল লৈ গাৰ সমস্ত শক্তিৰে দলিয়াই পঠালে। শিলটুকুৰা ভালেখিনি দূৰত গৈ পৰিল। এইবাৰ টুক্ৰ লেবুৱে তেওঁৰ হাতত যেন এডোখৰ গধুৰ শিলৰ টুকুৰাহে আছে, তেনেভাৱে গাৰ সমস্ত শক্তিৰে চৰাইটো দলিয়াই দিলে। চৰাইটোৱে নিজকে চম্ভালি লৈ দূৰলৈ উৰি গৈ চকুৰ আগৰ পৰা অদৃশ্য হৈ গ'ল। চিক্‌চিলীয়া আৱে কথাটো কি হ'ল ধৰিবই নোৱাৰিলে।

অৱশেষত চিক্‌চিলীয়া আৱে টুক্ৰ লেবু যে তেওঁতকৈ শক্তিশালী, সেই কথা স্বীকাৰ কৰিব লগা হ'ল। তেওঁ টুক্ৰ লেবুক নিজৰ জীয়েকক বিয়া কৰাবলৈ দিলে আৰু জোঁৱায়েকৰ ভূৰি ভূৰি প্ৰশংসা কৰিলে। টুক্ৰ লেবু আৰু চিক্‌চিলীয়া আও টুক্ৰ লেবুৰ ঘৰলৈ উভতি আহিল। টুক্ৰ লেবুৱে চিক্‌চিলীয়া চামক লুকাই থোৱা ঠাইৰ পৰা উলিয়াই আনিলে। তাৰ পিছত টুক্ৰ লেবুৰ ঘৰত তিনিও সুখেৰে একেলগে দিন যাপন কৰিবলৈ ধৰিলে।

---

*১. তেতিয়াৰ পৰা মানুহৰ গাত জন্তুৰ নোম নোহোৱা হ'ল আৰু জাৱৰ পৰা ৰক্ষা পাবলৈ মানুহে কাপোৰ পিন্ধিব লগা হ'ল বুলি বাংনি জনজাতিৰ লোকসকলে বিশ্বাস কৰে।*

বাহিৰৰ পৰা দেখাত চিক্‌চিলীয়া আৱক যদিও সুখী যেন লাগিছিল। তথাপি তেওঁ দেৱতা হৈয়ো এজন সাধাৰণ মানুহৰ হাতত তেনেদৰে হাৰিব লগা হোৱাৰ বাবে ক্ষুণ্ণ হৈছিল আৰু পোটক তুলিবৰ বাবে সুযোগ বিচাৰি আছিল।

এদিন শহুৰ-জোঁৱায়েক দুয়ো নদীত মাছ মাৰিবলৈ গ'ল। নিজৰ দেৱতাক দেখি মাছবোৰে ভয়ত পলাবলৈ ধৰিলে। তাকে দেখি চিক্‌চিলীয়া আৱে ক'লে— 'ইহঁতে তোৰ ডাড়িকোছা দেখি ভয়ত পলাইছে। তই ডাড়িকোছা খুলি থ'লেহে মাছ পাবি।' শহুৰেকৰ কথামতে টুৰু লেবুৱে তাৰ ডাড়িকোছা খুলি এডোখৰ ডাঙৰ শিলৰ ওপৰত থৈ নদীত নামি গ'ল। জোঁৱায়েক অলপ দূৰলৈ আঁতৰি যোৱাৰ ছেগতে চিক্‌চিলীয়া আৱে জোঁৱায়েকৰ ডাড়িকোছা মুখত ভৰাই চোবাই চোবাই গিলি থ'লে আৰু নদীৰ মাজলৈ গৈ বুৰ মাৰি অদৃশ্য হৈ গ'ল। লগে লগে নদীৰ মাজতেই টুৰু লেবুৰ গাত জ্বৰ উঠি আহিল। সি নদীৰ পাৰলৈ উঠি আহি তাৰ ডাড়িকোছা আৰু শহুৰেকক বিচাৰিলে, কিন্তু ক'তো বিচাৰি নাপালে। তাৰ জ্বৰ বেছি হোৱাত সোনকালে ঘৰলৈ উভতি আহি শুই পৰিল। গিৰিয়েকৰ মুখত ডাড়িকোছা নেদেখি চিক্‌চিলীয়া চাম আচৰিত হ'ল আৰু গিৰিয়েকক ডাড়িকোছা ক'ত থৈ আহিলে সুধিলে। টুৰু লেবুৱে সকলো কথা ভাঙি পাতি ক'লত তাই ক'লে— 'তেন্তে নিশ্চয় দেউতাই আপোনাৰ ডাড়িকোছা চোবাই খালে। সেই কাৰণেই আপোনাৰ জ্বৰ উঠিছে।' তাই তেতিয়াই উঠি দেউতাকৰ কাষত গ'ল আৰু দেউতাকক অনেক কাকুতি-মিনতি কৰি জ্বৰ নিৰাময়ৰ উপায় সুধিলে।

অৱশেষত চিক্‌চিলীয়া আৱে ক'লে— 'ঘৰচীয়া গাহৰি আৰু কুকুৰা কাটি মোক পূজা দিবি। তেতিয়াহে তোৰ গিৰিয়েৰে আৰোগ্য লাভ কৰিব পৰিব।' ঘৰলৈ উভতি আহি টুৰু লেবু আৰু চিক্‌চিলীয়া চামে গাহৰি আৰু কুকুৰা কাটি নদীৰ দেৱতা চিক্‌চিলীয়া আৱক পূজা দিলে তাৰ পিছত টুৰু লেবুৱে আৰোগ্য লাভ কৰিলে। তেতিয়াৰ পৰা টুৰু লেবু আৰু চিক্‌চিলীয়া চামে প্ৰত্যেক বছৰে চিক্‌চিলীয়া আৱক গাহৰি আৰু কুকুৰা কাটি পূজা দিবলগা হ'ল।[১]

টুৰু লেবু আৰু চিক্‌চিলীয়া চামে বহু বছৰ সুখ-শান্তিৰে বৈবাহিক জীৱন-যাপন কৰিলে। সময়ত সিহঁতৰ এটা সন্তানো হ'ল। সিহঁতে ল'ৰাটোৰ নাম বুছলো আও ৰাখিলে। বুছলো আও ডাঙৰ হ'লত সিহঁতে বুছলো আৱৰ বিয়া পাতি দি ইহ সংসাৰৰ পৰা বিদায় ল'লে।

বুছলো আৱৰ দুটা ল'ৰা আছিল। ডাঙৰটো ল'ৰাৰ নাম আছিল ওছিন আৰু সৰুটো ল'ৰাৰ নাম আছিল আৱা। দুয়োজনৰ চিকাৰ কৰাৰ প্ৰতি বৰ ৰাপ আছিল। এদিন দুয়োজনে হাবিত চিকাৰৰ কাৰণে হাবিত অনাই-বনাই ফুৰোঁতে এজনী ধুনীয়া ছোৱালী লগ পালে। দুয়োজনে ছোৱালীজনীক নিজৰ নিজৰ কৰি ল'বলৈ বিচাৰিলে। ফলত দুয়োৰে মাজত কাজিয়া লাগিল আৰু সেই কাজিয়া গৈ যুঁজত পৰিণত হ'ল। অৱশেষত ককায়েকে ভায়েকক বধ কৰি মৰা শ তাতে পেলাই থৈ ছোৱালীজনীক লৈ আনি সংসাৰ পাতিলে।

কিছুদিনৰ পিছত হাবিত জুই লাগিল। সেই জুয়ে আৱাৰ শটো পুৰি জঁকা কৰি থৈ গ'ল। এদিন সেই বাটেৰে নেউল এটা আহিল। জঁকাটো দেখি নেউলটোৱে ভাবিলে, এইটো নিশ্চয় এটা মানুহৰ জঁকা হ'ব। মই ইয়াক জীয়াই তুলিব লাগিব। নেউলটোৱে জঁকাটোত মাংস, মজ্জা, তেজ আদি দান কৰি জীয়াই তুলিলে। আৱা জী উঠিল। জী উঠিয়েই তেওঁ ককায়েকৰ ঘৰলৈ গ'ল আৰু দুয়ো আকৌ মিলা-প্ৰীতিৰে থাকিবলৈ ল'লে। কিছুদিন তেনেদৰে যোৱাৰ পিছত এদিন আকৌ ওছিন আৰু আৱাৰ মাজত কাজিয়া লাগিল। ওছিনে খণ্ডত আৱাক বধ কৰি মৰা শটো নি হাবিত পেলাই থৈ আহিল। কিছুদিনৰ মূৰত নেউলৰ সহায়ত আগৰবাৰৰ দৰে আৱা জী উঠিল আৰু এইবাৰো ককায়েকৰ লগত আহি থাকিবলৈ ল'লে।

এদিন ওছিন নথকা অৱস্থাত আৱাই বৌয়েকক ক'লে— 'আচলতে ময়েই প্ৰথমতে তোমাক দেখি বিয়া কৰাব খুজিছিলো, কিন্তু ওছিনে তোমাক মোৰ পৰা কাঢ়ি লৈ গ'ল। মই তাক বধ কৰি অতি সোনকালে তোমাক নিজৰ কৰি ল'ম।' ঘৈণীয়েকে আৱাৰ কথা গিৰিয়েকক জনাই দিলে। ওছিনে ভয় খাই আৱাক তাক অপকাৰ কৰাৰ আগতেই আৱাক কাটি পুনৰ হাবিত পেলাই থৈ আহিল। নেউলৰ সহায়ত আৱা পুনৰ জী উঠিল। আৱাই এইবাৰ জী উঠিয়েই ভাবিলে— ককাইদেৱে মোক এতিয়ালৈকে তিনিবাৰ বধ কৰিলে, তিনিবাৰেই নেউলৰ সহায়ত মই জী উঠিলো। মই এতিয়া আৰু তেওঁৰ ঘৰলৈ যোৱাটো উচিত নহ'ব। সেয়ে

---

*এতিয়াও জঁকা আৰু বাংনিসকলে গাহৰি আৰু কুকুৰা কাটি নদী দেৱত চিকৃচিলীয়া আৱক পূজা দিয়ে।*

নদীৰ কষত বহি ককায়েকক কেনেকৈ বধ কৰা যায় তাৰ উপায় তেওঁ চিন্তিবলৈ ধৰিলে। শেষত তেওঁ এটা বুদ্ধি বিচাৰি উলিয়ালে। তেওঁ নদীৰ দুয়োপাৰে পোনে পোনে হৈ থকা দুজোপা গছত এডাল জৰী বান্ধি সংলগ্ন কৰিলে আৰু সোঁমাজত এটা বাকচ বান্ধি ওলমাই থৈ তাতে বহি থাকিল।

সিফালে ভায়েক ঘৰলৈ উভতি নহাত ওছিনৰ বৰ চিন্তা লাগিল। ভায়েকক বিচাৰি আনিবলৈ তেওঁ ঘৰৰ পৰা ওলাই আহিল। তেওঁ আৱাক বিচাৰি আহি নদীৰ কাষ পালেহি। আৱাক নদীৰ সোঁমাজত ওলমি থকা বাকচটোত বহি থকা দেখি ওছিনৰ বৰ কৌতূহল জাগিল আৰু সিনো কি কৰিছে সুধিলে। আৱাই উত্তৰত ক'লে— মই মাছ চাই আছো, নদীত বিবিধধৰণৰ মাছে বিবিধ ৰঙৰ কাপোৰ পিন্ধি গান গাই নাচি আছে।' ওছিনৰ কৌতূহল আৰু বাঢ়িল। তেওঁ সেই দৃশ্য চাব খুজিলত আৱাই পাৰলৈ জৰীডাল টানি আনি বাকচটো পাৰলৈ লৈ গ'ল আৰু নিজে তাৰপৰা নামি ককায়েকক বাকচত বহুৱাই কটকটীয়াকৈ বান্ধি জৰীডালৰ সহায়ত নদীৰ সোঁমাজলৈ লৈ গ'ল। তাৰ পিছত ৰছীডাল কাটি ককায়েকক নদীত পেলাই দিলে। খৰস্ৰোতা নৈখনে ওছিনক উটুৱাই লৈ গ'ল।

ককায়েকক তেনেদৰে নদীত পেলাই থৈ আৱাই ঘৰলৈ উভতি গ'ল। তেওঁ ওছিনৰ ঘৈণীয়েকক গ্ৰহণ কৰি সুখেৰে দিন কটাবলৈ ধৰিলে।

সেই সময়ত সেই নদীৰ ভাটিৰ ফালে চন্দ্ৰই এখন টিক্' পাতিছিল। ওছিন গৈ তাত পৰিল। চন্দ্ৰই টিক্ চাবলৈ আহি বাকচটো দেখিলে আৰু পাৰলৈ তুলি আনি বাকচৰ সাঁফৰখন খুলি দেখিলে, এটা মানুহ বাকচটোৰ ভিতৰত সোমাই আছে। চন্দ্ৰ আনন্দত আত্মহাৰা হ'ল। তেওঁ ক'লে— 'বহুত দিনৰ পৰা মই মানুহৰ সন্ধানত আছো। এতিয়া তোক পালো যেতিয়া তোকে সোধো। বাৰু তই ক'চোন— কোনে বেছি উজ্জ্বল পোহৰ দিয়ে— মই নে সূৰ্যই?' ওছিনে নিৰ্ভয় মনেৰে উত্তৰ দিলে— 'আপুনি মোক মাৰক বা কাটক, তথাপি মই সঁচা কথা ক'ম। সূৰ্যৰ পোহৰ আপোনাৰ পোহৰতকৈ বেছি উজ্জ্বল আৰু উত্তপ্ত।' উত্তৰ শুনি চন্দ্ৰৰ বৰ খং উঠিল আৰু ওছিনক পুনৰ বাকচত ভৰাই নদীত পেলাই দিলে।

তাৰপৰাও ভাটিৰ ফালে সূৰ্যয়ো এখন টিক্ পাতিছিল। ওছিন গৈ এইবাৰ তাত পৰিল। সূৰ্যই টিক্ চাবলৈ আহি বাকচটো পালে। বাকচটো পাৰলৈ তুলি

আনি সাঁফৰটো খুলি চাই তাত এটা মানুহ দেখি সূৰ্যৰ আনন্দ হ'ল। সূৰ্যই ওছিনক ক'লে— 'বহু দিনৰ পৰা মই মানুহ এটা বিচাৰি আছিলা। তয়েই ক'চোন— চন্দ্ৰ আৰু মোৰ ভিতৰত কাৰ পোহৰ বেছি উজ্জ্বল?' ওছিনে ক'লে— 'নিশ্চয় আপোনাৰ পোহৰৰ উজ্জ্বলতা বেছি। আপুনি যাক সোধক সেয়েই এই কথা ক'ব।' উত্তৰটো শুনি সূৰ্যই বৰ সন্তোষ পাই ক'লে— 'কাইলৈ মই যেতিয়া ওলাই আহিম, তেতিয়া ইয়াত থিয় দি থাকিবি, মই তোক ঘৰত থৈ আহিম।'

পিছদিনা পুৱা সূৰ্য অহাৰ সময়ত ওছিন গভীৰ টোপনিত নিমগ্ন হৈ আছিল। সূৰ্যই সেইদিনা কাকো নাপাই গুচি গ'ল। টোপনিৰ পৰা সাৰ পাই ওছিনৰ কথাটো মনত পৰিল। পিছদিনা তেওঁ পুৱাই উঠি সূৰ্যলৈ বাট চাই থাকিল। সময়ত সূৰ্য আহিল আৰু তেওঁক ঘৰত থৈ গ'লহি।

ওছিনে আহি দেখিলে, আৱা হাবিলৈ গৈছে আৰু ঘৈণীয়েকে লাউপানী তৈয়াৰ কৰাত ব্যস্ত হৈ আছে। ওছিনক দেখি তাই বৰ আনন্দ পালে আৰু গিৰিয়েকক আথে-বেথে বহুৱাই লাউপানী খাবলৈ দি ক'লে— 'আপোনাক বধ কৰিলে বুলি কৈ আৱাই মোক তাৰ পত্নী কৰি ৰাখিলে। তাক মই মুঠেই ভাল নাপাওঁ। আপুনি ঘূৰি আহিছে যেতিয়া মই আকৌ আপোনাৰেই হ'ম।'

সেই সময়ত আৱাই ডাঙৰ গাহৰি এটা মাৰি আহি ঘৰ পালে। ওছিনক দেখি তেওঁ ক'লে— 'তেন্তে তই আকৌ ঘূৰি অহিলি?' ওছিনৰ খং উঠি আছিল। ভায়েকৰ কথা শুনি তেওঁৰ ধৈৰ্যৰ বান্ধ ভাঙি গ'ল। তেওঁ আৱাক বধ কৰি পুনৰ হাবিত পেলাই থৈ আহিল।

কিছুদিনৰ পিছত নেউলৰ সহায়ত আৱা পুনৰ জী উঠিল। জী উঠি এইবাৰ আৱাই ভাবিলে— মই তাৰ তালৈ উভতি যোৱা ভাল নহ'ব। তাতকৈ মই ইয়াৰ পৰা বহুদূৰলৈ গুচি গৈ নিজাববীয়াকৈ ঘৰ এটা সাজি অকলে থাকিম। কথামতে কাম হ'ল। কিছুদিন অকলশৰীয়াভাৱে থকাৰ পিছত আৱাই এজনী জীৱন-লগৰীও পালে।

ওছিন আৰু আৱাৰ সন্তান-সন্ততিয়েই পিছলৈ গৈ ক্ৰমান্বয়ে বাংনি আৰু আঁকা জনজাতিৰূপে পৰিচিত হ'ল বুলি বাংনি আৰু আঁকা জনজাতিসকলে বিশ্বাস কৰে।



---

*টিক্— ফান্দ বা জাল।*

# ক'ব লগা একাষাৰ

শ্বান বংশীয় খামতিসকল অসমলৈ অহা শেহতীয়া প্ৰব্ৰজনকাৰী দল। ভাষা-সাহিত্য আৰু সংস্কৃতিত এওঁলোক চহকী। আজিও অসমৰ বৌদ্ধ বাপু চাংবোৰত শ শ হাতে লিখা পুথি পৰি আছে। ধৰ্ম সম্পৰ্কীয় পুথিৰ উপৰি লোক-কথা আৰু ইতিহাসৰো গ্ৰন্থ বিচাৰিলে পোৱা যাব। সংৰক্ষক আৰু গৱেষকৰ অভাৱত এইবোৰ নষ্ট হ'বলৈ দিয়াটো দুখৰ কথা হৈছে।

খামতিসকল লোক-সাহিত্যত বিশেষভাৱে চহকী। এই কিতাপত কুৰিটা সাধু আছে। এইবোৰ থাইলেণ্ড, বৰ্মা আদি দেশৰ কথা কঢ়িয়াই অনা সম্পদ। অসমৰ সাধুৰ লগত ইয়াৰ সাদৃশ্য মন কৰিবলগীয়া। প্ৰাচ্যৰ সকলো দেশৰে ৰূপকথাত শিয়াল বান্দৰ, কাউৰী, সাপ, ৰজা, ৰাক্ষস, অপেশ্বৰী আদিৰ কথাই পোৱা যায়।

অসম সাহিত্য সভাই 'খামতি সাধু' প্ৰকাশ কৰি তেওঁলোকৰ সাহিত্যক আদৰ কৰিব খোজাত কৃতজ্ঞ হ'লোঁ। জাতি-উপজাতিৰ মাজত সমন্বয়ৰ সেঁতু তৈয়াৰ কৰা এই এক সৰু প্ৰচেষ্টা।

শ্ৰীবিশ্ব বৰুৱা
নাৰায়ণপুৰ
উত্তৰ লক্ষীমপুৰ, অসম

শিল্পী দিৱস/১৯৯৩

# সাত একে আঠ, আঠে একে ন

এজন সুন্দৰ ডেকা। দেখাই-শুনাই সুন্দৰ দেখি মানুহে তাক সুন্দৰ বুলিয়ে মাতে। এদিন সি হাবিত খৰি কাটি থাকোঁতে বিষাক্ত সাপ এটাই খুঁটিলে। বিষ উজাই আহিল। সৰু-বৰ অনেক বেজে জৰা-ফুকা কৰিও সুন্দৰক বচাব নোৱাৰিলে। সি মৰিল। ৰাইজৰ পৰামৰ্শমতে কল গছৰ ভুৰ এখনত শটো উটুৱাই দিলে। নৈৰ ভটিয়নি সোঁতত সুন্দৰৰ শ উটি যাবলৈ ধৰিলে।

নামনিত এজন প্ৰখ্যাত বেজ আছিল। যিকোনো সাপে খোঁটা মানুহ তেওঁ ভাল কৰিব পাৰে। তিনি দিনৰ ভিতৰতো যদি যায় বচাব পাৰে। এইজন বেজৰ সাতজনী জীয়েক। সিহঁতে কাষৰ নৈৰ ঘাটত কানি-কাপোৰ ধুই আছিল। এনেতে সিহঁতৰ ফালে ভুৰ এখন আহি থকা দেখা পালে। ভুৰত এটা শও থকা যেন পালে। ইজনীয়ে সিজনীয়ে কথা পাতিছে— 'হেৰা বাইদেউ, চোৱাচোন, সৌ ভুৰখন আৰু তাতে মৰা শ এটা আছে যেন পাওঁ। এজনীয়ে কৈছে —'সাপে খুঁটি মৰা বোধ হয়'। ভুৰ লাহে লাহে আহি সিহঁতৰ কাষ পালেহি। আটাইকেইজনীয়ে ধৰি পাৰলৈ আনিলে। চাই দেখে যে সাপে খুঁটি মৰাই হয়। সিহঁত বেজৰহে জীয়েক। গতিকে কথাটো সহজে বুজিব পাৰিলে। শটো পাৰতে থৈ সিহঁতে দেউতাকক খবৰ দিলেগৈ। দেউতাক আহিল। জাৰি জাৰি তাক আকৌ জীয়াই তুলিলে। তাৰ পিচত তাক বেজৰ ঘৰলৈ লৈ গ'ল।

সুন্দৰৰ চেহেৰাত সাতোজনী মুগ্ধ। এতিয়া আটাইকেইজনীয়ে তাক স্বামী হিচাপে পাবলৈ বিচাৰে। বিষয়টোত হেতা-ওপৰা লাগিল। বেজ কথাটো গম পাই ভাবিলে যে ই থাকিলে ঘৰখনত অশান্তি হৈ থাকিব। গতিকে আঁতৰোৱা ভাল। এইবুলি তেওঁ মালা এডাল জাৰি সুন্দৰৰ ডিঙিত পিন্ধাই দিলে। লগে লগে সি চৰাই এটা হৈ ভুৰুং কৰি উৰি গ'ল।

সুন্দৰ চৰাই হৈ উৰি গৈ সেই দেশৰ ৰাজধানী পালেগৈ। ৰজাৰ এজনী সুন্দৰী কন্যা আছিল। কন্যাজনীৰ নামো সুন্দৰী। বিয়া নিদিয়ালৈকে ৰাজকুমাৰীক এটা ঘৰত লিগিৰীৰে সৈতে আছুতীয়াকৈ থৈছে। সুন্দৰ চৰাই গৈ সেই ঘৰটোতে

পৰিলগৈ। কন্যাজনী দেখি তাৰ পছন্দ হ'ল আৰু 'সুন্দৰী' বুলি মাত দিলে। কন্যাই ইফালে-সিফালে চাই খিৰিকীৰ কাষত এটা চৰাইহে দেখা পালে। মানুহ নেদেখি তাই মাতিলে— 'মোক কোনে মাতিছে?'

সুন্দৰ— 'মই মাতিছো।'

কন্যা— 'তুমি চৰাই।'

সুন্দৰ— 'মই চৰাই নহয়, মানুহহে। নাম সুন্দৰ। এজন বেজে মালাডাল জাৰি ডিঙিত পিন্ধাই দিয়া কাৰণেহে চৰাই হৈছো। মালাডাল গুচাই দিয়াচোন, মই আকৌ মানুহ হ'ম।' তাৰ কথামতে ৰাজকুমাৰী কন্যাই মালডাল আঁতৰাই দিয়াৰ লগে লগে সি সুন্দৰ ডেকা হৈ পৰিল। দুয়োৰে মনৰ মিল হ'ল। দিনত সি চৰাই হৈ থাকে আৰু ৰাতি ডেকা হৈ তাইৰ লগত কথাপাতি আনন্দ কৰে।

কিছুদিন পিচত লিগিৰাবোৰে কথাটো গম পাই ৰজাক জনালে। ৰজাই সুন্দৰক ধৰিবলৈ সৈন্য পঠালে। চাৰিওফালেৰ পৰা বেঢ়ি ধৰাত সি পলাব নোৱৰা হ'ল। শেষত ৰাজকুমাৰীয়ে মালাডাল পিন্ধাই চৰাই হৈ উৰি যাবলৈ ক'লে। সেইমতে উৰি যাওঁতে বেৰৰ চুক এটাত লাগি মালাডাল ছিগি থাকিল। লগে লগে সি আকৌ ডেকা হ'ল। সি পাৰে মানে দৌৰিবলৈ ধৰিলে। সৈন্যবোৰেও 'সেইটো সেইটো, ধৰ ধৰ' বুলি পিচে পিচে খেদি গ'ল। গৈ গৈ সি এজন সদাগৰৰ ঘৰত সোমালগৈ। সেই সময়ত সদাগৰে তেওঁৰ পৰিবাৰ আৰু জীয়েকৰ সৈতে ভাত খাই আছিল। সদাগৰ আৰু পৰিবাৰে একেখন কাঁহীত আৰু জীয়েকে আন এখন কাঁহীত খাই আছিল। তেনে সময়তে সুন্দৰ ভিতৰ সোমাই ফোঁপাই-জোপাই ক'বলৈ ধৰিলে— 'দেউতা দেউতা, মোক ৰক্ষা কৰক। সৌৱা ৰজাৰ মানুহে মোক ধৰিবলৈ খেদি আহিছে।'। সদাগৰে তৎক্ষণাৎ মুখ ধুবলৈ ক'লে। তাৰ পিচত জীয়েকৰ কাঁহীতে ভাত খাবলৈ পৰামৰ্শ দিলে। ই নাখায়, লাজ কৰিছে। সদাগৰে কৈছে— 'ভাত খোৱা, নহ'লে বিপদ হ'ব।' সি খাবলৈ ধৰিলে। ৰজাৰ সৈন্যবোৰে দূৰৰ পৰা তাক সেই ঘৰত সোমোৱা দেখিলে। সিহঁতো সদাগৰৰ ঘৰলৈ সোমাই গৈ সুধিলে— 'ইয়ালৈ এইমাত্ৰ ডেকা এজন আহিছে। ক'ত আছে দেখুৱাই দিয়ক। আমি ৰজাৰ মানুহ।' সদাগৰে ক'লে— 'ক'ৰ ডেকা? আমি ক'ব নোৱাৰো।'

সৈন্য— 'অলপ আগতে আহি আপোনাৰ ঘৰত সোমোৱা আমি নিজে দেখিছো।'

সদাগৰ— 'নাই, চোৱা এয়া আমি দুয়ো খাই আছো আৰু সৌৱা জী-জোঁৱায়ে

খাই আছে আৰু ক'তনো ডেকা দেখিলাহে?'

সেই দেশৰ ৰীতিমতে স্বামী-স্ত্ৰী হ'লেহে একেখন কাঁহীত ভাত খাব পাৰে। গতিকে সৈন্যবোৰে হতাশ হৈ এৰি আহিল। সদাগৰৰ পুতেক নাছিল। গতিকে সুন্দৰলৈ জীয়েকক বিয়া দি জোঁৱাই কৰি ল'লে।

কিছুদিনৰ পিচত। সেই দেশৰ ৰাজকুমাৰীৰ স্বয়ম্বৰ পাতিছে। ৰজাই ঘোষণা কৰিলে— 'ৰাজকুমাৰীয়ে যাকে মালা পিন্ধাব, তেওঁলৈকে ৰাজকুমাৰীক বিয়া দিব।' দেশৰ সকলো ডেকা আৰু অন্য দেশৰ ৰাজকুমাৰক নিমন্ত্ৰণ কৰা হ'ল।

স্বয়ম্বৰৰ দিনা বেজৰ সাতজনী জীয়েকো গৈছে। কিজানিবা মানুহৰ মাজত সুন্দৰক দেখা পায়েই। কাৰণ সি সিহঁতৰ ঘৰৰ পৰা পলাই আহিছে। বাপেকে মালা পিন্ধাই চৰাই কৰাৰ কথা সিহঁতে নাজানে।

স্বয়ম্বৰ আৰম্ভ হ'ল। ৰজাই ঘোষণা কৰিলে। ৰাজকুমাৰীয়ে মালা লৈ সমবেত মানুহবোৰৰ মুখবোৰ চাই ফুৰিবলৈ ধৰিলে। তাইৰ মনৰ স্বামী সুন্দৰ ক'ত? সিও নিশ্চয় আহিব। এই আশাত তাই ৰভা ঘৰত কেইবাবাৰো ঘূৰিলে। সুন্দৰ দেখোন নাই। তাই হতাশ হ'বলৈ ধৰিলে।

ইফালে স্বয়ম্বৰ চাবলৈ সদাগৰ, তেওঁৰ পত্নী আৰু জীয়েক-জোঁৱায়েক ৰথত উঠি ঠিক সেই সময়ত স্বয়ম্বৰথলীত উপস্থিত হ'লহি। ৰাজকুমাৰীয়ে সুন্দৰক (তেতিয়া সদাগৰৰ জোঁৱাই) দেখামাত্ৰেই বৰমালা পিন্ধাই দিলে। বেজৰ সাতজনী জীয়েকেও তাক দেখি মালা পিন্ধাই স্বামী বৰণ কৰিলে। সদাগৰৰ জীয়েকতো আছেই।

সমবেত সকলো মানুহ আচৰিত হ'ল। কি কথা? ৰাজকুমাৰীয়ে কয়— 'এওঁ মোৰ স্বামী।' বেজৰ সাতজনী জীয়েকে কয়— 'নহয়, আমাৰহে স্বামী।' কাণ্ড দেখি সকলো অবাক হ'ল। বেজ, সদাগৰ আৰু ৰজা বিবুধিত পৰিল। ৰজাই তাক সুধিলে— 'হেৰা, কথাৰ গুৰি কি? কোৱাচোন, কেনেকৈ ইমানবোৰ স্ত্ৰী হ'ল?' সুন্দৰে উপায় নাপাই সকলো কথা বিৱৰি ক'লে। বেজৰ ঘৰত থকাৰ কথা, ৰাজকুমাৰীৰ লগত থকাৰ কথা আৰু সদাগৰৰ জীয়েকৰ লগত বিয়া হোৱাৰ কথা সঁচা বুলি জনালে।

উপায় নোহোৱাত বেজৰ সাতজনী জীয়েকক আৰু ৰাজকুমাৰীকো তাকে চমজালে। এতিয়া সুন্দৰ সাতে একে আঠ আৰু আঠে একে নজনীৰ স্বামী।

সেই দেশৰ ৰজা অপুত্ৰক হোৱা হেতু জোঁৱায়েক সুন্দৰকে ৰজা পাতিলে। সুন্দৰ এতিয়া বেজ, সদাগৰ আৰু ৰজাৰ জোঁৱাই।

# শুনা কথাত নিদিবা কাণ, প্ৰয়োজন হ'লে ল'বা প্ৰমাণ

শচীন্দ্ৰ নামৰ এজন মানুহ আছিল। সি সৰুতে বুঢ়াসকলে কোৱা তিনিটা কথা শুনিছিল—

(ক) বাটৰ কাষৰ বাৰী নেবেৰিবা

(খ) তিনি বাঁৰীৰে ঘৰ নাপাতিবা

(গ) পানী কেঁচুৱাকহে তোলনীয়া পো কৰিবা, চেমনীয়াক নহয়।

শচীন্দ্ৰই কথা তিনিটাৰ প্ৰমাণ ল'বলৈ ইচ্ছা কৰিলে। প্ৰথমটোৰ প্ৰমাণৰ কাৰণে সি বাটৰ কাষৰ বাৰী এখন জেওৰাৰে বেৰিলে। কেইদিনমানৰ পিচৰে পৰা বাটেদি যোৱা মানুহে জেওৰা ভাঙি এডাল-দুডালকৈ নিবলৈ ধৰিলে। গৰু-ম'হেও ভাঙে। ফলত শইচ নষ্ট হয়। এইদৰে প্ৰথমটোৰ প্ৰমাণ সি পালে।

বাকী দুটাৰ প্ৰমাণ ল'বলৈ সি তিনিগৰাকী বাঁৰী বিয়া কৰাই ঘৰ-সংসাৰ কৰিলে আৰু চেমনীয়া ঘাট মাউৰা ল'ৰা এটাক পো বুলি তুলি ল'লে। তাৰ পিচত সি প্ৰমাণৰ অপেক্ষাত ৰ'ল।

সেই দেশৰ ৰজাৰ এজাক কুকুৰা চৰাই আছিল। তাৰে এটা বগা কুকুৰা বৰ মৰম লগা। ৰজায়ো তাক মৰম কৰে। এদিন ৰাতি শচীন্দ্ৰই সেই কুকুৰাটোকে চুৰ কৰি আনিলে। তাক মাৰি, কুটি-বাচি ৰান্ধিবলৈ ধৰোঁতে বাঁৰী তিনিজনী আৰু তোলনীয়া ল'ৰাটোৱে কুকুৰটো ক'ৰ পৰা আনিলে বুলি সুধিলে। শচীন্দ্ৰই ৰজাৰ ঘৰৰ পৰা চুৰ কৰি অনা বুলিয়ে ক'লে। সকলোৱে মনৰ হেঁপাহেৰে কুকুৰাৰ মাংস খালে।

গৰালৰ পৰা মৰমৰ কুকুৰাটো হেৰালত ৰজাই বেজাৰ পালে। তেওঁ ধৰি ল'লে যে কুকুৰাটো কোনোবাই চুৰ কৰি নি খালেগৈ। চোৰৰ সন্তেদ উলিয়াবলৈ মন্ত্ৰীক ঢোল পিটি শুনাবলৈ ৰজাই আদেশ দিলে। সেইমতে ৰজাৰ মানুহে ৰাজ্যত ঢোল পিটি শুনাই দিলে যে যিয়েই কুকুৰা চোৰৰ

সম্ভেদ দিব, তাকে ৰজাই সৰ্বোচ্চ সন্মান দিব। তিৰোতা হ'লে ৰাণী পাতিব আৰু পুৰুষ হ'লে মন্ত্ৰী পাতিব। এই ঘোষণা শচীন্দ্ৰৰ তিনিজনী বাঁৰী আৰু ল'ৰাটোৱেও শুনিলে। বাঁৰীকেইজনীয়ে ভাবিলে, খবৰটো দি ৰাণী হোৱাই ভাল। শচীন্দ্ৰইতো ৰাণীৰ দৰে সুখত ৰাখিব নোৱাৰে। গতিকে সিহঁতে ৰজাৰ মানুহক ক'লে যে সিহঁতে চোৰৰ বিষয়ে ক'ব পাৰিব। ৰজাৰ মানুহে কথাটো ৰজাক ক'লেগৈ। ৰজাই বাঁৰীকেইজনীক মতাই নিলে আৰু চোৰৰ বিষয়ে সুধিলে। তিনিজনীয়ে চোৰ শচীন্দ্ৰ বুলিয়ে ক'লে।

তাৰ পিচত ৰজাই শচীন্দ্ৰক ধৰাই নিয়ালে। গাঁৱৰ মানুহে ল'ৰাটোক ক'লে— 'তোৰ বাপেৰক ৰজাই ধৰাই নিছে শাস্তি দিবলৈ; তই যা, খবৰ এটা কৰি আহ।' সি উত্তৰ দিলে— 'নিয়ক। মোৰ কি হ'ল? মই মৰিবলৈ যাব নোৱাৰো।'

ৰজাই শচীন্দ্ৰক সুধিলে— 'হয়নে শচীন্দ্ৰ, তই মোৰ কুকুৰাটো চুৰ কৰি নি খালিগৈ।' শচীন্দ্ৰই ক'লে— 'হয় মহাৰাজ, ময়ে সেই চোৰ।' ৰজাই আকৌ সুধিলে— 'কিয় চুৰ কৰিলি?' সি লাহেকৈ উত্তৰ দিলে— 'সৰুতে বুঢ়াসকলে তিনিটা কথা কোৱা শুনিছিলো— তিনিবাঁৰীৰে ঘৰ নকৰিবা, বাটৰ কাষৰ বাৰী নেবেঢ়িবা আৰু পানী কেঁচুৱাকহে তোলনীয়া পো কৰিবা।' মই এই কথাকেইটাৰ প্ৰমাণ ল'বলৈকেহে এই কাম কৰিলোঁ। এতিয়া সঁচা বুলি প্ৰমাণ পালো। মহাৰাজে এতিয়া মাৰিলেও মাৰক, ৰাখিলেও ৰাখক।'

শচীন্দ্ৰৰ সত্যবাদিতাত ৰজা সন্তুষ্ট হ'ল। তাৰ বুধিক ৰজাই প্ৰশংসা কৰিলে। তাক এজন মন্ত্ৰী হিচাপে নিযুক্তি দি ৰাখিলে। তিনিজনী ঘৈণীয়েক আৰু ল'ৰাটোক বিশ্বাসঘাতকতা কৰা কাৰণে শাস্তি দিয়া হ'ল।

# টটপঙৰ টকচালি

টটপং নামৰ এজন ডেকা আছিল। সি তকাচু (তক্ষশিলা)লৈ গ'ল শিক্ষালাভৰ কাৰণে। এজন গুৰুৰ আশ্ৰয়ত থাকিল তিনি বছৰ। গুৰুৱে অনেক শিকালে, পিচে টটপঙৰ মগজুত একো নোসোমায়। গুৰুৱে হাৰ মানিলে। গুৰুৱে ভাবিলে যে বিদেশৰ পৰা অহা ছাত্ৰ এজনে যদি একো নিশিকাকৈ যায়, তেন্তে তেওঁৰ বদনাম হ'ব। আজিলৈকে কোনো ছাত্ৰ মূৰ্খ হৈ তেওঁৰ কাষৰ পৰা যোৱা নাই ইত্যাদি ভাবি-চিন্তি গুৰুৱে শেষত দুটা কথা তাক শিকালে। 'মন্‌ক মন্‌ন, আচাক্ চেই' অৰ্থাৎ জাগি থাকিলে মৰণ নাই আৰু 'চে চিম্ চে' অৰ্থাৎ পৰিশ্ৰম কৰিলেহে খাবলৈ পায়। এই দুটা উপদেশ দি ক'লে যে সি যেন এই দুটা সদায় মনত ৰাখে।

গুৰুৰ উপদেশ শিৰত লৈ টটপং ঘৰলৈ উভতিল। সি এখন ৰাজ্যৰ মাজেৰে আহিব লগা হ'ল। সেই দেশত তেতিয়া ৰজা নাছিল। ৰজাক নাগৰাজে কামুৰি মাৰিলে। ৰাণীক নাগে নিজৰ পত্নী কৰি ল'লে। নিতৌ ৰাতি নাগৰাজ ৰাণীৰ কাষলৈ আহে আৰু ৰাতি ৰাণীৰ লগত কাৰোবাক দেখা পালে কামুৰি মাৰে। ৰাজ্যৰ কেইবাজনো কোঁৱৰ ৰজা হ'ল, কিন্তু আটাইকৈ নাগে মাৰিলে। এতিয়া ৰজা হ'বলৈ কোনো নোলায়। কাৰণ ৰজা হ'লেই নাগে মাৰিব। মন্ত্ৰী পৰিষদ আৰু প্ৰজাৰ চিন্তা হ'ল। ৰজা নোহোৱাকৈ দেশ চলে কেনেকৈ?

এনে সময়তে এই দেশত টটপং আহি ওলালহি। ৰাজ্যৰ মানুহে তাকে ধৰিলে। কি কাৰণে তাক ধৰিছে সি বুজা নাই। মন্ত্ৰীয়ে তাক ৰজা হ'ব লাগে বুলি জনালে। সি আচৰিত হ'ল। আপত্তিও কৰিলে। কিন্তু তাৰ আপত্তি মন্ত্ৰী, প্ৰজা কোনেও নুশুনে। তাৰ পিচত সি প্ৰকৃত কাৰণটো বুজিবলৈ ইচ্ছা কৰিলে। সি সুধিলে— 'কি কাৰণে মোক ৰজা পাতিব খুজিছে কওক। ইয়াৰ ৰহস্য কি? কাৰণ ৰজা হ'ব লাগিলে ময়ো সাৱধান হ'ব লাগিব।' তেতিয়া মন্ত্ৰীয়ে কথাখিনি বিৱৰি ক'লে আৰু ক'লে যে সাতদিনৰ মূৰত তাক ৰাজ সিংহাসনত বহুৱাব। টটপঙে ভাবিলে, ইমান জোৰ কৰিছে যেতিয়া সিও মৰিব। এই সংকটৰ সময়ত

সি গুৰুৰ উপদেশ মনত পেলালে 'মন্‌ক মন্‌ন, আচাক্ চেই', 'চে চিম্ চে'।

টটপঙক ৰাণীৰ কোঠাত শুবলৈ দিলে। প্ৰথম ৰাতি। ৰাণী শুইছে। টটপঙে গুৰুক স্মৰণ কৰিলে— 'জাগি থাকিলে মৰণ নাই'। সি অশিক্ষিত যদিও বুদ্ধি আৰু সাহসৰ চোকা। ৰাণী শোৱাৰ পিচত সি কিছুমান কাপোৰ সংগ্ৰহ কৰিলে। সেই কাপোৰবোৰ মেৰিয়াই মানুহ এটাৰ দৰে কৰিলে আৰু ৰাণীৰ কাষতে শুৱাই থ'লে। সি নিজে কিন্তু সাৰে আছে। তাৰ হাতত এখন তৰোৱাল। সি দুৱাৰখন অলপ মেলি চুকতে লুকাই আছে। চাকি দুগছিমানো জ্বলাই থৈছে চাবৰ কাৰণে। সি সাহস গোটালে। ভাবিলে, যি হয় হ'ব। সহজে এৰি দিয়া ভকতো সি নহয়।

ৰাতি দুপৰ হ'ল। সকলো প্ৰাণী শুই নিঃপালি দিলে। এনে সময়ত নাগৰাজ আহিল। ফেঁট তুলি, ফোঁচফোঁচাই। সোমায়েই সি ৰাণীৰ চাৰিওফালে এবাৰ ঘূৰিলে। ঘূৰোঁতে ৰাণীৰ ভৰিখন কেনেবাকৈ তাৰ গাত লাগিল। চেঁচা পাই ৰাণীয়ে গোৰ মাৰি দিলে। নাগৰ খং উঠিল। তাহানিৰ লক্ষীন্দৰক কামোৰাৰ দৰে নাগেও মানুহ বুলি ভাবি ৰাণীৰ কাষতে থকা মানুহজনৰ কাপোৰতে খোঁট মাৰি দিলে। টটপঙে এতিয়া আচল ঘটনাটো বুজি পালে। সি ভাবিলে যে আজিয়েই সকলো লেঠা মৰা হওক আৰু একে ঘাপতে নাগক মৰা যাওক, নহ'লে বিপদ তাৰো হ'ব পাৰে। ভবামতে কাম। সি একে ঘাপেই নাগক দুছেও কৰিলে আৰু সমস্ত শৰীৰ টুকুৰা-টুকুৰ কৰি এটা বস্তাত ভৰাই বহি আছে। মনে মনে ভয়ো লাগিছে। অচিন দেশ। কিজানি এইটো অপৰাধেই হ'ল।

কুকুৰাই ডাক দিছে। আন দিনাৰ দৰে মৰা শ নিবলৈ মানুহ সেইদিনাও আহিছে। মানুহকেইটাই কথা পতা টটপঙে শুনিছে— 'সদায় ৰাতিপুৱা মৰা শ নিবলৈ আৰু কিমান আহিবা! আমনি লাগিছে আৰু।' টটপঙে দুৱাৰৰ চুকৰ পৰা মাত দিলে— 'আজি মৰা শ নাইহে।' সিহঁত আচৰিত হ'ল। সকলোকে জনাই দিলে যে মৰা শ নাই। তাৰ পিচত নাগৰাজৰ শটো বস্তাত ভৰাই পানীত পেলাই দিয়া হ'ল। মন্ত্ৰী, প্ৰজা সকলোৱে আনন্দিত হৈ টটপঙকে ৰজা পাতিবলৈ থিৰাং কৰিলে। ৰাণীৰ কিন্তু তাক ৰজা পতাৰ ইচ্ছা নাই। তাই ক'লে— 'এইটো ক'ৰ মানুহ? কি জাতৰ? কেনে স্বভাৱৰ? ইয়াক কেনেকৈ ৰজা পাতিম ? মই ইয়াৰ লগত থাকিব নোৱাৰো।' ৰাণীৰ কথাত হয়ভৰ দিয়া দুই-চাৰিজনো ওলাল। মন্ত্ৰী আৰু প্ৰজাই কিন্তু টটপঙকে ৰজা পাতে। শেষত ৰাণীয়ে টটপং

ৰজা হ'ব নোৱৰাৰ আঁচনি কৰিলে। তাই ইতিমধ্যে গম পালে যে নাগৰাজক মাৰি বস্তাত ভৰাই পানীত পেলালে। ৰাণীয়ে বিশ্বাসী মানুহক এশ টকা দি বুৰ মৰাই পানীৰ পৰা নাগৰাজৰ শটো অনালে। তাৰ পিচত এহেজাৰ টকাৰে গাৰু এটা চিলোৱাই নাগৰাজৰ হাড়-মূৰবোৰ ভৰালে। এইখিনি কৰি ৰাণীয়ে টটপঙক 'তোমাক মই এটা প্ৰশ্ন কৰিম। প্ৰশ্নৰ উত্তৰ দিব নোৱাৰিলে তোমাক মই মাৰিম আৰু দিব পাৰিলে তুমি মোক মাৰি ৰজা হ'বা।' এইবাৰ কিন্তু সি বাৰুকৈয়ে ভয় খালে। সি ভাবিলে, এইবাৰ তাৰ ৰক্ষা নাই। সময় চমু চাপি অহাৰ লগে লগে তাৰ চিন্তা বাঢ়িবলৈ ধৰিলে। সি খাবলৈ-শুবলৈ এৰিলে। ক্ষীণাই-শুকাই অৱস্থা নাইকিয়া হ'ল। দিন-ৰাতিয়ে মন মাৰি বহি থাকে। লগুৱা-লিক্‌চৌ সকলোৱে কিন্তু ৰজা হোৱাটোহে বিচাৰে।

এদিন লিগিৰী এজনী আহি তাক এনেদৰে মন মাৰি থকাৰ কাৰণে সুধিলে। সি ক'লে যে ৰাণীয়ে কি প্ৰশ্ন কৰে ঠিক নাই। উত্তৰ দিব নোৱাৰিলে তাক মাৰিবই। লিগিৰীয়ে ক'লে— 'মই আছো। তুমি চিন্তা এৰা আৰু ভাত-পানী খোৱা। যি কৰিব লাগে মই কৰিম।' সি বেজাৰ মনেৰে সুধিলে— 'খাম বাৰু। কিন্তু মোক সি সুধিব কোৱাচোন?' লিগিৰীয়ে ক'লে— 'পাকে নাম্ হেইয়ে য়াক' বুলি তোমাক ইয়াৰ অৰ্থ ক'বলৈ ক'ব। তুমি 'এশ টকাৰে বুৰ মৰা আৰু এহেজাৰ টকাৰে গাৰু চিলোৱা' বুলি উত্তৰ দিবা। এতিয়া চিন্তা এৰা।' টটপঙৰ মুখলৈ এতিয়াহে পানী আহিল। সি ভাত-পানী খাবলৈ ধৰিলে আৰু চিন্তাৰ অন্ত পৰিল।

ঠিক সাদিনৰ মূৰত। মন্ত্ৰী, বিষয়া সকলো গোট খালে। ৰাণী এফালে আৰু টটপং আনফালে বহিছে। কটোৱালে তৰোৱাল লৈ সাজু হৈ আছে। ৰাণীয়ে গাৰুটো আনি টটপঙৰ আগত থৈ সুধিলে 'পাকে নাম্ হেইয়ে য়াক' — ইয়াৰঅৰ্থ কি? টটপঙে টকচালি কৰি উত্তৰ দিলে— 'এশ টকাৰে বুৰ মৰোৱা আৰু এহেজাৰ টকাৰে গাৰু চিলোৱা'। ৰাণীয়ে সৈ কাঢ়িলে। উপস্থিত থকাসকলৰ ভিতৰত ৰাণীক ভাল নোপোৱাবোৰৰ সংখ্যাই সৰহ। যেনে-তেনে সিহঁতে ৰজা এটা পাইছে, তাক এতিয়া মাৰিবলৈ দিয়ে কেনেকৈ? পূৰ্বৰ ঘোষণামতে কটোৱালে ৰাণীক কাটিলে। ৰাণীৰ বংশ-পৰিয়ালে কোৱাৰ কোনো সুবিধাই নাপালে। আটায়ে আনন্দ পালে! এইদৰে টটপং ৰজা হ'ল।

# ৰাজকুমাৰ আৰু অপেশ্বৰী

এজন ৰাজকুমাৰ আছিল। তেওঁ ধনুবিদ্যাত বৰ পাকৈত। তেওঁৰ এখন আচৰিত ধনু আছিল। এই ধনুৰ সহায়ত আকাশত উৰিব পাৰে। এদিন তেওঁ ধনুখন লৈ অৰণ্যত ফুৰিবলৈ গ'ল। সেই অৰণ্যতে গুৰুগুই নাগৰাজক খাবলৈ চেষ্টা কৰিছে। দুয়ো যুঁজি আছে। কোনেও কাকো মাৰিব পৰা নাই। ভয়ত নাগৰাজে কান্দিবলৈ ধৰিলে। এনে সময়তে ৰাজকুমাৰ গৈ সেই ঠাইত উপস্থিত হ'লগৈ। কাৰোবাৰ কান্দোন তেওঁৰ কাণত পৰিল। কাষ চাপি গৈ দেখে— নাগৰাজ। নাগৰাজে কুমাৰক দেখি সাহ পালে আৰু তেওঁক বচাবলৈ কুমাৰক খাটনি ধৰিলে। কুমাৰেও নিঃসহায়ক সহায় কৰাটো উচিত বুলি ভাবি গুৰুগুলৈ শৰ নিক্ষেপ কৰিলে। কাঁড়বিদ্ধ হৈ গুৰুগু চট্‌ফটাই মাটিত বাগৰি পৰিল। মৰিবৰ সময়ত কৈ গ'ল যে এই জনমত তাক মাৰিছে, অহা জনমত সি ৰাজকুমাৰক মাৰিব। ৰাজকুমাৰেও ক'লে যে অহা জনমতো তেওঁৰেই জয় হ'ব।

গুৰুগু মৰি এটা প্ৰকাণ্ড মকৰা হ'ল। পৰ্বতৰ গুহা এটাত সি বাস কৰিবলৈ ল'লে। দিনত ঘূৰি ফুৰি ৰাতি গুহাত সোমাই থাকে।

সাতজনী অপেশ্বৰী নাচ-গান কৰিবলৈ পৃথিৱীলৈ আহে। এদিন নাচি-বাগি থাকোঁতে ৰাতি হ'ল। গতিকে যাব নোৱাৰিলে। সিহঁতে থকা ঠাই বিচাৰি গৈ মকৰা থকা গুহাটো পালেগৈ। তাতে ৰাতিটো কটোৱাৰ চিন্তা কৰি গুহাত সোমাল। মকৰাই সিহঁতক দেখি ভাবিলে, তাৰ সাদিনৰ আহাৰ ওলাল। সি গুহাৰ সন্মুখত জাল এখন তৰি সাতোজনীক বন্দী কৰি অন্য এটা গুহালৈ শুবলৈ গ'ল। গুহাৰ মুখখন বন্ধ দেখি অপেশ্বৰীহঁতে ভয়তে কান্দিবলৈ ধৰিলে। সেই হাবিতে ৰাজকুমাৰেও হাতত ধনুখন লৈ ঘূৰি ফুৰিছে। তেওঁ তিৰোতাৰ কান্দোন শুনি গুহাৰ কাষ পালেগৈ। অপেশ্বৰীহঁতে তাক দেখি কাবৌ কৰি ক'লে— 'আমাক বচাওক, নহ'লে কাইলৈৰ পৰা মকৰাই আমাক খাব। আমাক মুক্ত কৰি দিলে সৰুজনী ভনীক আপোনাক দি যাম।' সিহঁতক বচোৱাটোও ৰাজকুমাৰৰ কৰ্তব্য বুলি ভাবিলে। তেওঁ জালখন কাটিবলৈ অস্ত্ৰ উলিয়াই ঘাপ দিলে। মকৰা

জালখন ইমান কঠিন যে ঘাপটো মাৰোঁতে মেঘৰ গাজনিৰ দৰে শব্দ কৰে। শব্দ শুনি মকৰা উপস্থিত হ'লহি। মকৰা আৰু ৰাজকুমাৰৰ মাজত তয়াময়া যুদ্ধ হ'ল। ৰাজকুমাৰে তেওঁৰ আচৰিত ধনুখনেৰে মকৰাক মাৰিলে। মৰিবৰ পৰত মকৰাই ক'লে— 'এই জনমত তই মোক মাৰিছ, কিন্তু অহা জনমত মই তোক মাৰিম।' ৰাজকুমাৰেও ক'লে— 'অহা জনমতো মইহে তোক মাৰিম।' এইবাৰ মকৰাই ৰাক্ষসৰ জন্ম ল'লে।

নুমলীয়াজনীক কুমাৰক দি বাকী ছজনী আকাশলৈ উৰি উৰি গ'ল। ৰাজকুমাৰে অপেশ্বৰীৰ সৈতে ঘূৰি ফুৰোঁতে কেনেবাকৈ নাগৰাজে দেখা পালে। দুয়োকে তেওঁৰ দেশলৈ নিমন্ত্ৰণ কৰিলে। ৰাজকুমাৰ আৰু অপেশ্বৰী নাগৰাজ্যলৈ গ'ল। নাগৰাজে দুয়োকে আদৰ-সাদৰ কৰি তিনি দিন ৰাখিলে। ঘূৰি আহোঁতে ৰাক্ষসটোৱে বাধা দিলে। দুয়োৰে মাজত ঘোৰ যুদ্ধ হ'ল। এইবাৰো ৰাজকুমাৰ জিকিল। মৰাৰ পৰত ৰাক্ষসে কৈ গ'ল— 'এই জনমতে তই মোক মাৰিলি। পিচে অহা জনমত তোৰ ৰক্ষা নহ'ব।' এই সময়ত ৰাজকুমাৰ অন্যমনস্ক হৈ থকাত কথাফাকি নুশুনিলে। অপেশ্বৰীয়েহে শুনি উত্তৰ দিলে— 'অহা জনমত মইহে তোমাক মাৰিম'। ৰাক্ষস মৰি এটা দৈত্য হ'ল আৰু যাঠি এপাত লৈ সি আকাশত ঘূৰি ফুৰিবলৈ ধৰিলে।

কিছুদিনৰ পিচত। ৰাজকুমাৰ আৰু অপেশ্বৰী ৰথত উঠি আহি থকা দেখা পালে। সি যাঠিৰে ৰথখন ভাঙি দুয়োকে আঘাত কৰিলে। ৰথখন ভাঙি দুয়ো দুঠাইত ছিটিকি পৰিল। ৰাজকুমাৰৰ আঘাত বেছি। তেওঁ চুঁচুৰি চুঁচুৰি গৈ এখন ঋষিৰ আশ্ৰম পালেগৈ। ঋষিক ঘটনাৰ কথা ক'লে। আৰু ক'লে যে অপেশ্বৰীয়ে যদি তেওঁক বিচাৰি আহে, তেন্তে মৰা বুলি ক'ব। এইবুলি কৈয়ে ৰাজকুমাৰ অলপ আঁতৰত গৈ মৰিল।

ৰাজকুমাৰীক দৈত্যই নিলে। ৰাজকুমাৰৰ বিষয়ে তাই চিন্তা কৰিলে। কি বা হ'ল? মৰিল নে আছে? একো বুজিব নোৱাৰি তাই দুখ প্ৰকাশ কৰিলে। ইফালে দৈত্যই বা তাইক কি কৰে ঠিক নাই।

এদিন তাই দৈত্যৰ লগত খোজ কাঢ়ি ফুৰিবলৈ যাওঁতে ক'লে— 'মনুষ্যৰ লগত থাকোঁতে মই খোজকঢ়া নাছিলো। এতিয়া তোমাৰ লগত কেনেকৈ খোজকাঢ়ো? মোক বাঁহৰ পেং দুডাল সাজি দিয়া, তাতে উঠি ফুৰিম।' দৈত্যই সেইমতে পেং দুডাল সাজি দিলে।

আন এদিন দৈত্য আৰু অপেশ্বৰী গৈ গৈ এটা পুখুৰী পালেগৈ। পাৰত থিয় হৈ অপেশ্বৰীয়ে কলে— 'মোৰ পিয়াহ লাগিছে। পানী খাওঁ।' দৈত্যই কচুপাতেৰে পানী আনি দিলে। তাই ক'লে— 'মানুহৰ লগত থাকোঁতে মোক ইমান মৰম কৰিছিল যে মুখেৰে পানী আনি মোৰ মুখত তুলি দিছিল। এতিয়াও তেনেকৈ দিলেহে খাম।' দৈত্যই সেইমতে পুখুৰীৰ পানীত নামি মুখখন পানীত সুমুৱাই দিলে। এই ছেগতে অপেশ্বৰীয়ে হাতত থকা পেং দুডাল তাৰ ডিঙিত জোৰেৰে সুমুৱাই হেঁচা মাৰি ধৰিলে। দৈত্য পানীৰ পৰা উঠিব নোৱৰা হ'ল। অৱশেষত সি মৰিয়েই থাকিল।

ইয়াৰ পিচত তাই ৰাজকুমাৰক বিচাৰি সেই ঋষিৰ আশ্ৰমখন পালেগৈ। তাই ঋষিক ৰাজকুমাৰৰ বিষয়ে সুধিলে। ঋষিয়ে ক'লে— 'তেওঁক লগ পাইছিলো। তেতিয়া মৰো মৰো অৱস্থা। তুমি বিচাৰিলে মৰিল বুলি ক'বলৈ কৈ গৈছে আৰু যদি ইচ্ছা কৰা আনৰ লগত বিয়া হ'বলৈকো কৈছে। তেওঁ সৌ আঁতৰত গৈ মৰিলগৈ। অপেশ্বৰীয়ে কোন দিশত বুলি সোধাত উত্তৰলৈ আঙুলিয়াই দিলে। তাই সেইফালে গৈ তাৰ গেলি-পচি যোৱা শটো পালেগৈ। মৰা শটো কোলাত তুলি তাই পাৰে মানে কান্দিবলৈ ধৰিলে। কান্দি কান্দি তাই ক'লে— 'মই যদি সতী হওঁ, স্বামীক জীয়াই তুলিমেই।' সাত দিন সাত ৰাতি তাই পৃথিৱীন কঁপাই কান্দিলে। স্বৰ্গত ইন্দ্ৰই এই কথা গম পালে। ইন্দ্ৰ পৃথিৱীলৈ ৰাক্ষস ৰূপ ধৰি নামি আহিল। তাইৰ সন্মুখত থিয় হৈ ক'লে— 'তই কোন? কিয় কান্দি আছ? মৰা শটো মোক দে, খাওঁ। নিদিলে তোকে খাম।' অপেশ্বৰীয়ে ক'লে— 'মই যদি সতী হওঁ মোৰ স্বামীক জীয়ামেই। এয়ে মোৰ ব্ৰত। তুমি মোৰ সন্মুখৰ পৰা আঁতৰি যোৱা।' ইন্দ্ৰই বাঘ, সিংহ, সাপ, হাতী ইত্যাদি ৰূপ ধাৰণ কৰি তাইক ভয় খুৱাবলৈ ধৰিলে। তাই কিন্তু অলৰ-অচৰ হৈ থাকিল। ইন্দ্ৰই হাৰ মানি নিজ ৰূপ ধৰি তাইক পৰিচয় দিলে। ক'লে যে মৰা শটো তাই কি কৰিব? তেওঁৰ লগত গৈ স্বৰ্গত থাকিবলৈ পৰামৰ্শ দিলে। কিন্তু তাই নামানে। তাইৰ ব্ৰত সফল হ'বই লাগিব, স্বামীক জীৱন দান দিবই লাগিব। এয়ে তাৰ শেষ কথা। ইন্দ্ৰই কোনোমতেই তাইক ফুচুলাব নোৱাৰি অৱশেষত কুমাৰক জীয়াই দিলে। ইন্দ্ৰ গ'লগৈ। ৰাজকুমাৰ আৰু অপেশ্বৰী নিজ দেশলৈ ঘূৰি আহিল। কেইবছৰমানৰ পিচত তেৱেঁই ৰজা হ'ল।

# সতীত্ব ফুল

এখন দেশত দুজন সদাগৰ আছিল। তেওঁলোকৰ সকৰে পৰাই বৰ মিল। বেপাৰৰ লাভ-লোকচানো সমানে ভগাই লয়। সময়ত দুয়ো বিয়া পাতিলে। বিয়াৰ পিচত দুয়োৰে মৌখিক বন্দবস্ত হ'ল যে এজনৰ ল'ৰা আৰু ইজনৰ ছোৱালীৰ বিয়া পাতি দিব। তিনি বছৰ পিচত এজনৰ ল'ৰা আৰু আনজনৰ ছোৱালী জন্ম হ'ল। ল'ৰাৰ নাম হেমন্ত আৰু ছোৱালীৰ নাম হৈমন্তী। দুয়ো ডেকা-গাভৰু হ'ল। সদাগৰ বন্ধুৱে পূৰ্বৰ কথামতে বিয়াৰ বন্দবস্ত কৰিলে। ছোৱালীৰ বাপেকেও আনন্দেৰে সন্মতি জনালে। পিচে তেওঁ এটা যুক্তি দাঙি ধৰি ল'ৰাৰ বাপেকক ক'লে— 'বন্ধু এটা কথা। আমি দুয়ো সদাগৰ। আমাৰ ল'ৰা-ছোৱালীতো সদাগৰ নহয়। সিহঁতকো ধন ঘটাৰ সুবিধা দিয়া ভাল। আমাৰ অৰ্জা সম্পত্তিকে ভাগ কৰি থাকিবলৈ দিলে সিহঁত এলেহুৱা হ'ব। গতিকে ল'ৰা-ছোৱালীৰ লগত আ-অলংকাৰ, সা-সম্পত্তি একো নিদিওঁ। মই মাত্ৰ ছোৱালীৰ লগত এখন কাঁচি দিম, আপুনি ল'ৰাৰ লগত এখন খন্তি দিব।' হেমন্তৰ বাপেকে কথাৰ অৰ্থ বুজি পালে। যথা নিয়মেৰে দুয়োৰে বিয়া হৈ গ'ল।

দুবছৰমানৰ পিচত এদিন হেমন্ত আৰু পত্নী হৈমন্তী ফুৰিবলৈ গ'ল। হাতত টকা নাই। দেউতাকক সদায় খুজি থাকিবলৈকো লাজ পায়। বাটত দুয়ো আলোচনা কৰিলে। হেমন্তই ক'লে— 'শুনিছা হৈমন্তী। আমাৰ দেউতাহঁতহে সদাগৰ, আমিতো নহয়। আমি সদায় দেউতাৰ সম্পত্তিৰ ওপৰতে নিৰ্ভৰ কৰি থাকিমনে? গতিকে মই বেপাৰলৈ যাওঁ, তুমি ঘৰত থকা। কেইবছৰমানৰ পিচত ধন-সম্পত্তি লৈ ঘূৰি আহিম।' হৈমন্তী মান্তি হ'ল। দিন-বাৰ চাই হেমন্ত বেপাৰৰ কাৰণে বিদেশলৈ যাত্ৰা কৰিলে। যাবৰ পৰত হৈমন্তীয়ে তাৰ টিকনিত এপাহ বগা ফুল গুজি দি ক'লে— 'যিদিনালৈকে তাই সতী হৈ থাকিব, সিদিনালৈকে এই ফুল সতেজ হৈ থাকিব।'

চুবুৰীয়া দেশ এখনত সি চাকৰিত সোমাল আৰু অন্য কাৰবাৰ কৰিব

ধৰিলে। সেই দেশৰ ৰজাই লক্ষ্য কৰিলে যে টিকনিৰ ফুলপাহ সদায় সতেজ হৈ থাকে। এদিন ৰজাই সুধিলে 'হেৰা হেমন্ত, তোমাৰ ঘৰত এনেকুৱা ফুলৰ বাগিচা আছে নে ক'ৰবাৰ পৰা কিনিহে আনা?' তেতিয়া সি ৰজাক প্ৰকৃত কথাটো ক'লে। ৰজাই কিন্তু মুঠেই বিশ্বাস নকৰিলে। এপাহ ফুল ইমান দিনলৈ সতেজ হৈ থকাটো সম্ভৱেই নহয়। সি মিছা কথা কৈছে বুলি ৰজাই ধৰি ল'লে। হেমন্তই কয়, তাৰ কথা সত্য। তাৰ পৰিবাৰ সতী হৈ থকা দিনলৈকে এই ফুল কেতিয়াও মৰহিব নোৱাৰে। তথাপি ৰজাই মানিব নেখোজে। শেষত দুয়ো বাজী লগালে। ৰজাই ক'লে যে তেওঁ এই কথাৰ প্ৰমাণ ল'ব। যদি সঁচা হয়, তেন্তে হেমন্তক আধা ৰাজ্য দিব, যদিহে মিছা হয়, তেন্তে তাৰ প্ৰাণদণ্ড হ'ব।

কথামতেই কাম। ৰজাই সুস্থ, সবল পঞ্চাশজনীয়া দল এটা হৈমন্তীৰ ওচৰলৈ পঠালে আৰু কৈ পঠালে যে যেনে-তেনে তাইৰ সতীত্ব নষ্ট কৰিব লাগিব। দলটো গ'ল। এদিন-দুদিনকৈ ভালেমান দিন পাৰ হ'ল। সিহঁতে তাইৰ সতীত্ব নষ্ট কৰিবলৈ চেষ্টা কৰি আছে। তাইৰ মন কোনোমতেই লৰাব পৰা নাই। এদিন তাই ভাবিলে যে এইদৰে সদায় দলটোক বাধা দি থকাটো সম্ভৱ নহয়। গতিকে কিবা কৰি বিদায় দিয়া ভাল।

এইদৰে ভাবি তাই এদিন লিগিৰী এজনীক মাতি ক'লে— 'তুমি মোক কাম এটাত সহায় কৰিব লাগে, পাৰিবানে?'

লিগিৰী— 'কিয় নোৱাৰিম বাইদেউ, আপুনি হুকুম দিলেই হ'ব।'

হৈমন্তী— 'তুমি কাইলৈ ৰাতি মোৰ বিছনাত শুব লাগিব।' লিগিৰী মান্তি হ'ল। সেইমতে তাই দলপতিক খবৰ দিলে। সি আহিল আৰু লিগিৰীজনীৰ লগত শুলে। পিচদিনা ভাবিলে যে হৈমন্তীৰ সতীত্ব নষ্ট কৰা হ'ল। অভীষ্ট সিদ্ধি হোৱা বুলি ভাবি দলটো নিজ দেশলৈ আহিবলৈ ওলাল। হৈমন্তীয়ে তেওঁলোকৰ হাততে স্বামী হেমন্তলৈ এখন চিঠি দিলে। দলটো নিজ দেশ পালেহি। ৰজাই মাতি আনি সতীত্ব নষ্ট কৰা হ'লনে বুলি সুধিলে। দলপতিয়ে হ'ল বুলি কোৱাত হেমন্তক ক'লে— 'ক'তা, তোমাৰ টিকনিৰ ফুল দেখোন শুকাই যোৱা নাই। তোমাৰ পৰিবাৰৰ সতীত্ব নষ্ট কৰা হৈ গৈছে। তথাপি ফুল কিয় লেৰেলি যোৱা নাই? গতিকে তোমাৰ মৃত্যুদণ্ড হ'ব লাগে। ঠিক এই সময়ত হৈমন্তীয়ে দিয়া চিঠিখন দলপতিয়ে হেমন্তৰ

হাতত দিলে। চিঠিৰ মৰ্ম বুজি পাই সি ৰজাক ক'লে— 'মহাৰাজ, চিঠিখনে কি কয় শুনক। মই পঢ়ি দিওঁ। তাৰ পিচত মোক দণ্ড দিব।' এইবুলি সি চিঠি পঢ়িবলৈ ধৰিলে—

শ্ৰীচৰণেষু,

মোৰ সেৱা গ্ৰহণ কৰিব। আপোনাৰ আশীৰ্বাদত মই কুশলে আছোঁ। এটা বিশেষ খবৰ আছে। তাকে দিবলৈকে চিঠিখন লিখিলোঁ। এজন লোকে বৰ কষ্ট কৰি এখন ধুনীয়া কুঁহিয়াৰবাৰী কৰিছিল। তাত ৰঙা আৰু বগা, দুয়োবিধ কুঁহিয়াৰ আছিল। এখন দেশৰ এটা বলিয়া হাতী কুঁহিয়াৰবাৰীত সোমাল। এডাল ৰঙা কুঁহিয়াৰ খালে। বগা কুঁহিয়াৰৰ কোনো অপকাৰ নহ'ল। ইতি

আপোনাৰ সেৱিকা

'হৈমন্তী'

ৰজাই চিঠিৰ অৰ্থ বুজি পালে। গতিকে ৰজা হাৰিল। ৰজাৰ প্ৰতিজ্ঞামতে হেমন্তক আধা ৰাজ্য দিলে। তিৰোতাৰ সতীত্বৰ বলতে সি আধা ৰাজ্যৰ মালিক হ'ল আৰু অনেক ধন-সম্পত্তি লৈ সি তাৰ সতী তিৰোতাৰ কাষ পালেহি। ইয়াকে কোৱা হয়— সতীত্ব ফুলৰ (চেং কা পান) মহত্ত্ব।

# পুৰুষৰ মাত শুনিব নোখোজা ৰাজকুমাৰী

এখন দেশত এজন ৰজা আছিল। তেওঁৰ এজনী জীয়েক আছিল। তাই এতিয়া গাভৰু। কিন্তু আচৰিত কথা এয়ে যে তাই পুৰুষৰ মাত শুনিব নোৱাৰে। কেনেবাকৈ শুনিলে তিনি সাঁজ ভাত নাখায়। এই কথাৰ ৰহস্য কোনেও উলিয়াব পৰা নাই। সেই কাৰণে পুৰুষৰ হাই-উৰুমিৰ পৰা আঁতৰত থাকে।

আন এখন দেশত এজন ৰাজকুমাৰ আছিল। তেওঁ এই ৰাজকুমাৰীৰ কথা শুনিলে। কথাৰ উৱা-দিহ ল'বলৈ ৰাজকুমাৰীক দেখা কৰাৰ ইচ্ছা কৰিলে। কিন্তু উপায় বিচাৰি পোৱা নাই।

পিচে এদিন উপায় পালে। ৰাজকুমাৰীৰ কাৰণে এজনী মালিনী আছে। তাই সদায় ফুলনিত সোমাই ৰাজকুমাৰীৰ কাৰণে মালা গাঁথে। এদিন তাই মালা গাঁথি থাকোঁতে ৰাজকুমাৰ ফুলনিত সোমাল আৰু ৰাজকুমাৰীৰ কাৰণে সুতা নোহোৱাকৈ ফুলেৰেই জোৰা লগাই মালা এধাৰি গাঁথিলে। মালিনীয়ে মানা কৰা সত্ত্বেও তেওঁ এই মালা ৰাজকুমাৰীক দিবলৈ অনুৰোধ কৰিলে। কুমাৰে বৰকৈ জোৰ কৰাত মালিনীয়ে মালাধাৰী ৰাজকুমাৰীক পিন্ধালেগৈ। মালা পিন্ধি কুমাৰীয়ে জানিব পাৰিলে যে এই মালা মালিনীৰ নহয়। কোনে গুঠিছে বুলি সোধাত মালিনীয়ে মিছাকৈয়ে তাইৰ নাতিনীয়েকে গোঁঠা বুলি ক'লে। ৰাজকুমাৰীয়ে নাতিনীয়েকক মাতি পঠালে। মালিনী এতিয়া বিপদত পৰিল। ৰাজকুমাৰক কেনেকৈ তাইৰ ওচৰলৈ নিয়ে? কুমাৰীয়ে পুৰুষৰ মাত শুনিব নোৱাৰে। তথাপি ৰাজকুমাৰক আহি কথাটো ক'লে। ৰাজকুমাৰো বুদ্ধিত বৃহস্পতি। তেওঁ তিৰোতাৰ পোছাক পিন্ধি কুমাৰীৰ ওচৰলৈ গ'ল। তাইৰ লগত তিৰোতাৰ মাতেৰে কথা পাতিলে। দুয়োৰে মাজত সখিত্ব ভাব গঢ়ি উঠিল। দুয়ো দুয়োকে বিশ্বাস কৰিবলৈ ধৰিলে।

ৰাজকুমাৰীয়েনো কি কাৰণে পুৰুষৰ মুখ নাচায় আৰু মাত নুশুনে আৰু শুনিলে তিনি সাঁজ ভাত নাখায় ৰাজকুমাৰে জানিবৰ চেষ্টা কৰিলে। কথাৰ ছলতে এদিন তেওঁ সুধিলে— 'হয়নে সখী, তুমিনো কি কাৰণে পুৰুষৰ মাত

শুনিলে তিনি সাঁজ ভাত নোখোৱা?' কুমাৰীয়ে ক'বলৈ ধৰিলে— 'শুনা সখী, পূৰ্বৰ জন্মত মই গাহৰি আছিলো। মোৰ স্বামী আৰু দুটা সন্তানৰ সৈতে এখন হাবিত সুখেৰে বাস কৰিছিলো। সন্তানকেইটি তেতিয়া সৰু, খোজ কাঢ়িব পৰাই নাছিল। হঠাৎ এদিন হাবিখনত জুই লাগিল। মই স্বামীক সোনকালে আঁতৰি যোৱাৰ কথা ক'লো। তেওঁ কিন্তু নুশুনিলে। জুই আহি যেতিয়া আমাক আগুৰি ধৰিলে আৰু চাৰিওকে পোৰাৰ উপক্ৰম হ'ল, তেতিয়া মোৰ স্বামীয়ে আমাক এৰিহে জাঁপ মাৰি সাৰিল। মোক আৰু সন্তান দুটাক জুয়ে পুৰি মাৰিলে। এই ঘটনাৰ কথা এই জন্মতো সোঁৱৰণ হৈছে। গতিকে পুৰুষ জাতিৰ প্ৰতি মোৰ বিতৃষ্ণা। আনকি সিহঁতৰ মাত শুনিলে মোৰ খাবৰ মন নাযায়। সেয়েহে তিনি সাঁজ ভাত নাখাই মনক সান্ত্বনা দিওঁ।'

ৰহস্যৰ উদ্‌ঘাটন কৰি ৰাজকুমাৰ নিজ দেশলৈ ঘূৰিল। তেওঁ এদিন সেই দেশৰ মাজেৰে কিছুমান সৈন্য-সামন্ত লৈ ৰথত উঠি যাত্ৰা কৰিছে । পালি-প্ৰহৰীবোৰে আগে আগে চিঞৰি কৈ গৈছে— 'খবৰদাৰ, খবৰদাৰ। কোনো তিৰোতা সন্মুখলৈ নাহিবা। আমাৰ ৰাজকুমাৰে তিৰোতাৰ মাত শুনিলে সাত সাঁজ ভাত নাখায়।' ৰজাই এই কথা শুনিলে। তিৰোতাৰ মাত শুনিব নোখোজা এইজন ৰাজকুমাৰক দেখা কৰাৰ ইচ্ছা কৰি মতাই অনালে। ৰজাই সুধিলে— 'ৰাজকুমাৰ, কি কাৰণে তুমি তিৰোতাৰ মাত শুনিলে সাত সাঁজ ভাত নোখোৱা?' ৰাজকুমাৰে ক'বলৈ আৰম্ভ কৰিলে— 'মহাৰাজ, মই পূৰ্বজন্মত গাহৰি আছিলো।' কথাখিনি আৰম্ভ কৰোঁতেই মালিনীয়ে ৰাজকুমাৰীক ক'লেহি। কুমাৰীয়ে এইজন ৰাজকুমাৰক চোৱাৰ হেঁপাহ কৰিলে। তাই আহি পৰ্দাৰ আঁৰ লৈ ৰাজকুমাৰৰ কথাবোৰ শুনি আছিল। ৰাজকুমাৰে কৈ গ'ল— 'মই, মোৰ স্ত্ৰী আৰু দুটা সন্তানৰ সৈতে মহাসুখেৰে বাস কৰিছিলো। সন্তান দুটা সৰু। এদিন আমি থকা হাবিখনত জুই লগিল। মই পত্নীক আঁতৰি যাওঁ বুলি ক'লো। তাই যাবলৈ নিদিলে। শেষত জুয়ে আমাক আগুৰি ধৰাত তাই আমাক এৰি পলাই জাঁপ মাৰি সাৰিল, আমি তিনিও মৰিলো।' এনে সময়তে পৰ্দাৰ আঁৰৰ পৰা ৰাজকুমাৰীয়ে মাত লগালে— 'তুমি কেতিয়া মৰিলা, মইহে মৰিলো।' ৰাজকুমাৰে কয়— 'তুমি নাই মৰা, মইহে মৰিলো।' এইদৰে উত্তৰা-উত্তৰি হ'বলৈ ধৰিলে।

ৰজাই চিন্তা কৰি পালে যে সিজন্মত এওঁলোক দুয়ো স্বামী-স্ত্ৰী আছিল। গতিকে পূৰ্বজন্মৰ কথাবোৰ মনত পৰিছে। এই জনমতো মিলন হোৱা ভাল। এইবুলি দুয়োৰে বিয়া পাতি দিলে।

# ৰজাৰ ভাগ্য পৰীক্ষা

এখন দেশত এজন ৰজা আছিল। মন্ত্ৰীৰ সৈতে কথা পাতি থাকোঁতে এদিন ৰজাই মন্ত্ৰীক সুধিলে— 'মন্ত্ৰী, তোমালোকে কাৰ ভাগ্যত খাইছা বাৰু?' মন্ত্ৰীয়ে উত্তৰ দিলে— 'মহাৰাজ, আপোনাৰ গুণ আৰু আমাৰ ভাগ্যৰ বলত খাই আছো।'

ৰজা— 'কেনেকৈ? মোৰ ৰাজভঁৰালৰ পৰা ধন-সম্পত্তি লৈ ভাগ কৰি সুখেৰে খাই আছা। তোমালোকৰ ভাগ্যৰ বলত কি পাইছা?'

মন্ত্ৰী— 'নহয় মহাৰাজ। পৃথিৱীৰ সকলো প্ৰাণীয়ে নিজ ভাগ্যৰ বলতহে খাই আছে।

ৰজাই কোনামতেই এই কথা বিশ্বাস নকৰে। কথা কটাকটি কৰি শেষত ৰজাই ক'লে— 'তেনেহ'লে ইয়াৰ প্ৰমাণ ল'ব লাগিব। আমাৰ ভাগ্যৰ জোৰ কিমান নিৰ্ণয় কৰিবলৈ সাজু হোৱা।' মন্ত্ৰী ৰাজী হ'ল।

এদিন ৰজা আৰু মন্ত্ৰী দুয়ো ৰাজ্যৰ পৰা বাহিৰ ওলাল। গৈ গৈ দুয়ো এখন অটব্য হাবি পালেগৈ। সেই অৰণ্যতে দুয়ো দুফালে গ'ল। ৰজা গ'ল উত্তৰে, মন্ত্ৰী গ'ল দক্ষিণে।

ৰজা গৈ এটা জুপুৰি ঘৰ পালেগৈ। ঘৰৰ ভিতৰলৈ জুমি চাই দেখে, এজন বুঢ়া মানুহ বহি আছে। বুঢ়ায়ো ৰজাক দেখা পালে আৰু ওলাই আহি মাত দিলেহি। বুঢ়াই অৱশ্যে ৰজা বুলি চিনি পোৱা নাই। বুঢ়াই ক'লে যে তেওঁৰ এটা ডাঙৰ সম্পত্তি আছে। অত দিনে কোনো মানুহ লগ নোপোৱাৰ কাৰণে দিব পৰা নাই। আজি পাইছে যেতিয়া দিব পাৰিব। তেওঁ মৰিলে সম্পত্তিটো নষ্টহে হ'ব। ৰজাই সেইটোনো কি বুলি সোধাত বুঢ়াই ভিতৰৰ পৰা লাখুটি এডাল আনি দেখুৱাই ক'লে— 'বোপা, এইটো মোৰ তোমাক দিব লগা সম্পত্তি। ই বৰ আপুৰুগীয়া।' ৰজাই ভাবিলে, ইও এক সম্পত্তিনে? সাধাৰণ লাখুটি এডাল মাত্ৰ। ৰজাৰ মনটো সেমেকি হ'ল। বুঢ়াই পুনৰ ক'লে— 'বোপা এটা কথা। ইয়াৰ এক আচৰিত গুণ আছে। ইয়াৰে মাটি

যিমানেই খান্দিবা, সিমানেই টকা ওলাব।’ ৰজাই বিশ্বাস নকৰিলেও লাখুটিডাল ল’লে।

ইফালে মন্ত্ৰী গৈ দুটা ডাঙৰ পুখুৰী পালেগৈ। এটা পুখুৰীত ধুনীয়া পদুমফুল ফুলি আছে। নিৰ্মল পানী। মন্ত্ৰীয়ে পুখুৰীপাৰতে বৈ নিৰীক্ষণ কৰিবলৈ ধৰিলে। অলপ পিচত আকাশৰ পৰা কেইজনীমান অপেশ্বৰী আহি এটা পুখুৰীত পৰা দেখা পালে। পুখুৰীৰ পানী চোৱাৰ লগে লগে সিহঁত বান্দৰ হৈ গ’ল। পিচত পাৰলৈ উঠি কাষৰ হাবিখনত ফল-মূল খাবলৈ ধৰিলে। গধূলিপৰত পদুম পুখুৰীত পৰাৰ লগে লগে সকলো পুনৰ অপেশ্বৰী হৈ উৰি গ’ল। মন্ত্ৰীয়ে পুখুৰী দুটাৰ মহিমা বুজিব পাৰিলে। তেওঁ বাঁহৰ দুটা চুঙা কাটি দুয়োটা পুখুৰীৰ পানী ভৰাই ল’লে। কোনটোত কোন বিধৰ পানী আছে তাকো মনত ৰাখিলে।

চুঙা দুটা লৈ মন্ত্ৰী অন্য এখন দেশলৈ গ’ল। সেই দেশত এগৰাকী ৰাজকুমাৰী আছিল। ৰাজ হাউলীৰ সন্মুখত জাননী লিখা আছিল— ‘এগৰাকী অপূৰ্ব ৰাজকুমাৰী। এওঁৰ ওজনৰ ধন যিয়েই দিব পাৰিব, তেৱেঁই ৰাজকুমাৰীক পাব। কিন্তু যদি নোৱাৰে তেন্তে আজীৱন ৰাজকুমাৰীৰ সেৱক হৈ থাকিব লাগিব।’

অনেক ৰজা আৰু ৰাজকুমাৰ, কুমাৰীৰ আশাত টকা দিব পাৰিব বুলি আহে। কিন্তু সম্পূৰ্ণ দিব নোৱৰাৰ কাৰণে কুমাৰীৰ হাতত বন্দী হয়।

বুঢ়াই দিয়া লাখুটিডাল লৈ ৰজাজন গৈ সেই দেশ পালেগৈ। তেওঁ সন্মুখত এই জাননী দেখা পালে। ভাবিলে, বুঢ়াই দিয়া লাখুটিৰ ইয়াতে পৰীক্ষা কৰা হওক। এইবুলি তেওঁ এই বিষয়ত নিয়োজিত বিষয়াবৰ্গলৈ খবৰ দিলে। সকলোৱে ক’লে যে নোৱাৰিলে বাকীবোৰৰ দৰে কুমাৰীৰ সেৱা কৰিব লাগিব। দূৰৈৰ নৈৰ পৰা পানী অনা, কুমাৰীক গা ধুওৱা, ভাত-পানী ৰান্ধি দিয়া ইত্যাদি কাম। লাখুটিৰে ৰজাই পাৰিব বুলি খাটাংভাৱে জনালে। সকলো সাজু হ’ল। ৰাজকুমাৰীক পাল্লাত উঠোৱা হ’ল। ৰজাই লাখুটিৰে মাটি খুঁচৰিবলৈ ধৰিলে। যিমানে খোঁচে, সিমানেই টকা ওলায়। এইদৰে কুমাৰীৰ ওজনৰ পৰিমাণৰ টকা হওঁ হওঁ হৈছে। তেতিয়া বিষয়াসকলে গৈ কুমাৰীৰ পিতৃ ৰজাক ক’লেগৈ যে এইজন ৰজাই টকা দিব পাৰিব আৰু অলপহে বাকী। ৰজাই কেনেকৈ দিব পাৰিছে বুলি সোধাত লাখুটিডালৰ

মহিমাৰ কথা ক'লে। তেতিয়া বুধিয়ক ৰজাই ক'লে—'তেওঁক অলপ ৰ'বলৈ কোৱাগৈ। আৰু ক'বা—'আপুনি টকা দিব পাৰিবই আৰু ৰাজকুমাৰীকো লাভ কৰিব পাৰিব। আপোনাৰ এতিয়া ভাগৰ লাগিছে। খাই-বৈ অলপ জিৰাই লওক।' এইবুলি তেওঁক পেট ভৰাই খাবলৈ দিবা। আদৰ-সাদৰ কৰি বহিবলৈ দিবা। এইদৰে খাই-বৈ তেওঁৰ টোপনি ধৰিব আৰু শুব। সেই সুযোগতে ঠিক একেধৰণৰ লাখুটি এডাল লৈ আচলডাল সৰকাবা।' ৰজাৰ মানুহে সেইমতেই কাম কৰিলে। তেওঁৰ টোপনি ভঙাত একে ওজনৰ টকা উলিয়াবৰ কোৱা হ'ল। ৰজাই লাখুটিৰে মাটি খোঁচৰে, কিন্তু টকা নোলায়! কি আচৰিত। খন্তেকৰ ভিতৰতে কি হ'ল টলকিবই নোৱাৰিলে। তেতিয়া ৰজা ফান্দত পৰিল। টকা পূৰাই দিব নোৱৰা কাৰণে তেওঁক ৰাজকুমাৰীৰ হাতত বন্দী কৰা হ'ল।

এইদৰে বন্দী হোৱা অনেক ৰজা আৰু ৰাজকুমাৰ আগৰে পৰা আছেই। এওঁ হৈছে শেষৰজন। আটাইবোৰে শাৰী পাতি হাতত কলহ লৈ নৈৰ পৰা পানী আনিবলৈ যায় ৰাজকুমাৰীৰ কাৰণে। আগৰজন আগত, শেষৰজন পাচত। লাখুটি হেৰুৱা ৰজাজন একেবাৰে শেষত মন মাৰি যায়।

মন্ত্ৰীও সৌভাগ্যক্ৰমে হাতত চুঙা দুটা লৈ সেই ঠাইত উপস্থিত হ'লগৈ। দূৰৈৰ পৰা মন্ত্ৰীয়ে দেখিছে যে ৰজা-ৰাজকুমাৰবোৰে শাৰী পাতি পানী আনিলে। একেবাৰে শেষত তেওঁৰে ৰজাজনক দেখা যেন পালে। ওচৰ চাপি দেখে যে হয়। কাষ চাপি কথা-বতৰা সুধিলে। ৰজায়ো সংক্ষেপতে সকলো ক'লে। তেতিয়া মন্ত্ৰীয়ে তেওঁৰ হাতত থকা চুঙা এটাৰ পৰা ৰজাৰ কলহত পানী ঢালি দি ক'লে— 'এই পানীৰে ৰাজকুমাৰীৰ গা ধুৱাব। ইয়াৰ পিচত মই যি কৰিব লাগে কৰিম।' সেইমতে তেওঁ ৰাজকুমাৰীৰ মূৰত কলহৰ পানী ঢালি দিলে। লগে লগে কুমাৰী বান্দৰী হ'ল আৰু খক্ খক্ কৰি ইফালে-সিফালে দৌৰিবলৈ ধৰিলে। সকলো অবাক হ'ল। ৰজা, মন্ত্ৰী আৰু প্ৰজাবোৰ আহি কথাৰ উৱা-দিহ একো নাপালে। আটাইবোৰ বিবুধিত পৰিল। উপায় নাপাই ৰাজ্যৰ সকলো ঠাইতে ঢোল পিটি শুনাই দিয়া হ'ল, যিজনেই ৰাজকুমাৰীক বান্দৰৰ পৰা মানুহ কৰিব পাৰিব, তেওঁলৈহে কুমাৰীক বিয়া দিব আৰু অনেক ধন-সম্পত্তি দিব। চুঙা থকা মন্ত্ৰীয়েও এই বাতৰি শুনিলে। তেওঁ আহি ক'লেহি যে তেওঁ ভাল কৰিব পাৰিব। কিন্তু ৰজাই দিম বোলা

বস্তু দিব লাগিব আৰু শেষৰজন বন্দীৰ পৰা বুধি কৰি কাঢ়ি লোৱা লাখুটিডাল দিব লাগিব। ৰজা মান্তি হ'ল। নহৈ নোৱৰা হ'ল। চেনেহৰ জীয়েকজনী বান্দৰী হৈ থকা কোনে চাই থাকিব পাৰে? আৰু কিবা লাগিলে দিবলৈকে সাজু হ'ল। সেইমতে বন্দবস্ত হ'ল। তেতিয়া মন্ত্ৰীয়ে অপেশ্বৰী পুখুৰীৰ পানী বান্দৰীৰ গাত ঢালি দিলে। লগে লগে বান্দৰী পূৰ্বৰ ৰাজকুমাৰীলৈ পৰিণত হ'ল। আটায়ে আনন্দ পালে। মন্ত্ৰীক ধন্যবাদ জনালে। এতিয়া চৰ্তমতে বস্তু আদায় কৰাৰ সময়। ৰাজকুমাৰীক মন্ত্ৰীলৈ দিয়াটো ঠিক হ'ল। মন্ত্ৰীয়ে ক'লে যে তেওঁ ৰাজকুমাৰীক গ্ৰহণ নকৰে। শেষৰজন বন্দীক দিলেই হ'ব। কাৰণ তেওঁহে ৰজা। সেইমতে ৰাজকুমাৰীক ৰজালৈ বিয়া দিলে। বাকী মুক্ত হোৱা ৰজা, ৰাজকুমাৰসকলে মন্ত্ৰীক কৃতজ্ঞতা জনালে আৰু যথাসাধ্য উপহাৰ দিলে।

তাৰ পিচত ৰজা আৰু মন্ত্ৰীয়ে নিজ দেশলৈ উভতি আহিল। এদিন মন্ত্ৰীয়ে ক'লে— 'মহাৰাজ, আপুনি এতিয়া প্ৰমাণ পালেনে যে প্ৰত্যেকেই নিজ নিজ ভাগ্যৰ বলত জীয়াই আছে?' ৰজাই সঁচা বুলি স্বীকাৰ কৰিলে।

# সোণৰ শিং থকা ঘঁৰিয়ালৰ চকু

এখন দেশত এজন ৰজা আছিল। কোনো এক বাৰিষাৰ ফৰকাল ৰাতি ৰজা আৰু ৰাণীয়ে চোতালত আৰাম কৰি বহি আছিল। আকাশৰ জোন, তৰা আৰু দেশৰ কথা পাতিছে। শাৰী শাৰী তৰা, উজ্জ্বল নক্ষত্ৰ, স্থিৰ চঞ্চল চিক্‌মিকনি। ৰাণীৰ মনত বৰ কৌতূহল জন্মিল। ৰাণীয়ে সোধে— 'নাৱ নাং ফুট নান কা। নাং কাং কুক নাৱ কাং। নাৱ নাং নখেত নাও ইউৰ্ফা। কেন জাং কেন।' (সেইটো তৰাৰ নাম কি? শাৰী পাতি থকা সেইবোৰ কি তৰা? ইমান ধুনীয়া মহাৰাজ!) হঠাৎ এটি উজ্জ্বল ঘোঁৰাৰ আকৃতিৰ দৰে তৰা ৰাণীৰ চকুত পৰিল। ৰাণীয়ে সুধিলে— 'মহাৰাজ, সেই তৰাটোৰ নাম কওকচোন?

ৰজা— 'তাৰ নাম অচ্ছাৱনী (অশ্বিনী)।'

ৰাণী— 'ইমান ভাল দেখিছো মহাৰাজ। পৃথিৱীত এনে বস্তু নাইনে? এনেকুৱা বস্তু এটা পালে মই পৰম সুখী হ'ম।'

ৰজা— 'সেইটো সৰগৰ বস্তু। পৃথিৱীত ক'ত পাবা? সেইটো সোণৰ শিং থকা ঘঁৰিয়ালৰ চকুৰ দৰে।'

ৰাণীক এতিয়া তেনে বস্তু এটা লাগেই। বাৰে বাৰে ৰজাক খাটনি ধৰিছে এটা যোগাৰ কৰিবলৈ। ৰজাই কয় যে তেওঁ তাৰ নামহে শুনিছে, দেখা কিন্তু নাই। কোনোবাই দেখিছে বুলিও শুনা নাই। ক'ত পায় তাকো নাজানে।

ৰজাৰ কাষতে বহা প্ৰহৰীটোৱে মাত লগালে— 'মহাৰাজ, দেখা মানুহ আছে। আাপোনৰ দেশতে আছে।' ৰজাই সুধিছে— 'ক'ত আছে? নাম কি? তেওঁ দেখিছে বুলি কেনেকৈ জানিলা?' সি উত্তৰ দিলে— 'মহাৰাজ, সি মোৰ সমনীয়া, নাম চ-মামাং। এবাৰ বিহাৰত ত্বনখন দান কৰ'তে তাৰ নক্সাবোৰ বুজাই থকা অৱস্থাত সি কৈছিল— 'এইটো সোণৰ শিং থকা ঘঁৰিয়ালৰ চকু।'

ৰজাই চ-মামাঙক মতাই অনালে। সি আহি নিবেদন কৰিলে— 'মহাৰাজ, সেৱকক কিয় মতালে?'

ৰজা— 'তুমি সোণৰ শিং থকা ঘঁৰিয়ালৰ চকু দেখিছা?'

চ-মামাং— 'মই নিজে দেখা নাই মহাৰাজ। কিন্তু পৃথিৱীৰ কোনো এঠাইত আছে বুলি জানো।

ৰজা— 'আজিৰ পৰা সাদিনৰ ভিতৰত এই চকু আনি দিবা। নহ'লে তোমাক প্ৰাণদণ্ড দিয়া হ'ব। এতিয়া যোৱা।'

চ-মামাং চিন্তিত মনেৰে ঘৰলৈ আহি মাকক কথাটো ক'লে। মাকে এই বস্তু বিচাৰি যাব নালাগে বুলি ক'লে। সি নহ'লে মাকে কেনেকৈ জীয়াই থাকিব? তাতে এনে বস্তু পোৱাটো সম্ভৱ নহয়। সি মাক বুজালে যে তাক এনেও মাৰিব। গতিকে চেষ্টা কৰি চোৱা ভাল।

পৃথিৱীত অঘটন ঘটিলে বা অন্যায়-অবিচাৰ হ'লে স্বৰ্গত ইন্দ্ৰৰ আসন গৰম হয়। চ-মামাঙৰ ওপৰত এনে অন্যায় হুকুম হোৱাত ইন্দ্ৰই গম পালে। তললৈ চাই দেখে যে নিৰীহ ল'ৰা এটা সমস্যাত পৰিছে। তাক সহায় কৰা তেওঁৰ কৰ্তব্য।

ইন্দ্ৰই বুঢ়াৰ ভাও ধৰি চ-মামাঙৰ সন্মুখত থিয় হ'ল। এডাল ৰছী, এপাট চিমতা, (কিকম) তাৰ হাতত দি ক'লে যে ৰছীডালৰ জোৰ সাতোটা হাতীৰ সমান আৰু চিমতা পাতৰো সিমাহে। চ-মামাঙে বস্তু দুটা গ্ৰহণ কৰিলে।

ওচৰৰ দেশখনৰ ৰজাজন এদিন মৃগয়ালৈ গৈছিল। গৈ গৈ ডাঠ হাবি এখন পালেগৈ। সেই হাবিত এটা ৰাক্ষস আছিল। মানুহৰ গোন্ধ পাই ৰাক্ষসে খাবলৈ আহিল। ৰজাই নাখাবলৈ প্ৰাৰ্থনা কৰিলে। ৰাক্ষসে নেৰে। উপায় নাপাই ৰজাই ক'লে যে তেওঁক নাখালে বছৰেকত একোটা মানুহ ৰাক্ষসক দিব লাগিব। ৰাক্ষসে নামানে। খাবই খোজে। ৰজাই আকৌ ক'লে যে মাহেকৰ মূৰত একোটা দিব। তথাপি ৰাক্ষসে নেৰে। শেষত ৰজাই দিনে দিনে একোটা মানুহ দিব বুলি কথা দিয়াত যেনিবা এৰিলে। তাৰ পিচৰে পৰা ৰজাই প্ৰতিদিনে একোটা মানুহ (মতাই হওক বা মাইকীয়েই হওক) ৰাক্ষসলৈ পঠাবলৈ ধৰিলে। মানুহটো নি হাবিৰ মাজৰ গঁৰালত ভৰাই থৈ আহে আৰু ৰাক্ষসে আহি খায়হি।

এদিন এজন সদাগৰৰ মানুহ দিয়াৰ পাল পৰিল। সদাগৰৰ ছোৱালী কেইবাজনীও। তাৰে নুমলীয়াজনীক ৰাক্ষসৰ আহাৰৰ কাৰণে পঠালে। তাইক গৰালত ভৰাই থৈ আহিল। তাতেই তাই কান্দি আছে।

এনে সময়তে চ-মামাং সেই ফালেদি যাওঁতে তিৰোতাৰ কান্দোন শুনিলে। কাষ চাপি দেখে, গৰালত ছোৱালী এজনী। তাই ভয়তে তাকে ৰাক্ষস বুলি

ভাবি ক'লে— 'তুমি মোক খোৱা।'

চ-মামাং— 'তুমি কোন? মইতো ৰাক্ষস নহয়, মানুহহে।' মানুহৰ মাত শুনি ৰাক্ষস আহি ওলালহি। ৰাক্ষসে সিহঁত দুয়োটাকে খাবলৈ ধৰোঁতে চ-মামাঙে তাৰ হাতৰ ৰছীডালেৰে ৰাক্ষসক মাৰি ছোৱালীজনীক উদ্ধাৰ কৰিলে। তাইৰ নাম নাৱ ৱানফু। ৱানফুৱে নৈ এখনৰ পাৰে পাৰে মামাঙক তাইৰ ঘৰলৈ আগবঢ়াই নিলে।

ইফালে সদাগৰ জীয়েক মৰিল বুলি ধৰি লৈ দহা-কাজ কৰিছে। নাৱ ৱানফুৰ বায়েকহঁতে সবাসৰ কাৰণে পানী আনিবলৈ নৈৰ পিনে গৈছে। এজনীয়ে ডিঙি মেলি চাই ক'লে— 'হেৰা চোৱাচোন, সৌজনী আমাৰ ৱানফু দেখোন।' আন এজনীয়ে মাত লগালে— 'ক'তা? তাইকতো ৰাক্ষসে হজম কৰিলে। ক'ৰ পৰা আহিব?' ইজনীয়ে বোলে— 'নহয়, চোৱাচোন, সেয়া ডেকা এজনৰ লগত হাঁহি-মাতি আহিছে। অলপ ৰ'বা। জাপোহাটোৰ আঁৰ হৈছে।' এইদৰে কথা পাতি থাকোতে সিহঁত দুটা কাষ পালেহি। বায়েকহঁত আচৰিত হ'ল। কথা-বতৰা সুধি ঘৰলৈ আনিলে। সদাগৰৰ ঘৰত মহা আনন্দ। হেৰোৱা জীয়েকক ঘূৰাই পালে। সকলোৱে সোধাত ডেকাজনে ৰাক্ষসক মাৰি তাইক উদ্ধাৰ কৰিলে বুলি ক'লে। তেতিয়া দহা-কাজৰ দ্ৰব্যৰেই সিহঁত দুটাৰ বিয়া পাতি দিলে।

চ-মামাঙে হাৱ ৱাহফুক ক'লে যে সি ঘঁৰিয়ালৰ চকু বিচাৰি আহিছে। গতিকে তাইক এতিয়া নিব নোৱাৰে। তাই আপত্তি কৰি ক'লে যে তেৱেঁই তাইৰ জীৱন দান দিলে। গতিকে জীৱনে-মৰণে তেওঁৰ লগতে থাকিব, উপায় নাপাই তাইকো লগত লৈ চ-মামাঙে আগুৱাই গ'ল। দুপৰীয়া সময়ত সিহঁতৰ ভাগৰ লাগিল। এজোপা গছৰ তলত দুয়ো জিৰালে। জিৰাওঁতেই দুয়োৱে টোপনি গ'ল। সেই ঠাইতো এটা ৰাক্ষস আছিল। সি মানুহৰ গোন্ধ পাই আহিল আৰু নাৱ ৱানফুক লৈ গ'ল। মামাঙে সাৰ পাই দেখে যে ৱানফু নাই। সি ৰছীডাল পঠাই দিলে। সময় ভালেমান হ'ল। ৰাক্ষস অহা নাই। ৰছীয়ে অকলে নোৱাৰিব বুলি ভাবি চিমতাপাতো পঠাই দিলে। দুয়োবিধ অস্ত্ৰই ৰাক্ষস আৰু ৱানফুক ধৰি আনিলে। ৰাক্ষসক সি শাস্তি দিলে। ভৱিষ্যতে এনে বেয়া কাম নকৰিবলৈ সাৱধান কৰি এৰি দিলে। ৰাক্ষসেও সেৱা কৰি গুচি গ'ল।

সিহঁত দুয়ো পুনৰ যাত্ৰা কৰিলে সোণৰ শিং থকা ঘঁৰিয়ালৰ চকু বিচাৰি। গৈ গৈ এখন আশ্ৰম পালে। ঋষিয়ে খুৱাই-বুৱাই ভ্ৰমণৰ উদ্দেশ্য সুধিলে। মামাঙে সকলো বিৱৰি ক'লে। ঋষিয়ে তাক আগলৈ নাযাবলৈ পৰামৰ্শ দিলে। কাৰণ সন্মুখত ৰাক্ষসৰ ৰাজ্য। সেই দেশতে সোণৰ শিং থকা ঘঁৰিয়ালৰ চকু আছে বুলি তেৱোঁ শুনিছে। কিন্তু

তালৈ গ'লেই বিপদ। মামাঙে কিন্তু নামানে। সি যাবই। অন্যথা ৰজাই তাক মাৰিব। সি যোৱাৰ ইচ্ছা কৰাত নাৱ ব্ৰানফুক আশ্ৰমতে থৈ যাবলৈ ক'লে। সি মান্তি হ'ল। যাবৰ পৰত ঋষিয়ে তাক এটা মন্ত্ৰ শিকাই দিলে। এই মন্ত্ৰ মাতিলে এটা মতা আৰু এটা মাইকী পুতলা হ'ব। দুয়োটা পুতলাই নাচিব, গাব আৰু কথা পাতিব। মন্ত্ৰ লৈ চ-মামাং ৰাক্ষসৰ দেশৰ পিনে আগবাঢ়িল। গৈ গৈ সি সেই দেশ পালেগৈ। সেই দেশত এজনী কন্যা আছিল। তায়ে শিং থকা ঘঁৰিয়ালৰ জীয়েক। নাম পুটংমা (পদুমী)। কেঁচুৱা অৱস্থাত পদুম পাতত কান্দি থকা দেখা পাই ৰাক্ষসী এজনীয়ে আনি তুলি-তালি গাভৰু কৰিলে। কন্যাজনীয়ে ৰাক্ষসবোৰক সজ পৰামৰ্শ দিয়ে। মানুহৰ অনিষ্ট নকৰিবলৈ কয়, কিন্তু সিহঁতে নামানে। মনৰ বেজাৰতে কন্যাই ছমাহলৈ মৌন ব্ৰতৰ প্ৰতিজ্ঞা কৰিছে।

ব্ৰত ভাঙিবলৈ আৰু এদিন বাকী। এনে সময়তে মামাং গৈ সেই ঠাইত উপস্থিত হ'লগৈ। ৰাক্ষসবোৰ চাপ খাই আছিল আৰু ই মানুহ কাৰণে পদুমীৰ লগত কথা পাতিবগৈ দিলে। মামাঙে পদুমীক মাতে, কিন্তু তাই নামাতে। চিন্তা কৰি থাকোঁতেই তাৰ ঋষিৰ মন্ত্ৰলৈ মনত পৰিল। সি মন্ত্ৰ উচ্চাৰণ কৰিলে। লগে লগে দুয়ো পুতলা নাচি-বাগি আহি মাইকীটো পদুমীৰ কোলাত আৰু মতাটো মামাঙৰ কোলাত বহিল। দুয়ো পুতলাই কথা পাতিবলৈ ধৰিলে।

মতা পুতলা— 'তহঁতৰ মাইকীবোৰৰ দৰে মতাবোৰ নিলাজ নহয়।'

মাইকী পুতলা— 'মাইকীবোৰ কেনেকৈ নিলাজ হ'ল? মতাবোৰেহে নিলাজ।'

মতা পুতলা— 'সেয়া দেখোন তহঁতৰ পদুমী বাইদেৱে মাতিলেও নামাতে।'

মাইকী পুতলা— 'তহঁতৰ পুৰুষজনে মৰমেৰে মাতিলেহে মাতিব।'

পুতলাৰ এনে বাক্-বিতণ্ডাত পদুমীৰ হাঁহি উঠিল আৰু তাই মামাঙক মাতিবলৈ বাধ্য হ'ল। ইমান পৰে নমতাৰ বাবে মামাঙক বেয়া নাপাবলৈ তাই অনুৰোধ কৰিলে। তাৰ পিচত চ-মামাং আৰু কন্যাৰ মাজত কথা-বতৰা আৰম্ভ গ'ল। দুয়োৰে মৰম সোমাল। পদুমীয়ে ক'লে— 'মই কেঁচুৱাতে ৰাক্ষস দেশ পালোহি। আপুনিনো কেনেকৈ এইখিনি পালেহি?' তেতিয়া মামাঙে তাৰ সমস্যাৰ কথা ক'লে আৰু ক'লে যে কাইলৈৰ ভিতৰত যদি এই চকু দিব নোৱাৰে, তেন্তে তোক মাৰিবই। কথা শুনি পদুমীয়ে ক'লে— 'সেইটো কোনো কথা নহয়। সেই শিং থকা ঘঁৰিয়াল মোৰ পিতৃ। মই আপোনাক তেওঁৰ ওচৰলৈ লৈ যাম।' এইবুলি কৈ চ-মামাঙক আগবঢ়াই নিলে। গৈ গৈ এটা পুখুৰী পালেগৈ। পাৰত ৰৈ পদুমীয়ে ক'লে— 'এই পুখুৰীত মোৰ পিতৃ থাকে। আপুনি

কেনেকৈ পাৰে আনক।' তেতিয়া সি তাৰ ৰছীডাল পঠাই দিলে। তলিত গৈ ৰছীয়ে ঘঁৰিয়ালক বান্ধিছে। কিন্তু ওপৰলৈ আনিব পৰা নাই। দুয়োৰে মাজত টনাটনি লাগিছে। সময় যথেষ্ট হোৱাত পদুমীয়ে ৰছীৰ শক্তি কিমান সুধিলে। সি সাতোটা হাতীৰ সমান বুলি ক'লে। তাই ক'লে যে দেউতাৰো সিমানেই। গতিকে নোৱাৰিব। তেতিয়া চিমতাপাত পঠালে। দুয়ো অস্ত্ৰই ঘঁৰিয়ালক ধৰি পাৰলৈ আনিলে। ঘঁৰিয়ালে সুধিলে— 'কি কাৰণে মোক এইদৰে বান্ধি আনিছ?' মামাঙে ক'লে— 'আপোনাৰ চকু এটা দি মোক ৰক্ষা কৰিব লাগে। এয়া মোৰ বিশেষ অনুৰোধ। নহ'লে ৰজাই মোক মাৰিব। আপোনাৰ কন্যাই মোক আপোনাৰ ওচৰলৈ আনি মহৎ উপকাৰ কৰিলে।' ঘঁৰিয়ালে তেতিয়া এটা চকু উলিয়াই ক'লে— 'এইজনী পুটংমা মোৰ ছোৱালী। আজিৰ পৰা এইক তোমাৰ হাতত গতালো।' এইবুলি কৈয়েই সি বুৰ মাৰিলে। চকু আৰু পদুমী (পুটংমা)ক লৈ মামাং ৰাক্ষসহঁতৰ ওচৰলৈ আহিল। ৰাক্ষসহঁতে তাৰ বিপদৰ কথা শুনিলে। তাৰ প্ৰতি সিহঁতৰ দয়া উপজিল। সাধাৰণ ল'ৰা এজনৰ ওপৰত এনে অন্যায়-অত্যাচাৰ কৰাৰ কাৰণে ৰজালৈ সিহঁতৰ বৰ খং উঠিল। ৰাক্ষসহঁতে মামাঙক আৰু এদিন তাতে থাকিবলৈ ক'লে। কন্যাৰ লগত তাৰ বিয়া সিহঁতেই পাতি দিলে। এদিন পিচত পদুমী আৰু চ-মামাঙক লৈ ৰাক্ষসৰ দল এটা আহি আশ্ৰম পালেহি। ঋষিক প্ৰণাম জনাই এৰি থৈ যোৱা নাৱৰানফুক লৈ সকলো নিজ দেশলৈ যাত্ৰা কৰিলে। ৰাক্ষসৰ দলটোও মানুহৰ ৰূপ লৈ সিহঁতৰ লগত আহিল। আহি পাই ৰাক্ষসৰ দলটোৱে ৰজাক বেৰি ধৰিলে আৰু ৰাক্ষসৰ ৰূপ লৈ আটাইবোৰে একেলগে বিকট চিঞৰ মাৰিলে। চিঞৰত ৰজা, ৰাণী, মন্ত্ৰী, প্ৰজা সকলো ঘৰৰ পৰা ওলাই আহিল। কাণ্ড দেখি সকলো অবাক হ'ল। ভয়ত সকলোৱে কঁপিবলৈ ধৰিলে। চ-মামাঙে শিং থকা ঘঁৰিয়ালৰ চকু ৰজাৰ হাতত দিলে আৰু ইয়াৰে ৰাণীক আনন্দ দিবলৈ ক'লে। ভয়ত পেঁপুৱা লাগি থকা ৰজা, ৰাণী, মন্ত্ৰী আৰু প্ৰজাবোৰে ৰাক্ষসবোৰক অপকাৰ নকৰিবলৈ কাকুতি কৰিলে। তেতিয়া ৰাক্ষসহঁতে ক'লে— 'এই দেশৰ পোক-পৰুৱা এটাকো নষ্ট নকৰোঁ। কিন্তু এইদেশৰ ৰজাই চৰম অন্যায় কৰিছে। এই সাধাৰণ ল'ৰাটোক এনে এক অসম্ভৱ কাম কৰাৰ হুকুম দিব নালাগিছিল। নিজৰ ৰাণীৰ আনন্দৰ বাবেই এনে অন্যায় অনুচিত। এনে অবিবেচক ৰজা থাকিব নাপায়। গতিকে চ-মামাং এই দেশৰ ৰজা হ'ব। তোমালোকে সকলোৱে এওঁৰ হুকুম মানি চলিব লাগিব। অন্যথা কোনো বাচি নাথাকিবা।' এই সাৱধান বাণী শুনাই চ-মামাঙক সিংহাসনত বহুৱাই ৰাক্ষসবোৰে আঁতৰি গ'ল।

# খৰিভাৰী এতিয়া ৰজাৰ জোঁৱাই

এজন ডেকা আছিল। সি তকাচুলৈ (তক্ষশিলা) শিক্ষা লাভৰ বাবে গ'ল। এজন উপযুক্ত গুৰুৰ লগত তিনি বছৰ থাকি শিক্ষা গ্ৰহণ আৰম্ভ কৰিলে। কিন্তু কোনো কথাই তাৰ মনত নাথাকে। গুৰুৰ উপদেশবোৰ এফালে সোমাই আনফালে ওলাই যায়। গুৰুৱে অনেক চেষ্টা কৰিও তাক শিক্ষিত কৰিব নোৱাৰি দুখ কৰিলে আৰু ভাবিলে যে তেওঁ ইমানবোৰ ছাত্ৰক শিক্ষা দিলে, ইয়াকহে নোৱাৰিলে। ইমান দূৰণিৰ পৰা আহি এটা কথাও নিশিকাকৈ গ'লে তেওঁৰ বদনাম হ'ব। এইদৰে ভাবি-গুণি এদিন তাক কাষলৈ মাতি আনি ক'লে— 'বোপা, তোমাক শিক্ষা দিবৰ কাৰণে অনেক চেষ্টা কৰিলোঁ, তথাপি নোৱাৰিলো। শেষত এটা উপদেশ দিওঁ, তাকে মনত ৰাখিবা। সেইটো হ'ল খাওঁতে-শোওঁতে, উঠোতে-বহোতে তোমাৰ পিঠিত এটা পাচি বান্ধি ৰাখিবা।'

সি মনত ৰাখিব বুলি কথা দি গুৰুৰ পৰা বিদায় লৈ ঘৰমুৱা হ'ল। গুৰুৰ আদেশমতে সি পিঠিত পাচি এটা বান্ধি লৈ ঘূৰি ফুৰে আৰু খৰি-খেৰ বেচি জীৱন নিৰ্বাহ কৰে। সি আহি আহি এখন দেশ পালেহি। সেই দেশৰ ৰজাই এক আচৰিত কাম কৰিছে। তেওঁ এটা দ গাঁত খনাই, কিছু চাহপাতত আলকাটৰা সনি জোঙা মূৰটো ওপৰমুৱা কৰি গাঁতৰ তলিত পোতাই থৈছে। ওপৰৰ পৰা চালে যাঠি-জোং পুতি থোৱা যেন লাগে। আলকাটৰা লাগি চাহপাতবোৰ ঠৰঙা হৈ আছে। গাঁতটোৰ ওপৰত ৰজাই এখন জাননী লিখাই থৈছে— 'এই গাঁতত যি জাঁপ মাৰিব পাৰিব, সিয়েই ৰাজকুমাৰীক লাভ কৰিব।' ৰজাৰ জোঁৱাই হোৱাৰ আশাত ইজন-সিজনকৈ বহু আহিল। জুমি চাই জোংবোৰ দেখি জঁপিয়াবলৈ সাহস নকৰে। এইদৰে দিনবোৰ পাৰ হৈ গৈ আছে।

ঘূৰি ফুৰা ডেকাজনে কঁকালত পাচিটো বান্ধি এই গাঁতৰ পাৰ পালেহি।

পাৰতে কিছুমান মানুহে কাম কৰি আছিল আৰু দুই-এজন প্ৰহৰীও আছিল। ডেকাজন গৈ সিহঁতৰ লগত কথা-বতৰা পাতি বন্ধু হৈ পৰিল। ৰজাৰ জাননী আৰু দ গাঁতৰ বিষয়ে তাৰ খবৰেই নাই। সি কেৱল মানুহবোৰৰ লগত ধঁপাত খাবলৈহে গৈছিল। মানুহবোৰে চুৰট-ধঁপাত খাবলৈ বহিল। ডেকাজনকো বহিবলৈ ক'লে। কঁকালৰ পাচিটোৰ কথা সি পাহৰিলেই। গাঁতটোৰ পাৰতে বহিব খোজোঁতেই পাচিটো মাটিত খুন্দা খাই সি বাগৰি গাঁতটোৰ তলিত পৰিলগৈ। পালি-প্ৰহৰীবোৰে চিঞৰিবলৈ ধৰিলে— 'জঁাপ মাৰিলে, জঁাপ মাৰিলে। এতিয়া ৰাজকুমাৰীক পাব'। এই খবৰ ৰজাক দিলেগৈ যে ডেকা এজনে গাঁতত জঁপিয়ালে। ৰজাই ডেকাজনক মতাই নি উলহ-মালহেৰে জীয়েকক তালৈ বিয়া দিলে। খৰিভাৰী এতিয়া ৰজাৰ জোঁৱাই। ইয়াকে কয়— 'ভাগ্যত থাকিলে ৰজাৰো জোঁৱাই হ'ব পাৰে।'

# সৰু মানুহৰ ডাঙৰ কাম

এসময়ত বাৰানসীত এজন ৰজা আছিল। ৰজাৰ সন্তান নাছিল বাবে সদায় চিন্তা। মন্ত্ৰীসকলেও এই কথা চিন্তা নকৰাকৈ থকা নাছিল।

সেই দেশৰে এঘৰ মানুহৰ বাৰজনী ছোৱালী আছিল। আটাইকেইজনীয়েই গাভৰু আৰু দেখাই-শুনাই ধুনীয়া। ৰজাই বাৰজনীকে বিয়া কৰোৱাৰ চিন্তা কৰিলে। কাৰণ, এজনীৰ নহ'লেও আন এজনীৰ সন্তান হ'ব। ৰজাই মন্ত্ৰীসকলৰ লগতো কথাটো আলোচনা কৰিলে। তেওঁলোকেও বিয়া কৰাবলৈকে পৰামৰ্শ দিলে। নহ'লে সন্তানহীন হৈ থাকিলে ভৱিষ্যতে ৰাজ্য কোনে চলাব? গতিকে ল'ৰাই হওক বা ছোৱালীয়েই হওক, ৰজাক এটি সন্তান লাগে। যথা নিয়মেৰে ছোৱালীহঁতৰ লগত ৰজাৰ বিয়া হৈ গ'ল।

পিচে হ'লে কি হ'ব? বোলে মানুহে পাঙে, ঈশ্বৰে ভাঙে। বিয়া হোৱা চাৰি বছৰ হ'ল, কিন্তু ৰজাই সন্তানৰ মুখ দেখা নাই। মন্ত্ৰীসকলৰ আকৌ চিন্তা হ'ল, কি কৰা যায়? এইদৰে ভাবি-চিন্তি জনা-বুজা লোকৰ পৰামৰ্শ লৈ এটা নতুন পৰামৰ্শ দিলে।

ৰাজ্যৰ ৰাজপ্ৰাসাদৰ অলপ আঁতৰত এজোপা অতি প্ৰাচীন বৰগছ আছিল। বৌদ্ধসকলে ইয়াক 'বোধিবৃক্ষ' বুলি কয়। ভগৱান বুদ্ধই এই গছৰ তলতে 'বুদ্ধত্ব' লাভ কৰিছিল। মন্ত্ৰীয়ে ৰজাক এই বৃক্ষৰ কাষলৈ গৈ দান-দক্ষিণা কৰি শৰীৰ, মন আৰু আত্মা শুদ্ধ কৰি একান্তভাৱে ভগৱানক প্ৰাৰ্থনা জনাবলৈ ক'লে। ৰজায়ো পৰামৰ্শ গ্ৰহণ কৰি দিন-বাৰ চাই শুদ্ধি হৈ ৰমণীসকলৰ স'তে দান-দক্ষিণা কৰি আশীৰ্বাদ ল'বলৈ গ'ল। আটায়ে কাতৰ হৈ কাকুতি কৰিলে— 'হে ভগৱান, আমাক সন্তান দিয়া। আমাৰ বংশ আৰু ৰাজ্য ৰক্ষা কৰা। আমি তোমাক প্ৰাৰ্থনা কৰিছো। আমাৰ প্ৰাৰ্থনা মঞ্জুৰ কৰা।' প্ৰাৰ্থনা জনাই প্ৰাসাদলৈ আহিল আৰু ৰাণীহঁতে গৰ্ভৱতী হোৱালৈ অপেক্ষা কৰিলে। ৰজাও নিশ্চিন্ত হ'ল।

চাওঁতে চাওঁতে আৰু চাৰি বছৰ পাৰ হ'ল। এজনীৰো গৰ্ভৱতী হোৱাৰ

লক্ষণ নাই। অৱশেষত যেনিবা সৰু ৰাণী গৰ্ভৱতী হ'ল। কিন্তু তাই কথাটো কাকো কোৱা নাই।

এনে সময়তে ৰাক্ষস দেশৰ পৰা এজনী গাভৰু ৰাক্ষসী এই দেশলৈ আহিল। তাই অপেশ্বৰীৰ ৰূপ ধৰি পথাৰ এখনৰ মাজত থকা জুপুৰি এটাত সোমাই আছিল। পথাৰৰ মাজত জুপুৰিৰ প্ৰতি কাৰো চকু নাই।

কিন্তু ব্যাধে চিকাৰ বিচাৰি অনাই-বনাই ঘূৰি ফুৰে। সিহঁতৰ কাৰণে পথাৰ-সমাৰ, হাবি-বন একে। ব্যাধ এটা সেই জুপুৰিৰ কাষেদি যাওঁতে অপেশ্বৰীয়ে গা দেখা দিলে। ব্যাধে সুধিলে— 'তুমি কোন? ক'ৰ পৰা আহিছা?'

অপেশ্বৰী— 'মই অপেশ্বৰী, সৰগৰ পৰা আহিছা।'

ব্যাধ— 'তোমাৰ বিয়া হ'লনে?'

অপেশ্বৰী— 'নাই হোৱা।'

ব্যাধ— 'বিয়া হ'বানে?'

অপেশ্বৰী— 'মন পছন্দ দৰা পালে হ'ব পাৰোঁ।'

ব্যাধ— 'ৰ'বা। আমাৰ দেশৰ ৰজাজন বৰ ধুনীয়া। তোমাৰ দৰেই। তুমি তেওঁৰহে উপযুক্ত। তোমাক তেৰোঁ পছন্দ কৰিব। ৰজাৰ অৱশ্যে তেৰজনী ৰাণী আছে। তথাপি নিঃসন্তান। তুমি চৈধ্য নম্বৰ ৰাণী হ'বা। মই সুধি আহি তোমাক ক'ম।'

অপেশ্বৰীয়ে মাত লগালে— 'সেইটো নহ'ব। মই চৈধ্য নম্বৰ্ ৰাণী হ'ব নোৱাৰো। যদি ৰজাই মোক প্ৰথম পত্নী কৰি ৰাখে, তেতিয়াহে বিয়া হ'ম।'

ব্যাধে গৈ ৰজাক অপেশ্বৰীৰ কথা ক'লেগৈ। ৰজাই তাইৰ ৰূপ দেখি মোহ গ'ল। ভাবিলে, ইমান সুন্দৰী এজনী তিৰোতা হ'লে ভাগ্যৱান হ'ব। ৰজাই কথা-বতৰা পাতি তাইৰ চৰ্ত মানি ল'লে আৰু বিয়া পাতি ৰাজপ্ৰাসাদলৈ আনিলে। ৰাজপ্ৰাসাদ, আনকি ৰাজ্যৰ ভিতৰতো তাই যেনিবা পূৰ্ণিমাৰ জোনটিহে। এতিয়া ৰজাৰ আনন্দ চায় কোনে? সুন্দৰী ৰাণীৰ সুন্দৰ সন্তান হ'ব। ভৱিষ্যতৰ উত্তৰাধিকাৰী হ'ব। অপেশ্বৰী এতিয়া পাটমাদৈ পটেশ্বৰী।

কিন্তু পটেশ্বৰী হ'লে কি হ'ব? তাইৰ আচল উদ্দেশ্য নৰ-মাংস ভোজন। তাইৰ অপেশ্বৰীৰ আঁৰত লুকাই আছে ৰাক্ষসীৰ প্ৰবৃত্তি। প্ৰথমে তাই সতিনীহঁতক প্ৰাসাদৰ পৰা কোনো এক ঠাইত বন্দী কৰি চকুবোৰ কাটি অন্ধ

কৰিবলৈ পাং পাতিলে। তেতিয়াহে তাই নিশ্চিন্ত মনেৰে অন্যায়বোৰ কৰি যাব পাৰিব। সতিনীয়েকহঁতক আঁতৰাবলৈ তাই এটা বুধি সাজিলে।

এদিন তাই বেমাৰৰ ভাও জুৰিলে। বেমাৰো বৰ টান। ৰজাৰ চিন্তা হ'ল। গণকক মাতি আনি চোৱা-চিতা কৰিলে। তাই ইতিমধ্যে গণকক ঘোচ দি থৈছে আৰু ক'বলৈ কৈছে যে বেমাৰ টান। ঘৰ-দেৱতাৰ দোষ। ৰাণী আৰু আৰোগ্য হোৱাৰ আশা নাই। গণকে সেইমতেই ক'লে। ৰজাই উপায় বিচাৰিলে। ঘোচ লোৱা গণকে উপায় দিলে যে তেওঁৰ তেৰজনী ৰাণীক ঘৰৰ পৰা বাহিৰ কৰি আঁতৰত বন্দী কৰি ৰাখিব লাগিব। ৰজাই অতি মৰমৰ অপেশ্বৰী ৰাণীৰ আৰোগ্যৰ কাৰণে সকলো কৰিবলৈ প্ৰস্তুত। সেয়ে এটা গুহা সজাই তাত তেৰজনী ৰাণীক আবদ্ধ কৰি ৰাখিলে। ইমানতো অপেশ্বৰী ক্ষান্ত নাথাকিল। তাই আকৌ মৰাৰ ভাও জুৰিলে। এইবাৰ বেমাৰ আৰু কঠিন। ৰজাই গণকক মতাই অনালে আৰু উপায় বিচাৰিলে। অপেশ্বৰীৰ পৰামৰ্শমতে ঘোচ খোৱা গণকে ক'লে যে তেৰজনী ৰাণীৰ চকু কাঢ়ি, সেই চকুৰে দেৱতাৰ পূজা দিব লাগিব। তেতিয়াহে ৰাণী ভাল হ'ব। ৰজাই লগে লগে চকু কঢ়াৰ হুকুম দিলে। গৰ্ভৱতী হোৱা সৰু ৰাণীয়ে চকু কঢ়া লোকজনক খাটনি ধৰি ক'লে যে তাই এতিয়া গৰ্ভৱতী। অন্ধ হ'লে সন্তানৰ পোহপাল কেনেকৈ দিব? গতিকে যেনে-তেনে এটা চকু ৰাখিব লাগে। তাইৰ হাতৰ সোণৰ খাৰুপাত এটা চকুৰ বিনিময়ত উপহাৰ দিলে। চকু কাঢ়োতাৰো দয়া উপজিল, লগতে উপহাৰো পালে যেতিয়া চকু এটা ৰাখিলে। চকু সৰ্বমুঠ ছাব্বিশটা হ'ব লাগে, কিন্তু পঁচিশটা আছে। হিচাপ কৰিলেই বিপদেই হ'ব। ৰজাই চকুবোৰ লেখিব ধৰোঁতেই ৰাক্ষসী অপেশ্বৰীয়ে আঁতৰাই তাৰ ঠাইত নকল চকু ৰাখিলে। গতিকে নকল চকুৰেই পূজা চলিল। ৰাণী ভাল হ'ল।

সময়ত সৰু ৰাণীৰ গুহাতে ল'ৰা এটি উপজিল। ৰজাক কিন্তু এই খবৰ দিয়া নাই। লাহে লাহে ল'ৰা ডাঙৰ হ'ল। ৰাণীয়ে নাম থ'লে দেৱজিত। সি লাটুম, ঢোপ খেলিব পৰা হ'ল। ওচৰৰ টোল এখনৰ ল'ৰাৰ লগত সি সদায় ঢোপ, লাটুম আদি খেলিবলৈ যায়। খেলত জিকাটোৱে টকা-পইচাও পায়। কিন্তু দেৱজিতে খেলিবলৈহে যায়, তাৰ হাতত পইচা নাই। গতিকে লগৰবোৰে তাকে সোধে— 'তোমাৰ টকা আছে জানো?'

—'নাই।'

—'তেন্তে হাৰিলে কি দিবা?'

—'মই নিজেই বন্দী হৈ থাকিম। তথাপি খেলিবলৈ দিয়া।'

আচৰিত কথা যে দেৱজিতেই সদায় জিকে। সি জিকে যদিও টকা নলয়। কেৱল মাকহঁতৰ কাৰণে একোটা খাদ্যৰ টোপোলা লয়।

এদিন লগৰ ল'ৰাবোৰে ৰজাৰ কাণত পেলালেগৈ যে দেৱজিত নামৰ ল'ৰাটোক কোনেও হৰুৱাব নোৱাৰে। ৰজাই এই বুদ্ধিমান ল'ৰাটি চাবলৈ ইচ্ছা কৰি মাতি পঠালে। সি আহিলত ৰজাই ক'লে— 'তই আজি মোৰ লগত খেলিব লাগিব। পাৰিবি?' দেৱজিতেও পাৰিব বুলি জনালে। খেল আৰম্ভ হ'ল। এইবাৰো সিয়েই জিকিল। ৰজায়ো খাদ্যৰ টোপোলা দিব লগা হ'ল। ৰজা আচৰিত হৈ ভাবিলে ক'ৰ এনে চতুৰ ল'ৰা? তাৰ আঁতিগুৰি ল'বৰ কাৰণে তাৰ পিচে পিচে মানুহ এটা পঠাই দিলে। সি গৈ মাকহঁতৰ গুহাত সোমালগৈ। তেতিয়া সকলোৱে গম পালে যে ৰাণীৰ ল'ৰা এটি হ'ল আৰু সিয়েই দেৱজিত। মানুহজনে আহি ৰজাক সবিশেষ জনালেহি। ৰজাই দেৱজিতক আকৌ মতাই আনিলে। তাৰ পৰিচয় ল'লে আৰু নিজৰ লগতে সেইদিনা ৰাখিলে।

প্ৰাসাদলৈ সতিনীৰ ল'ৰা অহাত অপেশ্বৰীৰ মনত দুখ। তাই এতিয়া ল'ৰাটোক মাৰি পেলোৱাৰ বুধি সাজিলে। তাই আকৌ বেমাৰৰ ভাও জুৰিলে। গণকে গণি-পিতি চাই ৰাণীৰ কাৰণে অমৃত জল আনি ৰাণীক খুৱাব লাগে, নহ'লে ৰাণী নাবাচে। এতিয়া অমৃত জল পায় ক'ত? অপেশ্বৰীয়েই ক'লে যে তাইৰ দেশতে এই জল আছে। ৰজাই সুধিলে— 'তোমাৰ দেশলৈ যাব কোন?' অপেশ্বৰীয়ে টপৰাই উত্তৰ দিলে— 'আপোনাৰ ল'ৰা।' 'ইমান সৰু ল'ৰাটোক মই কেনেকৈ পঠাওঁ'?

'কিয় নোৱাৰিব? ইমান বুদ্ধিমান ল'ৰা। নিশ্চয় পাৰিব। অমৃত জল নাপালে মই কিন্তু মৰিম।'

ৰজা এতিয়া বিমোৰত পৰিল। উপায় নাপাই ৰজাই দেৱজিতক সুধিলে। সিও যাব পাৰিব বুলি জনালে। ঘোঁৰাশালৰ পৰা সুস্থ, সবল আৰু চতুৰ ঘোঁৰা আনি, পিঠিত জিন আৰু মুখত লেকাম লগালে। দেৱজিত যাবলৈ সাজু হ'ল। অপেশ্বৰীয়ে বাপেকলৈ গোপনে এখন চিঠি দিলে। তাত লিখা আছিল ল'ৰাটো গৈ পোৱাৰ লগে লগে যেন তাক খতম কৰে। তাক আৰু

উভতি আহিবলৈ দিব নালাগে।' তাই ঘোঁৰাৰ ডিঙিত এই চিঠিখন মনে মনে আঁৰি দিলে। দেৱজিতক বাট-পথ চিনাই তাক বিদায় দিলে। তাইৰ মনত আনন্দ যে দেৱজিত আৰু ঘূৰি নাহে। সি এতিয়া অজান দেশৰ যাত্ৰী।

দেৱজিতে গৈ গৈ বহুদূৰ পালেগৈ। ৰাতি এখন হাবিৰ মাজত জিৰাবলৈ ইচ্ছা কৰিলে। ঘোঁৰকো ঘাঁহ-পানী খুৱাব খুজিলে। সেই হাবিৰ মাজতে মুনিৰ আশ্ৰম এখন আছিল। সেই আশ্ৰমতে সি জিৰোৱাৰ কথা ভাবিলে। মুনিয়েও সৰু ল'ৰা দেখি মৰম-চেনেহ কৰি ৰাখিলে। মুনিৰ মনত সন্দেহ হ'ল। ইমান সৰু ল'ৰা এটাক ইমান ডাঙৰ কামৰ দায়িত্ব কিয় দিছে? ইয়াত কিবা ৰহস্য আছে বুলি তেওঁ ধৰি ল'লে।

তেতিয়া গৰমৰ দিন। মহ-ডাঁহৰ বতৰ। ঘোঁৰাটো শোৱা নাই, ছট্‌ফটাই আছে। মুনিয়ে এবাৰ আহি দেখে যে ঘোঁৰাৰ ডিঙিত এটা টোপোলা। মেলি চাই এখন চিঠি পাই পঢ়ি চালে। ৰহস্য উদ্‌ঘাটন হ'ল। কিন্তু ল'ৰাটোক একো জানিবলৈ নিদিলে। অপেশ্বৰীৰ এজন ককায়েক আছিল আৰু তাৰ মাটি নামৰ এজনী জীয়েক আছিল। মুনিয়ে এই কথা জানে। এতিয়া অপেশ্বৰীৰ চিঠিখন ফালি মুনিয়ে নিজে এখন চিঠি লিখিলে—

'মৰমৰ ককাইদেউ,

এওঁৰ নাম আমপ্ৰা, মোৰ বৰ মৰমৰ। এওঁক তোমালোকৰ ওচৰলৈ পঠাইছো। মৰম কৰি ৰাখিবা আৰু ভতিজী মাটিক এওঁলৈ বিয়া দিবা।' এইবুলি লিখি পুনৰ ঘোঁৰাৰ ডিঙিত আঁৰি দি দেৱজিতক কথাটো ক'লে।

পিচদিনা দেৱজিতে পুনৰ যাত্ৰা আৰম্ভ কৰিলে। সি গৈ গৈ ৰাক্ষসৰ দেশ পালেগৈ। মানুহৰ গোন্ধ পাই ৰাক্ষসবোৰে খাবলৈ ল'ৰ মাৰি আহিল। সি ক'লে, 'মোক খাবা বাৰু। প্ৰথমে মোক ৰজাৰ ওচৰলৈ লৈ ব'লা। তেখেতৰ চিঠি এখন আছে।' সেইমতে তাক ৰজাৰ ওচৰলৈ লৈ যোৱা হ'ল। ৰজাক সি চিঠি দিলে। ৰজাই পঢ়ি চাই আনন্দ পালে আৰু মাটিক তালৈ বিয়া দিলে। এতিয়া মাটিক লৈ দেৱজিতে ৰাক্ষসৰ দেশত আনন্দেৰে আছে। সি তাইক মৰম লগাবলৈ ধৰিলে আৰু তেনেই আপোন কৰি ল'লে। কিছুদিন থকাৰ পিচত তাৰ মাকহঁতলৈ মনত পৰিল।

এদিন সি মাটিক উদ্যানত ফুৰিবলৈ লগ ধৰিলে। দুয়ো হাতত ধৰাধৰি কৰি ফুৰিবলৈ গ'ল। বাটত সিহঁতে দুটা বাটি দেখিলে। দেৱজিতে বাটি দুটাৰ

কথা সুধিলে। মাটিয়ে ক'লে যে এটা বাটি পেলালে তাৰ পৰা জুই ওলায় আৰু আনটোৰ পৰা পাহাৰ সৃষ্টি হয়। অলপ দূৰ গৈ আৰু দুটা বাটি পালে আৰু কুমাৰ দেৱজিতে এই দুটাৰ মাহাত্ম্যৰ বিষয়েও সুধিলে। মাটিয়ে বুজাই দিলে যে এই বাটিৰ পৰা পানীৰ সৃষ্টি হয় আৰু আনটোৰ পৰা অৰণ্যৰ সৃষ্টি হয়। অলপ আগবাঢ়ি গৈ তাৰ মাকহঁতৰ চকুবোৰ ওলোমাই থোৱা দেখিলে। এইবোৰ দেখি তাৰ চকুপানী ওলাল। মাটিয়ে কিয় কান্দিছে বুলি সোধাত সি চকুত কুটা পৰা বুলি ক'লে। অলপ আগবাঢ়ি গৈ অপেশ্বৰীয়ে কোৱা অমৃত জল পালে। ইয়াক খালে মৰা মানুহ জীয়ে আৰু বেমাৰী ভাল হয়। আৰু কিছুদূৰ গৈ এখন ধেনু দেখা পাই সোধাত মাটিয়ে ক'লে যে ধেনুখনত ৰাক্ষসৰ জীৱ আছে। ইয়াক টানি দিলে ৰাক্ষস একোটাই বিৰাট আকাৰ ধাৰণ কৰে আৰু ভাঙিলে মৰে। এইবোৰ চাই-চিতি সিহঁত ঘূৰি আহিল।

দেৱজিতে এতিয়া ৰাক্ষসৰ কবলৰ পৰা সৰাৰ উপায় বিচাৰিলে। তাৰ পিচত সি এদিন মন মাৰি বহি আছে। মাটিয়ে কাৰণ সোধাত সি ক'লে যে সপ্তাহত এবাৰকৈ সি উৎসৱ পাতে। সেইদিনা মদ-পানী খাই আনন্দ কৰে। ৰাক্ষসৰ দেশত কৰিবলৈ পোৱা নাই বাবে বেয়া লাগি আছে। মাটিয়ে ক'লে যে হুকুম দিলে ইয়াতো হ'ব। সেইমতে উৎসৱৰ আয়োজন হ'ল। সকলোৱে মদ-পানী খালে। কুমাৰ দেৱজিতে মাটিকহে খুৱালে, নিজে কিন্তু নাখালে। প্ৰত্যেকবাৰেই খোৱাৰ ভাওহে জোৰে। এটা সময়ত মদ খাই সকলো মাতাল হ'ল। এই ছেগতে দেৱজিত পলাবৰ বাবে সাজু হ'ল। সি ঘোঁৰাৰ কাষলৈ যাওঁতে মাটিয়ে গম পালে। সোধাত ক'লে— 'সি ঘোঁৰাক ঘাঁহ দিবলৈহে আহিছে।' ক্ৰমান্বয়ে নিচা প্ৰবল হ'ল আৰু ৰাগীত সকলো ক'ব নোৱৰা হ'ল। এই সুবিধাতে সি ঘোঁৰাত উঠি উদ্যানৰ বাটি, চকু, অমৃত জল আৰু ধেনুখন ল'লে আৰু প্ৰবল বেগেৰে ঘোঁৰা চেকুৰালে। ঘোঁৰা হাবিৰ মাজে মাজে আগবাঢ়িবলৈ ধৰিলে। অলপ পিচত মাটিয়ে চেতনা পাই দেখে যে কুমাৰ নাই। সকলোতে চালে, কিন্তু ক'তো নাপালে। উদ্যানলৈকো গ'ল, তাতো নাই আৰু তাৰ সম্পত্তিবোৰো নাই। তেতিয়া কুমাৰ পলাল বুলি তাই ধৰি ল'লে। তায়ো ৰাক্ষসীহে। গতিকে তাই বিৰাট আকাৰ ধাৰণ কৰি চাৰিওফালে চাই হাবিৰ মাজেৰে তাক গৈ থকা দেখা পালে। তায়ো তেজী ঘোঁৰা এটা লৈ পিচে পিচে খেদি গ'ল। কুমাৰৰ ঘোঁৰাও যথেষ্ট চতুৰ। সি

প্ৰাণটাকি দৌৰিছে। তথাপি মাটিয়ে তাক লগ পাওঁ পাওঁ হৈছে। এনেতে কুমাৰে বাটি এটা পেলাই দিলে। এটা ওখ পৰ্বত হ'ল। তাই সেই পৰ্বতো পাৰ হৈ তাক খেদি গ'ল। কুমাৰক ধৰো ধৰো অৱস্থাত আৰু এটা বাটি পেলালে। এটা প্ৰকাণ্ড হ্ৰদৰ সৃষ্টি হ'ল। তেতিয়াহে মাটি থমকি ৰ'ল। কাৰণ ৰাক্ষসে হেনো পানী পাৰ হ'ব নোৱাৰে। হ্ৰদৰ সিপাৰত দেৱজিতো ৰ'ল। তাই এই পাৰৰ পৰা তাক মাতিছে— 'কুমাৰ তুমি উভতি আহা। মই তোমাৰ অনিষ্ট নকৰোঁ। তুমি ক'লে মই তোমাক ঘৰত থৈ আহিমগৈ। কিয় এইদৰে পলাই আহিলা?' কুমাৰে কিন্তু একো নামাতিলে। ৰাক্ষসৰ বিশ্বাস নাই বুলি সি জানে। মাটিয়ে কান্দি কান্দি তাতে পৰি ৰ'ল। কুমাৰে ঘূৰি চাই আহিবৰ মন কৰে, কিন্তু ঘোঁৰা নাহে। যেতিয়া তাইৰ গাত কাউৰী পৰিল, তেতিয়া তাই মৰিল বুলি সি খাটাং হ'ল। তেতিয়া কুমাৰ ঘূৰি আহি তাইক পুতিলে আৰু মৰমৰ চিন হিচাপে তাইৰ গাৰ চেলেং কাপোৰখন ল'লে।

কেইমাহমানৰ মূৰত কুমাৰ আকৌ নিজ দেশ পালেহি। আহি পায়েই মহাৰাজক প্ৰণাম জনাই ক'লে— 'মহাৰাজ, মই আহিলো। আপুনি অপেশ্বৰীৰ কথা মতেই সকলো কৰি আছে। মই আজি সকলো দেখুৱাম, আপোনাৰ মন্ত্ৰী পৰিষদ মাতক।' তাৰ পিচত সি মাইঁতৰ চকুবোৰ লগালে। ইতিমধ্যে অপেশ্বৰীয়ে গম পালে যে কুমাৰ দেৱজিতে সৌশৰীৰে ঘূৰি আহিছে। তাইৰ ভয় আৰু চিন্তাত তৎ নাই। ক'ত কি হ'ল তাই ধৰিবই নোৱাৰিলে।

ৰাজসভা বহিল। দেৱজিতে সকলোকে শুনাই ক'লে— 'ৰজাৰ যি অপেশ্বৰী পাটমাদৈ তাই প্ৰকৃততে অপেশ্বৰী নহয়, ৰাক্ষসীহে। মই তাৰ প্ৰমাণ আনিছো। সকলোৱে চাওক' বুলি ধেনুখন টানিলে। লগে লগে অপেশ্বৰী গুচি ৰাক্ষসী হৈ পৰিল। আচৰিত হ'ব লগা কথা এইটোৱেই যে তাই ওখ হওঁতে প্ৰাসাদৰ ছালখন উফৰি পৰিল। অপেশ্বৰীৰ এই ৰূপ দেখি ৰজা, মন্ত্ৰী আৰু প্ৰজাসকল আচৰিত আৰু অবাক হ'ল। ৰজাই ভয়তে 'পুত্ৰ, মোক ৰক্ষা কৰা, মোক ৰক্ষা কৰা' বুলি দেৱজিতক গবা মাৰি ধৰিলে। কুমাৰে ধেনুখন ভাঙি তাইক মাৰিলে। তেতিয়াহে সকলো ৰক্ষা পৰিল।

তাৰ পিচত গুহাৰ পৰা তেৰজনী ৰাণীক আদৰি ৰাজমহললৈ অনা হ'ল। সৰুজনীৰ পুত্ৰ দেৱজিতে ৰাজ্যভাৰ গ্ৰহণ কৰিলে। অপকৰ্মৰ প্ৰায়শ্চিত্তৰ কাৰণে ৰজা বনবাসী হ'ল।

# জোঁৱাই ৰজা হ'ল

এজন ৰজা আছিল। তেওঁৰ আকাশ, পৱন আৰু বাদল নামৰ তিনিজন পুতেক। ৰজাৰ এখন অতি ধুনীয়া ফুলনি আছিল। তাত নানাবৰণৰ ফুলবোৰ জক্‌মকাই ফুলি থাকে। ৰজাই নিতৌ পুৱা-গধূলি একোবাৰ ফুলনিত সোমাই আনন্দ উপভোগ কৰে।

এদিন ৰজা ফুলনিলৈ গৈ দেখে যে ফুলবোৰ কোনোবাই ছিঙি-ভাঙি অনিষ্ট কৰি থৈ গৈছে। ফুলপ্ৰিয় ৰজাই মনত দুখ পালে। কোনেনো ৰাতি এই কাম কৰে ধৰিব নোৱাৰে। অপৰাধীক ধৰিবলৈ ৰজাই উপায় বিচাৰিলে।

এদিন গধূলি ডাঙৰ পুতেকে আকাশক মাতি ক'লে— 'বোপাই, মোৰ মৰমৰ ফুলনিখন কোনে ৰাতি নষ্ট কৰে তুমি চাব লাগে। দুদিনমান ৰাতি পহৰা দি তুমি বদমাচটোক ধৰি মোৰ ওচৰলৈ আনিবা। তাক শাস্তি দিব লাগিব।' আকাশেও হ'ব বুলি শলাগি থ'লে। পিচে দায়িত্ব ল'লে কি হ'ব? সি হ'ল মস্ত কানীয়া। দিনে-ৰাতিয়ে কানী খাই ক'ব নোৱৰা হৈ থাকে। তথাপি বাপেকক দেখুৱাই সি ফুলনিত পহৰা দিবলৈ গ'ল। গৈয়ে কানি খাই শুলে। ক'ত কি হৈছে ক'বই নোৱাৰে। ৰজা পিচদিনা পুৱা ফুলনিলৈ গৈ দেখে, সেই একে অৱস্থা। ফুলবোৰ নষ্ট কৰি থৈছে। পিচদিনা দ্বিতীয় পুতেক পৱনক ৰখীয়া পাতিলে। সিও কানীয়া। ফুলনিলৈ গৈ কানি খাই শুই থাকিল। ৰজা পুৱা গৈ একেই অৱস্থা দেখি বৰ খং উঠিল, পুতেকহঁতক অনেক গালি-শপনি পাৰিলে। তাৰ পিচত নুমলীয়া পুত্ৰ বাদলক পঠালে। ই বৰ বুধিয়ক আৰু কৰ্তব্যপৰায়ণ। কানি, ভাং, একো নাখায়। সি দিনতে ফুলনিৰ চাৰিওফালে এপাক ঘূৰি চালে। জেওৰা-জপনাবোৰ ভালদৰে নিৰীক্ষণ কৰিলে। মানুহ সোমাব পৰা পথবোৰ বন্ধ কৰি দিলে। তাৰ পিচত ফুলনিত সি কেইবাখনো ফান্দ পাতিলে। এইদৰে প্ৰস্তুতি কৰি ৰাতি সি সজাগ হৈ থাকিল। কোন, কেনেকৈ আহে চাই থাকিবলৈ ধৰিলে।

দুপৰ ৰাতি। সি লক্ষ্য কৰিলে এজন দেৱতা আকাশৰ পৰা নামি আহি

ফুলনিত সোমাল। ফুল মোহাৰিব ধৰোঁতেই তেওঁ ফান্দত পৰিল। দেৱতা এতিয়া ক'ত সাৰে? তেওঁ উপায় নাপাই বাদলক ক'লে যে তেওঁ বেয়া কাম কৰাটো হয়। কিন্তু আজিৰ পৰা তেওঁ আৰু নাহে। কেৱল আজিৰ কাৰণে তাক ক্ষমা কৰিব লাগে। বাদলে শপত খুৱাই তাক এৰি দিলে। সেইদিনাৰ পৰা ফুলবাৰীৰ অনিষ্ট নহ'ল। ৰজাই নুমলীয়া পুতেকৰ শলাগ ল'লে।

তাৰ পিচত ৰজাই আকাশ আৰু পৱনক মাতি ক'লে যে সিহঁত অলায়ক। গতিকে তেওঁৰ লগত থাকিব নোৱাৰে। সাধাৰণ ফুলনি এখনকে চম্ভালিব নোৱাৰিলে ৰাজ্য কেনেকৈ চলাব? বাদলহে ৰজা হোৱাৰ যোগ্য। সিহঁত দুটাক ঘৰৰ পৰা উলিয়াই দিলে। দুয়োটা ঘৰৰ পৰা বাজ হ'ল। লগৰ কানীয়া এমখা আৰু কানিৰ টোপোলা কেইটামান লৈ এখন হাবিত সোমাল। তাতে এটা পুখুৰীৰ পাৰত জুপুৰি এটা সাজি লগত নিয়া কানিখিনিকে খাই দিন কটায়। কানিৰ টোপোলাবোৰ জুপুৰিত যেনি-তেনি আঁৰি থয় আৰু এটা এটাকৈ আনি খায়।

সেই হাবিতে এজনী ৰাক্ষসী আছিল। তাই মানুহৰ গোন্ধ পাই কাষতে জোপ লৈ আছিল। এদিন কানি খাই আড্ডা মাৰি থাকোঁতে এটাই মাত লগালে— 'হেৰৌ, এইখিনি শেষ হ'লে কি কৰিবি?' আন এজনে কয়— 'বাৰু দিনটো যাবলৈ দে।' পৱনে মাত দিলে—'কাইলৈ কোনটো খাবি?' এজনে থিয় হৈ ওলমাই থোৱা টোপোলা এটালৈ আঙুলি টোৱাই ক'লে— 'সৌটো খাম।' আঙুলি টোওৱাফালে ৰাক্ষসীজনী থিয় হৈ আছিল। তাই ভাবিলে, এই ডেকামখাই তাইক খাব বুলি কৈছে। তাই ভয় খাই দেখা দি ক'লে— 'আপোনালোকে মোক খাব বুলি কৈছে কাৰণে মোৰ ভয় লাগিছে। অনুগ্ৰহ কৰি মোক নাখাব।' তাইৰ দুৰ্বলতাৰ সুযোগ ল'বলৈকে এজনে টানি ক'লে— 'খাম বুলিছো যেতিয়া খামেই। এইবোৰ যে দেখিছ, সকলোবোৰ ৰাক্ষসীৰ তেজৰ টোপোলা।' তাই কাকুতি-মিনতি কৰিলে নাখাবলৈ আৰু ক'লে যে তাইক নাখাওঁ বুলি ক'লে তিনিটা আচৰিত বস্তু দিব। এযোৰ চেণ্ডেল। ইয়াক পিন্ধিলে আকাশত উৰিব পাৰে। দ্বিতীয়তে এই টুপী পিন্ধোতাক কোনেও নেদেখে আৰু দৰকাৰ হ'লে উৰিবও পাৰে। তৃতীয় বস্তুটো এপাট যাঠি। ই বলোৰামৰ নাঙলৰ দৰে। পৃথিৱীত খোঁচ মাৰিলে

কঁপিবলৈ ধৰে। কানীয়াহঁতে বস্তুকেইটা লৈ তাইক যাবলৈ দিলে। কেইদিনমানৰ পিচত সিহঁতৰ কানিৰ ভাণ্ডাৰ শেষ হ'ল। গতিকে দিহা-দিহি যোৱাৰ চিন্তা কৰিলে। পৱনে নিজ দেশলৈ উভতি যোৱাই ভাল বুলি মত প্ৰকাশ কৰিলে। আকাশে ক'লে যে সি আৰু দেশলৈ নাযায়। গতিকে লগৰবোৰৰ সৈতে ভায়েকক যাবলৈ ক'লে। তাক চেণ্ডেলযোৰ আৰু টুপীটো দিলে। পৱন আহি এখন দেশ পালেহি। সেই দেশত এজনী বৰ ধুনীয়া ৰাজকুমাৰী আছিল। উপযুক্ত দৰা নোপোৱা লৈ তাইক অট্টালিকা এটাত থাকিবলৈ দিছে। লগত কেৱল দাসীহে থাকে। পুৰুষৰ প্ৰৱেশ নিষেধ। পৱনে এই ৰাজকুমাৰীজনীৰ কথা শুনি দেখা পাবৰ ইচ্ছা কৰিলে। কিন্তু পুৰুষৰ প্ৰৱেশত বাধা। তাতে তাই থাকে চাৰি মহলাৰ ওপৰত। চাৰিওফালে চোকা প্ৰহৰী। ৰাক্ষসীৰ পৰা পোৱা চেণ্ডেলযোৰ পিন্ধি সি আকাশলৈ উৰা মাৰিলে। কুমাৰী থকা অট্টালিকা দেখা পাই তাতে সি নামিল। ইমান দিনৰ মূৰত এজন সুন্দৰ ডেকা দেখা পাই কুমাৰীয়ে আনন্দ পালে। দুয়োৰ মিল হ'ল। এইদৰে পৱনে সদায় ৰাজকুমাৰীৰ ওচৰলৈ যায় আৰু কথা-বতৰা পাতে।

ৰাজকুমাৰীৰ পিতৃ ৰজা পিচে বৰ চতুৰ। তেওঁ নিতৌ জীয়েকৰ শৰীৰৰ ওজন লয়। পৱনক লগ পোৱাৰ পিচৰে পৰা তাইৰ ওজন বাঢ়িবলৈ ধৰিলে। তেতিয়া ৰজাৰ সন্দেহ হ'ল। কোনোবা নিশ্চয় তাইৰ ওচৰলৈ আহে। কিন্তু কেনেকৈ? ৰজাই এদিন তাইক সুধিলে। তায়ো ডেকা এজন আহে বুলি ক'লে। কেনেকৈ আহে বুলি সোধাত ক'লে যে তেওঁৰ এযোৰ চেণ্ডেল আছে। সেইযোৰ পিন্ধিলে আকাশত উৰিব পাৰে। ৰজাই তেতিয়া তাইক চেণ্ডেলযোৰ হাত কৰিবলৈ ক'লে। তাই সেইমতে এদিন চেন্দেলযোৰ হাত কৰিলে। পৱন সিদিনা খোজ কাঢ়ি যেনেতেনে আহিল। পিচদিনাৰ পৰা সি টুপীটো পিন্ধি আহিবলৈ ধৰিলে। ৰজাই এইবাৰ গম পাই জীয়েকক টুপীটো হাত কৰিবলৈ ক'লে। জীয়েকে সেইমতেই কৰিলে। এতিয়া পৱনৰ আপুৰুগীয়া এই সম্পদ দুটা যোৱাত বৰ আঘাত পালে। ইয়াৰ উদ্ধাৰ কৰিবৰ বাবে সি উপায় বিচাৰিলে।

পৱন ককায়েক আকাশৰ ওচৰলৈ আহিল আৰু গোটেই কথাখিনি ক'লে। হেৰোৱা বস্তু দুটা উদ্ধাৰৰ কাৰণে ককায়েকৰ হাতত থকা যাঠিপাত খুজিলে। ককায়েকেও ভায়েকৰ বিপদ দেখি দি দিলে। যাঠি আনি ৰাজকুমাৰী থকা

অট্টালিকাৰ কাষতে খোঁচ দিলে। লগে লগে ৰাজ্যখন কঁপিবলৈ ধৰিলে। ক'ত কি হৈছে বুজিব নোৱাৰি চাবলৈ মানুহ পঠালে। এজনক টুপী আৰু এজনক পিন্ধাই আকাশত উৰি চাবলৈ ক'লে। তাই দেখে যে পৱনে যাঠিৰে মাটি খুঁচৰি আছে। ৰজাই কুমাৰীৰ হতুৱাই যাঠিপাতো নিয়ালে। এইবাৰ পৱন সম্পূৰ্ণ নিৰস্ত্ৰ হ'ল। সি এতিয়া বিমোৰত পৰিল। মনৰ দুখত কানীয়াবোৰৰ সৈতে এখন হাবিত সোমাল। ভোকে-পিয়াহে সিহঁতক জৰ্জৰিত কৰিছে। বিচাৰি বিচাৰি এথোক পকি থকা সুন্দৰ কল পালে। তাৰে এআসি আনি আটাইকেইজনে ভাগ কৰি খালে। আচৰিত কথা যে কল খোৱাৰ লগে লগে সিহঁতৰ মূৰত শিং গজিল। ইটোৱে সিটোক কয়— 'হেৰৌ তোৰ মূৰত দেখোন শিং!' খেপিয়াই দেখে যে হয়। এইদৰে ইটোৱে সিটোক দেখুৱাবলৈ ধৰিলে। কথা বিষম! মানুহৰ মূৰত শিং দেখিলে কি হ'ব বাৰু? আটাইকেইটাই এই কথাকে চিন্তা কৰিবলৈ ধৰিলে।

কল খাই সিহঁতৰ পিয়াহ লাগিল আৰু পানী বিচাৰিবলৈ ধৰিলে। গৈ গৈ এটা পুখুৰী পালে। পুখুৰীত নামি পানী খাই মূৰত হাত মোহাৰোতে শিংবোৰ আকৌ সৰি পৰিল। সকলো অবাক। কিনো কথা! চিন্তা কৰি বুজিব পাৰিলে যে এই কল খালে শিং গজে আৰু পুখুৰীৰ পানী লাগিলে সৰে। সিহঁতৰ বিৰাট সাহ হ'ল। হেৰুওৱা সম্পদ উদ্ধাৰৰ উপায় পালে বুলি ভাবিলে। ইয়াৰে ৰজাক এসেকা দিব লাগিব বুলি সংকল্প কৰিলে।

এইদৰে ভাবি-গুণি সিহঁতে একাসি সুন্দৰ পকা কল ল'লে আৰু কুমাৰীৰ ৰাজ্যলৈ গ'ল। পৱনে কানীয়া এটাৰ হাতত কল আসি ৰজালৈ বুলি দি পঠালে। সি গৈ ৰজাৰ সন্মুখত আঁঠু লৈ নিবেদন কৰিলে— 'মহাৰাজ, মই আপোনাৰ ৰাজ্যৰে সামান্য প্ৰজা। বহুদিন আপোনাৰ কৰ-কাটল দিব পৰা নাই। আজি এই কলকেইটাকে আনিছো। বৰ মিঠা। সকলোৱে একোটাকৈ খাওক।' তাৰ কথামতে ৰজা, ৰাণী আৰু ৰাজকুমাৰীয়ে কল খালে। লগে লগে তিনিওৰে মূৰত শিং গজিল। মূৰটো গধুৰ লগাত চুই দেখে শিং। ইটোৱে সিটোলৈ চায়, সিটোৱে ইটোলৈ চায়। কি কথা, কি বতৰা, সুধিবলৈকো কল দিওঁতা পলাল। ৰাজ্যত হুলস্থূল লাগিল। এইদৰে কেইদিনমান গ'ল।

এদিন ৰজাই ঢোল পিটাই শুনাই দিলে যে যিজনেই শিং খহাব পাৰিব,

তেওঁকে আধা ৰাজ্য দিব। এই খবৰ পাই পৱনে কানীয়া এটাক ৰজাৰ ওচৰলৈ পঠালে। সি ৰজাক দেখা কৰি ক'লে— 'মহাৰাজ, আমি এই দেশৰ নহয়। আমাৰ তাত এজন ভাল বেজ আছে। তেওঁ শিং খহাব পাৰে। মোক এই খবৰ দিবলৈ পঠাইছে।' ৰজাই ক'লে— 'কোন সেই উপকাৰী? অতি সোনকালে মাতি আনা।' কানীয়াই ক'লে— 'মহাৰাজ, এটা চৰ্ত আছে। ৰাজ্য দিলেই নহ'ব। ৰাজকুমাৰীক দিব লাগিব আৰু আপুনি হেনো কোনো এক ৰাজকুমাৰৰ পৰা এযোৰ চেণ্ডেল, এটা টুপী আৰু এপাট যাঠি কাঢ়ি লৈছিল। সেইখিনিও দিব লাগিব। তেতিয়াহে তেওঁ আহিব।' ৰজাই সকলো চৰ্ত মানি ল'বলৈ ৰাজী হ'ল। কাৰণ, মানুহৰ মূৰত শিং থকাটো কিমান অশোভনীয় কথা!

দিন-বাৰ মতে পৱন আৰু কানীয়াৰ দল আহিল। লগত সেই শিং সৰা পুখুৰীৰ পানী আনিছে। ৰজা, ৰাণী আৰু ৰাজকুমাৰীৰ মূৰলৈ পানী ছটিয়াই দিলে। লগে লগে তিনিওৰে মূৰৰ শিং খহি পৰিল। এতিয়হে সকলোৱে আনন্দ পালে। অলপ পিচত ৰাজকুমাৰীয়ে পৱনক চিনি পালে।

এইজন ৰজাৰ পুত্ৰ নাছিল। গতিকে পৱনলৈ কুমাৰীক বিয়া দি জোঁৱাই কৰিলে। কেইবছৰমানৰ পিচত ৰজা মৰিল আৰু পৱনকে ৰজা পাতিলে। এইদৰে ভাগ্যৰ বলত পৱন হ'ল জোঁৱাই আৰু এতিয়া জোঁৱাই হ'ল ৰজা।

# লোভেই মৃত্যুৰ কাৰণ

দুজন নলে-গলে লগা বন্ধু আছিল। আলোচনা কৰি দুয়ো এদিন বেপাৰলৈ বুলি ঘৰৰ পৰা ওলাল। দুয়ো নিজৰ সুবিধামতে বেপাৰ কৰিবলৈ ধৰিলে। এজনৰ যথেষ্ট লাভ হ'ল আৰু আনজনৰ নহ'ল। ইতিমধ্যে ঘৰলৈ ঘূৰাৰ সময় পালেহি। লাভ নোহোৱাজনৰ মনত দুখ আৰু চিন্তা। ঘৰলৈ গৈ সি কি বুলি ক'বগৈ! তাৰ লগৰ এটাই ইমান টকা ঘটিলে, তাৰ মুঠেই নাই। লগৰটোলৈ তাৰ ঈৰ্ষা হ'ল আৰু টকাখিনি হাত কৰিবলৈ বুধি পাঙিলে।

সময়ত দুই বন্ধু ঘৰলৈ বুলি ৰাওনা হ'ল। বাটতে দুয়োৱে খন্তেক জিৰালে। এই সুযোগতে লাভ নোহোৱাজনে তৰোৱাল উলিয়াই ইজনৰ বুকুত বহি ক'বলৈ ধৰিলে— 'টকাখিনি মোক দিয়া। নহ'লে তোমাক মই এতিয়াই মাৰিম।' লগৰজনে ক'লে— 'মোক মাৰিবা বাৰু। আপত্তি নাই। পিচে খন্তেক ৰ'বা। মই মোৰ মানুহজনীলৈ আমাৰ ফালে যোৱা ডাৱৰৰ আগত খবৰ এটা পঠাওঁ।'

'কি খবৰ পঠাবাহে?'

'তুমি মোক টকাৰ কাৰণে মাৰিলা বুলি!' —এইবুলি কওঁতেই তাৰ বুকুত তৰোৱাল বহুৱাই দিলে। বন্ধু ছট্‌ফটই মৰি থাকিল। সি সকলো সম্পত্তি আৰু সকলো টকা-পইচা হাত কৰিলে।

টকা লৈ আহি সি ঘৰ পালেহি। আহি পোৱাৰ খবৰটো ইজন বন্ধুৰ ঘৈণীয়েকে পালে। তাই ইয়াৰ ওচৰলৈ আহি তাইৰ স্বামীৰ নহাৰ কাৰণ সুধিলে। সি ক'লে যে দুয়ো একেলগে গৈ এঠাইত এৰা-এৰি হ'ল। বন্দবস্ত হ'ল যে যিজনেই আগতে আহে, তেৱেঁই সেই ঠাইতে আনজনৰ কাৰণে ৰ'ব। সি আহি সেই ঠাইতে বন্ধুৰ কাৰণে অপেক্ষা কৰিলে। আহি নোপোৱাত সি অকলেই আহিল। তেওঁ নিশ্চয় দুই-এদিনতে আহিব। চিন্তাৰ কাৰণ নাই বুলি সি তাইক আশ্বাস দিলে।

কোনো এক বাৰিষাৰ এদিন। আহি পোৱা বন্ধুজনে ঘৈণীয়েকৰ লগত বাহিৰত বহি ঠাণ্ডা বতাহ লগাইছে। আকাশৰ ডাৱৰবোৰে ইফালে-সিফালে ঘূৰা-ফুৰা কৰিছে। সি আকাশলৈ চাই মিচিক-মাচাক কৈ হাঁহি থকা দেখি ঘৈণীয়েকে

সুধিলে— 'হেৰি, আপুনি এনেকৈ কিয় হাঁহিছে?' সি উত্তৰ দিলে— 'এনেয়ে হাঁহিছো'। 'এনেয়ে হঁহা নাই। কিবা কাৰণ আছে, মোক কওক।' সি আকৌ ক'লে— 'আকাশৰ ডাৱৰবোৰ দেখি হাঁহি উঠিছে।' ঘৈণীয়েকে ক'লে— 'ডাৱৰ দেখিলেনো মানুহে হাঁহেনে?' সি নকয়। ঘৈণীয়েকে নেৰে। উপায় নাপাই সি ক'বলৈ আৰম্ভ কৰিলে। 'আজি মোৰ এটা কথা মনত পৰিছে। কথাটো কিন্তু অতি গোপনীয়। তোমাক আজি কওঁ বাৰু। কিন্তু সাৱধান, কাৰো আগত নোকোৱা যেন।' সি কৈ গ'ল— 'আমি দুজন বেপাৰৰ পৰা ঘূৰি আহোতে মই তেওঁক বাটতে হত্যা কৰিলোঁ আৰু তেওঁৰ সমস্ত উপাৰ্জন আত্মসাৎ কৰিলো। মৰিবৰ সময়ত তেওঁ ডাৱৰৰ জৰিয়তে ঘৈণীয়েকলৈ খবৰ পঠাবলৈ ইচ্ছা কৰিছিল। ডাৱৰবোৰ দেখি আজি মোৰ সেই বন্ধুলৈ মনত পৰিছে। বেচেৰাৰ হাড়তো ছাগে দুবৰি বন গজিলে। কথাটো কিন্তু গোপন দেই। আনক ক'লে বিপদ হ'ব।'

আৰু কিছুদিনৰ পিচত। গিৰিয়েক-ঘৈণীয়েকৰ মাজত ভীষণ কাজিয়া লাগিল। গিৰিয়েকে ঘৈণীয়েকক খুব মাৰিলে। তাই চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। ওচৰৰ মানুহ চাপ খাই আহিল। ঘৈণীয়েকে খঙৰ ভমকত গিৰিয়েকে টকাৰ লোভত বন্ধুক হত্যা কৰা কথা কৈ দিলে। বাঁৰীজনীয়েও শুনিলে। সকলোৱে লগ হৈ ৰজাক গোচৰ দিলেগৈ। বিশ্বাসঘাতকতাৰ কাৰণে ৰজাই বিচাৰ কৰি তাক মৃত্যুদণ্ড দিলে।

লোভেই তাৰ মৃত্যুৰ কাৰণ হ'ল।

# বুদ্ধিহে শক্তিশালী

এখন দেশত এজন ৰজা আছিল। তেওঁ নিঃসন্তান আছিল। এদিন তেওঁ মন্ত্রীসকলৰ সৈতে আম্রবনত ফুৰিবলৈ গ'ল। ঘূৰি ফুৰি ভাগৰ লগাত এজোপা গছৰ তলত বহি আটায়ে জিৰালে। গছজোপাত কেইবাটাও চৰাইৰ বাহ অছিল। কোনোটো বাহত কণী পাৰিলে, কোনোটোত চি-চিয়াই আছে আৰু কোনোটোতে উৰণীয়া পোৱালি আছে। চৰাইবোৰে আৰাও কৰি থকাত ৰজাৰ খং উঠিল। তেওঁ মন্ত্রী এজনক গছত উঠি চাবলৈ ক'লে। উঠি চাই এটা বাহত তিনিটা সুন্দৰ কণী পালে। ৰজাই কণীকেইটা আলফুলে আনিবলৈ ক'লে। আনিলে হয়, পিচে কি চৰাইৰ কণী কোনেও ধৰিব নোৱাৰিলে। কণীত চিন নাথাকে। ৰজাই ব্যাধ এটাক বিচাৰি আনিবলৈ ক'লে। ব্যাধৰ কামেই হ'ল চৰাই চিকাৰ। সি সকলো চৰাইৰ কণী চিনি পায়। ব্যাধ আহি ক'লে যে সেইকেইটা ফেঁচাৰ কণী। কণীকেইটা নষ্ট নকৰি সযতনে ৰাখিবলৈ ৰজাই হুকুম দিলে আৰু তিনিজন মন্ত্রীক একোটাকৈ দি সাৱধানে ৰাখিবলৈ ক'লে। মন্ত্রীকেইজনে কণীকেইটা আনি কপাহৰ মাজত উম দিলে। কাৰণ উম নিদিলে নাজাগে। নির্দিষ্ট সময়ত কণী ফুটি পোৱালি ওলাল। প্রথম আৰু দ্বিতীয়টোৰ পৰা মতা আৰু তৃতীয়টোৰ মাইকী পোৱালি হ'ল। এইকেইটাক ৰজাই সন্তান বুলি ভাবিবলৈ ধৰিলে। প্রজাসবে আলোচনা কৰিলে যে ৰজাৰ সন্তান নাই বাবে ফেঁচাৰ পোৱালিকেইটাকে সন্তান বুলি ভাবিছে। চৰাইৰ পোৱালি, তাতে ফেঁচানো ক'ৰবাত ৰাজসন্তান হ'ব পাৰেনে?

চাওঁতে চাওঁতে পোৱালিকেইটা ডাঙৰ হ'ল। ৰজাৰ নির্দেশত সিহঁতক বৰ মৰমেৰে খুৱাই-বুৱাই ৰাখিছে। পোৱালিকেইটাৰ বুদ্ধি পৰীক্ষা কৰিবলৈ ৰজাৰ ইচ্ছা হ'ল।

এদিন উৎসৱৰ আয়োজন কৰি প্রথম পোৱালিটোক মাতি আনি ৰজাই সুধিলে— 'মোক এটা প্রশ্নৰ উত্তৰ দিব পাৰিবানে?' পোৱালিটোৱেও পাৰিব বুলি ক'লে। ৰজাই সুধিলে— 'কোৱাচোন, পৃথিৱীত আটাইতকৈ শক্তিশালী

কি?’

প্ৰথম পোৱালি— ‘মহাৰাজ, বুদ্ধিয়েই আটাইতকৈ শক্তিশালী।’

ৰজা— ‘কেনেকৈ? মোক উদাহৰণ এটাৰে বুজাই দিয়া। পোৱালিটোৱে ক’বলৈ আৰম্ভ কৰিলে। এখন হাবিত এটা ডাঙৰ পুখুৰী আছিল। তাত সৰু-বৰ অনেক কাছ আছিল। সেই পুখুৰীত এটা সিংহই সদায় পানী খাবলৈ যায়। এদিন কাছ এটাৰ সৈতে সিংহৰ কথা হ’ল। সিংহই কাছক নিন্দা কৰি ক’লে— ‘তহঁত কাছবোৰৰ ঠেং চুটি, গাটো চেপেটা, সংসাৰত কি কাম কৰিবি?’ কাছই উত্তৰ দিলে— ‘কামতহে চিনিব পাৰি। মুখত ক’লেই হ’বনে?’ সিংহই আকৌ ক’লে— ‘তহঁতনো কি কাম কৰিব পাৰ?’ কাছই উত্তৰ দিলে— ‘কি কাম কৰি দেখুৱাব লাগে কোৱাচোন। এনেয়ে বলকি নাথাকিবা।’ কাছৰ কথাবোৰ শুনি সিংহৰো খং উঠিল। সি ক’লে— ‘আজিৰ পৰা সাদিনৰ মূৰত মই ইয়ালৈ আহিম আৰু এই পুখৰীতে জঁাপ মাৰিম আৰু তয়ো জঁাপ মাৰিবি। মোৰ জঁাপ যদি তোতকৈ দীঘল হয়, তেন্তে কঁাছ জাতিটো মোৰ তলতীয়া হৈ থাকিব লাগিব?’ কাছই সন্মতি জনালে। এতিয়া সাদিনৰ মূৰত কাছ আৰু সিংহৰ জঁাপ মৰা প্ৰতিযোগিতা হ’ব।

কাছটোৱে লগৰবোৰক কথাটো ক’লেহি। সকলো কাছ আচৰিত হ’ল। সিংহৰ লগত জঁাপ মাৰি জিকিব পাৰিবনে? সিহঁত এতিয়া সিংহৰ তলতীয়া হৈ থাকিব লাগিব। কাছটোৱে ক’লে— ‘বুদ্ধিৰে জিকিব লাগিব।’ সি বুদ্ধিটো সকলোকে শুনাই ক’লে যে যি ঠাইৰ পৰা জঁাপ মৰা আৰম্ভ হ’ব, সেই ঠাইত সি থাকিব আৰু তাৰ পৰা অলপ আঁতৰে আঁতৰে তাৰ সমান শকত কাছ শাৰী পাতি থাকিব। সিংহই জঁাপ আৰম্ভ কৰিলে সিও জঁাপ মৰা দেখুৱাব আৰু তাৰ লগে লগে বুৰ মাৰিব। সিংহই যি ঠাইত গৈ পৰিবগৈ তাৰ অলপ আগত থকা কাছটোৱে গা দেখা দিব আৰু আগ হোৱা বুলি ক’ব। তেতিয়া সিংহই পিচ পৰা বুলি ভাবিব। উভতি জঁাপ মাৰোঁতেও একেদৰেই কৰা হ’ব। কথা এনেদৰে ঠিক কৰা হ’ল। সাদিনৰ মূৰত সিংহ আহিল। জঁাপ মৰা আৰম্ভ হ’ল। কাছটোৱে শিকোৱামতে কাম কৰা হ’ল। সিংহই এবাৰ আগলৈ, এবাৰ উলটি জঁাপ মাৰিবলৈ ধৰিলে। অনেকবাৰ জঁাপ মাৰিও সি জিকিব নোৱাৰিলে। শেষত বুক ফাটি তেজ বতিয়াই সি মৰিয়ে থাকিল। কাছই বুদ্ধিৰ বলত জয়ী হ’ল। গতিকে মহাৰাজ, বুদ্ধিহে আটাইতকৈ শক্তিশালী।’ প্ৰথম

পোৱালিৰ উদাহৰণত ৰজা সন্তুষ্ট হ'ল।

আন এদিন উৎসৱ পাতি দ্বিতীয় পোৱালিটোক মাতি সুধিলে— 'সবাতোকৈ শক্তিশালী কি বস্তু?' পোৱালিটোৱে উত্তৰ দিলে— 'বুদ্ধিয়েই আটাইতকৈ শক্তিশালী।' ৰজাই এইবাৰো উদাহৰেণেৰে বুজাই দিবলৈ ক'লে।

দ্বিতীয় পোৱালিয়ে ক'বলৈ ধৰিলে— 'এটা টুনী চৰাই আছিল। হাতীলুঙৰ (হাতী অহা-যোৱা কৰা ঠেক বাট) কাষৰে গছ এজোপাত তাৰ বাহটো। বাহত দুটা কণী আছে। হাতী এটা সেইফালেই অহা-যোৱা কৰে। এদিন সি হাতীটোক ক'লে— 'হস্তী মহাৰাজ, আপুনি অলপ আঁতৰি যাওকচোন। এই বাহতে মোৰ কণী দুটা আছে। কেনেবাকৈ নষ্ট হ'ব।' হাতীয়ে কিন্তু টুনীৰ অনুৰোধ ৰক্ষা নকৰিলে। হাতী পৃথিৱীৰ ভিতৰতে বৃহৎ জন্তু। টুনী এটা সামান্য চৰাই। সিনো চৰাইটোলৈ কিয় ভয় কৰিব? হাতী সেই বাটেৰেই গ'ল। ফলত টুনীৰ কণী দুটা নষ্ট হ'ল। টুনীটোৱে বৰ বেজাৰ পালে। হাতীৰ কাৰণে তাৰ পোৱালি যেনে, তাইৰ কাৰণে তাইৰ পোৱালিকেইটাও তেনে। হাতী ডাঙৰ হ'ল বুলিয়েই অৱজ্ঞা কৰিব লাগেনে? এইদৰে সি ভাবি-গুণি আছে।

টোকোৰা চৰাই টুনীৰ বন্ধু। মনৰ দুখ প্ৰকাশ কৰি বন্ধুক কথাখিনি ক'লৈগৈ আৰু প্ৰতিশোধ লোৱাৰ বাবে পৰামৰ্শ বিচাৰিলে। টোকোৰাই তাক সহি থাকিবলৈ ক'লে আৰু সময়ত ফল পাব বুলি জনালে।

ভেনা মাখি টোকোৰাৰ বন্ধু। মাখিক টোকোৰাই এটা উপকাৰ কৰি দিব লাগে ক'লে। মাখি সন্মত হল। সেইমতে টোকোৰাই হাতীটোৰ চকু দুটাত খুঁটি ঘাঁ লগাব আৰু ভেনামাখিয়ে সেই ঘাঁত কণী পাৰিব। কণীৰ পৰা পোক হ'ব। পোকে হাতীৰ চকু দুটা খাব আৰু তেতিয়া হাতীটো কণা হ'ব। যেনে কথা তেনে কাম। টোকোৰাই খুঁটিলে, মাখিয়ে কণী পাৰিলে, কণীৰ পৰা পোক হ'ল, পোকে চকু খালে। ফলত হাতী কণা হ'ল। সি খাল-বাম একো নেদেখে।

আন এদিন টোকোৰাই ভেকুলী সখিৰ ওচৰ পালেগৈ। এটা দ খালত টোৰ-টোৰাই মাতিবলৈ অনুৰোধ কৰিলে। তেতিয়া কণা হাতীটো সেইফালে ভেকুলীৰ মাত শুনি পানী আছে বুলি ভাবিব আৰু পানী খাবলৈ যাওঁতেই খালত পৰি মৰিব। ভেকুলী সন্মত হ'ল। সেইমতে কাম কৰাত হাতী গৈ

খালত পৰি মৰিল। গতিকে মহাৰাজ, সামান্য টুনী চৰাই এটাই বুদ্ধিৰ বলত প্ৰকাণ্ড হাতীটোক কেনেকৈ মাৰিলে চাওক। গতিকে বুদ্ধিয়েই আটাইতকৈ শক্তিশালী, নহয়নে? দ্বিতীয় পোৱালিটোৰ উদাহৰণত ৰজা সন্তুষ্ট হ'ল।

ৰজাই আন এবাৰ উৎসৱ পাতি তৃতীয় পোৱালিটোক কাষলৈ মাতি আনি সেই একেই প্ৰশ্ন কৰিলে— 'সকলোতকৈ কি শক্তিশালী?' তায়ো টপৰাই উত্তৰ দিলে— 'বুদ্ধি শক্তিশালী।' ৰজাই এইবাৰো উদাহৰণ দি বুজাবলৈ ক'লে। তাই ক'বলৈ ধৰিলে।

এসময়ত এখন দেশত বিক্ৰম নামৰ এজন পৰাক্ৰমী ৰজা আছিল। ৰজাজন যুদ্ধত বৰ পাকৈত। কিন্তু আজিলৈকে তেওঁৰ সমকক্ষ বীৰ পোৱা নাই। এতিয়া তেওঁক এজন সমযোদ্ধা লাগে। অন্যথা তেওঁৰ অসীম বল-বিক্ৰম অথলে যায়। ৰজাই দিনে-ৰাতিয়েই যুদ্ধ এখনৰ কামনা কৰিবলৈ ধৰিলে। ৰজাৰ এই অৱস্থাত মন্ত্ৰীসকলৰো চিন্তা হ'ল।

বিক্ৰম ৰজাৰ তিনিজনী জীয়েক আছিল। এদিন মন্ত্ৰীয়ে ৰজাক ক'লে— 'মহাৰাজ, যুদ্ধ আপোনাৰ ঘৰতে আছে।' ৰজাই সুধিলে— 'ক'ত আছে?' মন্ত্ৰীয়ে ক'লে— 'আপোনাৰ তিনিওজনী ছোৱালীক কাপোৰ-কানি পিন্ধাই ঘোঁৰাত তুলি দেশে-বিদেশে পঠিয়াই দিয়ক। যেয়ে ঘোঁৰা ধৰে, তেৱেঁই আপোনাৰ প্ৰতিযোদ্ধা।'

মন্ত্ৰীৰ দিহামতে ৰজাই কাম আৰম্ভ কৰিলে। তিনিওজনীক ঘোঁৰাত তুলি লগত পালি-প্ৰহৰী দি ঘূৰিবলৈ ক'লে। কিন্তু কোনেও ঘোঁৰা ধৰিবলৈ সাহ নকৰে; বৰং সিহঁতক দেখিলে দুৱাৰ মাৰি ভিতৰহে সোমায়। ৰজা বিক্ৰমৰ লগত যুদ্ধ কৰিবলৈ কাৰ সাহ!

ঘোঁৰা গৈ গৈ এখন সৰু দেশত উপস্থিত হ'লগৈ। সেই দেশৰ মন্ত্ৰীজন বৰ বুধিয়ক। তেওঁ ৰজাক ঘোঁৰা ধৰিবলৈ পৰামৰ্শ দিলে আৰু ছোৱালী তিনিজনীক ৰাণী কৰি ৰাখিবলৈ ক'লে। ৰজাই ভয়তে 'এই কাম কৰিলে মৰিব লাগিব' বুলি ক'লে। বলে নোৱৰা শিলক পৰি নমস্কাৰ কৰিব লাগে। মন্ত্ৰীয়ে বোলে— 'ভয় নকৰিব মহাৰাজ। ছোৱালী ৰাখক, যি কৰিব লাগে মই কৰিম। কোনো চিন্তা নকৰিব।' মন্ত্ৰীৰ কথামতে ৰজাই ঘোঁৰা ধৰিলে আৰু ছোৱালীহঁতক ৰাণী কৰি ৰাখিলে। ইফালে ঘোঁৰাৰ লগত যোৱা প্ৰহৰীবোৰে ৰজা বিক্ৰমক এই খবৰ দিলেগৈ। ৰজা বিক্ৰম যুদ্ধৰ কাৰণে

সাজু হ'ল। ইমান দিনৰ মূৰত যুদ্ধ এখন পোৱাত তেওঁৰ মনত আনন্দ। বিক্ৰমে গৈ সৰু দেশত শিবিৰ পাতিলেগৈ আৰু যুদ্ধৰ বাবে প্ৰত্যাহ্বান জনালে। যুদ্ধ তেতিয়াও আৰম্ভ হোৱা নাই।

মাজতে এদিন বিক্ৰম মৃগয়ালৈ গ'ল। গৈ এখন ডাঙৰ হাবি পালে। হাবিৰ মাজতে এজন মুনিক লগ পালে। বিক্ৰমে মুনিক সুধিলে— 'হে মুনিবৰ, হ'ব লগা যুদ্ধত কোনে জিকিব কওক।' মুনিয়ে ক'লে— 'মই এতিয়া ক'ব নোৱাৰো। সাদিনৰ মূৰে মূৰে ইন্দ্ৰ দেৱতা ইয়ালৈ আহে আৰু মোৰ সৈতে কথা পাতে। তেতিয়া সুধি থ'ব পাৰো।' ৰজাই হ'ব বুলি কৈ সাত দিন অপেক্ষা কৰিলে। সাদিনৰ মূৰত ইন্দ্ৰ আহিল আৰু মুনিয়ে কোন জিকিব বুলি সুধিলে। ইন্দ্ৰই ক'লে যে বিক্ৰমৰে জয় হ'ব। কেনেকৈ জিকিব বুলি সোধাত ক'লে যে যেতিয়া দুয়ো পক্ষৰ সেনা যুদ্ধত অৱতীৰ্ণ হ'ব, তেতিয়া বিক্ৰমৰ কুলদেৱতাজনৰ বগা গৰু এটা আৰু সৰু ৰজাজনৰ দেৱতা ক'লা গৰু এটাহে যুদ্ধক্ষেত্ৰত খেদা-খেদি কৰিব। বগা গৰুটোৰ ভয়ত ক'লা গৰুটো পলাব। সৰু ৰজাৰ অমংগল আৰু হৰাৰ প্ৰমাণ।

সাদিনৰ মূৰত বিক্ৰম মুনিৰ ওচৰলৈ গ'ল আৰু ইন্দ্ৰৰ মতামত সুধিলে। মুনিয়ে ইন্দ্ৰই কোৱাৰ দৰেই তেৱেঁই জিকিব বুলি ক'লে।

এই কথা সকলোতে বিয়পি পৰিল। সকলোৱে জানিলে যে বিক্ৰমৰ জয় হ'ব। বুধিয়ক মন্ত্ৰীয়ে কথাটো শুনিলে। মন্ত্ৰীয়ে ভাবি পালে যে মুনিৰ পৰাই এই কথা ওলাইছে। গতিকে তেওঁ মুনিৰ ওচৰ পালেগৈ। মুনি আৰু বুধিয়ক মন্ত্ৰীৰ মাজত আলোচনা হ'ল। মুনিয়ে মন্ত্ৰীক জিকাৰ এটা উপায় দিলে।

সেইমতে বুধিয়ক মন্ত্ৰীয়ে সৈন্যসকলক সুধিলে যে ৰজাৰ বাবে কিমানে প্ৰথমে প্ৰাণ দিব পাৰিব? এহেজাৰজন এনে সৈন্য ওলাল। মন্ত্ৰীয়ে এইসকলক লৈ পাহাৰত উঠিলগৈ আৰু শিখৰৰ পৰা সকলোকে জাঁপ মাৰিবলৈ ক'লে। আটায়ে জাঁপ মাৰিব খোজোঁতে মন্ত্ৰীয়ে মানা কৰি ক'লে যে তেওঁ সিহঁতৰ সাহ পৰীক্ষা কৰিলে। তাৰ পিচত মন্ত্ৰীয়ে সৈন্যসকলক ক'লে যে যেতিয়া ৰজাই-ৰজাই, মন্ত্ৰী-মন্ত্ৰীয়ে আৰু সেনাই-সেনাই যুদ্ধত ব্যস্ত হৈ থাকিব, তেতিয়া বিপৰীত পক্ষৰ পৰা বগা গৰু এটা ওলাব আৰু আমাৰ পক্ষৰ ক'লা গৰুটোক খেদিবলৈ চাব। সেই সময়তে তোমালোকে বগা

গৰুটোক আক্ৰমণ কৰি পলাবলৈ বাধ্য কৰিবা। এইখিনি কৰিব পাৰিলেই আমাৰ জয় হ'ব।

যুদ্ধৰ দিন পৰিল আৰু যুদ্ধ আৰম্ভ হ'ল। বিপক্ষ দলৰ বগা গৰু ওলাল। সি ফোঁচ ফোঁচাই শিং জোকাৰি ক'লা গৰুক খেদি গ'ল। এহেজাৰজন সৈন্যই তেতিয়া তাক আক্ৰমণ কৰাত সি ভয়ত পলাল। এনে ঘটনা দেখি বিক্ৰমৰ সৈন্যবোৰে ভাবিলে যে সিহঁত হাৰিবই। ৰজাই মিছা কথা কৈ সিহঁতক মাৰিবলৈহে আনিছে। গতিকে সিহঁতো পলাল।

বুধিয়ক মন্ত্ৰীৰ বুদ্ধিৰ বলত সৰু ৰজাজনৰে জয় হ'ল। ৰজা বিক্ৰম পৰাজিত হৈ নিজ দেশলৈ ঘূৰিল। গৈয়েই মন্ত্ৰীৰ সৈতে আলোচনা কৰি সৰু ৰজাজনক জনালে যে তিনিজনী ছোৱালী ৰখাৰ বাবদ বিশ হেজাৰ টকা দিব লাগে। কটকীয়ে আনি ৰজাক এই চিঠি দিলেহি। বুধিয়ক মন্ত্ৰীক মতাই আনি চিঠি দেখুৱালে। মন্ত্ৰীয়ে এইবাৰো বুধি উলিয়াই বিক্ৰমলৈ এখন চিঠি লিখিলে। চিঠিৰ সাৰ হ'ল যে তিনিজনী ছোৱালীৰ মূল্য দিয়া হ'ব। তাৰ আগতে তিনিওজনীৰ নামত দিব লগা চল্লিশ হেজাৰ টকাৰ যৌতুক দি পঠাওক নতুবা পুনৰ যুদ্ধৰ বাবে সাজু হওক।

এবাৰ যুদ্ধত হাৰি পুনৰ যুদ্ধ কৰাৰ সাহস বিক্ৰমৰ নহ'ল। যুদ্ধৰ ভয়ত দিব লগা যৌতুকখিনি দি মিতিৰ পাতিলে। ইয়াকে কয় 'বুদ্ধি যাৰ বল তাৰ'।

গতিকে বুদ্ধিহে আটাইতকৈ শক্তিশালী। ৰজা এইবাৰো সন্তুষ্ট হ'ল।

# ধৰ্ম বিচাৰ

এজন চক্ৰৱৰ্তী ৰজা আছিল। তেওঁ বুঢ়া হ'ল। একেটি ল'ৰা, নাম তাৰ ৰাহী। সিও তেনেই সৰু। ৰজাই চিন্তা কৰিলে যে তেওঁ বুঢ়া হৈ আহিল আৰু হয়তো বেছিদিন জীয়াই নাথাকিব। গতিকে সৰু হ'লেও ৰাহীকে ৰাজ্যভাৰ দিয়া ভাল। সেইমতে মন্ত্ৰীৰ সৈতে আলোচনা কৰি যথা-নিয়মেৰে ৰাহীক সিংহাসনত বহুৱালে।

ৰাহীয়ে চিন্তা কৰিলে যে সি তেনেই সৰু হৈ আছে। ৰাজ্য চলোৱাৰ বয়স এতিয়াও হোৱা নাই। সিংহাসনত এনেয়ে বহিলে ৰাজ্য নচলে। এই ভাবি অভিজ্ঞতা সংগ্ৰহৰ কাৰণে সি এদিন ভেশচন ধৰি বাপেকে ক'ব নোৱৰাকৈ ঘৰৰ পৰা ওলাল।

সি গৈ গৈ এখন দেশ পালেগৈ। এই দেশো তাৰে তলতীয়া। এই ৰজাজনৰ অনেক দোকান-পোহাৰ আছে। ৰাহী গৈ এখন দোকানত সোমাই কল দৰালে। দাম বেছি কাৰণে নিকিনি ওলাই আহিল। দোকানৰ পৰা ওলাই আহোতে দূৰৰ পৰা সেই দেশৰ ৰজাই তাৰ গাত ৰাজলক্ষণ দেখিলে। মন্ত্ৰীৰ হতুৱাই তাক মতাই আনিলে। তালৈ ৰজাৰ বৰ মৰম উপজিল, সি তালৈ অহাৰ কাৰণ সোধাত ক'লে যে সি ইয়াৰে ল'ৰা, দোকানলৈ আহিছিল। মন্ত্ৰীৰ লগত পৰামৰ্শ কৰি তাক ৰজাৰ ঘৰতে কেইদিনমান ৰাখিলে।

এইদৰে কিছুদিন গ'ল। তাৰ পিচত এদিন মন্ত্ৰীয়ে ল'ৰাটো এনেয়ে থকাতকৈ দুই-এটা সৰু সৰু কাম দিয়াৰ কথা ক'লে। ৰজায়ো শলাগি তেওঁৰ দোকানী-পোহাৰীবোৰক চাহ-তামোল দিয়াৰ কামকে দিলে। ৰাহীয়ে এই কাম বৰ পৰিপাটিকৈ কৰিলে। তাৰ কামত আটায়ে ভাল পালে। স্বভাৱ-চৰিত্ৰও ভাল আৰু বৰ মৰম লগা। এদিন মন্ত্ৰীয়ে ৰাহীক অধিক দায়িত্বপূৰ্ণ কাম দিব পাৰি বুলি জনালে। ইতিমধ্যে ডাঙৰো হৈছে। আলোচনা কৰি গুদামৰ দায়িত্ব দিলে। সি গুদামৰ দায়িত্ব লোৱা দেখি ৰজাৰ আগৰ কৰ্মচাৰীবোৰৰ ঈৰ্ষা হ'ল। সি কালি আহিয়ে ইমান ভাল কাম পালে। গতিকে বাকীবোৰে তাক হিংসা কৰিবলৈ

ধৰিলে। সিহঁতে গুদামৰ বস্তু চুৰ কৰিবলৈ ধৰিলে। কিছুদিনৰ পিচত গুদাম উদং হ'ল। ৰজাই বিচাৰ কৰিলে। ৰাহীক সোধাত ক'লে যে কি চুৰ কৰা নাই যদিও আইনমতে সিয়েই জগৰীয়া। গতিকে সি শাস্তি পাবৰ যোগ্য। ফাটেকেই এই দোষৰ শাস্তি। সি ৰজাক শাস্তি দিবলৈ ক'লে। ৰজা আৰু মন্ত্ৰীৰ তাক শাস্তি দিবৰ ইচ্ছা নাছিল। কিন্তু সে নেৰে। তাৰ কথা হ'ল, দোষ কৰিলে শাস্তি পাব লাগে। উপায় নাপাই তাক ফাটেকত ভৰাই থোৱা হ'ল।

সেই ৰজাৰ এজনী গাভৰু জীয়েক আছিল। ৰজাই তাইৰ স্বয়ম্বৰ পাতিছে। এই উৎসৱলৈ কয়দীসকলকো এদিনৰ কাৰণে মুকলি কৰি দিয়া হ'ল। ৰাহী ফাটেকৰ পৰা আহি ৰভাঘৰৰ এচুকত বহি আছে। ৰাজকুমাৰীয়ে হাতত মালা লৈ মন পছন্দৰ পতি চাইছে। চাই চাই ৰাহীৰ ডিঙিতে মালা পিন্ধাই দিলে। সি আপত্তি কৰি ক'লে যে সি এটা কয়দী। তাক বৰণ কৰিলে চিৰদিন কান্দিব লাগিব। কিন্তু কুমাৰীয়ে নামানে। অৱশেষত ৰাহীৰ লগতে কুমাৰীৰ বিয়া হ'ল।

সেই সময়তে ধৰ্ম, কৰ্ম, লক্ষ্মী আৰু সৰস্বতীৰ মাজত বিবাদ আৰম্ভ হ'ল। প্ৰত্যেকেই নিজক ডাঙৰ বুলি ক'ব খোজে। এই কাজিয়া ইন্দ্ৰাদি দেৱতাসকলেও ভাঙিব নোৱাৰিলে। শেষত এইজন ৰজাৰ ওচৰলৈ আহিল। ৰজায়ো অপাৰগ বুলি জনালে। কিন্তু দেৱতাকেইজনে নেৰে। কিবা এটা মীমাংসা কৰি দিবই লাগে। সাদিনৰ মূৰত ৰায় ল'বলৈ তেওঁলোক আহিব বুলি ক'লে। ৰজাক এইবুলিও সাৱধান কৰি দিয়া হ'ল যে যদি একো নকৰে, তেন্তে তেওঁৰ আৰু তেওঁৰ দেশৰ বিপদ হ'ব।

ৰজা এতিয়া বিমোৰত পৰিল। ৰায় দিয়াও টান আৰু নিদিলেও বিপদ। এইবোৰ চিন্তা-ভাবনা কৰি ৰজাই কান্দিবলৈ ধৰিলে। ৰাজকুমাৰীয়ে কথাটো গম পালে। তায়ো কান্দি কান্দি ফাটেকত থকা স্বামী ৰাহীৰ ওচৰলৈ গ'ল। তাইক কান্দি যোৱা দেখি সি ক'লে— 'মই আগেয়ে কৈছিলো নহয়, তুমি মোৰ কাৰণে কান্দিব লাগিব বুলি।' কুমাৰীয়ে ক'লে— 'মই আপোনাৰ কাৰণে কন্দা নাই, অন্য এক কাৰণতহে কান্দিছো।' তেতিয়া তাই সম্ভাব্য বিপদৰ কথা বিৱৰি ক'লে।

ৰাহীয়ে কথাটো শুনি চিন্তা নকৰিবলৈ ক'লে। সি ইয়াৰ মীমাংসা কৰিব পাৰিব। কেৱল বিচাৰৰ দিনা তাক ফাটেকৰ পৰা নি ৰাজপোছাক পিন্ধাই সিংহাসনত বহুৱাব। তাই বাপেকক আহি কথাটো ক'লেহি যে জোঁৱায়েকে

বিচাৰ কৰিব। সেইমতেই কৰা হ'ল। বিচাৰৰ দিনা ৰাহীক ফাটেকৰ পৰা আনি গা-পা ধুৱাই, খুৱাই-বুৱাই, ৰাজপোছাক পিন্ধাই সিংহাসনত বহুৱালে। এতিয়া সি ৰজা। সভা বহিল। এনে সময়তে দেৱতা চাৰিজন আহিল। তাক সিংহাসনত দেখি তেওঁলোক অবাক হ'ল। সি মাত লগালে— 'আজিৰ কাৰণে ময়েই ৰজা। মই আপোনালোকৰ বিবাদ মীমাংসা কৰিম।'

সকলো বহিল। ৰাহী ৰজাই দেৱতা চাৰিজনৰ বিবাদৰ কাৰণ শুনিলে। তাৰ পিচত সি চাৰিজনক বেলেগে বেলেগে থাকিবলৈ দিলে।

বিচাৰৰ সময় ঘোষণা কৰা হ'ল। ৰজাই প্ৰথমে ধৰ্মক মতাই ক'লে— 'আপোনাৰ পৰা মই এটা কথা জানিব খোজোঁ। মই আছিলো চক্ৰৱৰ্তী ৰজাৰ পুত্ৰ। কি কাৰণে আজি এই তলতীয়া ৰজাৰ ফাটেকত এনেদৰে দিন কটাব লগা হৈছে, কওকচোন।'

ধৰ্ম ঃ এই কথা মই ক'ব নোৱাৰিম।

ৰজা ঃ কোনে পাৰিব?

ধৰ্ম ঃ কৰ্মই। কাৰণ ইয়াৰ লগত কৰ্ম জড়িত।

ৰজা ঃ ঠিক আছে। এই কথাটো আপুনি এই কাগজখনত লিখি দিয়ক।

ধৰ্মই সেইমতে লিখি দিলে। তেওঁক বিদায় দি লক্ষ্মীক মাতিলে। আহিল। আগৰ দৰেই প্ৰশ্ন সুধিলে। লক্ষ্মীয়েও ক'লে যে এই কথা কৰ্মইহে ক'ব পাৰিব, তেওঁৰ হতুৱায়ো তাকে লিখাই ল'লে।

সেইদৰে সৰস্বতীৰ হতুৱায়ো লিখাই ল'লে। শেষত চাৰিওজনকে একেলগে মতালে। দেৱতাকেইজনে ক'লে— 'আপুনি দেখোন আমাৰ বিচাৰ নকৰিলেই। আমাক ৰায় দিয়ক।'

ৰজা ঃ বিচাৰ হ'ল। সিদ্ধান্তও হ'ল।

দেৱতা ঃ কেনেকৈ?

ৰজা ঃ ৰায় আপোনালোকেই দি থৈছে।

এইবুলি ৰজাই ধৰ্ম, লক্ষ্মী আৰু সৰস্বতীয়ে লিখি দিয়া কাগজকেইখন উলিয়াই দি ক'লে— 'কৰ্ম ডাঙৰ। এয়া আপোনালোকৰ সিদ্ধান্ত।'

# সতীত্বৰ শক্তি

এখন বিদ্যালয়ত কিছুমান ছাত্র-ছাত্রীয়ে শিক্ষা গ্রহণ কৰিছিল। বিদ্যালয়খন এটা চাংঘৰত আছিল। চাঙৰ ওপৰত বহি পাঠ লিখি থাকোঁতে ছাত্রী এজনীৰ পেঞ্চিলডাল তললৈ সৰি পৰিল। সেই সময়ত এজন ছাত্র তলত থিয় হৈ আছিল। দুয়ো কথা পাতিব ধৰিলে—

ঃ হেৰা, মোৰ পেঞ্চিলডাল তুলি দিয়াচোন।

ঃ নোৱাৰোঁ। তুমি নিজে আহি নিয়াহি।

ঃ দিয়াহে, লিখিব লাগে।

ঃ তুমি যদি মোৰ লগত বিয়া হ'ম বুলি কোৱা, তেতিয়া দিম।

ঃ তুমি চুপতিখন কৰাহে। সোনকালে দিয়া।

ঃ বিয়া হ'ম বুলি কোৱা।

ঃ বাৰু হ'ব। দিয়া এতিয়া।

তেতিয়া ছাত্রজনে পেঞ্চিলডাল তুলি দিলে।

শিক্ষা শেষ কৰি সকলো ঘৰা-ঘৰি গ'ল। কেইবছৰমানৰ পিচত ছাত্রজনৰ আন এজনী ছোৱালীৰ লগত বিয়া হৈ গ'ল। ছাত্রীজনৰো বিয়াৰ বয়স হ'ল। আন এজন ল'ৰাৰ লগত তাইৰো বিয়া হ'ল। বিয়াৰ পিচতে তাই স্বামীক ক'লে— 'মোক আপোনালৈ বিয়া দিছে যেতিয়া আপুনিয়েই মোৰ স্বামী। কিন্তু এটা কথা। বৰ্তমান আপুনি মোৰ গাত হাত নিদিব।' দৰাই ক'লে— 'কিয়, তুমি মোৰ বিবাহিতা পত্নী। তোমাৰ ওপৰত মোৰ সম্পূৰ্ণ অধিকাৰ আছে'। তাই বেয়া নোপোৱাকৈয়ে বুজনি দিলে— 'মোৰ এটা ব্ৰত আছে। পঢ়ি থাকোঁতে এজন সহপাঠীয়ে মোক বিয়া কৰাব বুলি কৈছিল। ময়ো সন্মতি দিছিলো। এতিয়া তেওঁৰ পৰা মই মুক্ত হৈ আহিব লাগিব। মোক দুদিনৰ সময় দিয়ক।' ল'ৰা সন্মত হ'ল আৰু খাটাং হৈ আহিবলৈ তাইক পঠালে। টালি-টোপোলা বান্ধি তাই সহপাঠীৰ ঘৰলৈ যাত্ৰা কৰিলে। গৈ থাকোঁতে বাটত এটা সৰু ৰাক্ষসে তাইক আগভেটি ধৰি ক'লে— 'ক'লৈ যাব? মই তোক খাওঁ।' তাই বিনম্ৰভাৱে

ক'লে— 'খাবা বাৰু, পিচে এটা কথা। আজি মোৰ ব্ৰত ভংগৰ কথা আছে। মোক যাবলৈ দিয়া। কাইলৈ এইফালেই ঘূৰি আহিম। তেতিয়া খাবা।' ৰাক্ষসে তাইক এৰি দিলে। অলপ দূৰ গৈ এমখা ডকাইত পালে। সিহঁতে তাইক বাট দেখুৱাই ক'লে— 'তোৰ টালি-টোপোলাবোৰ দে, নহ'লে তোক মাৰিম।' তাই নম্ৰভাৱে ক'লে— 'মাৰিবা বাৰু। আগতে মোৰ ব্ৰত ভংগ কৰিবলৈ দিয়া। কাইলৈ যেতিয়া এইফালেই ঘূৰি আহিম, তেতিয়া মাৰিবা বাৰু।' ডকাইতহঁতেও তাইক এৰি দিলে।

তাই গৈ হৈ পুৰণি সহপাঠীৰ ঘৰ ওলালগৈ। সি তাইৰ কথা পাহৰিছিলেই। বিয়া-বাৰু কৰাই সংসাৰ কৰি আছে। তাই চিনি পাই ক'লে— 'তুমিয়ে-ময়ে পঢ়ি থাকোঁতে তুমি মোৰ কাঠপেঞ্চিলডাল তুলি দিছিলা আৰু মোক বিয়া কৰাম বুলি কৈছিলা। এতিয়া মোক এজনীলৈ বিয়া দিলে। তুমি মুক্ত কৰি দিলেহে তেওঁৰ লগত সংসাৰ কৰিব পাৰোঁ।' তেতিয়াহে সহপাঠীৰ মনত পৰিল। সি ক'লে যে সেয়া ধেমালিত কোৱা কথাহে। সেই কথা সি তেতিয়াই পাহৰিলে। গতিকে তাই মুক্ত। তাইৰ একাগ্ৰতা আৰু পবিত্ৰতাত সি মুগ্ধ হ'ল। তাইক কিছু বস্তু আৰু উপহাৰ দি বিদায় দিলে। তায়ো তাক সেৱা কৰি বিদায় ল'লে।

ঘূৰি আহোতে ডকাইতৰ দলটোক মাতি ক'লে— 'তোমালোকে মোৰ বস্তুবোৰ লোৱা। মই ব্ৰত ভংগ কৰি আহিছো। কালি কৈ গৈছিলো কাৰণে মাত দিলো।' ডকাইতহঁত আচৰিত হ'ল। সিহঁতে ভাবিলে — এইজনী কেনেকুৱা ছোৱালী? মানুহে ডকাইত দেখিলেই পলায়, এই আকৌ গা পাতি দিছেহি। এই সামান্য তিৰোতা নহয়, মহাসতী নিশ্চয়। এইক অপকাৰ কৰিলে সৰ্বনাশ হ'ব। সিহঁতে তাইক এৰি দিলে আৰু কিছু বস্তু উপহাৰ দিলে। তাই আহি ৰাক্ষসটোৰ সন্মুখ পালেহি আৰু তাইক খাবলৈ ক'লে। সিও আচৰিত হ'ল। খাবলৈ গা পাতি দিওঁতা এইজনী নিশ্চয় মহাসতী হ'ব। এইক মাৰিলে সিহে মৰিব। গতিকে তাইক অনেক বস্তু উপহাৰ দিলে।

এইদৰে সতীত্বৰ শক্তিৰ বলত সকলো বাধা অতিক্ৰম কৰি, সকলোৰে পৰা প্ৰশংসা আৰু উপহাৰ লৈ তাই বিবাহিত স্বামীৰ কাষলৈ আহিল। বস্তুবোৰ দেখি ক'ৰ পৰা অনা বুলি সোধাত তাই সকলো বিৱৰি ক'লে। তাৰ পিচত দুয়ো সুখেৰে গৃহবাস কৰিলে।

# মইনা চৰাইৰ মাত

দুজন সদাগৰ আছিল। এজন ভগৱান বিশ্বাসী আৰু আনজন ঘৰ-দেৱতা বিশ্বাসী। দেৱতা বিশ্বাসীজনৰ এজনী জীয়েক আৰু ইজনৰ এজন ল'ৰা আছিল। দুয়োৰে বিয়াৰ সময় হ'ল। ল'ৰাৰ নাম ক্ষেমেন্দ্ৰ। ক্ষেমেন্দ্ৰৰ বাপেকে কটকী পঠিয়াই ছোৱালী খুজিলে। ছোৱালীৰ বাপেকে জনালে যে যে ঘৰ-দেৱতাক নোসোধাকৈ ছোৱালী নিদিয়ে। প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাত ক্ষেমেন্দ্ৰৰ বাপেকে বেজাৰ পালে। ক্ষেমেন্দ্ৰয়ো লাজতে ভাত-পানী খাবলৈ এৰিলে। সদায় মন মাৰি থাকে।

ক্ষেমেন্দ্ৰৰ ঘৰত এটা মইনা চৰাই আছিল। সি ক্ষেমেন্দ্ৰক মন মাৰি থকা দেখি সুধিলে। সিও ক'লে যে চৰায়ে মানুহৰ দুখ কি বুজিব? মইনাই বোলে— 'কোৱাচোন বাৰু, কিজানি কিবা সহায় কৰিব পাৰোৱেই।' ক্ষেমেন্দ্ৰই তেতিয়া ছোৱালী নিদিয়াৰ কথাটো ক'লে। কথা শুনি মইনাই বোলে 'ইয়াৰ ব্যৱস্থা মই কৰিম। 'আকৌ এদিন কটকী পঠাওক।' ই ক'লে যে এইবাৰ পঠালেও আগৰ দৰেই নাকচ কৰিব। গতিকে পঠাই লাভ কি? মইনাই বুধি দিলে যে এইবাৰ কটকীয়ে ছোৱালী খোজোঁতে বাপেকে আগৰ দৰে ক'ব আৰু তেতিয়া ঘৰ-দেৱতাক সুধি চাবলৈ ক'ব। মইনাৰ কথামতে পুনৰ কটকী পঠোৱা হ'ল। কটকীয়ে ছোৱালীক প্ৰস্তাৱ দিলে। বাপেক সদাগৰে আগৰ দৰেই ঘৰ-দেৱতাক সুধি চাব লাগিব বুলি কওঁতে কটকীয়ে বোলে— 'ঘৰ-দেৱতাক সুধি চাওঁ বাৰু'। তেতিয়া ছোৱালীৰ বাপেকে তামোল পাণ দি ঘৰ-দেৱতাক সুধিলে— 'মোৰ ছোৱালী ক্ষেমেন্দ্ৰলৈ দিমনে?' ঘৰৰ চুকত পৰি থকা মইনাই মাত দিলে 'দিয়ক, দিয়ক।' তেতিয়া কটকীয়ে টপৰাই মাতিলে বোলে 'সেয়া দেখোন দিবলৈ কৈছে।' তাৰ পিচত নিয়মমতে ক্ষেমেন্দ্ৰৰ লগত সদাগৰৰ জীয়েকৰ বিয়া হৈ গ'ল। কন্যাই কথাই কথাই ঘৰ-দেৱতাৰ মাহাত্ম্যৰ কথা কয়। ক্ষেমেন্দ্ৰই নামানে। সি কয় ক'ৰ ঘৰ-দেৱতা আছে? তাই কয় যে তাইৰ বিয়াও ঘৰ-দেৱতাৰ কথামতেহে

হৈছে। তেতিয়া ক্ষেমেন্দ্ৰই কৈ পেলালে— 'ক'ৰ ঘৰ-দেৱতাৰ কথামতে হৈছে? আমাৰ মইনাইহে দিয়ক বুলি ক'লে। তোমাৰ দেৱতাৰ খবৰেই নাই।'

কন্যা এবাৰ ঘৰলৈ যাওঁতে কথাত কথা ওলাই বাপেকক কথাটো ক'লে যে 'দিয়ক' বুলি ক্ষেমেন্দ্ৰৰ ঘৰৰ মইনাইহে ক'লে, ঘৰ-দেৱতাই নহয়। সদাগৰৰ বৰ খং উঠিল। এনেদৰে ঠগ কৰি ছোৱালী নিয়াৰ পোটক তুলিবলৈ তেওঁ চেলু বিচাৰিলে।

কন্যাৰ দেউতাকৰ ঘৰত এটা মাইকী মইনা আছিল। তাইক শিকাই-বুজাই জোঁৱায়েকৰ ঘৰৰ পৰা মতা মইনাটোক আনিবলৈ পঠালে। সেইমতে ক্ষেমেন্দ্ৰৰ ঘৰৰ মইনাটোক আনিলে। কিন্তু সি পাকে-প্ৰকাৰে বুজিব পাৰিলে যে সদাগৰৰ মতলব ভাল নহয়। সেয়ে সি আঁতৰি আঁতৰি ফুৰিবলৈ ধৰিলে। এবাৰ সদাগৰে তাক থাপ মাৰি ধৰি ডিঙি মুচৰিবলৈ ধৰিলে। সি মৰা ভাও জুৰিলে। সদাগৰে মৰিল বুলি ভাবি আঁতৰলৈ দলিয়াই দি ৰান্ধনিটোক কুটি-বাচি ৰান্ধিবলৈ হুকুম দিলে। ৰান্ধনিটোৱে তাৰ পাখি গুচাই কাটিবলৈ বুলি পুখুৰী পাৰলৈ নিলে। কিন্তু কটাৰীখন নিবলৈ পাহৰিলে। মইনাক তাতে থৈ কটাৰী নিবলৈ আহোতেই সি টুঁচৰি-টুঁচৰি কাষৰ জোপোহাটোত সোমাল। কটাৰী আনি ৰান্ধনিয়ে দেখে যে চৰাই নাই। মাংস নাপালে সদাগৰে শুদাই নেৰিব বুলি ভাবি সি অন্য চৰাই এটা মাৰি কুটি-বাচি ৰান্ধি খুৱালে। সদাগৰে ভাবিলে, ঘৰ-দেৱতা বুলি প্ৰৱঞ্চনা কৰাৰ পোটক তুলিলে।

আধা মৰা মইনাটো জোপোহাৰ মাজত তিনি মাহ থাকিল। ইতিমধ্যে তাৰ পাখি গজিল আৰু উৰিব পৰা পৰা হ'ল। সি পুনৰ মানুহৰ সমাজলৈ নোযোৱাটো ঠিক কৰিলে। সেয়ে সি উৰি গৈ এজোপা ডাঙৰ গছত পৰিলগৈ। সেইজোপা গছতে পাঁচশ মইনাই বাস কৰে। ই ঘৰচীয়া কাৰণে অনেক কথা জানে। গতিকে ইয়াকে বাকীবোৰে নেতা পাতিলে।

সেই দেশৰ ৰজা ঢুকাল। তেওঁৰ দুজন কোঁৱৰ। ডাঙৰজন সিংহাসনত বহিল। ভায়েকে ভাবিলে যে ককায়েক ৰজা হ'ল, সি একো হ'ব নোৱাৰিলে। গতিকে তাক এতিয়া কোনেও নামানিব। সেয়ে ষড়যন্ত্ৰ কৰি সি ককায়েকক সিংহাসনৰ পৰা নমাই নিজকে ৰজা বুলি ঘোষণা কৰিলে। ককায়েকে ভাবিলে— ভায়েকে যেতিয়া তাক ৰজা ভাঙিলে, দৰকাৰ হ'লে মাৰিও পেলাব পাৰে। গতিকে সি পলাই যোৱাটোকে ঠিক কৰিলে। সি ঘৰৰ পৰা

ওলাই গৈ পাঁচশ মইনা থকা গছজোপাৰ তলতে আমন-জিমনকৈ বহিলগৈ। ঘৰচীয়া মইনাটোৱে দেখি মাত লগালে— 'হেৰা ককাই, তেনেদৰে মন মাৰি বহি কি চিন্তা কৰিছা?' ই চক্ খাই উঠিল। মইনাই আকৌ মাত দিলে। দুয়োৰে চিনা-পৰিচয় হ'ল। কথা-বতৰা হ'ল। তাক অকলে ঘূৰি ফুৰাৰ কাৰণ সুধিলে। সি তাৰ দুখৰ কথাবোৰ ক'লে। তেতিয়া মইনাই ক'লে— 'মানুহক বিশ্বাস কৰা বৰ টান। মই চেষ্টা কৰিলে তোমাক পুনৰ ৰজা পাতিব পাৰোঁ। কিন্তু মানুহক উপকাৰ কৰি লাভ নাই।' সি ক'লে— 'সকলো মানুহ একে নহয়। পাৰে যদি সহায় কৰক।'

তেতিয়া মইনাটোৱে তাক পাঁচশ ঘণ্টা যোগাৰ কৰিবলৈ ক'লে। সি যোগাৰ কৰিলে। প্ৰতিটো মইনাৰ ডিঙিত একোটা আঁৰি দিলে। গধূলি সময়। ঘৰচীয়া মইনাই হুকুম দিলে যে ৰাতি সকলো মইনাই ৰাজপ্ৰাসাদলৈ যাব। উৰি যাওঁতে কোনেও টিলিঙা নবজাব। ৰাজপ্ৰাসাদ পালে সি ইংগিত দিব, তেতিয়া সকলোৱে একেলগে বজাব। এই আঁচনি কৰি পাঁচশ মইনাক লৈ সি ৰাজপ্ৰাসাদলৈ উৰা মাৰিলে। তেতিয়া ৰাতি। মানুহবোৰ শুইছে। কেৱল ৰজাহে সাৰে আছে। ঘৰচীয়া মইনাই ইংগিত দিলে, লগে লগে পাঁচশ মইনাই একেলগে ঘণ্টা বজাবলৈ ধৰিলে। সকলো আচৰিত হ'ল। ৰাজ্যলৈ বিপদ আহিল বুলি সকলোৱে ধৰি ল'লে। ৰজাক লক্ষ্য কৰি ঘৰচীয়া মইনাই ক'লে— 'মহাৰাজ, তোমালোক দুই ভাতৃ। পিতৃ ঢুকাল। নীতিমতে জ্যেষ্ঠজন ৰজা হ'ব লাগে আৰু হৈছিলো। কিন্তু তুমি চক্ৰান্ত কৰি তেওঁক খেদিলা। মাৰিবও খুজিছিলা। পিচে তেওঁ পলাল। ই তোমাৰ ঘোৰ অন্যায়। সাদিনৰ ভিতৰত ককায়েৰাক বিচাৰি আনি ৰজা পাতাহি। নহ'লে তোমাৰ আৰু পৰিয়ালৰ ৰক্ষা নহ'ব। মই ইন্দ্ৰ দেৱতাই কৈছো।' —এইবুলি কৈ মইনাবোৰ আকৌ নিঃশব্দে ঘূৰি অহিল। ঘূৰি আহি ককায়েকক গা দেখা দি ফুৰিবলৈ ক'লে, যাতে ভায়েকে দেখা পায়।

ভায়েকৰ ভীষণ ভয় হ'ল। সাদিনৰ ভিতৰত ককায়েকক বিচাৰি ৰজা নাপাতিলে আটাইৰে মৰণ হ'ব। এই ভয়ত সি দিনে-ৰাতিয়ে ককায়েকক বিচাৰিবলৈ ধৰিলে। বিচাৰি গৈ পালেগৈ। কাবৌ-কোকালি কৰি তেওঁক ৰাজ্যলৈ ঘূৰাই আনি ৰজা পাতিলেহি।

# হুকং বৰপুখুৰীৰ কথা

অসমৰ উত্তৰ-পূব সীমা পাৰ হৈ ব্ৰহ্মদেশত হুকং নামৰ এখন সৰু ঠাই। ইয়াতে এটা বৰ পুখুৰী আছে যাক খামতিসকলে লুংলুং বুলি কয়। এই পুখুৰী আজিও আছে বুলি খামতিসকলে ভাবে। ঠাইডোখৰত কেইবাখনো সৰু নৈ, জান-জুৰি আদি আছে।

অনেক বছৰৰ আগৰ কথা। বাৰিষা সময়। হুকঙৰ আশে-পাশে মাছৰ উজান উঠিছে। মাছৰ আনন্দৰ লগত নাগৰাজৰ ল'ৰাটোৰ আনন্দ কৰিবলৈ মন গ'ল। সি মাছৰ ৰূপ ধৰি সৰু-বৰ মাছবোৰৰ লগতে নাচি-বাগি ফুৰিবলৈ ধৰিলে। কিন্তু সি অন্যবোৰ মাছতকৈ ডাঙৰ আৰু নিপোটল। এইদৰে জুমৰ লগত কোনোবা এপাকত আহি বাম পালেহি। উজানৰ মাছ মাৰিবলৈ যোৱা গাঁৱৰ মানুহবোৰে দেখিলে ডাঙৰ মাছ এটা বাম পালেহি। সকলোৱে লগ হৈ দা, যাঠি, জোং আদিৰে মাছটো মাৰিলে। গাঁৱলৈ আনি কাটি-বাচি ভাগ কৰি ঘৰে ঘৰে নিলে। সেই গাঁৱতে এহাল বুঢ়া-বুঢ়ী আছিল। তেওঁলোকে মাছৰ ভাগ নাপালে। মাছ মাৰিবলৈ যোৱা মানুহ নাছিল কাৰণেই ভাগ দিয়া নহ'ল। বুঢ়া-বুঢ়ীয়ে অসন্তোষ কৰিলে যদিও সহি থাকিল।

ইফালে নাগৰাজৰ পুতেক ঘৰত নাই। বিচাৰ হ'ল। কোনোবা এজন ক'লে যে সি মাছৰ লগত খেলিবলৈ গৈছিল। তেতিয়া নাগৰাজে তাক কোনোবাই মাৰি খাইছে বুলি ভাবিলে। পিচদিনাৰ পৰা দুজন নাগক খা-খবৰ কৰিবৰ কাৰণে হুকঙৰ পাৰৰ গাঁওখনলৈ পঠালে। নাগ দুজন গৈ প্ৰতিঘৰ মানুহৰ ঘৰত সোমাই এবাটিকৈ পানী খাবলৈ ধৰিলে। সিহঁতে বাটি আৰু পানীত মাছ খোৱা-নোখোৱাৰ চিন পায়। এইদৰে প্ৰতি ঘৰতে খাই খাই বুঢ়া-বুঢ়ীৰ ঘৰতো খালেগৈ। তাত গোন্ধ নাপাই জানিলে যে এওঁলোকৰ বাদে সকলোৱে মাছ খালে। মাছ নোখোৱা কথাটো বুঢ়ায়ো ক'লে। তেতিয়া নাগ দুজনে বুঢ়া-বুঢ়ীক ক'লে— 'দেউতা আৰু আইতা, আপোনালোকক এটি গোপন কথা কওঁ। কালি এই গাঁৱৰ মানুহে এটা ডাঙৰ মাছ কাটি খালে। সেইটো নাগৰাজৰ ল'ৰা আছিল। গতিকে নাগৰাজৰ

বৰ খং উঠিছে। তেখেতে কাইলৈৰ ৰাতিৰ ভিতৰতে এই খণ্ড পাতাললৈ নিব আৰু এই ঠাইত বৰ পুখুৰী হ'ব। আপোনালোকে খোৱা নাই। গতিকে আপোনালোক পলাওক। প্ৰমাণস্বৰূপে এই ঠাই কঁপিব আৰু মাজ ৰাতি পানী ওলাব। তাৰ আগে আগে আপোনালোক যাব, নহ'লে বিপদ হ'ব।'

নাগ দুজনে ৰজাক কথাটো ক'লেগৈ। নাগৰাজে প্ৰলয়ৰ বাবে হুকুম দিলে। ইফালে বুঢ়াই বুঢ়ীক ক'লে— 'হেৰৌ, শুনিছনে! বিপদ হয়েইবা। আমি সাৱধান হোৱা ভাল।' এইবুলি দিনতে টালি-টোপোলা বান্ধি সোনকালে ভাত-পানীও খালে। সিহঁতৰ এটা গোনা ম'হ আছিল। তাকো নাকি লগাই থ'লে। পিচত বুঢ়ী শুলে, বুঢ়া সাৰে থাকিল।

মাজ ৰাতি হ'ল। বুঢ়াই ভুঁইকঁপ অহা যেন পালে আৰু লগে লগে বুঢ়ীক মাতিলে— 'শুনিছনে, ভুঁইকঁপ আহিল। এয়া পানীও ওলাল। বেগতে ওলা।' এইবুলি ম'হটোৰ পিঠিত টালি-টোপোলা বান্ধি ঘৰৰ পৰা বাজ ওলাল। বুঢ়ীয়ে নাকি টানে আৰু বুঢ়াই টোকোন এডালেৰে খেদে। গৈ গৈ কিছুদুৰ পালেগৈ। বুঢ়াৰ ভাগৰ লাগিল। সেই ঠাইতে ৰৈ বুঢ়াই ক'লে— 'নাগৰাজ, তুমি আঁতৰিবলৈ কৈছিলা। আমি ইমানলৈকে আহিব পাৰিলো। গতিকে ইয়াকে সীমা কৰি ল'বা।' এইবুলি বুঢ়াই হাতৰ টোকোনডাল তাতে পুতিলে। এই টোকোনডালৰ পৰা এজোপা বাঁহগছ হ'ল। ইয়াৰ গাঁথিবোৰ ওভোটা। কাৰণ বুঢ়াই টোকোনডাল ওভোতাই পুতিছিল। এইজোপা বাঁহগছ আজিও আছে বুলি খামতিসকলে কয়।

বুঢ়াৰ কথাখিনিৰ পিচতেই গুৰুম্ গুৰুম্ শব্দ হ'ল। আঠ বৰ্গ কিলোমিঠাৰ ঠাই তললৈ সোমাই গ'ল। লগতে সেই গাঁৱৰ সকলো মানুহ পানীত বুৰ গ'ল। হুকং বৰ পুখুৰীৰ সৃষ্টি হ'ল। ইয়েই হুকঙৰ লুংলুং।

এইদৰে কিছুদিন গ'ল। নাগৰাজে প্ৰতিশোধ ল'লে যদিও মনত দুখ কৰি থাকে। তেওঁ চিন্তা কৰিলে যে তেওঁৰ এটা ল'ৰাহে মৰিল, কিন্তু তেওঁ অনেকক মাৰি পাপ আৰ্জিলে। এতিয়া এই পাপ খণ্ডোৱাৰ উপায় বিচাৰিলে। শেষত এটা উপায় পালে।

হুকুং পুখুৰীৰ পাৰতে এটা বৌদ্ধবিহাৰ ৰাইজে পাতিছে। তাত ভন্তে (গোসাঁই, ভিক্ষু) আৰু শ্ৰমণ (ভকত) থাকে। নাগৰাজৰ চাৰিটা ল'ৰা। তাৰে এটা মাছ হৈ মৰিল। সৰু পুত্ৰ স্যমন্তক এই বিহাৰত শ্ৰমণ হ'বলৈ পঠালে। বৌদ্ধধৰ্মত দায়ক হ'ব পৰাটো অতি মহৎ কাম। স্যমন্ত আহি সেই গাঁৱৰে আনন্দ নামৰ শ্ৰমণ

এজনৰ লগত থাকিবলৈ ধৰিলে।

কিছুদিনৰ পিচত। স্যমন্তই তেওঁৰ বন্ধু আনন্দক নাগৰাজ্যলৈ নিমন্ত্ৰণ কৰিলে। আনন্দই যাব বুলি সম্মতি জনালে। এদিন দুয়ো নাগৰাজ্যলৈ বুলি যাত্ৰা আৰম্ভ কৰিলে। বাটত আনন্দই স্যমন্তৰ ঘৰ কোনফালে, কিমান দূৰত বুলি সুধিলে। স্যমন্তই ক'লে— 'আৰু আঠ-দহ কিলোমিটাৰমান হ'ব। সৌ হাবিখন পাৰ হ'লেই হ'ব।' লগে লগে স্যমন্তই সুৰুঙা ঠাই এডোখৰ চাই ফুৰিছে। তেনে ঠাই এডোখৰ পাই আনন্দক বহিবলৈ ক'লে। দুয়ো বহিল। স্যমন্তই আনন্দক ক'লে— 'বন্ধু, তুমি অকণমান চকু মুদি দিয়াচোন।' আনন্দই সোধে— 'কিয় ?' স্যমন্তই এনেয়ে বুলি কোৱাত আনন্দই চকু মুদিলে আৰু চকু মেলি দেখে, তেওঁলোক দুয়ো নাগৰাজ্যত। আনন্দৰ পৰিচয় পাই নাগৰাজে বৰ আদৰ-সাদৰ কৰি কেইদিনমান ৰাখিলে। তেওঁক ভাত খাবলৈ সদায় দুটা টোপোলা দিয়ে। ভাতবোৰ সোণৰ গুড়িৰ আৰু আঞ্জাবোৰ মাণিকৰ গুড়িৰ। আনন্দই সেইবোৰ খাই শেষ কৰিব নোৱাৰে। নাগৰাজে তেওঁক অৱশিষ্টখিনি ঘৰলৈ নিবলৈ ক'লে। কাৰণ নাগৰাজ্যত অন্ন পেলোৱাৰ নিয়ম নাই। উপায় নাপাই আনন্দই সেইখিনি টোপোলা বান্ধি ল'লে। ওলোটা যাত্ৰাতো সেইদৰে আনন্দক চকু মুদিবলৈ ক'লে। লগে লগে আগৰ বহা ঠাইত ওলালহি। তাৰপৰা বিহাৰলৈ যাত্ৰা কৰিলে। বাটতে আনন্দই ক'লে যে তেওঁ প্ৰথমে ঘৰলৈ যাব আৰু পিতৃ-মাতৃক এই যাত্ৰাৰ কথা ক'ব। স্যমন্ত অকলে বিহাৰলৈ গ'ল।

অৱশিষ্ট ভাত-আঞ্জাৰ টোপোলা লৈ আনন্দ নিজ ঘৰলৈ গ'ল। তেওঁৰ মাক-দেউতাক সেই সময়ত সন্মুখৰ বাৰাণ্ডাত বহি আছিল। তেওঁলোকে আঁতৰত আনন্দক আহি থকা দেখিলে আৰু তেওঁৰ হাতত সোণ আৰু মাণিক জিক্‌মিকাই থকা টোপোলা দেখা পালে বুলি তেওঁলোকে চিন্তা কৰিলে। ঘৰ আহি পোৱাত আনন্দক সুধিলে— 'এইবোৰ সোণ আৰু মুকুতা কাৰ? নিশ্চয় বিহাৰৰ পৰা চুৰ কৰি আনিছা। এইটো বৰ অন্যায় হ'ল।' আনন্দই কয় সেইবোৰ অৱশিষ্ট অন্ন। কিন্তু মাক-দেউতাকে নামানে। শেষত যেনিবা মানিবলৈ বাধ্য হ'ল।

ইফালে নাগপুত্ৰই গম পালে যে মানুহে তাৰ দেশৰ বিষয়ে আৰু ভোজনৰ বিষয়ে সকলো কথা জানিলে। এতিয়া অসুবিধা হ'ল বুলি ভাবি সি লুংলুং পুখুৰীত ডুব মাৰিলে।

সেই বৌদ্ধবিহাৰত 'চা-এই' নামৰ ভিক্ষুজন আছিল। তেওঁ গম পালে যে ডুব মৰা শ্ৰমণজন নাগৰাজৰ পুত্ৰ। ভিক্ষুৱে চিন্তা কৰিলে যে বৌদ্ধধৰ্মৰ প্ৰতি নাগৰাজৰ শ্ৰদ্ধা আছিল বাবেই ল'ৰাটিক দান কৰিছিল। যদি তেওঁৰ এই ধৰ্মৰ প্ৰতি এতিয়াও প্ৰকৃত শ্ৰদ্ধা-ভক্তি আছে, তেন্তে তেওঁক ধৰ্মশক্তিৰে আনিব পাৰিব আৰু দান গ্ৰহণ কৰিব পাৰিব। এইদৰে ভাবি-চিন্তি ভিক্ষুৱে এখন ভুৰ সজালে। সেই ভুৰত কেইজনমান শ্ৰমণৰ সৈতে তেওঁ উঠিল আৰু ভগৱান বুদ্ধৰ নীতি-শ্লোক গাই গাই ভুৰ চলাবলৈ দিলে। তিনিদিনৰ মূৰত নাগৰাজ আৰু ৰাণীয়ে পুখুৰীত ঢৌ তুলিলে। ভুৰ ডুবু ডুবু হ'ল। তথাপি ভিক্ষুৱে শ্লোক গাবলৈ এৰা নাই।

ঠিক সাদিনৰ মূৰত নাগৰাজে মানুহৰ ৰূপ লৈ ভুৰত বহিলহি। তেওঁক কেৱল ভিক্ষুৱেহে চিনি পালে। ভুৰ পাৰত লগাবলৈ হুকুম দিলে। পাৰত বাহৰ পাতি ভিক্ষুৱে নাগৰাজক পঞ্চশীল, অষ্টশীল, দশশীল শুনালে। নাগৰাজ সন্তুষ্ট হ'ল আৰু ভিক্ষুক দান কৰিব খুজিলে। তেতিয়া ভিক্ষুৱে লুংলুং পুখুৰীৰ সোঁমাজত মাটি বিচাৰিলে আৰু পাৰৰ পৰা তালৈ যাব পৰা পথ বিচাৰিলে। ভিক্ষুৰ আশীৰ্বাদ লৈ নাগৰাজ গ'লগৈ। কেইদিনমানৰ পিচত ভিক্ষুৱে বিচৰামতে পুখুৰীৰ মাজত মাটি আৰু পথ পালে।

এই মাটিতে 'চা-এই' ভিক্ষুজনে এটা দৌল সজালে। এই দৌলত প্ৰতি বছৰ ফাগুন মাহৰ পূৰ্ণিমা তিথিত উৎসৱ হয়। এই উৎসৱলৈ বৌদ্ধ খামতিসকল যায় আৰু ভগৱান বুদ্ধক প্ৰণাম জনায়গৈ। কথিত আছে যে জোতা পিন্ধি গ'লে পথটোত আঁঠুৱনীয়া পানী হয় আৰু খালী ভৰিৰে গ'লে নহয়। এই দৌলক চাই নং লুং (বৰপুখুৰীৰ দৌল) বুলি জনা যায়। বৰিষা ই পানীত ডুবি থাকে, কেৱল কলচীহে দেখা যায়। ফাগুন মাহত গোটেই দৌলটো ওলায়। দৌলৰ বাবে খৰি, পাত-পটুৱা আদি নাগৰাজে আজিও দিয়ে বুলি খামতিসকলে বিশ্বাস কৰে।

# টুনী চৰাই (লৌক পিত) আৰু নাইপিয়াৰ (আইখাং)

কথা ঃ

টুনী চৰাই এটাই নাৱত উঠি নৈ এখনৰ ভটিয়নী সোঁতত আহি আছে। সেইখন নৈতে নাইপিয়া এটাই ভেটা মাৰি ৰাখি আছে। কাৰণ কোনোবাই তাৰ ভেটা ভাঙিব পাৰে। টুনী চৰাইৰ নাও আহি নাইপিয়াৰ ভেটাৰ কাষ পালেহি। টুনীয়ে ক'লে— 'হেৰা নাইপিয়া, নাও যাবলৈ দিয়া। মই বহুদূৰ যাব লাগিব। দেৰি নকৰিবা।' নাইপিয়াই বোলে— 'তুমি ক'লেই যাবলৈ দিমনে? কিমান কষ্ট কৰি ভেটা পাতিছো।' টুনীয়ে টানকৈয়ে ক'লে— 'নৈখন তোমাৰে নহয়। ইয়াত আটাইৰে অধিকাৰ আছে। নাও বোৱা, মাছ মৰা, পানী খোৱা আদিৰ বাবেই নৈ, খাল, বিল, পুখুৰী। তেনেহ'লে অকল তোমাৰে বুলি কিয় ভাবিছা?' নাইপিয়াৰ খঙেই উঠিল। সি ক'লে— 'হেৰা টুনী, ইমান টান কথা নক'বা দেই। তুমি তোমাৰ কাম কৰা আৰু মই মোৰ। আনৰ কামত হকা-বধা কৰা অন্যায় বুজিছা। মই ভেটা ভাঙিবলৈ দিব নোৱাৰো। এক কথা।' কথা কটা-কটি কৈ কিছু সময় উকলিল। কোনেও কাৰো কথা নামানে। শেষত যুদ্ধলৈ পৰিবৰ্তন হ'ল। নাইপিয়াই প্ৰত্যাহ্বান জনাই ক'লে— 'সাদিন সময় লোৱা। তাৰ পিচত আমাৰ দুয়োবিধ প্ৰাণীৰ মাজত যুদ্ধ হ'ব। তোমালোকে উৰণীয়া আৰু আমি নেজ লগা। তুমি তোমাৰ পক্ষত সকলো পক্ষীক আনিবা আৰু ময়ো নেজ থকা সমস্ত প্ৰাণীক আনিম। এই ঠাইতে যুদ্ধ হ'ব। যুদ্ধত তোমাৰ পক্ষৰ জয় হ'লে ভেটা ভাঙি নাও নিব পাৰিবা।'

কথামতেই কাম। নাইপিয়াই নেজ থকা সকলো প্ৰাণীকে খবৰ দি যুদ্ধলৈ আনিলে আৰু পাতালৰ পৰা নাগৰাজো আহিল। ইফালে টুনীয়ে পাখি লগা সকলো চৰাইক একত্ৰিত কৰি গৰুগুক মাতি আনিলে। আটায়ে নিজ নিজ পক্ষৰ সন্মান ৰক্ষা কৰিবলৈ সষ্টম হ'ল।

সাদিনৰ পিচত যুদ্ধ আৰম্ভ হ'ল। যুদ্ধত পক্ষীয়েই জিকিল। গৰুড়ৰ দৰে পক্ষীৰাজ থাকোঁতে নাগৰাজেনো কি কৰিব পাৰে? যুদ্ধৰ শেষত মৰা শবোৰৰ মাংস কাটি ভাগ কৰা হ'ল। সকলো প্ৰকাৰ চৰাইলৈ ভাগ দিয়া হ'ল। সেই সময়ত চেও (শেন) নামৰ চৰাইটো উপস্থিত নাছিল। তালৈকে ভাগ ৰখা হৈছে। আলোচনা কৰি শেনৰ ভাগটো তাৰ ঘৰৰ ওচৰতে থকা এটাৰ হাতত দি পঠোৱাটো থিৰাং হ'ল। এটাই শেনৰ ঘৰৰ ওচৰত কোন থাকে বুলি সুধিলে। কাউৰীয়ে বোলে— 'ময়ে থাকো।' সেইমতে কাউৰীক শেনৰ ভাগটো দি পঠোৱা হ'ল। কাউৰী মাংসৰ প্ৰতি লুভীয়া। মাংসখিনি পাই সি নিজেই খালে।

শেনে পিচত এটা কথা গম পালে। তাৰ ভাগৰ মাংসখিনি খোৱাত তাৰ বৰ খং উঠিল আৰু ইয়াৰ প্ৰতিশোধ ল'ব বুলি ক'লে।

প্ৰতিশোধ পূৰ হোৱা নাই বাবেই আজিও কাউৰী দেখিলে শেনে খেদি যায় 'চিকে- খাকে, চিকে-খাকে' বুলি। আঠাইশ তোলা ওজনৰ মাংস খোৱা শেনৰ ধাৰ কাউৰীয়ে আজিলৈকে মাৰিব পৰা নাই বাবে খেদি ফুৰে।

# উপকাৰীক অজগৰে নাখায়

হৰিধন নামৰ মানুহ এটা ডেকাকালৰে পৰা ৰজাৰ ঘৰত কাম-বন কৰি আছিল। ৰজাৰ একমাত্ৰ ল'ৰাটিক সি পানী-কেঁচুৱাৰে পৰা কোলাই-বোকাই তুলি ডাঙৰ কৰিলে। ৰজা আৰু হৰিধন দুয়ো বুঢ়া হ'ল। বুঢ়া ৰজাই তাক বৰ মৰম কৰিছিল। ৰজা মৰিলত পুতেক ৰজা হ'ল।

হৰিধনে ভাবিলে, বুঢ়া ৰজাই তাক ইমান মৰম কৰিছিল যে এদিনো চাকৰ বুলি নাভাবিলে। পুতেকে যদি তেনে মৰম নকৰে, সি বৰ দুখ পাব। এইদৰে ভাবি-গুণি সি এজন ডেকা ৰজাক তাক বিদায় দিবলৈ ক'লে। ৰজাৰ কিন্তু বিদায় দিয়াৰ মুঠেই ইচ্ছা নাছিল। তথাপি সি জোৰ কৰাত বিদায় দিব লগা হ'ল।

হৰিধনে এতিয়া গাঁৱলৈ গৈ খেতি-বাতি কৰাটোকে ঠিক কৰিলে। কিন্তু তাৰ গৰু নাই। ওচৰৰ মানুহ এজনৰ গৰুহাল কেৰোণত লৈ খেতি কৰিবলৈ ধৰিলে। গৰুৰ মালিকে চৰ্ত বান্ধি দিলে যে নিতৌ গধূলি সি গৰুহাল তেওঁৰ গোহালিত বান্ধিব লাগিব। হৰিধন মান্তি হ'ল।

এদিন গধূলি মালিকৰ সন্মুখতে হৰিধনে গৰুহাল বান্ধিলে। কিন্তু সেই ৰাতিয়েই গৰু চুৰ হ'ল। পিচদিনা পুৱা হাল বাবলৈ গৰু নিবলৈ আহি দেখে, গৰু নাই। মালিকে তাকে চোৰ ধৰিলে। সি এনে গৰ্হিত কাম কৰা নাই বুলি বাৰে বাৰে কোৱা সত্বেও মালিকে নামানে। এতিয়া হৰিধনক জগৰীয়া কৰি তেনেকুৱা গৰু এহাল আনি দিবলৈ ক'লে। সি একে গৰু ক'ত পায়? শেষত মালিকে ৰজাৰ আগত গোচৰ দিবলৈ হৰিধনক লৈ গ'ল।

বাটত এজন বেপাৰীয়ে ঘোঁৰাৰ পিঠিত মাল-বস্তু বোজাই কৰি বজাৰলৈ বুলি গৈ আছিল। ইহঁত দুটাক দেখি ঘোঁৰাটোৱে বোজা পেলাই দি দৌৰিবলৈ ধৰিলে। হৰিধনক 'ধৰ, ধৰ' বুলি বেপাৰীয়ে ক'লে যদিও ধৰিব নোৱাৰিলে। ঘোঁৰাৰ মালিকৰ খং উঠিল আৰু হৰিধনক 'ঠেঙতে মাৰ এটা মাৰিলে' বুলি ক'লে। লগে লগে মাৰ মাৰি দিলে। একে কোবতে ঘোঁৰাৰ ঠেং ভাগিল আৰু মৰি থাকিল। এতিয়া ঘোঁৰাৰ মালিককো তেনেকুৱা এটা ঘোঁৰা দিব লগা হ'ল।

হৰিধনে বোলে— 'তুমিয়েই মোক মাৰ এটা মাৰ, মৰিলেও মৰক বুলি কোৱা নাছিলা জানো?' মালিকে এতিয়া সেইবোৰ একো নামানে। কেৱল তাৰ ঘোঁৰাটোহে লাগে। হৰিধনে দিয়ে ক'ৰ পৰা। গতিকে ঘোঁৰাৰ মালিকেও গোচৰ দিবলৈ ৰজাৰ ওচৰলৈ সিহঁতৰ লগতে গ'ল। এইটো হৰিধনৰ ওপৰত দ্বিতীয় গোচৰ।

গৰু আৰু ঘোঁৰাৰ মালিকে হৰিধনক আচামী কৰি ৰজাৰ ঘৰলৈ গৈ থাকোঁতে হৰিধনে ভাবিলে, সিতো মৰিবই। দুটা গোচৰত সি সাৰিব নোৱাৰে। ডেকা ৰজাৰ আগত অপমান পোৱাতকৈ আগতেই মৰা ভাল। এইবুলি অলপ আঁতৰত থকা দ খাল এটাত জঁপিয়াই মৰিবৰ কাৰণে বুধি পাঙিলে। সি ক'লে— 'মোৰ শৌচ কৰিব লাগিছে। তোমালোক অলপ ৰোৱা। মই শৌচ কৰিয়েই আহিম। ইহঁত দুটাই ভাবিছে— ই পলাব, গতিকে যাবলৈ নিদিয়ে। শেষত যেনিবা যাবলৈ দিলে। খালটোৰ তলত পুতেকে বুঢ়া বাপেকৰ লগত খৰাহি সাজি আছিল। হৰিধন জাঁপ মাৰি বুঢ়াৰ মূৰতে পৰিলগৈ। বুঢ়া লগে লগে মৰিল। ডেকা পুতেকে হৰিধনক ধৰি বাপেকক এতিয়া জীয়াই দিবলৈ ক'লে। মৰা মানুহ জীয়াব কোনে পাৰে? গতিকে পুতেকে হৰিধনৰ ওপৰত গোচৰ দিবলৈ বাকী দুজনৰ লগত ৰজাৰ ওচৰলৈ খোজ ল'লে। এইটো হৰিধনৰ তৃতীয় গোচৰ।

গোচৰ দিবলৈ গৈ থাকোঁতে বাটত সুগুৰী পছু এটাই পালে। সি মানুহৰ মাত বুজে। সুধিলে— 'ক'লৈ যোৱা ককাইহঁত?' হৰিধনে বোলে— 'ৰজাৰ ওচৰলৈ।' পছুটোৱে ক'লে, মই এই অঞ্চলটোৰ ঘাঁহ খাওঁ। কিন্তু এই গছজোপাৰ তলৰ ঘাঁহ খালে বৰ মিঠা পাওঁ। ইয়াৰ কাৰণ ৰজাক সুধি আহিবচোন।'

আৰু কিছুদূৰ গৈ এটা চৰাই পালে। সি ঠেং এটা ওপৰলৈ তুলি টেট্ টেট্ কৰি মাতি আছে। সি সুধিলে— 'আপোনালোক কোনফালে যায়?' হৰিধনে উত্তৰ দিলে— 'ৰজাৰ ঘৰলৈ'। চৰাইটোৱে ক'লে— 'মোৰ মাতটো বৰ কঠুৱা। কিন্তু এই গছজোপাত পৰি মাতিলে বৰ মিঠা মাত ওলায়। কাৰণ কি, ৰজাক সুধি আহিবচোন।'—

গৈ গৈ আলিৰ কাষতে এখন স্কুল পালে। তাত ল'ৰা-ছোৱালীবোৰে চিঞৰি চিঞৰি পঢ়ি আছে আৰু শিক্ষকে এচাৰিৰে মাৰিছে। কিছুমান ল'ৰা দৌৰি আহি সুধিলে— 'মহাশয়, আপোনালোকে ৰজাৰ ঘৰলৈ যায় নে কি?' হৰিধনে 'হয়' বুলি ক'লে। তেতিয়া ল'ৰাবোৰে ক'লে— 'আমাৰ স্কুললৈ এমাহমানৰ আগতে

এজন নতুন শিক্ষক আহিছে। তেখেতে আমাক বৰকৈ মাৰপিট কৰে। ইয়াৰ কাৰণটো ৰজাক সুধি আহিবচোন।’

আচামী হৰিধন, গৰু আৰু ঘোঁৰাৰ মালিক, ডেকা পুতেক গৈ ৰজাৰ কাষ পালেগৈ। হৰিধনক দেখি ৰজাই চিনি পালে। ৰজাই তিনিওটা গোচৰ শুনিলে। প্ৰথমে গৰুৰ মালিকক গৰুৰ মূল্য বা অন্য গৰু ল’বলৈ ক’লে। সি নামানে। তাৰ গৰু হ’লেহে লাগে। ৰজাই বাৰে বাৰে কোৱা সত্ত্বেও সি একে কথাই ক’বলৈ ধৰাত ৰজাৰ খং উঠিল। চাউদাং, কটোৱালক মাতিলে আৰু হুকুম দিলে— ‘ইয়াৰ চকু দুটা কাঢ়ি আন। গৰু বান্ধোতে নিজ চকুৰে চাই লৈছিল। এতিয়া হালোৱাক চোৰ ধৰিছে।’ চকু কাঢ়িব খোজাত সি ভয় খালে আৰু গৰু নালাগে বুলি ক’লে। প্ৰথম গোচৰৰ পৰা হৰিধন খালাচ হ’ল।

তাৰ পিচত ঘোঁৰাৰ মালিকক ঘোঁৰাৰ মূল্য ল’বলৈ ক’লে। সি নলওঁ বুলি কোৱাত ঘোঁৰাশালৰ পৰা ভাল ঘোঁৰা এটা ল’বলৈ ক’লে। তাকো নালাগে। কেৱল তাৰ ঘোঁৰাটোহে বিচাৰে। ৰজাৰ খং উঠি জিভা কাটিবলৈ হুকুম দিলে। কাৰণ সি নিজেই মাৰিবলৈ আৰু মৰিলেও মৰক বুলি কৈছিল। জিভা কটাৰ ভয়ত সিও ঘোঁৰা নালাগে বুলি ক’লে। হৰিধনে দ্বিতীয় গোচৰৰ পৰা মুক্ত হ’ল।

ডেকা পুতেকও মৰ কামোৰ দি বাপেককহে বিচাৰে। ৰজাই কয় যে মৰা মানুহ ঘূৰি নাহে। ক্ষতিপূৰণ যিমান লাগে দিবলৈ সাজু হ’ল। একে কথাতে লাগি থকাত আচামীকে লৈ যাবলৈ ক’লে। পুতেকে ভাবিলে, বাপেকৰ মৰা মানুহটোক নি কি কৰিব? গতিকে আশা এৰিলে। হৰিধন এইদৰে তৃতীয় গোচৰৰ পৰাও সাৰিল।

গোচৰ শেষ হোৱাত মালিক দুজন আৰু ডেকা পুতেক আঁতৰিল।

এতিয়া হৰিধনে ৰজাৰ পৰা সুগুৰী পছুৰ প্ৰশ্নৰ উত্তৰ বিচাৰিলে। ৰজাই ক’লে যে পূৰ্বজন্মত সেই গছজোপাৰ তলতে সি এটেকেলি টকা পুতিছিল। এই জন্মত পছু হৈ সেই টকাৰ মোহত ঘাঁহবোৰ মিঠা পায়। চৰাইৰ কথা সোধাত ক’লে যে পূৰ্বজন্মত যেতিয়া সি মানুহ আছিল, তেতিয়া সেই গছৰজোপাৰ তলতে একলহ টকা পুতিছিল। এই জন্মত সেই মোহ আছে কাৰণে গছত পৰিলে মাত মিঠা হয়।

এই টকাখিনি ৰজাই হৰিধনক খান্দি নিবলৈ পৰামৰ্শ দিলে।

শেষত স্কুলৰ ল’ৰা-ছোৱালীবোৰক মাষ্টৰে মাৰপিট কৰাৰ কাৰণ সোধাত

ক'লে যে আগতেঁ ল'ৰা-ছোৱালীবোৰে কুকুৰা ডাকত উঠি পড়িছিল। এতিয়া সেই গাঁৱলৈ এটা বেয়া কুকুৰা আহিল। সি মাজ ৰাতিয়েই ডাক দিয়ে। ডাক শুনি ল'ৰা-ছোৱালীবোৰ উঠি পঢ়ে, কিন্তু ৰাতি নুপুৱাই কাৰণে আকৌ শোৱে। শোওঁতেই কথাবোৰ পাহৰি যায়। সুধিলে নোৱাৰে বাবে শিক্ষকে মাৰে। এতিয়াও সেই কুকুৰা মাৰি অন্য ভাল কুকুৰা আনিলে মনত ৰ'ব আৰু মাৰ নাখাব।

হৰিধনে ৰজাৰ উপকাৰ কৰিছিল কাৰণে ৰজায়ো তাক উপকাৰ কৰিলে। গতিকে উপকাৰীক অজগৰে নাখায়।

# চাৰি বন্ধুৰ বিপৰ্যয়

এখন দেশৰ ৰজা, মন্ত্ৰী, সেনাপতি আৰু সদাগৰৰ একোজনকৈ কাণসমনীয়া ল'ৰা আছিল। চাৰিও পৰম বন্ধু। এদিন আটাইকেইজনে আলোচনা কৰিলে যে সিহঁত এতিয়া ডেকা হ'ল। শিক্ষা-দীক্ষাও অৰ্জন কৰিব নোৱাৰিলে। বাপেকহঁতৰ উপাৰ্জননো আৰু কিমান খাব? নিজে কিবা কৰা ভাল। আলোচনা কৰি চাৰিওজনে তকাচুলৈ (তক্ষশীলা) লৈ শিক্ষা গ্ৰহণ কৰিবলৈ ইচ্ছা কৰিলে। আয়োজন সম্পূৰ্ণ কৰি এদিন যাত্ৰা কৰিলে। গৈ গৈ তকাচু পালেগৈ। তাত এজন উপযুক্ত গুৰুৰ আশ্ৰয়ত শিক্ষা আৰম্ভ কৰিলে। চাৰিওজনৰ আগ্ৰহ দেখি গুৰুৱে তেওঁলোকক একেধৰণৰ শিক্ষাই দিলে। এই শিক্ষা হ'ল মন্ত্ৰশিক্ষা। এই শিক্ষামতে তেওঁলোকে নিজে ৰূপ সলাব পাৰে আৰু মৰা শৰ ভিতৰত সোমাই জীৱিত হৈ সেই ৰূপ লৈ ল'ব পাৰে। শিক্ষা শেষ হ'ল। গুৰুগৃহৰ পৰা বিদায় লৈ আহিবৰ পৰত গুৰুৱে ক'লে— 'এই শিক্ষা বিশেষ শিক্ষা। ই সৰ্বসাধাৰণৰ কাৰণে নহয়। ইয়াক কেৱল জানিবৰ কাৰণেহে দিয়া হ'ল। য'তে-ত'তে আৰু ধেমালিতে যাতে প্ৰয়োগ নকৰা। প্ৰয়োগ কৰিব লগা হ'লেও অতি সাৱধান। ই মাৰাত্মক বস্তু। এই শিক্ষা আটায়ে নাপায়। তোমালোকে আগ্ৰহ কৰা কাৰণেহে দিলো। এতিয়া যোৱা। মোৰ এই সাৱধান বাণী যাতে মনত ৰখা।' গুৰুৱে বিদায় দিলে। আৰু শিষ্যয়ো শলাগি বিদায় ল'লে।

চাৰিও বন্ধু মহা আনন্দেৰে নিজ ঘৰলৈ বুলি যাত্ৰা কৰিলে। তেওঁলোক এখন হাবিৰ মাজেদি আহি আছিল। হাবিৰ মাজতে বাটৰ কাষতে এটা শৰ পহু মৰি পৰি থকা দেখিলে। চাৰিওজনে পহুটো ঘূৰি-পকি চালে। এজনে ক'লে— 'এই শৰ পহুটো এই মাত্ৰ মৰিছে, চোৱাচোন! শিংকেইটা কেনে সুন্দৰ, যেন একোটা গছপুলিহে!" আন এজনে ক'লে— 'ইমান ওজনৰ শিং দুটা লৈ ই বাৰু কেনেকৈ দীঘল জাঁপ মাৰে?' সদাগৰৰ পুতেকৰ মনলৈ কুবুদ্ধি আহিল। তেওঁ চিন্তা কৰিলে যে তেওঁলোকৰ শিক্ষামতে মৰাশৰ

ভিতৰত সোমাই জী উঠিব পাৰে। গতিকে প্ৰথম পৰীক্ষা ইয়াতে কৰা যাওক। এইদৰে ভাবি-গুণি তেওঁ প্ৰকাশ কৰি ক'লে— 'বন্ধুসকল, তোমালোকে মৰা শৰ পহুটোকে এইদৰে কি চাই আছা। এতিয়া জীয়া পহুকে চাবা পাৰিবা।' এইবুলি কৈ তেওঁ গুৰুৱে দিয়া সাৱধান বাণী উলাই কৰি মন্ত্ৰ উচ্চাৰণ কৰিবলৈ ধৰিলে আৰু খন্তেকৰ পিচতে মৰা শৰ পহুটোৰ কাষতে ধপ কৰি পৰিল আৰু তেওঁৰ আত্মা গৈ মৰা পহুত সোমাই জী উঠিল। জীয়া পহুৱে মানুহ দেখিলেই পলাব খোজে। গতিকে সদাগৰৰ পুতেক শৰ পহুৱেও জঁপিয়াই যেনি-তেনি পলাবলৈ চেষ্টা কৰিলে। বাকী তিনিজনে বাধা দিবলৈ চেষ্টা কৰে আৰু পহুৱে পলাবলৈ ধৰে। এইদৰে খেদা-গোৰা কৰি থাকি পহুক ৰাখিব নোৱাৰিলে। সি হাবিত সোমাল। এতিয়া সদাগৰৰ পুতেক বনৰীয়া শৰ পহু।

বাকী তিনিজন আগবাঢ়িল। অলপ দূৰ গৈ এটা প্ৰকাণ্ড মৰা বনৰীয়া হাতী পৰি থকা দেখিলে। এতিয়া সেনাপতিৰ পুতেকৰ বিদ্যা-পৰীক্ষা কৰিবৰ মন গ'ল। ভবামতেই কাম। তেওঁ মন্ত্ৰ উচ্চাৰণ কৰি হাতীটোৰ কাষতে ধপচ্ কৰি পৰিল আৰু তেওঁৰ আত্মা গৈ মৰা হাতীত সোমাই জী উঠিল। জীয়া হাতীয়ে হাবিলৈ দৌৰিবলৈ ধৰিলে। বাকী দুজনে বাধা দিলে যদিও ৰাখিব নোৱাৰিলে। গতিকে সেনাপতিৰ পুতেকো বনৰীয়া হাতী হৈ ৰ'ল। বাকী দুজনে থিৰাং কৰিলে যে তেওঁলোক এইদৰে আওমৰণে মৰিব নোৱাৰে। যেনে-তেনে ঘৰ পাবগৈ লাগিব। এইদৰে মন বান্ধি দুয়ো ঘৰমুৱা হ'ল।

অলপ দূৰ গৈ আকৌ মৰা বাঘ এটা পৰি থকা দেখিলে। মন্ত্ৰীৰ পুতেকৰ মনলৈ কুবুদ্ধি আহিল। তেওঁ ৰজা হোৱাৰ সপোন দেখিলে। তেওঁ ভাবিলে যে মৰা বাঘৰ ভিতৰত সোমাই জীয়া হৈ তেওঁ ৰজাৰ পুতেকক মাৰিব আৰু ৰজাৰ পুতেকৰ শৰীৰত সোমাই নিজ দেশলৈ গৈ ৰজা হ'বগৈ। এই লোভৰ বশৱৰ্তী হৈ তেওঁ মৰা বাঘৰ ভিতৰত সোমাল আৰু ৰজাৰ পুতেকক খাবলৈ খেদি গ'ল। ৰজাৰ পুতেকে ভয়তে দৌৰিবলৈ ধৰিলে আৰু মন্ত্ৰীৰ পুতেক বাঘেও পিচে পিচে দৌৰিবলৈ ধৰিলে। এইদৰে খেদা-গোৰা কৰি থাকোঁতে ৰজাৰ পুতেকে ভাবিলে আজি তাক খাবই। তেওঁনো আৰু কিমান দৌৰিব। তেওঁ এটা উপায় পালে। ওচৰতে পৰি থকা মন্ত্ৰীৰ পুতেকৰ শটোত সোমাই মন্ত্ৰীৰ পুতেক হৈ সেই ঠাইৰ পৰা আঁতৰি গ'ল। ইয়াৰ পিচত মন্ত্ৰীৰ পুত্ৰ

বাঘ ৰজাৰ পুতেকৰ শটোত সোমাল আৰু ৰজাৰ পুতেক হৈ নিজ দেশলৈ গ'ল। সেই দেশৰ ৰজা ইতিমধ্যে মৰিল। গতিকে মন্ত্ৰীৰ পুতেকেই ৰজা হ'ব লগা হ'ল। ইফালে ৰজাৰ প্ৰকৃত পুতেকে মন্ত্ৰীৰ পুতেকৰ কায়া লৈ আছে। মন্ত্ৰীৰ পুতেকৰূপী ৰজাৰ পুতেকে মনৰ বেজাৰতে কি কৰিব কি নকৰিব, ভাবি-চিন্তি ৰাজ-উদ্যানলৈ আহিল। তাতে মানুহে নেদেখাকৈ আঁৰে আঁৰে ফুৰিবলৈ ধৰিলে। তেওঁ এতিয়া ৰাজপ্ৰাসাদলৈ যাবও নোৱৰা হ'ল। গ'লেই বিপদ। ভুৱা ৰজাই তেওঁক কমাব। গতিকে মনৰ বেজাৰত তেওঁ এইদৰে থাকি উপায় উলিয়াবলৈ চেষ্টা কৰিলে।

এই উদ্যানলৈ আহি ৰাজটোলৰ পৰা এটা বুঢ়া মইনা সদায় আহে। এদিন মইনাটোৱে তেওঁক হঠাৎ দেখা পাই মন মাৰি বহি থকা দেখি মাত লগালে। ৰজাৰ পুতেকেও মইনাক চিনি পালে। দুয়োৰে চিনা-চিনি হ'ল। ৰজাৰ পুতেকে তেওঁ তাত এইদৰে থকাৰ কথাটো সদৰী নকৰিবলৈ মইনাক ক'লে।

এই উদ্যানলৈ আহি কিবা কাৰণত এই বুঢ়া মইনাটো ৰজাৰ পুতেকৰ কাষতে মৰিল। এই সুবিধাতে ৰজাৰ পুতেকে মইনাৰ শৰীৰত সোমাই ৰাজপ্ৰাসাদলৈ উৰি গ'ল। তেওঁ মন্ত্ৰীৰ পুতেক ৰজাৰ গতি-বিধি লক্ষ্য কৰিবলৈ ধৰিলে।

এই সময়তে ৰজাৰ ঘৰত এটা মৰা ছাগলী পোৱালি জাগিল। ৰজা, মন্ত্ৰী আৰু বিষয়াসকলে বেজাৰ কৰিবলৈ ধৰিলে— 'ইমান মৰম লগা পোৱালিটো! কেনেকৈনো মৰিল? ই জীয়াই থকা হ'লে দৌৰি ফুৰিলহেঁতেন দেহি!' আটায়ে হায়ে-বিয়ে কৰা দেখি মন্ত্ৰীৰ পুতেক ৰজাই ক'লে— 'মই ইচ্ছা কৰিলে ইয়াক জীয়াই দিব পাৰো।' কথা শুনি মন্ত্ৰী, বিষয়া সকলোৱে ক'বলৈ ধৰিলে— 'হয় মহাৰাজ। আপুনি তকাচুলৈ গৈ এই বিদ্যা শিকি আহিছে বুলি শুনিছো। কিন্তু আমাকতো আজিলৈকে দেখুওৱা নাই। গতিকে আজি দেখুওৱাক।' মইনাটোৱেও এই কাম কৰি সকলোকে আনন্দ দিবলৈ ৰজাক অনুৰোধ কৰিলে। ৰজা মান্তি হ'ল। তেওঁ নিজৰ কোঠালৈ সোমাল আৰু প্ৰহৰীক কঢ়া হুকুম দি ক'লে— 'মই মাত নিদিয়ালৈকে মোৰ কোঠাত কাকো সোমাবলৈ নিদিবি।' ৰজাই ভবিছিল যে মৰা ছাগলী পোৱালিৰ ভিতৰত সোমাই কিছু সময় জীয়াই তুলি, নাচি-বাগি আনন্দ দি আকৌ আহি নিজৰ কোঠাত পৰি থকা দেহত সোমাই পুনৰ ৰজা হ'ব। প্ৰহৰীয়ে ৰজাৰ হুকুম

পালন কৰা হ'ব বুলি শলাগি থ'লে। ৰজাৰ পুতেক মইনাটোৱে কোনোবা পাকত ৰজাৰ কোঠাত সোমাই চুক এটাত বৈ আছে। নিজৰ কোঠাত সোমাই ৰজাই মন্ত্ৰ উচ্চাৰণ কৰি বিচনাত পৰিল আৰু তেওঁৰ আত্মা গৈ মৰা ছাগলী পোৱালিত সোমাল। ছাগলী পোৱালি জী উঠি ইফালে-সিফালে দৌৰিবলৈ ধৰিলে। ইফালে ৰজাৰ কোঠাত তেওঁৰ মৰাশ পৰি আছে। ৰজাৰ প্ৰকৃত পুত্ৰ বুঢ়া মইনাই এনে এক সুযোগ বিচাৰি আছিল। তেওঁ তৎক্ষণাৎ ৰজাৰ পৰি থকা মৰা শত সোমাল আৰু ৰজাৰ প্ৰকৃত পুত্ৰ হ'ল। এতিয়া ৰজা প্ৰকৃত ৰজাৰ পুত্ৰ। তেওঁ ৰজা হৈ দুৱাৰ মেলি ওলাই আহি হুকুম দিলে— 'কটোৱাল, এই পোৱালিটো তৎক্ষণাৎ কাট।' যেনে হুকুম তেনে কাম। কটোৱালে ছাগলী পোৱালিটো কাটি দুটুকুৰা কৰিলে। ফলত মন্ত্ৰীৰ পুতেক ভুৱা ৰজা মৰিল। এতিয়া ৰজাৰ পুতেকেই ৰজা হ'ল।

মন্ত্ৰী আৰু বিষয়াসকলে ঘটনাৰ আঁতিগুৰি একো বুজিব নোৱাৰি, এই ৰহস্যৰ ভেদ ভাঙিবলৈ ৰজাক অনুৰোধ কৰিলে। তেতিয়া ৰজাই এই কাহিনী বৰ্ণনা কৰি আটাইকে চমক খুৱালে।

# দু-আষাৰ

সাধু-কথা বা লোক-কথা পৰম্পৰাভাৱে মুখ বাগৰি আহিছে। সকলো দেশ, সকলো জাতিৰ মাজত ইয়াৰ প্ৰচলন আছে। ইয়াৰ সুনিৰ্দিষ্ট ধাৰা বা ৰূপ নাই। ইয়াত এটা কাহিনী আৰু এটা নীতি-শিক্ষা থাকে। ইয়াত ঘাইকৈ অলৌকিকতা বা অতিৰঞ্জিত কথাই ঠাই পাই আহিছে; যদিও তাৰ মাজতো লোক-বিশ্বাস, সমাজ-ব্যৱস্থা, চিন্তা-ধাৰা, জীৱন-যাত্ৰাৰ প্ৰণালী, ৰীতি-নীতি, হিংসা-দ্বেষ, মৰম-স্নেহ প্ৰভৃতি নিহিত হৈ থকা দেখা যায়। ইয়াৰ চৰিত্ৰৰো ধৰা-বন্ধা নিয়ম নাই। মানুহ, দেও-ভূত, পশু-পক্ষী আদি বিভিন্ন চৰিত্ৰৰ মাজেদি জাতীয় চৰিত্ৰৰ আভাস পোৱা যায়।

অসম সাহিত্য সভাই অসমৰ প্ৰতিটো জনজাতিৰ প্ৰচলিত সাধু-কথা সংগ্ৰহৰ আঁচনি লৈছে। 'দেউৰী-সাধু'ৰ পুথি এখন যুগুতাই দিবলৈ আমাৰ ওপৰত ভাৰ দিয়ে। এই বিষয়ে চিন্তা-চৰ্চা কৰিবলৈ আমাৰ নিচিনা গাঁৱলীয়াৰ সময় আৰু সুবিধা বৰ কম। এশ এবুৰি হেঙাৰ আছে। তদুপৰি অলিখিত লোককথাৰ লিখিত ৰূপ দিয়াটো আৰু টান কাম। তথাপি সভাৰ মহৎ উদ্দেশ্য সফল কৰি তুলিবলৈ যৎপৰোনাস্তি চেষ্টা কৰা হৈছে। ওপৰত উনুকিয়াই অহা দিশবোৰলৈ লক্ষ্য ৰাখি ল'ৰালি কালত শুনা কেইটিমান সাধু টৌতে খৰ মাৰি বাছি-বিচাৰি সজাই দিয়া হৈছে। ইয়াৰ কাহিনী ভাগ অসমৰ জনজাতি তথা অসমীয়াৰ লগত মিল নোলাব বুলি ক'ব নোৱাৰি। তেনে হোৱাটো স্বাভাৱিক।

দেউৰীবিলাক পুৰণি শদিয়াৰ খিলঞ্জীয়া অধিবাসী। গতিকে সাধুকথাৰ

পটভূমিও শদিয়া অঞ্চল। সিবিলাকৰ সাধু কোৱাৰ নিজস্ব বিশেষত্ব আছে। কাহিনী কোৱাৰ আগতে ফকৰা-যোজনা বা সাঁথৰ এটা কৈহে আৰম্ভ কৰে।

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ডক্টৰ হেমন্তকুমাৰ শৰ্মাদেৱে কিতাপখন লিখিবলৈ উদগনি দিয়া বাবে তেখেতৰ প্ৰতি আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো। অসম সাহিত্য সভাই কিতাপখন প্ৰকাশ কৰি উলিওৱাৰ বাবে সভাৰ সভাপতি, মোৰ শিক্ষা গুৰু পূজনীয় শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱ প্ৰমুখ্যে সকলো কৰ্মকৰ্তালৈকে আমাৰআন্তৰিক শ্ৰদ্ধা আৰু ধন্যবাদ জনালো।

**শ্ৰীডম্বৰুধৰ দেউৰী**

১৫ নবেম্বৰ, ১৯৭৬
ৰজাবাৰী, শিৱসাগৰ

# বুঢ়া-বুঢ়ী আৰু বান্দৰৰ সাধু

অসমৰ চুতীয়া জাতিৰ ভাষা-সংস্কৃতি, ধৰ্ম-বিশ্বাস, কৃষ্টি-সভ্যতাৰ ঐতিহ্য জীয়াই ৰখা দেউৰীবিলাক চাৰিটা খেলত বিভক্ত। খেলৰ নামবোৰ আদি বসতিস্থানৰ পৰা উৎপত্তি হৈছে। বৰনৈ (লুইত)ৰ পাৰত অৰুণাচলৰ টেঙাপানী নৈ আৰু লুইতৰ সংগমস্থলৰ পৰা সদয় বা সুদয়া ঘাট (তেজু)লৈকে লুইতৰ উত্তৰাংশত তেওঁবিলাকৰ বসতি আছিল। প্ৰাচীনকালত তাত ন-কুৰি দহঘৰ মানুহৰ এখন বৰ ডাঙৰ গাঁও আছিল। সেই গাঁৱৰ বাসিন্দাসকলক বৰগএঞা বোলে। চাৰি খেলৰ ভিতৰত বৰগএঞা এখেল। তেওঁবিলাকে পূৰ্বৰে পৰা বিখ্যাত তাম্ৰেশ্বৰী মন্দিৰৰ পূজা-পাতল চলাই আহিছে।

তাহানি তাত এহাল বুঢ়া-বুঢ়ী (গিৰা-গিৰাচী) আছিল। তেওঁলোক অপুত্ৰক আছিল। গতিকে মনত দুখ। নিজেই সকলো কৰি-মেলি খায়। এহাল কাক বোলে নাজানিছিল। পৰিশ্ৰমী হোৱা বাবে স্বাস্থ্য ভাল আছিল।

এবছৰ খৰাং বতৰৰ বাবে সমূলি খেতি-বাতি নহ'ল। বুঢ়া-বুঢ়ীয়ে কচু ৰুবলৈ আলচিলে। বুঢ়ীয়ে সৰহকৈ ৰুবলৈ বুঢ়াক কুটৰিলে। তাকে খাই নিজেও বাচিব লাগিব আৰু ওচৰ-চুবৰীয়াকো দি তৰাব লাগিব। এইদৰে দহৰ উপকাৰ সাধিব লাগিব। তেহে টানে-আপদে আমাকো চাব-চিতিব। 'তেনেহ'লে তলিখন বহলাব লাগিব।' —বুঢ়াই শলাগিলে।

বুঢ়াই গছ কটাত লাগিল। বুঢ়ীয়ে ডাল-পাতবোৰ কাটি-বাছি জুই লগাই দিলে। এইদৰে দুয়ো লাগি-ভাগি তলিখন উলিয়ালে। বৰষুণ অহাৰ আগতে ৰুই শেষ কৰিব লাগিব। বুঢ়াই শাৰী শাৰীকৈ খুলি খানিলে। বুঢ়ীয়ে কচুবোৰ ৰুই গ'ল। এনেতে ক'ৰবাৰ পৰা এটা মলুৱা বান্দৰ আহিল। বুঢ়ীৰ ওচৰলৈ হৈ মাটিত মূৰটো গুজি ক'লে— 'অ' আৱৈ (বুঢ়ী আই), এজ্ঞাইৰ (ককাদেউতা) ভালনে?' বুঢ়ীয়ে চাপৰি থকাৰ পৰা কঁকাল পোনাই ক'লে—

‘তইনো কোন, ক’ৰ পৰা আহিছ?’

বুঢ়ীৰ আসে পাই কাষ চাপি ভালৰি লগাই ক’লে— ‘মই এটা মলুৱা বান্দৰ। বহু দিন হ’ল। আৱৈ-এজাইৰ খবৰ লোৱা নাই। কি হৈছে নহৈছে শংকা কৰি সুধি-পুচি যাওঁ বুলি আহিছোঁ। আৱৈ-এজাইহঁতে আমাৰ খবৰ ল’বলৈকে এৰি দিছে। পাৰিলে কামতো সহায় কৰি দিওঁ।’

বান্দৰটোৰ কথা শুনি বুঢ়ীয়ে ক’লে— ‘আহিছ ভাল হৈছে। আৰু কি ক’বলগীয়া আছে ক। কাম-কাজত পিছেপৰেও সহায় কৰি দিবি।’

চেলু পাই সি ক’লে— ‘পিছে এনেকৈনো কি ৰুইছ আৱৈ?’ বুঢ়ীৱে ক’লে— ‘এৰা, এইবাৰ বৰ আকাল হ’ব। কিটো খাম— কচুকে কেইদৰামান ৰোওঁ বুলি উঠি-পৰি লাগিছোঁ। নহ’লে খাবলৈ নাপাই নিগমে মৰিব লাগিব।’

বান্দৰে ক’লে— ‘এনেকৈ কচু ৰুলে হ’বনে? গছবোৰ ঠিহিৰা মাৰি থাকিব আৰু আলুবোৰ সোনকালে ডাঙৰ নহ’ব। মানুহ বয়সত বুঢ়া হ’লে ল’ৰা হয় বুলি এষাৰ কথা আছে। তইঁতহাল দেখিছোঁ সঁচাই সেয়ে হৈছ। নহ’লেনো বাৰু এইদৰে কচু ৰোৱনে? এতিয়াও কচু ৰুই খাবলৈ নিশিকিলি? নাজান যদি ময়ে শিকাই দিওঁ।’

মলুৱাৰ কথা শুনি বুঢ়াই মাত লগালে— ‘তই মলুৱাই শিকাব নালাগে। এইমতেই কচু ৰুই খাই ডাড়ি পকালোঁহি। ভালে ভালে ইয়াৰ পৰা আঁতৰ হ! নহ’লে এসেকা পাবি।’

মলুৱাই সেও হৈ ক’লে— ‘অ’ এজাই, খং নকৰিবি। এইবাৰ মোৰ কথামতে ৰুই চাচোন। দুই-চাৰি দিনৰ ভিতৰতে বৰ বৰ কচু-আলু হ’ব। সঁচা-মিছা পিছেপৰেও বুজিবি।’

বান্দৰৰ কথা শুনি বুঢ়ীৰ মনত খুদুৱনি লাগিল। বুঢ়াৰ কাণে কাণে ক’লে— ‘অ’ গিৰা, বান্দৰে বহু ঠাই দেখিছে। দেশ- দ্বীপান্তৰলৈ গৈছে। অনেক কথা শিকিছে। গতিকে তাক এবাৰ সুধি চোৱা ভাল। কিনো কয়?’ বুঢ়াই কাকো একো নক’লে। বান্দৰেনো কি কয়, তাক শুনো বুলি নিৰৱে থাকিল।

বুঢ়া-বুঢ়ী অতপৰে থিয় হৈ আছিল। দুয়ো মাটিত বহিল। বুঢ়ীয়ে বান্দৰক

সুধিলে— 'হেৰ' মলুৱা, বাৰু তোৰ মতে ৰুই চাওঁ। ক'চোন, কেনেকৈ ৰুব লাগিব? কি কি কৰিব লাগিব?'

বান্দৰে বুজিলে, তাৰ কথাই ফল ধৰিছে। সেই দেখি সি ৰংমনে ক'লে— 'অ' আৰৈ, গাঁতবোৰ অলপ দ দকৈ বহলাই খানিবি। কচুবোৰ ধুই-পখালি ল'বি। তাৰ পিছত ভালকৈ সিজাবি। সিজিলে কৌপাতেৰে এটা এটাকৈ টোপোলা বান্ধিবি। ধূলি-মাকতি নলগাবি। সেইবোৰ গাঁতে গাঁতে ৰুই দিবি। অলপ অলপ মাটি চপাই দিবি। ৰোৱা শেষ হ'লে কেইদিনমানৰ পিছত চাবলৈ আহিবি। মোৰ কথা সঁচা নে মিছা তেতিয়াহে বুজিবি।'

মলুৱাৰ লাপি-লুপা কথা শুনি বুঢ়াই ক'লে— 'আজিলৈকে এনেকুৱা নোহোৱা-নোপজা কথা আমি ক'তো শুনা নাই। এনে কথা কেতিয়াও হ'ব নোৱাৰিব। তই আমাক বৰ আঁকৰা-অজলা হোজা-চিধা পাইছ নেকি?'

বুঢ়ীয়ে কিন্তু বান্দৰৰ দিহামতে কচু ৰুবলৈ বুঢ়াক সৈমান কৰালে।

হোলাৰ ভাই মোলা। বান্দৰৰ ছলাহী কথাত বুঢ়া-বুঢ়ী ভোল গ'ল। পিছ দিনাৰ পৰা বান্দৰৰ কথামতে কচু ৰোৱাত লাগি গ'ল। মলুৱাই আলেঙে আলেঙে বুঢ়া-বুঢ়ীৰ কচু ৰোৱা চাই আছিল। সেইদিনাখন বুঢ়া-বুঢ়ীয়ে পুৱাৰ পৰা কচু ৰোৱাত ব্যস্ত হৈ পৰিল। ৰান্ধনি বেলিৰ আগে আগে ৰুই শেষ কৰিলে। আশাভৰা তলিখন ঘূৰি-ফুৰি চাই তেওঁলোক ঘৰলৈ গুচি আহিল। তেতিয়াও বেলি পৰা নাছিল। এই ছেগতে মলুৱাই তাৰ স্বজাতিসকলক লগত লৈ তাত উপস্থিত হ'লহি। সি তাহাঁতক গাঁতৰ পৰা কচুবোৰ উলিয়াই উলিয়াই খাবলৈ এপিনৰ পৰা লগাই দিলে। নিজেও খোৱাত লাগিল। সিজোৱা কচুৰ সোৱাদ পাই বান্দৰহঁতৰ ৰং চায় কোনে? নিমিষতে তলিখন উদং কৰি দূৰলৈ আঁতৰি গ'ল।

দিনদিয়েকৰ পিছত বুঢ়া-বুঢ়ীয়ে কচু-তলিলৈ গৈ দেখিলে— সৰ্বনাশ হ'ল। কচুবোৰ বান্দৰে খাই শেষ কৰিলে। তাহাঁতে এনেকৈ ঠগিব বুলি তেতিয়ালৈকে তেওঁলোকে ভাবিবই পৰা নাছিল। সকলো আশা-ভৰসা ধূলিসাৎ হৈ গ'ল। অতবোৰ দুখ-কষ্ট, পৰিশ্ৰম অথলে গ'ল। নিজৰ ভুলৰ বাবেই যে তেওঁলোকৰ এই দশা হ'বলৈ পালে, তাত সন্দেহ নাই। দুয়ো অনুশোচনা কৰিবলৈ ধৰিলে।

বুঢ়াই নিজকে নিজে দোষাৰোপ কৰি ক'লে— 'ক'ৰবাৰ সজাত্ত নাইকিয়া

বান্দৰ এটাৰ কথাত পতিয়ন যোৱাৰ ফল এনেকুৱাই। ছিঃ ছিঃ! দেশত নোহোৱা কাণ্ড হ'ল। কথাতে কয়, 'নিজৰ বুদ্ধি শিলৰ খুঁটি, লোকৰ বুদ্ধি পোকৰ উদি'। এইষাৰ কথা আমাতেই ফলিয়ালে।'

বুঢ়াই বুঢ়ীক চিঞৰি ক'লে— 'যি হ'ব লগা হ'ল। তাৰ কাৰণে আৰু বেজাৰ কৰি লাভ নাই। এতিয়া বান্দৰৰ এই অন্যায়ৰ কিবা এটা প্ৰতিকাৰ কৰিব লাগিব। তাকো আমি দুয়োৱে লগ হৈ কৰিম। সম্প্ৰতি তাৰ চিন্তা কৰোঁহক। নহ'লে ইহঁতৰ উৎপাতত মানুহে ভৱিষ্যতে একোকে ৰুই খাব নোৱাৰিব।' দুয়ো বেজাৰ মনে ঘৰলৈ গুচি আহিল। ঘৰ পাই খাই-বৈ মনৰ বেজাৰত বুঢ়া-বুঢ়ী শুই থাকিল।

বহুত দিনলৈকে বুঢ়া-বুঢ়ীয়ে বান্দৰৰ প্ৰৱঞ্চনাৰ কথা পাহৰিব পৰা নাছিল। লাহে লাহে সেই কথা তল পৰিল। এনেকৈ দিনবোৰ পাৰ হৈ যাব ধৰিলে। এদিন বুঢ়ীয়ে পথাৰৰ পৰা মুৰত এমুঠা খৰি লৈ ঘৰলৈ ঘূৰি আহোঁতে বাটত হঠাৎ মলুৱাই বুঢ়ীক আগভেটাদি ধৰিলেহি। মলুৱাক দেখি বুঢ়ী থতমত খালে। বুকুখন চিৰিংকৈ গ'ল। একো দেও-ভুত দেখা নাইতো? পিছ মুহূৰ্ত্তে বুঢ়ীয়ে নিজকে চম্ভালি ল'লে। হাতত থকা দাখন দেখি মলুৱা পিছুৱাই গ'ল।

একো নজনাভাৱে মলুৱাই বুঢ়ীক সুধিলে— 'অ' আৱৈ দেখোন! ক'ৰ পৰা আহিছ? কেইবাদিনো এজাইক দেখা নাই, কিবা অসুখ-বিসুখ হৈছে নেকি?'

বুঢ়ীয়ে বান্দৰৰ কথাত বেজাৰ কৰি ক'লে— 'নক'বি আৰু নাতি! বৰ বিপদ। এজাইদেউৰাৰ যোৱা-থোৱা নৰীয়া। তই হ'বলা জনাই নাই। দেখিছই নহয়, আমাৰ কেউ-কিছু নাই। তহঁতেই আমাক এই বিপদৰ সময়ত নাচালে কোনেনো চাব?'

মলুৱাই বুঢ়ীক মৰম লগাই ক'লে— 'ইমান দিনে খবৰ.পোৱা নাছিলো আৱৈ! কালিলৈ পুৱাতেই এজাইক চাবলৈ নিশ্চয় যামইঁক। আৱৈ, একো চিন্তা নকৰিবি। এজাই ভাল হৈ উঠিব।'

বুঢ়ীয়ে বান্দৰক শলাগি ক'লে— 'বাৰু নাতি, কালিলৈ পুৱাতেই আহিবিইঁক। নহাকৈ নাথাকিবি। মই তোৰ এজাইক কথাটো ক'মগৈ। শুনি সন্তোষ পাব। এতিয়া যাওঁদেই নাতি।'

'বাৰু আৰৈ যা। ময়ো যাওঁ' বুলি বান্দৰে এফলীয়া হৈ বুঢ়ীক এৰি দিলে। বুঢ়ী বেগাবেগিকৈ ঘৰমুৱা হ'ল। কেইখোজমান গৈ কৌতূহলবশতঃ ঘূৰি চালে। মলুৱাই বুঢ়ীলৈ চাই তাতে ৰৈ আছে। তাৰ পিছত একে জাঁপেই গছত উঠিলগৈ।

বুঢ়ীয়ে ঘৰ পাই বুঢ়াক সকলো কথা ক'লে। বুঢ়ীৰ কথা শুনি বুঢ়া উত্তেজিত হৈ পৰিল। ক'লে— 'তাৰ অতপালি চৰি গৈছে। দুষ্টৰ এইটো স্বভাৱেই। অভীষ্ট সিদ্ধিৰ কাৰণে গৰাকীক তোষামোদ কৰে। স্বাৰ্থসিদ্ধি হোৱাৰ পিছত দেখিলে নিলগতে পলায়। তাহাঁতক সমূলে নিপাত কৰিব লাগিব। নহ'লে, মানুহে আমাৰ দুৰ্নাম চিৰকাল ৰতিব।'

'পাষণ্ডহঁত কালিলৈ পুৱাতে ওলাবহি। তাহাঁত বৰ লুভীয়া। কিবা খোৱা বস্তু পোৱাৰ আশাত জৰুৰ আহিব। তেতিয়া কি কৰা যাব?' —বুঢ়ীয়ে বুঢ়াক সুধিলে। বুঢ়াই বুদ্ধি এটা উলিয়ালে। 'মই মৰা ভাও ধৰি বিছনাত শুই থাকিম। তই মোক কাপোৰ এখনেৰে ভালকৈ ঢাকি থ'বি। লগত নাহৰৰ টাঙোনডাল লুকাই ৰাখিবি। দুৱাৰখন কাণি-দুৱৰিকৈ মেলি তই চোতালত বহি ইনাই-বিনাই কান্দি থাকিবি। তেতিয়া তাহাঁত ওচৰ চাপি আহিব। 'কি হৈছে' বুলি সুধিলে বুঢ়া মৰিল বুলি ক'বি। মোক চাবলৈ তাহাঁত ভিতৰ সোমাব। তেতিয়া, 'এটি সোমাইছে বুঢ়া বুঢ়া। দুটি সোমাইছে বুঢ়া বুঢ়া' বুলি কান্দিবি। গোটেইজাক সোমালে 'বুঢ়াও বুঢ়া. চাঁচনৰ মৰিয়া ঘূৰা।' এইবুলি কৈ দুৱাৰখন জপাই ধৰিবি। মই ঘপ্‌কৈ উঠিম। টাঙোনডাল লৈ উধাই-মুধাই তাহাঁতক মাৰিম।' এইদৰে দুয়ো আলোচনা কৰি খাই-বৈ শুই থাকিল।

পিছদিনা পুৱা বুঢ়ীয়ে সেইদৰে কৰিলে। বান্দৰবোৰে বুঢ়ীৰ কান্দোন শুনি সুধিলেহি— 'আৰৈ, কি হৈছে। কান্দিছ কিয়?'

বুঢ়ীয়ে ফেঁকুৰি ফেঁকুৰি ক'লে— 'নাতিহঁত, আজি বুঢ়াটো মৰিল। সেইবাবে কান্দিছোঁ।' এইকথা শুনি বুঢ়াক চাবলৈ এটা এটাকৈ ভিতৰ সোমাল। গোটেইজাক সোমালত বুঢ়ীয়ে চিঞৰি ক'লে— 'বুঢ়া ঐ বুঢ়া, চাঁচনৰ মৰিয়া ঘূৰা।' বুঢ়ীয়ে বাহিৰৰ পৰা দুৱাৰখন জপাই ধৰিলে। বুঢ়াই সাউৎকৈ উঠি টাঙোনডাল লৈ বান্দৰবোৰক টঙনিয়াই মাৰি পেলালে। মাত্ৰ গাভিনী বান্দৰী এজনী থাকিল। তাই ভাবুকিত সোমাই সাৰিল। এইৰ পৰাই

বান্দৰৰ বংশ ৰক্ষা পৰিল।

বুঢ়া-বুঢ়ীয়ে দিনৰ দিনটো মৰা বান্দৰবোৰ ঘৰৰ ভিতৰৰ পৰা টানি টানি দূৰত নি পেলাওঁতেই গ'ল। এই সুৰুঙাতে বান্দৰী ভিতৰৰ পৰা ওলাল। তেজেৰে লুতুৰি-পুতুৰি হৈ মৰি পৰি থকা বান্দৰবোৰ দেখি তাই আতংকিত হৈ পৰিল আৰু বৰ বেজাৰ মনেৰে তৎক্ষণাৎ দৌৰি পলাল। তেতিয়াৰ পৰা মানুহৰ লোকালয় এৰি বান্দৰ হাবিলৈ গুচি গ'ল। সেইদিন ধৰি বান্দৰ হাবিত থাকে।

দেউৰী লোকৰ মতে বান্দৰ অশুচি, নীচ আৰু নিন্দনীয়। বান্দৰৰ মাংসকো নাখায়, ছালতো নবহে আৰু দহো আঙুলি যজ্ঞতো নালাগে।

# টিপচী, শিয়াল আৰু বুঢ়া-বুঢ়ী

কুণ্ডিলৰ দিহং, চেচেৰি আৰু দিবং —এই তিনিখন নৈ আহি লুইতত লগ লাগিছেহি। এই সংগমস্থলক দেউৰী লোকে 'তিনি মুনি ফাঁট' বুলি কয়। ইয়াৰ পৰাই যিখন নৈ হৈছে সেয়ে পবিত্ৰ ব্ৰহ্মপুত্ৰ। এসময়ত দিবং নৈৰ পাৰত এখন জনপূৰ্ণ গাঁও আছিল। দিবঙৰ পাৰত বসতি লোৱা বাবে এই মানুহবিলাকক দিবঙীয়া বুলি কয়। এই মনোৰম চিৰসেউজীয়া অঞ্চলটোৰ লগত এই সাধুকথাৰ সম্বন্ধ জড়িত হৈ আছে।

এই ত্ৰিবেণী সংগমস্থলৰ ওচৰত দিবং নৈ পাৰত এখন ডাঙৰ হাবি আছিল। তাতে এটা শিয়ালৰ এখন খেৰণি বাৰী আছিল। সি খেৰ গোটাবলৈ আৰম্ভ কৰিলে। কেইদিনমান গোটোৱাৰ পিছত দেখিলে— খেৰবোৰ কোনোবাই চুৰ কৰি নিছে, গোটেইখন জাবি-জোকাবি ওলট-পালট কৰি থৈ গৈছে। সেইবোৰ দেখি সি মনতে ভাবিলে— চোৰটো ধৰিব লাগিব। নহ'লে এইবাৰ খেৰ গোটোৱা নহ'ব। এদিন কোনেও নেদেখাকৈ খেৰণিৰ এচুকৰ আঁৰত লুকাই থাকিল। কিছুপৰ জোপ লৈ থকাৰ পিছত সি এজনী টিপচী চৰাই দেখিলে। তাই ঠোঁটেৰে খেৰবোৰ কঢ়িয়াই লৈ গৈছে। টিপচীয়ে গছ এজোপাৰ ফেৰেঙনিত, সহজে শত্ৰুৰ চকুত ধৰা নপৰা নিৰাপদ ঠাইত বাহ এটা সাজিছে। কণী পৰা আৰু পোৱালি জগোৱাৰ কাৰণে তাই বাহ সজাত লাগি গৈছে। তালৈকে খেৰবোৰ নিছে। এইদৰে খেৰ কঢ়িয়াই থাকোঁতে ইপিনৰ পৰা আহি শিয়ালে মাত লগালেহি— 'এইজনী ক'ৰবাৰ গভাইত চুৰুণী। তই মোৰ খেৰবোৰ চুৰ কৰি নিছ। হাতে-লোটে ধৰা পৰিছ যেতিয়া এৰণ নাই। তোক আজি শুদাই নেৰোঁ।'

'চুৰুণী' বুলি কৰা নিন্দাসূচক অপমানত টিপচীয়ে বৰ লাজ পালে। তাই গহীনকৈ শান্তভাৱে ক'লে— 'শিয়াল ককাই, তই মিছাই খং নকৰিবিচোন। মোৰ ডাঙৰ জীজনী তোক দিম নহয়।'

টিপচীৰ কথা শুনি শিয়ালে বৰ ৰং পালে। 'বাৰু, সেয়ে হ'ব তেন্তে।

পিছে কেতিয়াকৈনো দিবি?'

'মই বাহ সাজিবলৈ আৰম্ভ কৰিছোঁহে। কণী পৰাই নাই। পোৱালি জগিলে দিম।'

'তেনেহ'লে বাহটো নুঠালৈকে যিমান লাগে সিমান খেৰ নে।'

শিয়ালৰ সন্মতি পাই টিপচীয়ে নির্ভয়ে বাহ সজাত লাগিল। তাই ঠোঁটেৰে খেৰকুঁটা কঢ়িয়াই কঢ়িয়াই প্রকাণ্ড বাহ এটা সাজি ল'লে।

এইদৰে কিছুদিন পাৰ হৈ গ'ল। এদিন দুপৰীয়া শিয়াল টিপচীৰ খবৰ ল'বলৈ আহিল। তাই বাহ লোৱা গছজোপাৰ তলত বহি সুধিলেহি— 'টিপচি, কণী কেইটা পাৰিলি?' শিয়ালৰ মাত শুনি বাহৰ ভিতৰৰ পৰাই তাই উত্তৰ দিলে— 'বাহ সাজি শেষ হোৱাই নাই। কণী নৌপাৰো এথোন।'

শিয়াল গুচি আহিল।

পিছদিনা তালৈ গৈ আগৰ দৰেই সুধিলেহি— 'টিপচী টিপচী, কণী কেইটা পাৰিলি?' টিপচীয়ে সমিধান দিলে— 'আজি কণী এটা পাৰিছোঁ।' সিফালে টিপচীয়ে কণী পাৰি উমনি ধৰিলে।

তাৰ পিছদিনাখন আকৌ তালৈ গৈ শিয়ালে আগৰ দৰেই টিপচীক সুধিলে। তাই কণী দুটা পাৰিছোঁ বুলি ক'লে। এই অনুক্রমে টিপচীয়ে এঅঁৰা দুটা পৰাৰ হিচাপ দিলে। এই কেইদিনৰ ভিতৰত টিপচীয়ে পোৱালি জগাই শেষ কৰিলে।

শিয়াল দিনৌ টিপচীৰ খা-খবৰ ল'বলৈ যায়। এদিন সি আগৰ দৰেই তাইক সুধিলত ক'লে— 'আজি উমনিত বহিছোঁ।' কেইদিনমান যোৱাৰ পিছত টিপচীয়ে শিয়ালক জনালে— 'আজি পোৱালি এটি জগিছে।' এই কথা শুনি সি বৰ আনন্দ পালে। ইতিমধ্যে টিপচীয়ে পোৱালিবোৰ উৰণীয়া কৰিলে। এদিন শিয়ালৰ চকুত ধূলি মাৰি তাই পোৱালিবোৰ উৰুৱাই নিলে। যাবৰ সময়ত বাহত ধূলি-মাকতি, জাবৰ-জোঁথৰ কিছুমান ভৰাই থ'লে। টিপচীৰ টেঙৰালি কথা শিয়ালে বুজিব নোৱাৰিলে।

পিছদিনাখন পুৱাতে শিয়াল তালৈ গ'ল। পূর্বৰ দৰেই তাইক সুধিলে, কিন্তু একো উত্তৰ নাপালো। সি তেতিয়া মনতে ভাবি-গুণি চালে— টিপচীয়ে জীয়েকক দিবলৈ টান পাইছে। সেইকাৰণে হেৰেপা দি আছে। তেনেহ'লে বাহটো নমাই অনা যাওক। কিন্তু কাম কৰে কেনেকৈ— সিতো

গছত উঠিব নোৱাৰে। সেই দেখি হাকোটা এডাল বিচাৰি বাঁহনি এডৰালৈ গ'ল। তাত সোমায়েই এটা কেৰ্কেটুৱাক লগ পালে। কেৰ্কেটুৱাটোৱে তাক দেখি সুধিলে— 'অ' শিয়াল ককাই দেখোন! কি বা মন কৰি আহিলি?' শিয়ালে তাক দেখি বুদ্ধি এটা সাজিলে। আগৰে পৰা গুৰিলৈকে সি সকলো কথা তাক বিৱৰি ক'লে। কামত সহায় কৰি দিবলৈ মাতিলে। সি কথা শুনি বিচুৰ্তি হ'ল। টিপচী এজনীয়ে ধূৰ্ত শিয়ালক ঠগিব পাৰেনে বাৰু? বিশ্বাস কৰিব নোৱাৰিলে। ঘটনাটোনো কি, বুজ ল'বলৈ বুলি ওলাল। দুয়ো আহি টিপচীয়ে বাহ লোৱা গছৰ তল পালেহি। তেতিয়া শিয়ালে, তাক কাণে কাণে ক'লে— 'তই সৌ বাহটোলৈ উঠ। মই ইয়াত্ থাকোঁ। তই তোৰ ভাগৰ কণীবোৰ খাবি আৰু মোৰ পোৱালিবোৰ তললৈ পেলাই দিবি, মই ধৰি ধৰি খাম।'

কেৰ্কেটুৱাই ক'লে— 'নেদেখিছা এধানিমানি টিপচী, ভগৱতীৰ প্ৰিয় খাদ্য! সোলোং গছত বাহ। ইও এলাপেছা নহয়, প্ৰকাণ্ড।'

কেৰ্কেটুৱাটো বাহলৈ গ'ল। তাত একো নেদেখি তাৰ বৰ খং উঠিল। বাহটোত সোমাই তলিখন খুঁচৰি ভাঙি-ছিঙি তললৈ পেলাই দিলে। শিয়াল টিপচীৰ পোৱালি খোৱাৰ আশাত ওপৰলৈ জুমি চাই বহি আছিল। কুটা-কুটি জাবৰ-জোঁথৰবোৰ আহি তাৰ চকুত সোমালহি। সি তৎক্ষণাৎ চকুৰে নেদেখা হ'ল। তাৰ চকু দুটা কাঁইটে বিন্ধিবলৈ ধৰিলে। বিষত তত্-মত্ হেৰুৱাই যেনি-তেনি দৌৰা-দৌৰি কৰিবলৈ লাগিল। উপায় নাপাই দিবং নৈৰ পাৰে পাৰে উজাই লৰ দিলে। সেইদৰে গৈ গৈ দেউৰী গাঁওখন পালেগৈ। তাত এহাল বুঢ়া-বুঢ়ীয়ে ঢেঁকীত ধান বানি আছিল। সিহঁত হালক দেখি ওচৰ চাপি গ'ল। পোনতে বুঢ়ীক ক'লে— 'অ' বুঢ়ী, মোৰ চকুত কুটা সোমাল। গুচাই দে।' বুঢ়ীয়ে তাৰ কথালৈ কাণ নিদি চাউল চলাত লাগিল। সি আকৌ ক'লে। বুঢ়ীয়ে ভেকাহি মাৰি ক'লে— 'বুঢ়াক ক। মই চাউল চালিছোঁ।' শিয়ালে বুঢ়াক ক'লে— 'অ' বুঢ়া, মোৰ চকুত কুটা সোমাল। গুচাই দে।' বুঢ়ায়ো তাৰ কথালৈ কৰ্ণপাত নকৰিলে। ঢেঁকী দিয়াত লাগিল।

শিয়ালে বুঢ়াক ক'লে, বুঢ়াই বুঢ়ীক ক'বলৈ কয় আৰু বুঢ়ীক ক'লে, বুঢ়াক ক'বলৈ কয়। এইদৰে বগিয়া-বাগি কৰি সিজনে ইজনৰ ফালে চোৱা-চুইকৈ

ৰ'ল। অলপ পিছত বুঢ়াই ঠাৰে-চিয়াঁৰে বুঢ়ীক ক'লে— 'ঢেঁকীথোৰাৰে তাৰ দুই চকুত কেইখুন্দামান ভালকৈ দি দিয়া।' বুঢ়াই ধান বনা এৰি ঢেঁকীটো দাঙি ধৰিলে। বুঢ়ীয়ে বুঢ়াৰ ইংগিত মতে থোৰাটো এৰুৱালে। বুঢ়াই শিয়ালক শুনাই ক'লে— 'হেৰ' খলুৱা, মই নোৱাৰোঁ। বুঢ়ীয়ে পাৰিব। ওচৰলৈ যা।' শিয়াল বুঢ়ীৰ ওচৰ চাপি গ'ল। 'ক'ৰবাৰ পখৰাটো আহিল। আহ চাওঁ। চকুহাল ভালকৈ মেল।' এইবুলি শিয়ালে তৰ্কিব নোৱৰাকৈ, ঢেঁকীথোৰাটো হাতত তুলি লৈ বুঢ়ীয়ে তাৰ দুই চকুত দুখুন্দা বাৰুকৈ বহাই দি দিলে! খুন্দা খাই শিয়ালে জলা-কলা দেখিলে! তৰা-নৰা ছিঙি হাবিলৈ পলাল। তেতিয়া সি কৈ গ'ল— 'বাৰু তহঁতহালক অ'তো নাপাওঁ, ত'তো নাপাওঁ; খেপেনা বাটতে পাম।'

শিয়াল চকুৰ বিষত চুৰ্তি-বুদ্ধি হেৰুৱাই হাবিত সোমালগৈ। ইফালে-সিফালে খুন্দা-খুন্দলি খাই ফুৰোঁতে তাক পালে তাৰ জ্ঞাতি-বন্ধুসকলে। তেনে শোক লগা অৱস্থা দেখি সিহঁতে তাৰ কি হ'ল বুলি সুধিলে। 'ঢেঁকীথোৰাই পালে' বুলি কৈয়েই চকুৰ যন্ত্ৰণাত তৎ নাপাই চাটি-ফুটি কৰিবলৈ ধৰিলে। এক্ষন্তেকো ৰ'ব-নোৱাৰি কেক্ কেকাই ভিৰাই লৰ দিলে। তাক দেখি সিহঁতেও 'ঢেঁকীথোৰাই পায়হি' বুলি ভয়ত ফৰিং ছিটিকাদি পিয়াপি দি পলাই পত্ৰং দিলে। সেইদিন ধৰি সিহঁতে ঢেঁকীথোৰাৰ ভয়ত দিনত নোলাই ৰাতি ওলোৱা হ'ল। কেতিয়াবা কাচিৎ দিনত ওলালেও 'ঢেঁকীথোৰাই পালেহি নেকি' বুলি উলটি-পালটি চাই চাই হাবিলৈ গুচি যায়।

বহুত দিন হ'ল। গ'ল, কথা গুচিল। বুঢ়া-বুঢ়ীয়ে সেই কথা পাহৰিলে। শিয়ালে কিন্তু পাহৰা নাই। বুঢ়া-বুঢ়ীক ক'ত পাওঁ চান্দি ফুৰিছে। এদিন দুপৰীয়াই বুঢ়ীয়ে বনশাক বিচাৰি হাবিলৈ গ'ল। শাক তুলি গৈ থাকোঁতে হাবিৰ মাজমান পালেগৈ। তাত গখন কচুৱনী দেখিলে। কচুশাকলৈ বুঢ়ীৰ বৰ লোভ। সেই দেখি মনপুতি বুটলাত লাগিল। এনেতে শিয়াল আহি ওলালহি। বুঢ়ীক হাবিৰ মাজত অকলে পাই মাত লগাল— 'অ' বুঢ়ী নহয় জানো? বুঢ়াক লগত নানিলি কিয়? দুয়ো থকা হ'লে ভাল আছিল।' এইবুলি কৈয়েই বুঢ়ীৰ ফালে চোঁচা মাৰি গৈ আগচি ধৰিলে। 'বুঢ়ীক আজি কোনে ৰক্ষা কৰে চাওঁ।' ঢেঁকীথোৰাৰে চকু-কুটা কাঢ়ি নগুৰ-নাগতি কৰাৰ কথা বুঢ়ীক সকীয়াই দিলে।

শিয়ালৰ কথা শুনি বুঢ়ীৰ বুকু কঁপিল। কি বা ঘটে! বৰ অসহায় বোধ

কৰিলে। আকস্মিক বিপদৰ প্ৰতি মানুহৰ চৰিত্ৰগত যি প্ৰতিক্ৰিয়া হয়, বুঢ়ীৰো সেয়ে হ'ল। বুঢ়ী কিন্তু বিচলিত নহ'ল। এইক্ষেত্ৰত বেছি সাৱধান হোৱাৰ প্ৰয়োজন আছে, যিহেতু শিয়ালৰ হাত এৰাই যোৱা সম্ভৱ নহয়। বুঢ়ীয়ে ভয়-বিহ্বল মাতেৰে উত্তৰ দিলে— 'মোক খালেও খাবি। কিন্তু খোৱাৰ আগতে গীত এফাঁকি গাবলৈ দে। তয়ো সন্তোষ পাবি। চকু মুদিলে মোৰ শেষ ইচ্ছা লগতে যাব।'

শিয়াল সন্মত হ'ল। বুঢ়ীৰ ক'লী-ক'লা কুকুৰ এহাল আছিল। তাহাঁত-হালক লগত নিনিয়াকৈ বুঢ়ীয়ে কেতিয়াও হাবিলৈ নগৈছিল। সেইদিনা তাহাঁত ঘৰত থাকি আছিল। বুঢ়ীয়ে গীত আৰম্ভ কৰিলে— 'ক'লী ঔচ্! ক'লা ঔচ্! শিয়ালে মোকে খায়। ক'লী-ক'লা আহিলে শিয়াল পলাই যায়।' এইদৰে তিনিবাৰ ৰিঙিয়াই মাতিলত ক'লী-ক'লা আহি ওলালহি। তেতিয়া বেলি মাৰ যাওঁ যাওঁ, বুঢ়ীয়ে ঘৰৰ ফাললৈ মুখ কৰি আৰু শিয়াল তাৰ বিপৰীতে মুখামুখিকৈ আছিল। সেই কাৰণে বুঢ়ীয়ে ক'লী-ক'লা অহা নিলগতে দেখা পলে। কিন্তু শিয়ালে দেখা নাপালে। তাহাঁত শিয়ালৰ ওপৰত জঁপিয়াই পৰিল। শিয়ালৰ দপলনি নৰজিল। ক'লাই শিয়ালৰ টেঁটুত কামুৰি নেলু ছিঙি পেলালে। শিয়াল থিতাতে মৰি পৰি থাকিল। আসন্ন মৃত্যুৰ গৰাহৰ পৰা বুঢ়ী ৰক্ষা পৰিল। স্বস্তিৰ নিঃশ্বাস পেলালে। বুঢ়ীৰ উপস্থিত বুদ্ধিৰ বলত নিজৰ জীৱন ৰক্ষা পৰিল।

বুঢ়ীয়ে হেঁচটোৰ পৰা হাঁচটিখন উলিয়ালে। তামোল এখন মুখত ভৰাই ল'লে। ডাব কটাৰীখনেৰে শিয়ালৰ নেগুৰডাল কাটিলে। আগমঙহ আৰু দুই তপিনাৰ দুচপৰা মঙহ এৰুৱাই লৈ আহিল। বাকীবোৰ কুকুৰ হালে খালে। শিয়ালে কুকুৰ নাখায়। কুকুৰে কুকুৰ নাখায়। গধূলি থিপাইৰ ওচৰত বহি মদ খাওঁতে নেগুৰ ডাল বুঢ়াক দিলে। বুঢ়াই জুইত পুৰি তাৰে টকালি পাৰি পাৰি মদৰ খাজি খালে।

বুঢ়াই বাত বেমাৰত ভুগিছে। মাজে-সময়ে গাৰ আৰু কঁকালৰ বিষ হৈ থাকে। শিয়ালৰ মঙহ তাৰ প্ৰতিষেধক। বুঢ়া-বুঢ়ীয়ে সেই কথা জানে। গতিকে বহুত দিন ধৰি শিয়ালৰ মঙহ বিচাৰ-খোঁচাৰ কৰি সেইদিনা মিলিল। তাৰে জাল খালে।

দেউৰী লোকৰ মতে 'তিনি মুনি ফাঁট'ত শিয়াল নাথাকে। দিবং নৈৰ নাম শুনিলে শিয়ালে হোৱা দিবলৈ এৰে।

# হাতীৰ কোঁহ খাই চিৰকালি মৰিল

ভীষ্মক ৰজাৰ ৰাজধানী কুণ্ডিল নগৰ বৰ্তমান অৰুণাচলৰ লোহিত জিলাৰ অন্তৰ্গত। কুণ্ডিলৰ উত্তৰফালে চিৰ সেউজীয়া পৰ্বতমালাৰ নামনিত মহাৰণ্য নামৰ এখন বৰ ডাঙৰ হাবি আছে। এসময়ত এই হাবিখন বনৰীয়া পশু-পক্ষীৰে ভৰি আছিল। পালে পালে বনৰীয়া হাতীবোৰ মনৰ আনন্দেৰে চৰি ফুৰিছিল। হাতীৰ পালবোৰত একোটা একো দলপতি থাকে। সিয়ে জাকটোৰ তদাৰক কৰে। চলাই লৈ ফুৰায়। গভীৰ অৰণ্যৰ মাজত সিহঁত অহা-যোৱা কৰা দণ্ডি বা সৰ থাকে। হাতীয়ে নেৰে দণ্ডি, বাঘে নেৰে চোং। হাতীয়ে নিজৰ পতি বা দণ্ডি এৰি অবাটে নাযায়। কেতিয়াবা হাতীৰ পালবোৰ হাবিৰ পৰা দলে দলে ওলাই আহি মানুহৰ শস্য পথাৰ নষ্ট কৰেহি। গুণ্ডা হাতীবোৰ জাক এৰি আহি গাঁৱত সোমায়হি। মানুহৰ ঘৰ, ভঁৰাল ভাঙে। শস্য খাই অশেষ উপদ্ৰৱ কৰে। কোনোবাটোৱে মানুহ মাৰি সন্ত্ৰাসৰ সৃষ্টি কৰে। তেতিয়া মানুহৰ জীৱন বিপদাপন্ন হৈ পৰে আৰু ঘোৰ আতংকৰ সৃষ্টি হয়। আজিকালিও হাবি-কাষৰীয়া গাঁওবোৰত বনৰীয়া হাতীয়ে মানুহক অনেকধৰণৰ জুলুম আৰু উপদ্ৰৱ কৰে।

হাতীয়ে জুই বৰ ভয় কৰে। তাহানিখনত জ্বলা জুইৰে বনৰীয়া হাতী খেদাইছিল। বাঁহৰ চুঙা ফুকাই, শিঙা বজাই হাতী খেদা হৈছিল। আজিকালি একা?

সেই হাবিখনত থকা এপাল হাতীৰ দলপতিটো আছিল প্ৰকাণ্ড দঁতাল হাতী। তাৰ দাঁতযোৰ অসম্ভৱ ডাঙৰ আৰু দীঘল আছিল। সেইবাবে সি কেইবাটাও অসুবিধা ভোগ কৰিব লগাত পৰিছিল। হাবিৰ মাজত দলৰ আনবোৰ হাতীৰ লগত সি সহজে ঢপলিয়াই চৰি ফুৰিব নোৱাৰিছিল। দণ্ডিৰে অহা-যোৱা কৰাৰ বাহিৰে তাৰ আন উপায় নাছিল। সদায় ওপৰমুৱা হৈ ফুৰিব লগা হৈছিল। তলমুৱা হ'লেই দাঁতযোৰ মাটিত হাল বাই ফুৰিব লগা হয়।

সেই আপাহতে সি দলত্যাগ কৰি জাকৰ পৰা ফালৰি কাটি গৈ অকলশৰে চৰি ফুৰিছিল।

এবছৰ বাৰিষা কালতো বহুত দিনলৈকে বৰষুণ হোৱা নাছিল। খৰাং হৈছিল। দলপতিয়ে পানী খাবলৈ নাপাই পিয়াহত কলমলাই ফুৰিছিল। কেহেলি-কেন্দেলিকৈ জোবোৰা মাৰি গা ধুবলৈ নাপাই গাৰ পোৰণিত তত্ নাপাইছিল। হাবিৰ মাজে মাজে পানী বিচাৰি অনাই-বনাই ঘূৰি ফুৰিছিল। পিয়াহত অণ্ঠ-কণ্ঠ শুকাই বৰ ক্লান্ত হৈ পৰিছিল। দুৰ্ভাগ্যক্ৰমে সি এটা ভয়ংকৰ গোম সাপৰ গ্ৰাসত পৰিল। সাপটো এজোপা গোন্ধখৰৈ গছত গইনা লৈ আছিল। গাৰ পাছফালটো গছত মেৰিয়াই আছিল। মূৰছোৱা আহাৰৰ সন্ধানত খাপ দি আছিল।

ভৰ দুপৰীয়া। হাতীটো আহি গছজোপাৰ তলত গা ঘঁহাই জিৰণি লৈছিলহি। সাপটোৱে তাৰ বাঁওহাতৰ পাছ ঠেঙত মেৰিয়াই ধৰিলে। সি কি হ'ল তৰ্কিবই নোৱাৰিলে। হঠাতে দুয়োৰে মাজত টনা-আঁজোৰা, হৈ-চৈ লাগি পৰিল। হাতীটোৰ চিঞৰত গছৰ পাত সৰিল। গোটেই হাবিখন তোলপাৰ লাগিল। জন্তুবোৰ ভয়ত পলাই গ'ল। গোমৰ গ্ৰাসৰ পৰা নিজক বচাবলৈ সি প্ৰাণটাকি টানিবলৈ ধৰিলে। গোমেও নিজৰ খোপনি নেৰিলে। এনেকৈ দুদিন দুৰাতি পাৰ হ'ল। কোনেও কাকো বলে পৰা নাই। গোমৰ মাজডোখৰ ক্ৰমে চিয়াঁহে পৰিল। সেইদিনাও বেলি লহিয়ালে। দঁতালৰ বলৰ জোৰত গোম তিষ্ঠিব নোৱাৰিলে। অদ্ভুতধৰণৰ শব্দ এটা কৰি মাজতে দুছোৱা হৈ গোম ছিগি থাকিল। দঁতাল ৰ'ব নোৱাৰি কৰ্ফাল খাই অলপ নিলগত হৈ হামকুৰি খাই পৰিল। বাঁও দাঁতটো মাটিত সোমাই ৰ'ল। লগে লগে দুয়োৰে প্ৰাণবায়ু উৰি গ'ল।

এদিন ৰাতিপুৱা এটা শিয়াল আহাৰ বিচাৰি আহি তাত উপস্থিত হ'লহি। হাতীটো মৰি পৰি থকা দেখি বৰ ৰং পালে। সি ভাবিলে— ই কমেও বংশ-পৰিয়ালৰ সৈতে চাৰি মাহ চলি যাব। তেওঁলোকক খবৰ দিয়াৰ আগতে আচল সাৰবস্তু আগমণ্ডহখিনি খাই লওঁ। তাৰ পিছত খবৰ দিমগৈ। এতিয়া বৰ ভোক লাগিছে। এই ভাবি পেটত সোমাবলৈ মৰা হাতীটোৰ কেউফালে এবাৰ ঘূৰি চালে। শিয়াল নিৰুপায়ত পৰিল। কাউৰী শগুণে যেনিবা কিছু সুবিধা লগাই থৈছিল। তাৰ সৌভাগ্য গুণে সেইনিশা ডবাপিটা বৰষুণ

হৈছিল। একেৰাহে কেইবামাহো বৰষুণ নোহোৱাত বৰষুণ পৰি হাতীটোৰ ছালখন ভোঁহভোঁহীয়া হৈ মকুলি আছিল। সি আগ-পাছ নুশুনি গুহ্যদ্বাৰ অৰ্থাৎ পোকৰেদি পেটত সোমাল। প্ৰখৰ ৰ'দৰ তাপ ক্ৰমে বেছি হৈ আহিল। পিছ মুহূৰ্ততে হাতীটোৰ ছালখন শুকাই কনকনীয়া হ'ল। গৰমত তৎ নাপাই পেটৰ ভিতৰত খৰমৰাই থাকিল। বাহিৰলৈ ওলাবৰ সাধ্য নাই। উশাহ-নিশাহ বন্ধ হৈ তাতে ঠেৰেঙা দিলে। চিৰকালি মৰি থাকিল।

কেইবামাহো পাৰ হ'ল। দৈবাৎ এদিন এজন ডোম চিকাৰী অৰ্থাৎ প্ৰখ্যাত চিকাৰী চিকাৰ বিচাৰি হৈ সেই হাবিত সোমাল। আগন্তুক বিপদৰ কথা কোনেও নাজানে। তেওঁৰ উদ্দেশ্য কেৱল চিকাৰ কৰা। কান্ধত কাৰ্ফাই ধেনুখন, হাতত কেইডালমান পাখিলগা বিহকাঁড় আৰু কাষলতিৰ তলত খাপত ভৰাই লোৱা এখন মিট্ দা লৈ হাবিৰ মাজে মাজে চিকাৰৰ অন্বেষণত গৈ আছে। হঠাৎ এটা ভেকেটা ভেকেটা গোন্ধ পালে। প্ৰথমতে সি আচৰিত হৈছিল। কাৰণ, বহু বছৰ হাবিত তেনে গোন্ধ কাহানিও পোৱা নাছিল। পিছ মুহূৰ্তত বুজিলে সেইটো মৰা হাতীৰ গোন্ধ। অনুকূল বতাহত ভাহি অহা দুৰ্গন্ধৰ অনুসৰণ কৰি কৰি তাৰ পৰা কিবা লাভ হোৱাৰ আশাত সেইফালে আগবাঢ়ি গৈ আছে। কিছুদূৰ যোৱাৰ পিছত এটা বিৰাট কায় দঁতাল হাতী মৰি থকা দেখা পালে। হাতীটোৰ ছালখন উৱলি গৈছে। লক্ষ কোটি ভেনা মাখিয়ে তাত বিচৰণ কৰিছে।

আশাই মানুহক কি কৰিব নোৱাৰে। আশাতেই সংসাৰ চলিছে। আশা নকৰাকৈ কোনোবাই থাকিব পাৰেনে? হাতীটোৰ দাঁতযোৰ দেখি তাৰ বুকু ফুলি উঠিল। ক্ষন্তেকলৈ সি সকলো পাহৰি গ'ল। সেইযোৰ বেচি বহুত ধন পাব। এই আশাই তাক মতলীয়া কৰিলে। সি তৎক্ষণাৎ কান্ধৰ পৰা ধেনুখন নমাই মাটিত থ'লে। সি একেচাবেই ওলাই থকা দাঁতটোত ধৰিলেগৈ। জোকাৰি চাই দেখিলে, উঘলিব যেন লাগে। নুঘলে। গাৰ জোৰে লৰাই-চৰাই চালে। একোপধ্যে দাঁতটো নুঘলে। সি যিমানে দাঁতৰ কথা ভাবিছে, সিমানে তাৰ বল দুগুণে বাঢ়িছে। তাত হতাশ হ'বৰ কাৰণ নাই। বেচেৰাই নাজানে যে দাঁতযোৰৰ প্ৰলোভন তাৰ মৃত্যুৰ কাৰণ হ'ব বুলি। এবাৰ গাৰ সমস্ত জোৰেৰে দাঁতটোত ধৰি আঁজোৰ মাৰিলে। হঠাৎ দাঁতটো সুলকি গৈ চিকাৰীৰ বুকু ভেদ কৰি পেলালে। থিতাতে তাৰ মৃত্যু ঘটিল। বিধিৰ বিধান

কোনে খণ্ডাব। এই অনুক্ৰমে চাৰিটি প্ৰাণীৰ মৰণ মিলিল।

এই সাধুকথাটোৰ কাহিনীৰ লগত তলত দিয়া ফকৰা-ফাকিৰ সম্বন্ধ জড়িত হৈ আছে। দেউৰীবিলাকে আগেয়ে ফকৰাটি গাইহে সাধুটো আৰম্ভ কৰে।

'শৰত মৰিলে শৰ হস্তী
খোঁপনিত মৰিলে গোম।
হাতীৰ কোঁহ খাই চিৰকালি মৰিলে
আঁজোৰত মৰিলে ডোম।'

# মানুহ ম'ৰা চৰাই হ'ল

'মানুহ মৰে সজালত,

গৰু মৰে এৰালত।'

সজাল পাতি কেনেকৈ মানুহ মৰে এই বিষয়বস্তু লৈ তলৰ সাধুকথাটো সৃষ্টি হৈছে। তেতিয়াৰ পৰা সেই বিশ্বাস মানুহৰ মনত দকৈ শিপালে, ফকৰাফাকিৰ লগত জড়িত হৈ পৰিল।

বৰ্তমান ন-শদিয়া অঞ্চলত ছেপাখোৱা নামৰ এখন উন্নতশীল ঠাই আছে। পুৰণি কালত তাত এখন দেউৰী গাঁও আছিল। তাত দুজন বৰ নলে-গলে লগা বন্ধু আছিল। এবছৰ বাৰিষা কালত বৰ লেংজেবিয়া বৰষুণ হৈছিল। নৈ, জান-জুৰি, বিল-খাল, পথাৰ-সমাৰ পানীৰে উপচি পৰে। ন-বাঢ়নি পানীত মাছৰ উজান উঠে। উজানৰ মাছ ধৰা সিবিলাকৰ বৰ চখ। পানী শুকাই যোৱাৰ পিছত দুয়ো বন্ধু একেলগ হৈ সজাল পাতিলে। চেপা পাতিবলৈ জানত ভেটা এটা দিব লাগিব। যেনে কথা তেনে কাম। ভেটা দিয়া হ'ল। চেপা পাতিলে। প্ৰথম দিনৰ চেপাত বহুত মাছ পালে। ভেটাৰ আগত মাছৰ গিজ্‌গিজনি দেখি দুয়োৰে ভাব হ'ল— ৰাতিপুৱালৈ মাছেৰে চেপা দুটা ভৰি থাকিব। দোকমোকালিতে দুয়ো লগ হৈ চেপা চাবলৈ আহিব। যিজনে আগেয়ে টোপনিৰ পৰা সাৰ পাব সেইজনে আহি ইজনক জগাই দিবহি লাগিব। ঘৰৰ মানুহকো সোনকালে জগাই দিবলৈ কৈ থ'ব। চেপা পতা ঠাইত দুয়ো এইদৰে আলচ কৰিলে। বেলি পৰিলত দুয়ো বন্ধু দিহাদিহি গুচি আহিল। এই কেইদিনত সিহঁতৰ আন চিন্তা নাই। দিনে-নিশাই কেৱল চেপাৰ চিন্তা। ইফালে যখ এটাই সিহঁতৰ কথা-বাৰ্তা শুনি আছিল। সেই সুযোগলৈ সি অপেক্ষা কৰি থাকিল।

এজন বন্ধুৰ ঘৰ আছিল গাঁৱৰ মূৰত। প্ৰথম কুকুৰা-ডাকত আহি যখটোৱে সেইজনক টোপনিৰ পৰা জগালেহি— 'বন্ধু, উঠা। কুকুৰাই ডাক দিলে। ৰাতি পুৱাল। চেপা চাবলৈ যাওঁ আহা।' তাৰ মাত শুনিয়েই সি সাৰ পালে

আৰু মিট দাখন লৈ বাহিৰলৈ ওলাই আহিল। ৰাতি পুৱাবলৈ তেতিয়াও বহুত সময় বাকী। তাক পোহৰ যেন কৰি ভেটাৌলৈ লৈ গ'ল। সি ভয়-ভীত, শংকা নকৰি বন্ধু বুলি ভাবি পিছে পিছে গ'ল। দুয়ো চেপা পতা ঠাই পালেগৈ। তাক চেপা চাবলৈ পাচিলে। পানীলৈ নামি এটা তুলি আনিলে। মাছ ঠাহ খাই আছিল। মাছখিনি মাটিত ঢালি দিলে। চেপাটো লৈ আকৌ পানীত নামিল। সেইটো পাতি ইটো দাঙি আনিলে। তাতো মাছ ভৰি আছিল। বামলৈ উঠি আহোঁতে দেখিলে— মাছ এটাও নাই। এচেপা মাছ খাই থ'লে। তৎক্ষণাৎ সন্দেহ হ'ল। তাৰ বুজিবলৈ আৰু বাকী নাথাকিল— এইটো বন্ধু নহয়, কিবাহে। যখ।

দেও, ভূত, যখবোৰ নীহ দেৱতা। কিন্তু মায়াবী। গতিকে দেখা পোৱা নাযায়। তাহাঁতৰ নিচেই সৰু, বৰ ডাঙৰ আৰু অতি পাতল হ'ব পৰা শক্তি আছে। ছাঁ আৰু খোজ মাটিত নপৰে। আন্ধাৰকো পোহৰ যেন কৰি দেখুৱাব পাৰে। সেই দেখি নৰমনিচক অনেকধৰণে ছলনা কৰিব পাৰে। ইহঁতে কাষলতিৰ তলত একোটা  জোলোঙা লৈ ফুৰে। এইটো হাত কৰিব পাৰিলে মানুহৰ মংগল। ইহঁতৰ গাত সৰিয়হ লাগিলে জুয়ে পোৰাদি পোৰে কাৰণে সৰিয়হলৈ বৰ ভয় কৰে। অস্ত্ৰ-শস্ত্ৰলৈ ভয় কৰে। মানুহে দেও-ভূতলৈ যেনেকৈ ভয় কৰে, তাহাঁতেও মানুহলৈ তেনেকৈ ভয় কৰে। যখে যুঁজ কৰি অথবা যাদু কৰি মানুহ মাৰে। আন প্ৰকাৰে কষ্ট বা পীড়া নিদিয়ে।

মাছ বাকি দিয়াৰ ছলতে সি মিট দাখন খেপিয়াই হাতত ল'লে। সি বুজিলে, তাৰ লগত যুঁজা সহজ কথা নহ'ব। উপায় নাপাই লৰ মাৰি গৈ এজোপা গছত উঠিল। যখটোৱে মাছ খাবৰ হেঁপাহেৰে তাক ছলনা কৰি আনিছিল। অন্য প্ৰকাৰে যাদু কৰা নাছিল। সেইবাবে তাৰ জ্ঞান লোপ পোৱা নাছিল। মাছখিনি খাই তাৰ পাছ ল'লে। তাক দেখি সি ইষ্ট দেৱতাক স্মৰণ কৰিলে। 'হে দয়াময়, মোক ৰক্ষা কৰা। নহ'লে নিগমে মৰিলো।' যাদুৰ কাঠীৰে তাক মাৰি পেলাব ধৰোঁতেই 'মৰিলো ঔ' বুলি বিকট চিঞৰ মাৰি দিলে। লগে লগে গছৰ ওপৰতেই নিমিষতে চৰাই হৈ পৰিল।

যখে মানুহ মাৰি জীৱটোহে নিয়ে, শটো নিনিয়ে আৰু নোছাৱে। কোনো অংগ-প্ৰত্যংগৰ ক্ষতি-খুন নকৰে। জীৱটো তাৰ কৱলত নপৰিল। তেতিয়াৰ পৰা চৰাইটোৱে গছত পৰি চিঞৰা মাত্ৰকে যখটোৱে তৎক্ষণাৎ গছজোপাৰ গুৰিলৈ আহি জীৱটো বিচাৰি ঘুমুটিয়াই ফুৰে।

গাঁৱত থকা বন্ধুজন ৰাতিপুৱা সাৰ পাই সিজনৰ ঘৰলৈ গ'ল। তেওঁ কেতিয়াবাই চেপা পতা ঠাইলৈ গ'ল বুলি ঘৰৰ মানুহৰ পৰা জানিব পাৰিলে। সি তেতিয়া তালৈ বেগাবেগিকৈ গ'ল। তাত গৈ পাই দেখিলে— এটা খালী চেপা আৰু মাছৰ মূৰবোৰ সিঁচৰতি হৈ পৰি আছে। সেইবোৰ দেখি এয়া বন্ধুৰ কাম নহয়, যখ বা ভূতৰ কাম বুলি জানিলে। কাৰণ যখে পৰাপক্ষত মাছৰ মূৰ নাখায়, ছিঙি পেলায়। বন্ধুক তাত নেদেখি তাৰ সন্দেহ উপজিল। নিশ্চয় যখে মাৰিলে বুলি প্ৰত্যয় জন্মিল। সি কেউফালে ঘূৰি-পকি চালে। শটোৰ শুংসূত্ৰ নাপালে। তাৰ অন্তৰত ভয় সোমাল। তাত থকা উচিত নহয়। বৈ থাকিলে তাৰো জীৱন নাশৰ আশংকা আছে। সেই ভাবি উভতি আহিল। অলপ দূৰ আহিয়েই গছৰ ওপৰৰ পৰা 'মৰিলো ঔ' বুলি চিঞৰা শুনিলে। চৰাইটোৱে যেন তাক দেখিয়েই তেনেকৈ চিঞৰিছে। মাত শুনি উচপ খাই উঠিল। গাৰ নোমবোৰ ডাল ডাল কৈ শিঁয়ৰি উঠিলে। গছজোপাৰ গুৰিত কিহবাৰ ধাপলনি শুনিবলৈ পালে। একো দেখা পোৱা নাছিল যদিও সেইটো যে বন্ধুৰ মাত তাত কোনো সন্দেহ নাছিল। সি ভয়ত ভিৰাই লৰ মাৰি গুচি আহিল।

এই চৰাইটোৱে ৰাতি মানুহৰ দৰে 'মৰিলা ঔ' বুলি মৰ চিঞৰ দিয়ে। সেই দেখি দেউৰী মানুহে 'মৰ চৰাই' বুলি কয়। এইদৰে গাঁৱৰ ভিতৰত নতুবা ঘৰৰ ওচৰত চিঞৰিলে মানুহ মৰে বা গাঁৱত অপায়-অমংগল হয় বুলি সকলোৱে বিশ্বাস কৰে। তাৰ চিঞৰত ঘোৰ টোপনিৰ পৰা সাৰ পোৱা যায়। গাৰ নোম শিঁয়ৰি উঠে। চিঞৰি থাকোঁতে গছজোপাৰ নাম ক'লে আৰু চিঞৰিব নোৱৰা হয়। চৰাইটো কাউৰীৰ দৰে কিচকিচিয়া ক'লা। কিন্তু তাতোকৈ সৰু।

দেউৰী লোকৰ মতে দেৱতাই 'দায় পায় ধৰে, পূজা পাই এৰে।' ইহঁতে অনেক প্ৰকাৰে মানুহক কষ্ট দিয়ে। দীহ বা অপদেৱতাই যুঁজ অথবা যাদু কৰি মানুহ মাৰে। মাছ ইহঁতৰ প্ৰিয় খাদ্য। এই উদ্দেশে সচৰাচৰ জান-জুৰি, বিল-খাল, পোতা পুখুৰী আদিৰ পাৰত বিচৰণ কৰে। বুঢ়া-মেথাসকলে ইহঁতৰ বিচৰণ, অৱস্থান আদিৰ বিষয়ে জানে। সময়বিশেষ অপকাৰ কৰে; য'তে ত'তে যেতিয়াই তেতিয়াই নকৰে। 'তিনিবাৰ নিবাৰ' অৰ্থাৎ ইহঁতে ছলনা কৰি তিনিবাৰহে মানুহৰ দৰে মাতিব পাৰে। তাতকৈ বেছি নোৱাৰে। গতিকে এনে ক্ষেত্ৰত চাৰিবাৰ মাতে নে নামাতে, তালৈ সাৱধান হৈ থকা উচিত।

# দেৱতাৰ ধন লাভৰ সাধু

জৈদাম পাহাৰৰ পৰা টেঙাপানী নৈ বৈ আহিছে। দক্ষিণৰ পৰা উত্তৰ-পূবমুৱাকৈ বৈ আহি লুইতত পৰিছেহি। টেঙাপানী নৈৰ পাৰত এখন ডাঙৰ গাঁও আছিল। সেই নৈৰ পাৰত বসতি কৰাৰ বাবেই এই গাঁৱৰ মানুহক টেঙাপনীয়া বোলে। চাৰিখেল দেউৰীৰ ভিতৰত টেঙাপনীয়া এখেল।

অতি পুৰণিকালত টেঙাপানী গাঁৱত এগৰাকী বাঁৰী তিৰোতা আছিল। একেটি মাত্ৰ পুতেক— কনচেং। তাৰ জন্মৰ ছয় মাহৰ পিছত বাপেক ঢুকাল। কনচেঙৰ মুখলৈকে চাই তাই গিৰিয়েকৰ শোক পাহৰিছিল, পুতেকক বৰ আতৌ-পুতৌকৈ তুলি-তালি ডাঙৰ দীঘল কৰিলে। সি সৰুৰে পৰাই বৰ হোজা-চিধা আছিল। কাৰো লগত হাই-কাজিয়া নকৰিছিল। সকলোৰে লগত মিলি-জুলি চলিব জানিছিল।

কনচেং লাহে লাহে ডেকা হ'ল। বয়স হোৱা দেখি মাকে তাৰ বিয়াখন পাতি দিলে। তাৰ সংসাৰখন সুখৰ আছিল। একো ঝামেলা নাই। দিন যোৱাৰ লগে লগে তাৰ এটি-দুটিকৈ ল'ৰা-ছোৱালী বাঢ়ি গ'ল। অৱস্থা ক্ৰমে বেয়া হ'বলৈ ধৰিলে। আনকি বছৰৰ ভাতমুঠিৰ জোৰা মাৰিব নোৱৰা হ'ল। ছমাহ নিজৰ আৰু ছমাহ পৰৰ খায়। সেই দেখি মাকে হাল এখন যোগাৰ কৰি ল'বলৈ ক'লে। কিন্তু তাৰ হালৰ গৰু এটাও নাই। এদিন গৰু বিচাৰি গ'ল। তাক কোনেও গৰু নিদিলে। বস্তু সলাবলৈকো একো নাই। ধন নহ'লে গৰু পোৱা টান হ'ল। হাতত ফুটা-কড়ি এটাও নাই। নিৰুপায় হৈ ঘৰলৈ ঘূৰি আহিল। তেতিয়াহে ধন উপাৰ্জ্জন কৰাৰ কথা মনত খেলালে।

সেই গাঁৱৰ মানুহ কিছুমানে নাও কাটিব জানিছিল। তেওঁলোকে সেই কাম কৰি পেট প্ৰৱৰ্তাইছিল। কিছুমান নাও বেচি ধনী হৈছিল। সেইবোৰ দেখি-শুনি কনচেঙে নিজেও টকা ঘটিবলৈ মন কৰিলে। ইচ্ছা কৰিলে নাও কটা কাম কৰিব পাৰি। সেইবুলি সকলোৱে কৰিব পৱা অসম্ভৱ। ঘৈণীয়েক

কণদৈয়ে গিৰীয়েকক তালৈকে পাচিলে। কিন্তু মাকে তাক তেনে কামলৈ পঠাবলৈ ইচ্ছা কৰা নাছিল। তাত সোমালে খেতি কৰা নহ'ব। তেতিয়া হ'লে ল'ৰা-ছোৱালীমখা খাবলৈ নাপাই মৰিব। হাবিৰ আলু-কচু খাই জীয়াই থাকিব নোৱাৰি। ল'ৰা-ছোৱালীতকৈ ধন ডাঙৰ নহয়। ধন-সোণে কি কৰে, খাবলৈ নাপাই বাপু মৰে। শক্তিয়ে আঁতে মানে মাকে কৰি খুৱালে। বয়স ভাটি দিয়াৰ লগে লগে মাকে একো কৰিব নোৱৰা হৈ আহিছে। কোনোমতে ঘৰৰ বাহিৰ-ভিতৰ হ'ব পাৰেহে। এনে অৱস্থাত সি নুখুৱালে কোনে খুৱাব! মাকে ক'লে— 'বোৱাৰীয়েও তালৈ যাবলৈ কৈছে। যাব পাৰ।'

সি মাকৰ শোটোৰা-শোটোৰ মুখখনলৈ চালে। মাকে তালৈকে একেথৰে চাই আছে। মাকৰ বাবে তাৰ দুখ লাগিল। সি মাকৰ মৰম বুজে। 'আইৰ সমান হ'ব কোন, নৈৰ সমান বব কোন?' মাকে তাক হকা-বাধা নকৰিলে।

সি দোধোৰ-মোধোৰত পৰিল। কোনটো এৰি কোনটো ধৰিব। খেতি-বাতি কৰি বোপা-ককাইঁত গ'ল। খেতিপথাৰ এৰে কেনেকৈ। সেইটো সম্ভৱ নহয়। ধন গোটাব পাৰিলে সি গৰু কিনি খেতিত লাগিব। অচিৰে এই ব্যৱস্থা কৰা ভাল হ'ব।

এদিন সি সকলো বাধা, ভয় কাটি কৰি থৈ, ইষ্ট দেৱতাক স্মৰণ কৰি যাওঁ নাযাওঁ কৈ হাবিলৈ ওলাই গ'ল। যাওঁতে ঘৈণীয়েকক কৈ গ'ল— 'নাও এখন কাটি উলিয়াব নোৱৰালৈকে নুঘূৰোঁ' বুলি। 'যিমান পাৰে সিমান সোনকালে ঘূৰি আহিব। বেছি দিন নাথাকিব।' কণদৈয়ে ক'লে।

মাকৰ মনটো দুশ্চিন্তাৰে ভৰি পৰিল। পুতেকক অকলে নাযাবলৈ বাৰণ কৰিছিল। কিন্তু সি অকলে গ'ল। নাও কটা গছ বিচাৰি সি ডাঠ কাঠনিত সোমাবগৈ। কাঠনিৰ মাজত হাতীলৈ ভয় নাই। বাঘ-ভালুকৰে ভয়। কিবা ঘটে! কাৰোবাৰ বিপদ হ'বলগীয়া থাকিলে নিজৰ পৰাও হয়। তাতে আকৌ তাৰ হাবিত ফুৰা অভ্যাস নাই। তেতিয়া হ'লে তাক পৰুৱাই পাব। পৰুৱাই পালে বাটকণা লাগিব। তেতিয়া আৰু তাৰ ফালে আধ্যা। এইবোৰ ভাবি বুঢ়ীৰ টোপনি নহা হ'ল। সি কাহানিও এই কামলৈ যোৱা নাই। নাও কটা এলাপেছা কাম নহয়। তাৰ কপালত বা কি আছে। মাকে প্ৰমোদ গণিলে। এইদৰে বুঢ়ীৰ উদ্বেগ বাঢ়ি আহিছে।

সি হাবিত সোমালগৈ। হাবিৰ মাজে মাজে গৈ আছে। কিছুদূৰ যোৱাৰ পিছত এখন কাঠনি পালে। নাও কটা গছ চাই চাই কাঠনিৰ মাজলৈ সোমাই গৈ আছে। এইদৰে বহুদূৰ গ'ল। এখন গেজেপনি হাবিত সোমাল। সেইখন চেৰাই যাওঁতে বহুত পৰ লাগিল। তাৰ পিছত এখন বৰ ডাঠ কাঠনি পালে। কাঠনিৰ মাজে মাজে গৈ আছে। সি বিচৰা গছ ক'তো দেখা পোৱা নাই। গতিকে মাজলৈ সোমাই গৈয়ে আছে। বেলি মাৰ যাওঁ যাওঁ হ'ল। সি গছ বিচাৰি হাইৰাণ হ'ল। ঘৰলৈ ঘূৰি আহিব খুজিলে। নোৱাৰিলে। বাট হেৰুৱাই, কেনি গ'লে গাওঁ পাবগৈ, একো উৱাদিহ নোপোৱা হ'ল। এনেতে এজোপা ডাঙৰ গছৰ তল পালেগৈ। গছজোপাৰ আগ-গুৰি ভালকৈ চাই ল'লে। সি বিচাৰি ফুৰা গছজোপা যেন এতিয়াহে পালে। ইয়াক কাটি নাও সাজিব। সি হাতৰ দাখন থ'লে। কুঠাৰখনেৰে গুৰিত কেইখাপমান দিলে। বেলি পৰিল। কুঠাৰখন গছজোপাত আউজাই থ'লে। দাখন হাতত ল'লে। আন্ধাৰ হ'ল। মনতে ক'লে, ডাঙৰ গছৰ আশ্ৰয় ল'লে কোনেও কাকো একো অপকাৰ কৰিব নোৱাৰে। ময়ো আশ্ৰয় লৈছো। মোক যেন নিশাটো নিৰাপদে ৰাখা। লগে লগে নিজেও আউজি বহিল। ক্ষন্তেকলৈ সি সকলো দুখ-ভাগৰ পাহৰিলে। গোটেই দিন অনাই-বনাই ফুৰি তাৰ ভাগৰ আৰু ভোক লাগিছিল। লগত খোৱা বস্তু একো অনা নাই। সি লঘোনে-ভোকে পৰি থাকিল।

ভালেমান ৰাতিলৈকে নাও কটাৰ কথা চিন্তা কৰিলে। তেতিয়াও বতাহৰ সোঁ-সোঁৱনি মাৰ যোৱা নাই। আচহুৱা ঠাই। ভাগৰ লাগিছিল যদিও টোপনি অহা নাই। কাঠনিৰ মাজৰ সোঁ-সোঁৱনি ক্ৰমে মাৰ গ'ল। দুপৰ নিশা। ক'তো কাৰো সাৰ-সুৰ নাই। চিলমিলকৈ টোপনি আহিছিল। তেনেতে কোনোবাই ক'ৰবাত টোকাৰী বজোৱা শুনি সাৰ পালে। সি ভোৰভোৰালে— 'মোক ভয় নুখুৱাবি।' কোনে ক'ত কি বজাইছে কাণপাতি শুনোতে সি টোপনি গ'ল।

শেষ নিশা। কনচেঙে সপোন দেখিলে। এজন ওখ-পাখ থুলন্তৰ পুৰুষ। ডাঢ়ি-গোঁফে ভোবোকাৰ। বুঢ়া মানুহ। তাৰ কাষত থিয় দি আছে।। হাতত এখন টোকাৰী। ডাঢ়িকোছা ৰূপ যেন বগা। লমলম দীঘল। মূৰত ধক্‌ধকীয়া বগা ডাঙৰ পাগুৰি এখন। পোছাকটো শুদ্ধ বগা। ভৰিত এযোৰ খৰম। চকুৰে

চকুৰে পৰিল। একো ক'বলৈ নৌপাওঁতেই বুঢ়াই মাত লগালে— 'হেৰ' কনচেং, তোৰ বোলে বৰ দুৰৱস্থা হৈছে। মই জানিছোঁ, তোক ধন লাগে। এই গছজোপা নাকাটবি। তোক কালিলৈ পুৱাতে যিমান লাগে সিমান ধন-সোণ দিম। তই সেইবোৰ পাই কাৰো অন্যায়, অহিত নিচিন্তিবি। সজ ব্যৱহাৰ কৰিবি। ধৰ্মত মতি ৰাখিবি। ঈশ্বৰত বিশ্বাস ৰাখিবি। নিজৰ কৰিবলগীয়া কাম কৰি যাবি। মোৰ উপদেশ মতে চলিবি। অন্যথা নকৰিবি। তোৰ মংগল হ'ব। এই কথা কাকো নক'বি।' ইয়াকৈ কৈ বুঢ়া অন্তৰ্ধান হ'ল।

যি যেন তাৰ মৰমতে পমি গ'ল। কনচেং মন্ত্ৰমুগ্ধৰ দৰে বহুপৰ সেই ফালে ভেবা লাগি চাই থাকিল।

পুৱতি নিশা। সি টোপনিৰ পৰা সাৰ পালে। সাৰ পায়েই সপোনৰ কথা ভাবিবলৈ ধৰিলে। কিছুপৰ তেনেকৈ চিন্তা কৰি থাকোতে ৰাতি পুৱাল। দশোদিশে পোহৰ হ'ল। বেলি ওলাল। সি উঠিয়েই বিপৰীত ফালে ঘূৰি চালে। হাফলুমান ধন-সোণ দেখা পালে। বুঢ়াই সপোনত কোৱা কথা ফলিয়ালে। সঁচা-সঁচিকৈ ধন-সোণ! সি অবাক হ'ল। পুৱাৰ হেঙুলী বেলিৰ পোহৰ গছ-গছনি, ডাল-পাতৰ সুৰুঙাইদি বিৰিঙি পৰিছে। চাঁত মাৰি ধৰিলে। চমকি উঠিল। অন্তৰ কৌতূহল আৰু আনন্দত নাচি উঠিল। সপোনৰ কথা সঁচা। তাৰ দৃঢ় প্ৰত্যয় জন্মিল। বুঢ়াৰ সংকেত মানি চলিবলৈ মনে মনে প্ৰতিজ্ঞা কৰিলে।

সুযোগ জীৱনত এবাৰহে আহে। তাক গ্ৰহণ কৰিব নজনাজন মূৰ্খ। সি সাজু হ'ল। দাখন হাতত তুলি ল'লে। ওচৰতে পাতিদৈ আছিল। তাৰ পৰা এমুঠা কাটি আনিলে। তাৰেই টোমৰ কাঠী তুলিলে। আন্দাজ মতে বলে পৰাকৈ দুটা টোম বনালে। টোম দুটা কৌপাতেৰে চালে। তাত খাজি খাজি ধন-সোণ ভৰালে। কাণমাৰিৰে ভাৰ বান্ধিলে। সকলো ঠিক-ঠাক কৰি ল'লে। গছজোপাৰ চাৰিওফালে এপাক ঘূৰিলে। বুঢ়াৰ প্ৰতি সভক্তিৰে সেৱা জনাই ক'লে— 'হে বনদেৱতা বুঢ়া ডাঙৰীয়া, সৰ্বদোষ ক্ষমা কৰিবা। নাজানিহে অপৰাধ কৰিলোঁ।'

সি কোনোমতে ভাৰখন কান্ধত তুলি ল'লে। নিজকে ধন্য মানিলে। মেটমৰা ভাৰখন লৈ ঘৰলৈ খোজ ল'লে। পকা থেকেৰাৰ দৰে বুঢ়াৰ মুখৰ

ৰূপটো তাৰ মনৰ মাজত বাৰে বাৰে জিলিকি উঠিল। মনত নতুন বল পালে। ধন পাই মনৰ বল বাঢ়িল। অপাৰ আনন্দ। মনৰ উলাহত কান্ধৰ ভাৰখনলৈ পাহৰিলে। সকলো দুখ-কষ্ট যেন নাইকিয়া হ'ল। হাবিৰ মাজে মাজে আহি আছে। এইবাৰ তাক কোনেও ক'তো বিধি-পথালি নিদিলে।

বেলি ভটিয়ালে। সি আহি গাঁৱৰ পথাৰখনৰ সীমা মূৰিয়ালি পালেহি। কোনোবাই দেখিব বুলি বাট এৰি ফালৰি কাটিলে। হাবিৰ এচুকলৈ গৈ লুকাই থাকিল। দিনে-পোহৰে গাঁও সোমালেগৈ সকলোৱে দেখিব। সেই ভাৰ কি বুলি সুধিব। তেতিয়া কি হ'ব। অথন্তৰ ঘটি যাব পাৰে। কথাটো সদৰী হৈ পৰিলে সকলো অথলে যাব। তেতিয়াহ'লে কিবা পুণ্যৰ বলত লাভ কৰা হাতৰ মুঠিৰ ধন-সোণখিনিও ৰাখি খাব নোৱাৰিম। এইদৰে ভাবি-গুণি স্থিৰ কৰিলে যে মানুহবোৰ খাই-বৈ শুই নিঃপালি দিলেহে ঘৰলৈ যাব। তেতিয়া কোনেও দেখা নাপাব।

বেলি পৰিল। মানুহবোৰ পথাৰৰ পৰা ঘৰাঘৰি গুচি গ'ল। খাই-বৈ সকলো শুলে। গাঁও নিজম পৰিল। মাজনিশা কোনেও নেদেখাকৈ হাতত সাৰে ভৰিত সাৰে ভাৰখন লৈ ঘৰ পালেহি। এনেকৈ ঘৰ সোমালে কিজানি হিতে বিপৰীত ঘটে। মাক আৰু ঘৈণীয়েকে দেখিব। গতিকে ঘৈণীয়েকক বাহিৰৰ পৰাই জগাই দিলে। গিৰীয়েকৰ মাত শুনি সাৰ পালে। লৰালৰিকৈ উঠি বহিল। কোৰখন উলিয়াই দিবলৈ ক'লে। কোৰখন লৈ বাৰীৰ চুকলৈ গ'ল। গাঁত খানিলে। টোম দুটা গাঁতত ভৰালে। গৰু কিনিবলৈ আৰু হাত খৰচৰ বাবে একাজী ধন উলিয়ালে। গামোচাখনেৰে বান্ধি ল'লে। টোম দুটা ভালকৈ মাটি দি পুতি থ'লে। পিছত সু-ব্যৱস্থা কৰা হ'ব। ঘৰলৈ গুচি আহিল।

কলচেং হাত-ভৰি ধুই ভিতৰ সোমাল। ঘৈণীয়েকে জুইকুৰা ধৰি খোৱাৰ যোগাৰ কৰিছিল। সি জুহালৰ গুৰিত বহিল। এতিয়াহে মনলৈ শান্তি আহিল। ঘৈণীয়েকে আল-পৈচান ধৰিলে। মাক সাৰ পাই উঠিল। উঠি আহি তাত বহিলহি। কণদৈয়ে জুইৰ পোহৰত গিৰীয়েকৰ মুখত অকস্মাতে হোৱা পৰিবৰ্তনটো মন কৰিলে। মুখত আনন্দৰ ৰেখা বিৰিঙি পৰিছে; যিটো কাহানিও দেখা পোৱা নগৈছিল। আবেগত তাইৰ চকু চলচলীয়াহে পৰিল— কিবা যেন আপুৰুগীয়া বস্তুহে পাই আহিছে। নায়ৰ কথা সুধিব খুজিছিল।

একোকে নুসুধিলে। মাকেও কেৱল পুতেকৰ মুখলৈ চাই ৰ'ল। 'এজন বুঢ়াই উপযাচি মোক গৰু-গাই কিনিবলৈ ধন দি সহায় কৰিছে।' —সি ক'লে। আচল কথাটো কাকো নক'লে। ক'লে তাক প্ৰতিজ্ঞা ভংগৰ পাপে চুব।

কেইদিনমানৰ পিছত সি গৰু কিনিবলৈ গ'ল। এহাল বলধ গৰু কিনি আনিলে। এইবাৰ সি খেতিত মনপুতি লাগিল।

আহিন মহীয়া গা-জুৰোৱা বতাহ। ঢৌ খেলাই থকা নদন-বদন সেউজীয়া ধাননি পথাৰখন চাই চাই হেঁপাহ নপলায়। সি তন্ময় হৈ পৰে। সকলো দুখ-কষ্ট, ভোক-পিয়াহ পাহৰি যায়। বুক শাঁত পৰে। ভাতমুঠিৰ জোৰা মাৰিব নোৱাৰি বৰ লাজ পাইছিল। অপমান বোধ কৰিছিল। এইবাৰ বছৰটো আঁটাকৈ ধান পোৱাৰ আশা আছে। তাৰ বুকুখন ফুলি উঠে।

সি দোপতদোপে আগুৱাই গ'ল। ভঁৰালত ধান, গোহালিত গৰু-গাই, খুঁটিত ম'হ নধৰা হ'ল। হাতী-ঘোঁৰা অসংখ্য। এইদৰে বছৰদিয়েকৰ পিছত সি গাঁৱৰ ভিতৰত নামজ্বলা চহকী হৈ পৰিল। তাৰ উন্নতি হোৱা দেখি মানুহবিলাকে কোৱা-কুই কৰিলে— এই অঁকৰাই দেৱতাৰ ধন পালে নেকি? নহ'লেনো বাৰু সি ইমান সোনকালে চহকী হ'ব পাৰেনে? নিশ্চয় সি গুপ্তধন পাইছে। বহুজনে আহি তাক নানা দিহা-ভাৰসা, সজ উপদেশ দিবলৈ ধৰিলে। অনেকে ধন ধাৰে বিচাৰি আহিল। দুখৰ দিনত কোনেও খা-খবৰ নলৈছিল। এতিয়া সকলোৱে বিচৰা হ'ল। অৱশ্যে বিপদ-আপদ নৌহওঁতেই সজ উপদেশ দিয়টোৱেই উপকাৰী মানুহৰ লক্ষণ। দুখীয়া-নিছলা, সুখী-দুখী কাকো সি অনাদৰ নকৰিছিল। সকলোকে সমান ব্যৱহাৰ কৰিছিল। লগৰীয়া-সমনীয়া আত্মীয়-স্বজনক আদৰ-সন্মান কৰিছিল। জ্ঞাতি-গুৰুসকলক ভক্তি-শ্ৰদ্ধা কৰিছিল। তাৰ সৰলতা আৰু সাধু আচৰণত সকলো মুগ্ধ হৈছিল। সেইদেখি আটাইৰে বিশ্বাসী আৰু আস্থাভাজন হ'ব পাৰিছিল।

মানুহ মাত্ৰেই ধনৰ কাৰণে সদায় লালায়িত। সেইবাবে তাৰ কোনো হাবিয়াহ নাছিল। কেতিয়াবা ধন হাতত পৰিলে মানুহৰ বিচাৰ-বুদ্ধি নাশ হয়, কিন্তু তাৰ অন্তৰত তেনে ভাব নহ'ল। ধনী-মানী হৈ তাৰ অহংকাৰ আৰু গৰ্ব ভাব নজন্মিল। সত্যৰ পৰা অকণো বিচলিত নহ'ল।

এইদৰে আজীৱন সুখেৰে কটালে। বাঁৰী মাককো সন্তোষেৰে ৰাখিলে। এনে হোৱা উচিত।

# পালেগৈ সোণাপুৰ হাট

টেঙাপানী নৈ আহি চিৰি-লুইতত মিলিছেহি। কিছুদূৰৰ পৰা সংগম স্থললৈকে দুয়োখন নৈ সমান্তৰালভাৱে বৈ আহিছে। এই নৈৰ মাজৰ সাৰুৱা অঞ্চলটো বৰ বেছি বহল নহয়। পুৰণি কালত ইয়াত দুখন দেউৰী গাঁও আছিল। এখন চিৰি লুইতৰ পাৰত আৰু আনখন টেঙাপানী নৈৰ পাৰত। মাজত হামদৈ পথাৰখন। ইয়াৰ পৰা জৈদামলৈকে ক্ৰমান্বয়ে বহল হৈ গৈছে। এই বিশাল পথাৰখনৰ ইমূৰ-সিমূৰ মনিব নোৱাৰি।

চিৰি লুইতৰ পাৰত আছিল লুকুং বুঢ়াৰ ঘৰ। তেওঁৰ পৰিয়ালত ঘৈণীয়েক আৰু একেটি মাত্ৰ পুতেক। ঘৈণীয়েক মৰমিয়াল তিৰোতা আছিল। তেওঁলোকৰ বুঢ়া বয়সলৈকে ল'ৰা-ছোৱালী হোৱা নাছিল। শেষত ল'ৰা এটিৰ জন্ম হ'ল। সেই দেখি তাৰ নাম ৰাখিলে—নোমল। নোমল সৰুৰে পৰা শান্ত-শিষ্ট, স্বভাৱ-চৰিত্ৰও ভাল আছিল। দেখিবলৈ সুন্দৰ-সুঠাম, ওখ-পাখ, মাগুৰ বৰণৰ। নোমল লাহে লাহে ডাঙৰ হ'ল। চকু মুদাৰ আগতে লুকুঙে পুতেকৰ বিয়াখন পাতি যোৱাৰ ইচ্ছা কৰিছিল। খোজা-বঢ়াকৈ ছোৱালী অনাটোৱেই তেওঁবিলাকৰ সমাজৰ নিয়ম। গতিকে লুকুঙে তলে তলে পুতেকলৈ বোৱাৰী বিচৰাত লাগিল।

চুলুং বুঢ়াৰ ঘৰ আছিল টেঙাপানী নৈৰ পাৰত। ঘৈণীয়েক, এটি ল'ৰা আৰু এজনী ছোৱালী। তাই সৰু। নাম মালতী। ৰূপে-গুণে, বোৱনে-কাটনে মালতীক ফেৰ মাৰিব পৰা ছোৱালী নাছিল। এদিন-দুদিনকৈ চাওঁতে চাওঁতে তাই গাভৰু হ'ল। নোমল-মালতী সমবয়সীয়া। সৰুৰে পৰা উমলি-জামলি ডাঙৰ হোৱা। চুলুং বুঢ়াই ঘৈণীয়েকৰ পৰা জানিব পাৰিছিল যে জীয়েকৰ মন নোমলৰ পিনে। আঁৰ-তাৰ মুখৰ পৰা লুকুঙেও এই কথা জানিব পাৰিছিল। কিন্তু চুলুং বুঢ়াৰ মতামত নোপোৱালৈকে আগবঢ়া উচিত নহ'ব। ছোৱালী ঘৰৰ সম্মতি নোলোৱালৈ খোজা বঢ়া কৰিবলৈ গ'লে অপমান

পোৱাৰ সম্ভাৱনা থাকে। সেইদেখি চুলুঙৰ মন বুজিবলৈ লুকুঙে মানুহ লগালে। লুকুঙৰ লগত মিতিৰ পাতিবলৈ চুলুঙৰ ইচ্ছা নাছিল। মনে মিলা জাকৰুৱা এঘৰলৈ জীয়েকক উলিয়াই দিব পাৰিলে আনন্দ পায়। পিছে ঘৈণীয়েক আৰু পুতেকৰ কথা এৰাব নোৱাৰি অৱশেষত সন্মত হ'লগৈ। এই কথা জানিব পাৰি লুকুঙে বোৱাৰী খোজ-বঢ়া কৰাৰ আয়োজন কৰিলে।

ভাল দিন-বাৰ চাই-চিতি এদিন লুকঙে বোৱাৰী খুজিবলৈ ওলাল। গাঁৱৰ দুজন মুখিয়াল লোক লগত ল'লে। তেওঁবিলাকৰ চিৰাচৰিত নিয়ম মতে এখন তামোল-পাণৰ শৰাই, এটেকেলি মদ (চুঁজে) আৰু এটা বা ততোধিক বাকলি থকা মাছ নিব লাগে। এই বস্তুকেইপদৰ তাৎপৰ্য আছে। ইয়াৰ দ্বাৰা কাৰ্য সমাধা হয়। সন্ধ্যাৰ লগে লগে তেওঁলোক চুলুঙৰ ঘৰ পালেগৈ। তেওঁলোকক ভৰি-হাত ধুবলৈ পানী-দুনি দিলে। আদৰ-সাদৰ কৰি ভিতৰলৈ মাতি নিলে। জুহালৰ (থিপাই) ওচৰত বহুৱালে। কুশল-মংগলৰ বাতৰি সোধা-সুধি কৰিলে। তাৰ পিছত অহাৰ কাৰণ সুধিলে। লুকুঙে মোনাৰ পৰা শৰাইখন উলিয়াই সম্ভ্ৰমেৰে আগবঢ়াই দি মান ধৰি, পুতেক নোমললৈ তেওঁৰ জীয়েক মালতীক খোজা-বঢ়া কৰিবলৈ অহাৰ প্ৰস্তাৱ কৰিলে। বুঢ়াসকলে তেওঁৰ মতামত কি সুধিলে। তেওঁ লুকুঙৰ প্ৰস্তাৱত সৈমান হ'ল। চুলুঙৰ পক্ষৰ দুজন বুঢ়া আহি যোগ দিলেহি। চুলুঙে ক'লে— 'তেজ ধুলে উটে, মঙহ ধুলে নুটে। আজিৰ পৰা আমি মঙহ জোৰাদি মিতিৰ পাতিলো।' তেওঁৰ কথা শুনি সকলোৱে আনন্দ প্ৰকাশ কৰিলে। ইতিমধ্যে শাল মাছটো ৰন্ধা হৈছিল। দুয়ো ঘৰৰ মদ (চুঁজে) থিপাইত থোৱা হ'ল। তেওঁলোকৰ ভিতৰৰে এজনক বিলনীয়া পাতি লোৱা হ'ল। তেওঁ প্ৰত্যেকৰ আগে আগে বাটিত মদ আৰু পাতত খাজি বিলাই দিলে। কেউজনে হাত-মুখ ধুই নিজৰ নিজৰ বাটি তুলি ল'লে। ইষ্টদেৱতাক স্মৰণ কৰি সমস্বৰে মন্ত্ৰ গালে। ল'ৰা-ছোৱালীহালৰ ভৱিষ্যৎ শুভমিলন আৰু সুখ-শান্তি কামনা কৰি প্ৰাৰ্থনা জনালে। প্ৰত্যেক বাটিৰ পৰা ইষ্টদেৱতাৰ উদ্দেশে অলপ অলপ মদ বাকি (চুঁজে লোগোৰোবা) দি এই কাৰ্য সমাপণ কৰিলে। তাৰ পিছত সকলোৱে খাজি আৰু মদ পান কৰিলে। এই কাম সমাপণ কৰি হাত-মুখ ধুই মুখুদি কৰিলে। সকলোৱে পৰা বিদায় লৈ লুকুংহঁত গুচি আহিল।

দুয়ো ঘৰ মিতিৰ হোৱাৰ পিছৰ পৰা বিয়ৈ-বিয়নীৰ অহা-যোৱা ঘন হৈ পৰিল। মাজে-সময়ে নোমলে শহুৰেকৰ কাম-বনত সহায় কৰি দিয়েগৈ। এনেকৈ এবছৰ হ'ল। বিয়া কৰিয়েই হওক বা পলুৱাই হওক, ছোৱালী উলিয়াই আনিব নোৱৰালৈকে ছোৱালী পক্ষক বছৰেকত দুবাৰ উপঢৌকন দিয়া হয়। দেউৰী মতে 'ভোজাদিয়া' বুলি কয়। লুকুঙে ৰীতিমতে দুবাৰ ভোজা দিলে। খোজা-বঢ়া কৰি ভোজাভাৰ দি থকা বেইতা লগা ছোৱালীৰ প্ৰতি কোনো ডেকাৰ অশুভ দৃষ্টি নেপেলোৱাটো সমাজৰ পৰম্পৰাগত ৰীতি।

দিন গৈ আছে। খবৰ ওলাল, নোমল ৰজাঘৰৰ গা-খাটনিলৈ যাব লাগে। তাহানি কালত এতিয়াৰ দৰে ৰজাঘৰক খাজনা, কৰ-কাটল একো দিব নালাগিছিল। প্ৰত্যেক প্ৰাপ্তবয়স্ক পুৰুষে গৈ ৰজাঘৰত এবছৰ শ্ৰমদান দিয়া নিয়ম আছিল। সেইবাবে কাৰো ওজৰ-আপত্তি নৰজিছিল। বুঢ়া-বুঢ়ী বাপেক মাকক সি এবছৰৰ কাৰণে এৰি যাব লগাত পৰিল। তেওঁলোকৰ আলৈ-বিলৈ, নানান আহুকালৰ কথা ভাবি সি কান্দিছিল। পিতৃ-মাতৃৰ পদধূলা শিৰত লৈ সি গ'লগৈ। বাপেক-মাকে তাৰ মূৰৰ চুলিৰ সমান আয়ুস হ'বলৈ আশীৰ্বাদ দিলে।

তাৰ পিছত টুটকীয়াবোৰে দিনে-নিশাই চুলুং বুঢ়াক উচটালে। জীয়েকক সেই টোকোনাটোলৈ নিদি ধনী ঘৰলৈ দিব লাগে। তাৰ মনতো কু-বুদ্ধি খেলালে। সি জানে, লুকঙে একো নকৰে। কৰিবও নোৱাৰে। নিজলৈকে টনাটনি। এদিন গধূলি খাই-বই উঠি আটাইকে শুনাই মালতীক ক'লে— 'মই কাইলৈ মোমায়েৰাৰ ঘৰলৈ যাম।' পিছদিনা ওলাই গ'ল। কাকো একো নক'লে। গিৰীয়েকৰ আচৰণৰ পৰা ঘৈণীয়েকৰ মনত অলপ সন্দেহ হ'ল। চুলুং গৈ সোণাপুৰ পালে। তাত জীয়েকক বিয়া বন্দৱস্ত কৰিলে। ব'হাগৰ বিহুৰ মাজতে আহিবলৈ কথা দিলে। জোঁৱায়েক আহি ওলালেহি, মোমায়েকৰ ঘৰত বিহু খাবলৈ পঠোৱাৰ চলতে জীয়েকক দি পঠাব। এই বন্দৱস্ত কৰি ঘূৰি আহিল। ঘৰ পাই সকলোকে ক'লে যে মোমায়েকে মালতীক বিহুতে মাতিছে। দহোবন কাটি কৰি থৈ যাবলৈ কৈছে। তাইক নিবলৈ দুজন মানুহ পঠাব। বহুত দিনৰ আগৰে পৰা মোমায়েকৰ ঘৰলৈ যোৱাৰ কথা তাই মাকক

কৈ আছিল। বাপেকৰ কথা শুনি মালতীয়ে ৰং পালে।

আজি-কালিকৈ বিহু পালেহি। কাইলৈ উৰুকা। পৰহিলৈ বিহু। তাৰ পিছদিনা মানুহৰ বিহু। বিহু বুলিলে সকলো আত্মহাৰা হয়। ই আনন্দময় উৎসৱ। দিহিঙে-দিপাঙে থকা সকলোটি ঘৰ চাপি আহে। অতি আপোনজনলৈ মনত পৰে। বেচেৰা নোমল! বাপেক-মাক আৰু বুকুৰ বান্ধৈ মালতীলৈ মনত পৰা স্বাভাৱিক। বিহুৰ উদুলি-মুদুলি। অহা আহিছে, যোৱা গৈছে। এদিন বিহুৰ আনন্দত আত্মহাৰা হৈ দেউৰী-চুতীয়াই স্বৰাজ্য হেৰুৱালে। মানুহৰ বিহুৰ দিনা সাঁজ লাগি যোৱাৰ পিছত দুজন ডেকা আহি চুলুং বুঢ়াৰ ঘৰ ওলালহি। সি তাহাঁতলৈকে বাট চাই আছিল। খুৱাই-বুৱাই ৰাতিটো ৰাখিলে। চা-চিনাকি হ'ল। এজন মালতীৰ মোমায়েকৰ পুতেক। ইজন সোণাপুৰৰ ডেকা। মালতীৰ ভাবী-পৈয়েক।

ৰাতিপুৱা। আলহীলৈ কুকুৰা মাৰি ভাত-পানী ৰন্ধা হ'ল। সকলোৱে লগে-ভাগে খোৱা-বোৱা কৰিলে। সিহঁত যাবলৈ ওলাল। মালতীয়েও সাজু হ'ল। তাই মোমায়েকৰ তালৈ যাব। সকলোৱে জানে। যাবৰ পৰত বাপেকে ক'লে— 'আই মালতী, যাবলৈ ওলালি নহয়! যা। সাৱধানে চলিবি।' সিহঁত গ'লগৈ। বাপেকে তাইক এনেকৈ উলিয়াই পঠাব বুলি আন কোনেও ফুটকে নাপালে। ককায়েকে সিহঁতক গাঁৱৰ সিটো মূৰৰ কেঁকুৰিটোলৈকে আগবঢ়াই থ'লেগৈ।

বিহু আহিল আৰু গ'ল। ব'হাগৰ দিন পাৰ হ'ল। জেঠ সোমাল। খেতি-পথাৰত লাগিবৰ হ'ল। মালতী নাহিল। পলুৱাই নিলে বুলি গাঁৱৰ মানুহে বু-বু বা-বা কৰিলে। কোনোৱে আহি খবৰ ল'লেহি। চুলুঙে মূৰ পুলুকা মাৰিলে। ইকাণ-সিকাণকৈ কথাটো লুকুং বুঢ়াৰ কাণত পৰিলগৈ। পুতেকৰ চিন্তাত তেওঁলোকৰ দেহাৰ এফাল গেলি গৈছে। তাতে আকৌ এই আপদীয়া বাতৰিটো পাই মৰ্মাহত হৈ পৰিল। মনে প্ৰবোধ নমনা হ'ল। ইয়াৰ আগতে মৰি যোৱাই ভাল আছিল। তেওঁলোক অধৈৰ্য হৈ পৰিল। কেইদিনমানৰ পিছত অলপ অসুখতে বুঢ়ী ঢুকাল। লুকুঙৰ মুখৰ মাত হেৰাল। বাৰ নৌ-ঘুৰোঁতেই তেওঁ চিৰকাললৈ চকু মুদিলে। এই বাতৰি পাই চুলুঙে খৰি দিবলৈ নাহি নোৱাৰিলে।

নোমলে এইবোৰ কথাৰ শুংসূত্ৰকে নাপালে।

এবছৰৰ পিছত। এদিন মন্ত্ৰীয়ে নোমলক মতাই অনালে। 'তোমাৰ খাটনিৰ দিনৰ ওৰ পৰিল। তুমি ইচ্ছামতে ঘৰলৈ যাবগৈ পাৰা। বুঢ়া-বুঢ়ী বাপেৰ-মাৰে ছাগৈ তোমালৈ বাট চাই আছে।' সি মন্ত্ৰীক প্ৰণাম জনালে।

অব্যাহতি পাই নোমল ততাতৈয়াকৈ ঘৰমুৱা হ'ল। কেতিয়াকৈ বাপেক-মাকক দেখিবলৈ পাওঁ— এই ভাবত তাৰ মন ব্যাকুল হৈ পৰিল। সি উধাতু খাই দৌৰি আহিছে। বাপেক-মাকে তাক এৰি কাহানিবাই গুচি গ'ল। দুৰ্কপলীয়া সি! সেই কথা ঘুণাক্ষৰেও নাজানে। ঘৰ পালতহে জানিব পাৰিলে। শোকে তাক খুন্দা মাৰি ধৰিলে। 'আই ঔ' বুলি উবুৰি খাই পৰিল। কান্দি কান্দি লবেজান হ'ল।

ঘৰত তাৰ সমূলি মন নবহা হ'ল। এদিন গধূলি শহুৰেকৰ ঘৰ পালেগৈ। সি ভাবিছিল, এবছৰৰ মূৰত তাক দেখি সকলোৱে আনন্দ পাব। তাৰো মন ভাল লাগিব। তেওঁলোকৰ সান্নিধ্য লাভ কৰি শোক-তাপ পাহৰিব। কিন্তু সি গৈ দেখিলে সম্পূৰ্ণ বিপৰীত। তাৰ প্ৰতি থকা আগৰ মৰম-চেনেহ, আদৰ-যত্ন একো নোহোৱা হ'ল। তালৈ সকলোৱে পিঠি দিলে। এনে আন্তৰিকতাহীন অৱজ্ঞা ভাব দেখি হতাশ হৈ পৰিল। আগেয়ে এনেকুৱা দুৰ্ব্যৱহাৰ পোৱা নাছিল। মালতীক নেদেখি সি উদ্বিগ্ন হৈ পৰিল। তাই ছাগৈ লাজতে ওলোৱা নাই। খোৱা-বোৱাৰ পিছত শহুৰেকে নিৰ্লজ্জভাৱে এষাৰ কথা কৈ টুপাই বুৰ মাৰিলে। 'মালতী মৰিল, নৈ ঘাটত খৰি দিয়া হ'ল।' এইষাৰ কথাই তাৰ বুকুত শেল মৰাদি মাৰিলে। গা বেজ্‌বেজাই গ'ল। তাৰ মূৰত যেন আকাশ ভাগি পৰিল। আশা-ভৰসা নিমিষতে চূৰমাৰ হৈ গ'ল। এই কথাই তাৰ মনত গভীৰ বিষাদৰ সৃষ্টি কৰিলে। তাৰ অন্তৰৰ বেদনা কোনেও নুবুজিলে। ৰাতিটো কোনোমতে কটাই গুচি আহিল। মুখত এটা অসহায় ভাব ফুটি উঠিল।

এদিন আবেলি নোমল গৈ নৈ ঘাটৰ শিল এচটাত আমন-জিমনকৈ বহি আছিল। এনে সময়তে মুদৈৰ নাও আহি ঘাট চাপিলহি। মুদৈজন পিতাকৰ চিনাকি আছিল। সিও সৰুতে দেখিছিল। তেওঁক ভাল মানুহ বুলি আগৰে পৰা জানিছিল। তেওঁক দেখি ওচৰ চাপি গৈ সভক্তিৰে প্ৰণাম জনালে।

সৌভাগ্যক্ৰমে মুদৈৰ লগত তাৰ পুনৰ চা-চিনাকি হ'ল। দেশ চোৱাৰ আশাত সিও তেওঁৰ লগত নাওবৈছা হৈ ওলাল। তাৰ অভিপ্ৰায় বুজিব পাৰি তাক লগত ল'বলৈ সন্মত হ'ল। মুদৈয়ে ক'লে— 'তুমি যাবা খুজিছা যেতিয়া কাইলৈ বেলি পৰাৰ আগতে আহিবা। পৰহিলৈ দোকমোকালিতে নাও মেলিম। এতিয়া যোৱাগৈ।' সি ঘৰলৈ গুচি আহিল।

পিছদিনা ৰাতিপুৱা সি গাঁৱৰ গএগা-জ্ঞাতি, বংশ-পৰিয়াল, অঙহী-বঙহীসকলৰ ওচৰলৈ গ'ল। তেওঁবিলাক তাৰ অতি আপোন, বুকুৰ কুটুম। তেওঁবিলাকক টানে-আপদে সততে পায়; মৰিলে-তৰিলেও পাবলৈ আছে। তেওঁবিলাকেই তাৰ মাক-বাপেকক খৰি দিলে, মুখৰ ছাইমাটি গুচালে। এই জ্ঞাতিয়েই গংগা। জ্ঞাতি নহ'লে সকলো পেলনি যায়। সকলোৰে পৰা বিদায় মাগিলে। সি গাঁও এৰি গুচি আহিল। মুদৈৰ লগ লাগিল। নতুন সংগ পাই তাৰ মনত আনন্দ লাগিল।

দিনবোৰ গৈ আছে। মুদৈয়ে নাওবোৰত বহুতোধৰণৰ বেপাৰৰ বস্তু-বাহানি ভৰাই লৈ ভটীয়াই গৈ আছে। এদিন নাও গৈ সোণাপুৰ ঘাটত লাগিলহি। একে নামৰ হাট, ঘাট আৰু গাঁও। তাত এখন বৰ ডাঙৰ হাট বহে। সোণাপুৰ হাটৰ নাম নুশুনা মানুহ নাই। পৰ্বত-ভৈয়ামৰ মানুহৰ সংযোগ স্থল। এই হাটখন প্ৰতি বছৰে মাঘ-ফাগুণমহীয়া এমাহৰো বেছিদিন বহিছিল। সেই কালত সকলো বয়-বস্তু সালসলনি কৰি লোৱা হৈছিল। এতিয়াৰ দৰে টকা-সিকা দি কিনি নলৈছিল। কিন্তু মুদৈসকলে কিছুমান বস্তু ধন দি কিনি লৈছিল। উজনি-নামনিৰ দূৰ-দূৰণিৰ অংসখ্য বেপাৰী আৰু লোক সমাগত হৈছিল। মুদৈৰ নাও তাত কেইবাদিনো আছিল।

সোণাপুৰ গাঁৱৰ জীয়ৰী-বোৱাৰীবোৰে সদায় পুৱা-গধূলি সেই ঘাটত পানী নিবলৈ আহে। মালতীয়েও আহে। এদিন আবেলি আটাইবোৰ আহি গাগৰি ভৰাই পানী নিলে। তাই অকলশৰে বৈ থাকিল। কিবাকিবি ভাবি বাঁওহাতৰ নিপোটল বাহুটোৰে কলহটো সাবটি লৈ নোমলৰ ফালে চাই থিয় দি আছে। বহুত দিনৰ পুৰণি চিনাকি মানুহ। জীৱনে-মৰণে এইজন ডেকাৰ চৰণ সেৱাই তাইৰ কাম্য আছিল। অনতি দূৰত থিয় হৈ থকা এই গাভৰুজনীৰ লগত এসময়ত তাৰ কিমান ঘনিষ্ঠতা আছিল। বিয়াৰ ঠিক-ঠাক হৈছিল।

সেই সময়ত নোমল নাৱৰ পৰা বস্তু তোলা-নমা কৰাত ব্যস্ত হৈ আছিল। সেইফালে মনেই কৰা নাছিল। হঠাৎ মালতীক দেখি সি উচপ খাই উঠিল। ই কি! যাওঁ নাযাওঁকৈ, এখোজ-দুখোজকৈ ওচৰ চাপি গ'ল। দুয়ো পৰস্পৰৰ চকুৱে চকুৱে চালে। আগতে তাইক ইমান গহীন আৰু শুৱনি দেখা নাছিল। সি বৰ অস্বস্তি বোধ কৰিলে। দুয়ো অলপ সময় মনে মনে থাকিল। তাৰ পিছত নোমলে সুধিলে— 'এইজনী মালতী নহয় নে বাৰু? তই নমৰাকৈয়ে মৰিল বুলি বাপেৰে মোক কৈছিল। তইচোন আজি জীয়াই আছ। বাপেৰ সজাত নাইকিয়া মিছলীয়া মানুহ। কোনোবাই ক'লে পলুৱাই নিলে বুলি। মই হ'লে মৰিল বুলিয়েই ধৰি ল'লো। তোৰ বেজাৰতে মোৰ আই-বোপাই মৰিল। এতিয়া মই ঘাটমাউৰা, নিঠৰুৱা হৈ এনেকৈ উটি-বুৰি ফুৰিছো। দেহি ঐ মালতী, তোক দেখি মোৰ অন্তৰে কান্দিছে। মনৰ আশা মনতে মৰহি গ'ল। আশা পূৰ্ণ নহ'ল। অতি আপোনজনেও এনেকৈ মনোকষ্ট দিব পাৰে বুলি আগতে জনা নাছিলো। এতিয়াহে জানিছো। এইদৰে তোক দেখা পাম বুলি সপোনতে ভাবিব পৰা নাছিলো। তইনো বাৰু এইখিনি কেনেকৈ পালিহি, ক'চোন।'

তাই তলমূৰ কৰি শুনি আছিল। তাই মূৰ তুলি নোমলৰ ফালে চালে। লগে লগে তাইৰ মুখখন লাজ আৰু বেজাৰত ৰঙা পৰি উঠিল। 'গাঁৱৰ কেনোবা টুটকীয়া লোকৰ কথা শুনি বোপায়ে মোক কমখন লটিঘটি কৰালে। এই কথা ঘৰৰ কোনেও গম পোৱা নাছিল। ময়ো জনা নাছিলো, গাঁও এৰি এদিন এবেলা বাটকুৰি বাই অহাৰ পিছত মোৰ সন্দেহ হৈছিল। ইয়াত আহি পায়েই আচল কথানো কি জানিব পাৰিলো। তেতিয়া মোৰ আৰু আন উপায় নাছিল। কি কৰিম! তোৰ সন্তাপতে কান্দি কান্দি কেইবাদিনো নাখাই-নবৈ লঘোনে-ভোকে থাকিলো। সেই বেজাৰতে আই-বোপাইক চাবলৈ যোৱা নাই। মই তোক জীৱনত কেনেকৈ পাহৰিম। তোক দেখি মোৰ দেহা দেই পুৰি মৰিছে। তামোল হোৱা হ'লে দুফালকৈ ফালি দেখুৱালোহেঁতেন।'

মালতীৰ কথাৰ পৰাই সি বুজিলে এই সকলোবোৰ চুলুং বুঢ়াৰ চক্ৰান্ত। সি তাইক সান্ত্বনা দি ক'লে— 'তই এঘৰৰ বোৱাৰী হ'লি যেতিয়া, এইবোৰ

কথা ভাবি এতিয়া একো লাভ নাই।'

মালতীৰ চকুযুৰি ঢুল-ঢুলীয়া হ'ল। তাই মূক বেদনাত ছট্‌ফটাই উঠিল।

মালতীৰ লগত কথা পাতি তাৰ মনৰ দুখ পাতলিল। তাইৰ মনৰ কথা জানিব পাৰি সুখী হ'ল।

'অ' বহচোন' ইয়াত কিমান দিন থাকিবি?' —মালতীয়ে সুধিলে।

'ক'ব পৰা নাই! হয়তো কাইলৈকে যাবগৈ পাৰো। নতুবা দুই-এদিনৰ পিছতো যাব পাৰো।'

মালতীয়ে তাৰ পৰা বিদায় ল'বৰ কাৰণে সোঁহাতেৰে কলহটোৰ কাণত ধৰি নমাই ল'লে। পানীৰ ফালে এখোজ আগবাঢ়ি যোৱা দেখি সি মনত দুখ পালে। তথাপি সংযত হৈ ক'লে— 'আজি বাৰু যোৱাগৈ!' মালতীয়ে তাৰ মুখলৈ ঘূৰি চালে। তাইৰ চকু ঢুলঢুলীয়া হৈ পৰিল। কলহত পানী ভৰাই তাই ঘৰমুৱা হ'ল। একো ক'ব নোৱাৰিলে। নোমল তাতে বৈ মালতী যোৱাৰ পিনে চাই থাকিল। গড়াৰ ওপৰৰ পৰা তাই এবাৰ ঘূৰি চালে। আঁচলৰ আগটোৰে চকুৰ পানী মছা দেখি সি বুজিলে তাই কান্দিছে। তাৰ মনটো সেমেকি পৰিল। হুমুনিয়াহ কাঢ়িলে। তাৰো দুয়ো চকুৰেদি ক'ব নোৱৰাকৈয়ে দুধাৰি চকুৰ পানী বৈ আহিল।

'অথনি কথা পতা ৰূপহী ছোৱালীজনীক চিনি পোৱা নেকি নোমল? নাৱত তুলি লৈ যাব পাৰিলে বেয়া নহ'ব দেখিছোঁ।' —মুদৈয়ে আত্মীয়তাৰ ভাব দেখুৱাই ঠাট্টাৰ সুৰত কথাষাৰ ক'লে। গধূলি খোৱা-লোৱাৰ পিছত নোমলে মালতী সম্পৰ্কে মুদৈক দুষাৰ কথা সুধিম বুলি ভাবি আছিল। তেওঁ নিজেই কথাটো উলিয়ালে যেতিয়া ভালেই পালে। সি তাৰ দুৰ্দশাৰ সকলো কথা ভাঙি-পাতি ক'লে আৰু তেওঁৰ পৰামৰ্শ বিচাৰিলে। চুলুঙৰ চুলুঙালি বুজিব পাৰি নোমলৰ প্ৰতি সহানুভূতি জন্মিল। তেওঁ ক'লে— 'তই ৰজাক এবাৰ কথাটো জনোৱাগৈ, তেওঁ সকলো প্ৰকাৰে সহায় কৰিবলৈ গাত ল'ব।'

'লাভ একা নহ'ব। হাঁহিয়াতৰ পাত্ৰ হ'ব লাগিব।' নোমলে বেজাৰেৰে ক'লে।

'লাভ-লোকচানৰ কথা নহয়। যেনে কুকুৰ তেনে টাঙোন। কৰা কাম

কৰিব লাগে। নকৰাটোৱে দোষণীয়।' —মুদৈয়ে ক'লে।

মুদৈৰ দিহামতে নোমলে গৈ ৰজাৰ ওচৰত গোচৰ দিলে। যথা সময়ত ৰজাৰ চ'ৰাত গোচৰ হ'ল। ৰজাই সুধিলে— 'হেৰ' নোমল, তোৰ আপত্তি কি কচোন?'

নোমলে আঁঠু লৈ হাতযোৰকৈ ভক্তিভাৱে মহাৰাজৰ আগত এইদৰে ফকৰা মাতি উত্তৰ দিলে—

(১) 'লাউ ৰুলো নিজৰ মাটিত
বগালে লোকৰ টাটীত।
মাটিৰ গিৰিহঁতে পায় নে
টাটীৰ গিৰিহঁতে পায়।'

(২) 'মৰাই মৰিল খৰিদিলে ঘাটত।

সেই মানুহ পালেগৈ সোণাপুৰ হাটত!'

নোমলৰ কথা শুনি সকলোৱে তবধ মানিলে।

ৰজাই নোমলক অভয় দি সুধিলে— 'বাৰু, তইনো কি ক'ব খুজিছ আঁতিগুৰি মাৰি ক'চোন?' ৰজাৰ আদেশ পাই নোমলে সকলো কথা বিৱৰি ক'লে।

মালতীক নোমললৈ খোজা-বঢ়া কৰা হৈছিল নে নাই হোৱা। তাই মৰিল. যদি কেনেকৈ সোণাপুৰ হাট পালেগৈ বুলি ৰজাই সোধাত চুলুঙে একো আসৈ মাতিব নোৱাৰিলে। কিয়নো খোজা-বঢ়া কৰোঁতে তাত উপস্থিত থকা লোক, সোণাপুৰলৈ চুকুলি (কথা লগোৱা) লগাই জীয়েকক পলুৱাই পঠোৱাৰ তলা-নলা পোৱা কেইবাজনো গএঞা, নোমলে বিচাৰ চ'ৰাত উপস্থিত কৰি ৰাখিছিল।

ৰজাই ক'লে— 'মই সকলো কথা বুজিলো। সামাজিক দায়-দস্তুৰৰ কথা মোৰ অৱগত আছে। সমাজে যিটো কথা কেতিয়াও নামানে সেইটো চুলুঙে কিয় কৰিব? সমাজৰ নীতি-নিয়ম, শৃংখলা ভংগ কৰি প্ৰতিপক্ষক অপমান কৰিছে। যথেচ্ছা অন্যায় আচৰণ কৰা বাবে চুলুঙক তিনিকুৰি ছটকা চিকাৰূপে দণ্ড কৰা হ'ল। তদুপৰি গোকাট মিছা কথা কোৱা হেতুকে তাৰ পিঠিত

দহোটা চমটাৰ কোব দিয়া হ'ব।'

দেশৰ প্ৰজাবিলাকৰ সামাজিক ৰীতি-নীতি, নিয়ম-শৃংখলা ৰক্ষা, পিতৃ-মাতৃৰ সন্মান অটুট ৰখা আৰু নাৰী জাতিৰ মৰ্যাদা ৰক্ষাৰ্থে ৰজাই এই নিবন্ধ কৰি দিলে। দেশত ঢোল পিটি সকলোকে শুনাই দিবলৈ আদেশ দিলে।

'খোজা-বঢ়া কৰি ভোজা ভাৰ দি থকা বেইতা লগা ছোৱালীক আন কোনোবা ডেকাই পলুৱাই নিলে, সেই উদ্ধত ডেকাক লোকাচাৰ-বিৰোধী কাম কৰা বাবে ছোৱালীপক্ষই ছকুৰি ছটকা চিকাৰূপে দায়ী ল'ব পাৰিব।'

'কোনো ডেকাই এজনী ছোৱালীৰ অমতে আৰু তাইৰ বাপেক-মাকৰ ঘোৰ আপত্তি থকা সত্ত্বেও জোৰকৈ পলুৱাই নিলে, তাকো প্ৰতিপক্ষই অসৎ আৰু পাশৱিক অত্যাচাৰ কৰা দোষত ছকুৰি ছটকা (১২৬ টকা) চিকাৰূপে দণ্ড কৰি ল'ব পাৰিব। ইমানতকৈ বেছি কোনেও দণ্ড কৰিব নোৱাৰিব। ইয়াৰ অন্যথা কৰিলে দণ্ডৰ উপৰি কঠোৰ শাস্তিৰ বিধান কৰা হ'ব।'

তেতিয়াৰ পৰা দেশত এই নিয়ম-শৃংখলা প্ৰচলিত হ'ল। কালক্ৰমত এই নিয়মৰ পৰাই 'ছোৱালীৰ গা-ধন লোৱা' প্ৰথাত পৰিণত হ'ল বুলি দেউৰী লোকে কয়। একালত ৰাজ্যজুৰি 'ছোৱালীৰ গা-ধন লোৱা' প্ৰথা প্ৰচলন আছিল। আজিকালিও জনজাতিবিলাকৰ মাজত এই প্ৰথা চলি আছে যদিও বহুত পাতলিল। সময়ত একেবাৰে লোপ পোৱাৰ সম্ভাৱনা আছে।

বিচাৰ চ'ৰা ভংগ হৈ গ'ল। নাৰী জাতিৰ মৰ্যাদা হানিকৰ কাৰ্য ৰহিত হোৱা বাবে সকলোৱে নোমলক প্ৰশংসা কৰিলে।

# মানুহে জুই কেনেকৈ পালে

দেউৰী জনজাতিৰ মাজত মানুহে জুই কেনেকৈ পালে এই বিষয়ে তলত দিয়া সাধুকথাটি প্ৰচলিত আছে।

অতীজত মানুহ্ পশু-পক্ষীৰ দৰে হাবি-জংঘলত বাস কৰিছিল। উলংগ হৈ ফুৰিছিল। গছৰ গুটি, ফল-মূল, আলু-কচু, জন্তুৰ কেঁচা মঙহ খাই জীৱন ধাৰণ কৰিছিল। তেতিয়া জুই নাছিল।

এবাৰ ধুমুহা বতাহত হাবিৰ বৰ বৰ গছ-গছনি উভালি পৰিছিল। ভাগি-ছিগি তহিলং হৈছিল। দিন যোৱাৰ লগে লগে সেইবোৰ ৰ'দ-বৰষুণত শুকাই জমি পমি গৈছিল। এদিন এজন উলংগ মানুহে শুকান গছবোৰৰ ওপৰে ওপৰে এনেয়ে ঘূৰি ফুৰিছিল। কিবা স্বৰূপত শুকান গছৰ থিয় হৈ থকা ডাল এটাত দুহাতেৰে ধৰি জোকাৰিব ধৰিলে। সেই ডালটো এজোপা শুকান গছৰ গাত ঘঁহনি খাই থকা বাবে তাৰ পৰা বীণত ৰেপ দিয়াৰ দৰে মৃদু শব্দ এটা হৈছিল। শব্দটো শুনি তাৰ বৰ ফূৰ্তি লাগিল। ডালটো খৰকৈ জোকাৰিলে শব্দটো ডাঙৰকৈ ওলায় আৰু লাহেকৈ জোকাৰিলে সৰুকৈ ওলায়।

এইদৰে কিছু সময় জোকাৰি জোকাৰি শব্দটো শুনিলে। তাৰ পিছত সি গাৰ জোৰেৰে যিমান পাৰে খৰকৈ জোকাৰি জোকাৰি শব্দটোৰ সুৰ শুনি বিভোৰ হৈ পৰিল। গাৰ সমস্ত শক্তি প্ৰয়োগ কৰি এক্ষন্তেকো নৰৈ পাৰেমানে জোকাৰি থাকিবলৈ ধৰিলে। এইদৰে কেৰ্কেৰণি শব্দ শুনি ফূৰ্তি কৰি জোকাৰি থাকোঁতে থাকোঁতে ইফালে ঘঁহনি খাই খাই তাৰ পৰা কাঠৰ গুৰিবোৰ শুকান গছপাতৰ ওপৰত ছিটিকি পৰিবলৈ ধৰিলে। সঘনে ঘঁহনি খোৱাৰ ফলত সেইবোৰৰ পৰা জুইৰ ফিৰিঙতি ওলাল। ফিৰিঙতি পৰি শুকান গছপাতৰ পৰা ধোঁৱা ওলাল। লগে লগে জুইৰ সূচনা হ'ল। ধোঁৱা আৰু জুই ওলোৱা দেখি সি শুকান গছপাত এসোপা আনি তাত জাপি দিলে।

ক্ষন্তেকতে দপ্‌দপ্‌কৈ জুই জ্বলি উঠিল। পিছ মুহূৰ্ততে শুকান ডাল-পাত গোটাই তাত জাপি দিলে। দুগুণে জুই জ্বলি উঠিল। তাৰ পৰা শুকান গছ-গছনিবোৰত জুই লাগিল। তেনেকৈ জুই উঠা দেখি তাৰ আনন্দ চায় কোনে! কৌতূহলবশতঃ দৌৰি গৈ ওচৰতে শুই থকা হৰিণ এটাৰ ঠেঙত থাপ মাৰি ধৰিলে আৰু গছ এজোপাত আঁচাৰি মাৰি পেলালে। ইতিমধ্যে জুই বিয়পি পৰিল। দপ্‌দপীয়া জুইলৈ হৰিণটো দলি মাৰি দিলে। তৎক্ষণাৎ নোমবোৰ পুৰি পেলালে। তাৰ গোন্ধ আহি নাকত সোমাল। গছৰ ডাল এটাৰে পছুটো জুইৰ পৰা উলিয়াই আনিলে। তেতিয়া সি জুইৰ তাপ অনুভৱ কৰিলে। জুয়ে পোৰা পছুটোৰ পাছঠেং দুটাত ধৰি আঁজুৰি পিৰাকেইটা এৰুৱালে। এটা কামুৰি খালে। খাওঁতে কোমল, গৰম আৰু সোৱাদ পালে। তাৰ কৌতূহল বাঢ়ি গ'ল। সি আনন্দত জঁপিয়াবলৈ ধৰিলে। লগ-লগৰীয়াবোৰক চিঞৰি চিঞৰি মাতিলে। সকলো ওচৰ চাপি আহিল। তেতিয়া সিহঁতক পোৰা মাংস খাবলৈ দিলে। সোৱাদ পাই আটাইবোৰে কিৰিলিয়াবলৈ ধৰিলে। সিহঁতৰ মাজত মহা আনন্দ মিলিল। বেলি পৰি আন্ধাৰ হ'ল। সিহঁত জুইৰ তাপ আৰু পোহৰ দেখি বৰ আচৰিত হ'ল। হাতত যাৰ যি আছিল এটাইবোৰ জুইত পেলাই দিলে। সেইবোৰ জুইৰ পৰা উলিয়াই খাই চালে; বৰ তৃপ্তি পালে। ৰাতিটো জুইৰ কাষত বহি তাপ লৈ কটালে। সেই নিশা জাৰ নাপালে। কৌতূহলবশতঃ শুকান ডাল-পাতবোৰ আনি তাত জাপি দিবলৈ ধৰিলে। জুই জ্বলি উঠিল। এইদৰে মানুহে পোন প্ৰথমবাৰৰ বাবে জুই লাভ কৰিলে।

# ধানৰ উৎপত্তি আৰু খেতি

দেউৰীবিলাকৰ আৰাধ্য দেৱ-দেৱী হ'ল স্বয়ং কৃষি কৰ্মৰ গুৰি ধৰোঁতা। গিৰা-গিৰিচী (বুঢ়া-বুঢ়ী) বা সৎ-মামাই (শিৱ-পাৰ্বতী)ই জগতৰ উপকাৰৰ অৰ্থে পোন প্ৰথমে কৃষি-কৰ্মৰ পাতনি তৰিছিল বুলি প্ৰবাদ আছে। এই সম্বন্ধে তেওঁবিলাকৰ মাজত এই সাধুকথাটো প্ৰচলিত হৈ আহিছে।

মানুহ সৃষ্টি হ'ল। পিছে খোৱা-পিন্ধাৰহে একো ব্যৱস্থা নহ'ল। সেই দেখি পাৰ্বতীয়ে শিৱক কৃষি-কৰ্মত ধৰিবলৈ পৰামৰ্শ দিলে। তেওঁ ঘৈণীয়েকৰ দিহা-পৰামৰ্শ মতে সেই কামত ধৰিবলৈ মন মেলিলে। ই কাৰ্য সাধন কৰিবলৈ পৃথিৱীৰ বুকু চিৰাচিৰ কৰিব লাগিব। ই সহজসাধ্য, উলামূলা কাম নহয়। কঠোৰ শ্ৰম আৰু যথেষ্ট কষ্টসাধ্য কাম। তাৰ কাৰণে সা-সঁজুলি, আহিলা-পাতি কিছুমান লাগিব। সেইবোৰ আগেয়ে যা-যোগাৰ সংগ্ৰহ কৰি ল'ব লাগিব। তাৰ পিছত কামত হাত দিয়া হ'ব।

শিৱই চিন্তা কৰিলে— কাৰ ওচৰত গ'লে কৃষি-কৰ্মৰ আটাইবোৰ সঁজুলি পোৱা যাব, কোনে তেওঁক এই বিষয়ে সজ পৰামৰ্শ দিব আৰু সহায় কৰিব। তেওঁৰ বাহন বৃষভ আছে। বৃষভৰ সমকক্ষ বলধ এটা যোগাৰ কৰিব পাৰিলে হাল জুটিব পৰা যাব। যক্ষাধিপতি কুবেৰ তেওঁৰ পৰম সখি। এইবোৰ বিচাৰি তেওঁৰ ওচৰলৈ যোৱা থিৰাং কৰিলে। তেওঁৰ সহায় পালে এই জটিল কাৰ্য অনায়াসে সমাধা কৰিব পৰা হ'ব।

এদিন তেওঁ কৃষিৰ সঁজুলি আৰু বলধ বিচাৰি কুবেৰৰ তালৈ ওলাল। বহুত দিনৰ মূৰত শিৱৰ আগমনত যক্ষাধিপতিয়ে পৰম সন্তোষ পালে। তেওঁক দেখিয়েই আথে-বেথে সাবটি ধৰিলে। হাতত ধৰি নি সোণৰ আসনত বহুৱালে। সেৱা-সৎকাৰ কৰি নানা প্ৰকাৰ দিব্য ভোগেৰে আপ্যায়িত কৰিলে। তাৰ পিছত কুশল-মংগল সুধি আগমনৰ উদ্দেশ্য সুধিলে। তেতিয়া, তেওঁৰ ইচ্ছাৰ কথা ভাঙি-পাতি ক'লে। যক্ষপতিৰ সহায় নহ'লে এই কাৰ্য সহজে

সমাধা কৰা টান হ'ব, এই কথা বুজাই কোৱা হ'ল। গতিকে তেওঁৰ সহায়-সহানুভূতি একান্ত প্ৰয়োজন হৈছে। শিৱৰ সজ উদ্দেশ্যৰ কথা শুনি যক্ষপতিয়ে পৰম সন্তোষ পালে। মানৱ জাতিৰ কল্যাণৰ কামনাৰ্থে তেওঁ সখিয়েকক সকলো প্ৰকাৰে সহায় কৰিবলৈ আশ্বাস দিলে। যেতিয়া যি দৰকাৰ হয় ততালিকে দি সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিলে। শিৱৰ ইচ্ছা অনুসৰি সদ্যহতে এটা বলধ আৰু নাঙল-যুঁৱলি আদি কৃষি সঁজুলি আটাইবোৰ দি দিলে। সেইবোৰ নি সখিয়েকৰ গৃহত থৈ আহিবলৈ যক্ষসকলক পঠালে।

সেই নিশা তেওঁ সখিয়েকৰ গৃহত অতিথিৰূপে থাকিল। ৰাতিপুৱা উঠি কুবেৰৰ পৰা মেলানি মাগি ঘৰলৈ খোজ ল'লে। যক্ষপতিয়ে সখিয়েকক এছোৱা বাট আগবঢ়াই থ'লেহি। সখিয়েকৰ সহায়-সহানুভূতি আৰু আশ্বাস পাই তেওঁ আনন্দ মনেৰে আহি ঘৰ পালেহি।

শিৱই ভাল দিন-বাৰ-ক্ষণ চাই-চিতি পুৱাতে পোন প্ৰথমে বলধ জুতি হাল বাবলৈ সষ্টম হ'ল। বলধ দুটা উভতা-উভতিকৈ জুটিলে। প্ৰথমে বৃষভৰ কান্ধত যুঁৱলি দিলে। পাৰ্বতীয়ে দূৰৰ পৰা চাই আছিল। গিৰীয়েকৰ কাণ্ড দেখি হাঁহি সামৰিব নোৱাৰিলে। তেওঁলোকৰ পাচনি নন্দীক পঠাই ঠিকমতে জোটাই দিয়ালে। তাৰ পিছত তেওঁ বেলিৰ মুখামুখিকৈ নাঙলৰ সিৰলুৰে পৃথিৱীৰ বুকুত কৰ্ষণ কাৰ্য আৰম্ভ কৰি দিলে। জগতৰ নৰ-নাৰী-প্ৰাণীৰ কল্যাণ কামনাৰ্থে তেওঁ কৃষি-কৰ্মৰ পাতনি তৰিলে।

হাল বাই বিৰাট পথাৰ এখন চহ কৰা হ'ল। এতিয়া ধান সিঁচিব লাগে। ধানৰ সঁচ বা কঠীয়া আনিবলৈ আকৌ কুবেৰৰ তালৈ যাব লাগিব। ধানৰ সঁচ দিম বুলি তেওঁ পূৰ্বেই কথা দি থৈছে। গতিকে এদিন ধানৰ কঠীয়া আনিবলৈ সখিয়েকৰ তালৈ গ'ল। সখিয়েকৰ পুনৰ আগমনৰ উদ্দেশ্য জানিব পাৰি যক্ষপতি আনন্দিত হ'ল। তেওঁ বাঁহৰ ওলোটা চুঙা এটা কাটি আনিলে। সখিয়েকৰ সাক্ষাতে তাত ধান ভৰালে। চুঙাটো ভালকৈ বন্ধ কৰি দিলে। যক্ষপতি কুবেৰে চুঙাটো হাতত লৈ সখিয়েকক ক'লে— 'সখি, ইয়াতে ধানৰ বিধান দিয়া হৈছে। সিঁচোতে চুঙাটো উবুৰিয়াই ধৰিব। সোপাটো সাৱধানে খুলি জোকাৰি দিব। গিৰ্‌গিৰ্‌কৈ ধান ওলাই থাকিব। চুঙাটো ওপৰমুৱাকৈ ধৰিলে আপোনা-আপুনি বৈ যাব। এইদৰে যিমান ইচ্ছা সিঁচি

থাকিব। অন্ত নপৰিব। ধান সিঁচাৰ আগতে চুঙাটো নুখুলিব।' এই বুলি কৈ কুবেৰে সখিয়েকক চুঙাটো দিলে। শিৱই 'তথাস্তু' বুলি হাত পাতি ল'লে।

ধানৰ সঁচ লৈ তেওঁ ঘূৰি আহিল। আহোঁতে বাটত ভাবিলে— বিৰাট পথাৰ এখন হাল বাই চহাই থোৱা আছে। এই অকণমান চুঙাটোৰ ধানেৰে কি হ'ব? তেওঁ মনৰ কৌতূহল দমাব নোৱাৰিলে। কুবেৰৰ হাক বচনলৈ পাহৰিলে। 'সখিয়ে মোক কিমান ধান দিলে চাওঁ' বুলি চুঙাটোৰ সোপাটো খুলি হাতৰ তলুৱাত উবুৰিয়াই দিলে। দিয়া মাত্ৰকে এটা ধান উফৰি গৈ মাটিত পৰিল। ফটা মাটিত সোমাল। বিচাৰি নাপালে। তাক তাতে এৰিলে। 'তোক চৰাই-চিৰকতি, বৰা-বান্দৰে খাব' বুলি কৈ গুচি আহিল। এই ধানটোৰ পৰাই 'দেওধান'ৰ উৎপত্তি হ'ল।

শিৱই ধান সিঁচাত ধুমধাম লাগি গ'ল। সখিয়েকৰ দিহা মতে চুঙাটো খুলি উবুৰিয়াই ধৰি জোকাৰি দিলে। গিৰগিৰকৈ অবিৰাম ধান ওলাই আহিল। এফালৰ পৰা সিঁচি গ'ল। এইদৰে সিঁচি যাওঁতে ধান অন্ত নপৰা হ'ল। পথাৰো শেষ নোহোৱা হ'ল। শস্য-শ্যামলা নদন-বদন বিৰাট ধাননি পথাৰখন দেখি শিৱই ভোক-পিয়াহ দুখ-ভাগৰ পাহৰিলে। ঘৰলৈ নহা হ'ল। পাৰ্বতী চিন্তিত হৈ পৰিল। কি উপায়েৰে গিৰীয়েকক ঘূৰাই অনা যায়—এই চিন্তা। গৰু হালক কিবা উপায়েৰে আমনি কৰাব পাৰিলে তেওঁ হাল মেলি ঘৰলৈ আহিব। সেই ভাবি মাখি, মহ, ডাঁহ, চেৰেপা, জোক, পোক-পৰুৱা নানা প্ৰকাৰ কীট-পতংগ স্ৰজন কৰিবলৈ ধৰিলে। তাহাঁতৰ প্ৰথমে গৰু হালক, তাৰ পিছত শিৱক কামুৰিবলৈ পঠালে। সিহঁতে পাৰ্বতীৰ আদেশ মতে কামুৰি আমনি কৰিলে। তৎ নাপাই খেৰৰ জুমুঠি সাজি ধোঁৱা দি, পুৰি, মাৰি খেদি পঠালে। তাৰ পিছত বাঘ স্ৰজন কৰিলে। বাঘক কৈ পঠালে— 'তই গৈ হাবিৰ দাঁতিত লুকাই থাকিবি। সিহঁত তোৰ ওচৰ চাপিলে সাউৎ কৰে ওলাই গেঙেৰি দিবি। তোক দেখি গৰুহাল ভয় খাই দৌৰি আহিব।' শিৱই নাঙলৰ দিলা লৈ খেদি গ'ল। বাঘে ভয় খাই পলাই গ'ল। আটাইবোৰ ঘূৰি গৈ পাৰ্বতীক নিজৰ নিজৰ আহাৰৰ কথা লৈ আপত্তি কৰিলে। কীট-পতংগবোৰক গছ-গছনিৰ পাত, ঘাঁহ-বন আদিৰ গেলা-পচা ৰস খাই জীৱন ধাৰণ কৰিবলৈ ক'লে। বাঘক ক'লে— 'তই পুৱা উঠিয়েই সূৰ্যলৈ চাই তিনিবাৰ প্ৰণাম

কৰি ক'বি— ধেনু-কাঁড়, বন্দুক আদিৰ লগ নিদিবি। পথালি চকুৱাৰ লগত ভেটা-ভেটি নহ'বি। তাৰ পিছত তিনিটা কেঁচুমটা খাবি। এয়ে তোৰ দিনটোৰ আহাৰ হ'ব। কাৰো অপকাৰ নকৰিবি।'

শিৱক ঘূৰাই আনিব পৰা নহ'ল। সেই দেখি পাৰ্বতী নিজে ওলাল। তেওঁ পথাৰ পালেগৈ। এফালৰ পৰা চাই গ'ল। বতাহত ধাননিখন হালিছে-জালিছে, যেন পাৰ্বতীক দেখি ৰঙতে নাচি-বাগি স্বাগত সম্ভাষণ জনাইছে। আগেয়ে সিঁচা ধানবোৰ পকিছে। ক্ৰমান্বয়ে তাৰ পিছৰবোৰৰ আগ হালিছে, ওলাইছে, গেঁৰ হৈছে। কিছুমান লহপহ কৰি বাঢ়ি আহিছে। এভাগ গজিছে। এভাগ সিঁচিছে। দূৰত গিৰীয়েকক ধান সিঁচাত ব্যস্ত হৈ থকা দেখা পালে। তাতে ৰৈ চাই থাকিল। তেতিয়া পাৰ্বতীয়ে বুজিলে— গিৰীয়েকক খেতিয়ে মুহিলে। গতিকে ঘৰলৈ নোযোৱা হ'ল। দিগন্ত বিয়পি থকা ধাননি পথাৰখন দেখি পাৰ্বতী আচৰিত হৈ পৰিল। মুৰে-কপালে হাত দি 'অ' বুলি উচ্চাৰণ কৰোঁতেই ধাননিত জুই লাগিল। ধাননিত জুই লগা দেখি ভয় খাই উভতি আহিল। গিৰিয়েকক পথাৰলৈ যাবলৈ বাৰণ কৰিছিল। সেই কথাৰ অৰ্থ এতিয়া বুজি পালে। লাজ পাই অনুতাপ কৰিলে। ইয়াতে 'খোবা-খুবুনী' জন্ম হ'ল। এইবোৰ পাৰ্বতীৰ কাম বুলি শিৱই বুজিলে। তেওঁ তৎক্ষণাৎ জুই নুমাবলৈ আহিল। কিছুমান জ্বলি-পুৰি ছাই হৈ গ'ল। কিছুমান আধা পোৰা হ'ল। কিছুমান জুইয়ে ডাকিলে। সেইবোৰৰ পৰাই হৰেক ৰকমৰ ধান উৎপত্তি হ'ল।

ধান পকিল। চপাবৰ হ'ল। শিৱই অনুচৰবৰ্গৰ লগত ধান চপোৱাত লাগিল। চপাই দমাই আনি ভঁৰালত জাপি-জুপি থোৱা হ'ল। এতিয়া ধানৰ বাকলি গুচাই খোৱা কাৰ্যত লগোৱাৰ ব্যৱস্থা কৰিব লাগে। তেওঁ ঘৈণীয়েক আৰু সখিয়েক কুবেৰৰ লগত আলোচনা কৰি কৃষি-কৰ্মত ৰত হৈছিল। সখিয়েকৰ সহায় লৈ আৰু তেওঁক নোসোধাকৈ কামত হাত দিয়া নাছিল। গতিকে খোৱাৰ বেলিকাও পৰামৰ্শ আৰু মতামত লোৱা সমীচীন হ'ব। এইবাৰ তেওঁ নিজে নগ'ল। প্ৰিয় অনুচৰ নন্দীক পঠালে। শিৱৰ আদেশমতে নন্দী যক্ষপতিৰ ওচৰলৈ গ'ল। নন্দীৰ মুখে সখিয়েকৰ শুভেচ্ছা আৰু খেতি চপোৱা বাতৰি পাই বৰ ৰং পালে। তেওঁ সখিয়েকলৈ এটা শিলৰ ঢেঁকী,

শিলৰ থোৰা, শিলৰ খুবলি উপহাৰ দিলে। লগত ধান জৰা কুলা, চালনি, পাচি, খৰাহি প্ৰভৃতি দিলে। সেইবোৰ কামত খটুৱাই দেখুওৱা আৰু ইবোৰৰ সদ্ব্যৱহাৰ কৰি-মেলি, শিকাই-বুজাই দিবলৈ পাকৈত যক্ষকেইজনমান নন্দীৰ লগত দিলে। সঁজুলিবোৰ সখিয়েকৰ ঘৰত দি থৈ আহিবলৈকো যক্ষ কিছুমান পঠালে। সিহঁত আহি শিৱৰ গৃহত নিজে লাগি-ভাগি, কৰি-মেলি, শিকাই-বুজাই দিলেহি। শিৱৰ অনুচৰবোৰেও তাহাঁতৰ পৰা সেইবোৰ কাম শিকি-বুজি ল'লে। এনেকৈ ধানৰ সদ্ব্যৱহাৰ চলিল।

কৃষি-কৰ্ম তেওঁলোকৰ মাজত আবদ্ধ নাৰাখি নৰমনিচৰ মাজতো প্ৰচাৰ কৰিবলৈ শিৱ-পাৰ্বতীয়ে ইতিপূৰ্বে পাঙি থৈছিল। এই কথা যক্ষপতি কুবেৰকো কৈছিল। মৰমনিচক নিশিকালে দেৱতাসকলে পূজা-পাতল পাব ক'ৰ পৰা। দেৱতাসকলৰ প্ৰিয় দেউৰী পূজাৰীসকলক পোনতে শিকাবলৈ শিৱই মনস্থ কৰিলে। তেওঁ নিজেই সকলো কৰি দেখুৱালে। হাল বাবলৈ গৰু-ম'হ দিলে। পুহিবলৈ গাই আৰু মাইকী ম'হ দিলে। তাহাঁতক কেনেকৈ আপদাল, প্ৰতিপাল কৰিব লাগে শিকাই দিলে। এইদৰে তেওঁবিলাকে উপাস্য দেৱ-দেৱীৰ পৰা হাল বাই কৃষি-কৰ্ম কৰিবলৈ শিকিলে। ঢেঁকীত ধান বানিবলৈ শিকিলে। মানুহে কৃষি-কৰ্মত হাত দিয়াৰ পৰা ঘৰ সাজি নিজাপিকৈ থাকিবলৈ ল'লে। গৰু-গাই, ম'হ পুহিবলৈ শিকিলে। দেউৰীবিলাকে ধান খেতি প্ৰচাৰ কৰিলে। এই অনুক্ৰমে মানুহ সভ্যতাৰ পথত ক্ৰমান্বয়ে আগবাঢ়ি আহিল।

# লক্ষ্মীদেৱী সাগৰৰ পৰা কেনেকৈ আহিল

লক্ষ্মীদেৱী ধন ঐশ্বৰ্যৰ অধিষ্ঠাত্ৰী। দেউৰী লোকৰ মতে লক্ষ্মীদেৱীৰ নিবাস সাগৰত আছিল। মহাকাব্য মহাভাৰততো এই কথা পোৱা যায়। দেৱী সাগৰৰ পৰা কেনেকৈ আহিল— এই বিষয়ে তেওঁবিলাকৰ মাজত এটি মনোৰম আখ্যান প্ৰচলিত আছে।

তেওঁবিলাকৰ মাজত এজন নিচেইকৈ নিচলা লোক আছিল। আই লক্ষ্মীদেৱীৰ কৃপাত বোলে টোকোনা গুচি অচলা ধনী হ'ল। দিনৰ দিনটো কাম কৰি খোৱাৰ বাহিৰে তাৰ আন একো উপায়-বুদ্ধি নাছিল। কথমপিহে পোহ-পাল যায়। কিন্তু মনে-প্ৰাণে ধনী হ'বলৈ বৰ হেঁপাহ। সংসাৰ বঢ়াৰ লগে লগে অৱস্থা বেয়াৰ ফালেহে ঢাল খালে। তাৰ মনটো হ'লে ঠিকেই আছে। সি ধনী হ'বই হ'ব।

পেটৰ ভাতকিটাৰ নিমিত্তে নিতৌ ৰজাঘৰত গা-খাটনি ধৰেগৈ। ৰজাই যি কামত লগায়, য'লৈ পাচে তাক চুলি এডালো হেৰফেৰ নকৰাকৈ ঠিকমতে কৰে। এবাৰ বোলে সি ৰজাঘৰীয়া মুদৈৰ লগত সাগৰত নাৱেৰে বেহাৰলৈ গৈছিল। সেইবাৰ বেহা-বেপাৰত প্ৰচুৰ লাভ হৈছিল। ধন-বিত লৈ বৰনৈয়েদি স্বদেশলৈ ঘূৰিল। ইতিমধ্যে লক্ষ্মী আয়েও হেনো নৰমনিচৰ পূজা-পাতল খাবলৈ সাগৰৰ পৰা আহে। বিধিৰ বিপাকত সাগৰ-সংগমত ভেটা-ভেটি হ'ল। দেৱীয়ে চেলু পালে। তাৰে এখন নাও ধৰি ৰাখিলে। দ পানীত নাও লাগিল।

নাৱৰীয়াহঁতে একোপধ্যে এৰুৱাব নোৱাৰি প্ৰমাদ গণিলে। বেলি লহিয়ালে। সকলো বিতত বিচুৰ্তি হৈ পৰিল। গভীৰ ৰাতি সি সপোনত দেখিলে— এগৰাকী দেৱীয়ে নাওখন ধৰি ৰাখিছে। দেৱীয়ে আহি তাক কৈছেহি— 'মই বুজিছোঁ, তোমাৰ বৰ দুখ মোচন হ'ব। তোমাৰ ধন-ধান, সম্পত্তি উভৈনদী হৈ পৰিব।' সি সপোনতে দেৱীৰ কথা শুনি অতিশয় আশ্বস্ত হ'ল। দেৱীৰ আদেশমতে কাম কৰিবলৈ প্ৰতিশ্ৰুতি দিলে। দেৱীয়ে তেতিয়া

ক'লে,—'মই ধানৰ লগতহে জড়িত। ধানক পূজা কৰিলে মোক পূজা কৰা হ'ব। তুমি প্ৰথমতে গছিধান এমুঠি আনি ভঁড়ালত থাপিবা। নিজৰ নহ'লেও আনৰ পৰা হ'লেও মাগি আনিবা। তাৰ পাছত নৈ ঘাটৰপৰা মোক ঢোল-দগৰ বজাই আদৰি নিবাহি। গাহৰি কাটি পূজা কৰিবা। তেতিয়া তোৰ ঐশ্বৰ্য-বিভূতি হ'ব। সেই দিনাৰপৰা ভঁৰাল মোৰ নিজৰ গৃহ হ'ব। তাত চিৰকাল বাস কৰিম।'

সি সপোনতে দেৱীক তুতি-নাতি কৰিলে। দেৱীক কেনেকৈ আদৰি নিব লাগিব, কি কি আহিলা-পাতি লাগিব, কেনেকৈনো থাপিব লাগিব, কি-ৰূপে পূজা-পাতল দিব, কি কি নীতি-নিয়ম মানি চলিব লাগিব ইত্যাদি আদ্যোপান্ত কথা সুধি-পুচি, শিকি-বুজি ল'লে। দেৱীয়ে পূজাৰ বিৱৰণ, আহিলা-পাতি, নীতি-নিয়ম, ক্ৰমপদ্ধতি, পূজা-মন্ত্ৰ আদি সকলো শিকাই বুজাই দিলে আৰু নিজৰ পৰিচয় দি অন্তৰ্ধান হ'ল।

সি আহি ঘৰ পালেহি। দেৱীয়ে সপোনত নিৰ্দেশ দিয়া মতে পূজা পাতিবলৈ স্থিৰ কৰিলে। ঘৈণীয়েকক সপোনৰ কথা বিবৰি ক'লে। সি দেখিলে— এই কাৰ্য অকলে সম্পাদন কৰা অসম্ভৱ। বংশ-পৰিয়াল আৰু জ্ঞাতিবৰ্গৰ সহায়-সহযোগ নহ'লে নহ'ব। গতিকে গাঁৱৰ বুঢ়া-মেথা আৰু জনা-বুজা মুখীয়ালসকলক চপাই আনি আলোচনা কৰিলে। সকলোৰে পৰা সহায় আৰু সহযোগিতা বিচাৰিলে। সকলোৱে তেওঁক মুক্ত হস্তে সহায় আৰু কামত সহযোগ দিবলৈ আগবাঢ়ি আহিল। তেতিয়া তেওঁ দেৱীৰ নিৰ্দেশ আৰু উপদেশ শিৰোধাৰ্য কৰি কামত উঠিপৰি লাগিল। দেৱীয়ে কোৱামতে পোন প্ৰথমে পথাৰৰপৰা গছিধান আনি ভঁড়ালত থাপিলে। তাৰ পাছত পূজা আয়োজনৰ কাৰণে সাজু হ'ল। পূজাৰ আহিলা-পাতি, সা-সঁজুলিবোৰ গোটালে। আটাইবোৰ আৱশ্যকীয় বয়-বস্তু যা-যোগাৰ সংগ্ৰহ কৰি ল'লে। পূজাৰ সামগ্ৰীবোৰ ঠিক-ঠাক কৰি ভাল দিন-বাৰ-ক্ষণ চাই-চিতি পূজা আৰম্ভ কৰিলে। পূজালৈ গোট-জ্ঞাতি সকলোকে নিমন্ত্ৰণ কৰিলে। সকলোৱে আহি নিজৰ নিজৰ কামত লাগিলহি। আগতে শিকাই বুজাই থোৱামতে পূজাৰ নিৰ্দিষ্ট সময়ৰ আগমুহূৰ্ত্তত দেৱীক নৈ ঘাটৰপৰা ঢোল-দগৰ বাই, নাম গুণ গাই পূজামণ্ডপলৈ আদৰি অনা হ'ল। যথা ৰীতিৰে গাহৰি কাটি পূজা কৰা হ'ল। পূজা পাই দেৱী পৰম সন্তোষিত হ'ল। ভক্তৰ অধিক শুদ্ধতা দেখি

তেওঁ সেই গৃহক নিজৰ স্থায়ী নিবাস কৰি ল'লে। এই বিশ্বাসৰ কাৰণেই তেওঁবিলাকে শুদ্ধচিত্তে লক্ষ্মীপূজা (মিনুচী মিদুৰবা) পালি আহিছে। তেওঁ লক্ষ্মীপূজাৰ কাৰণে অধিক আকৃষ্ট হ'বলৈ ধৰিলে। বছৰে বছৰে পূজা পাতিলে।

বছৰদিয়েকৰ ভিতৰতে তেওঁৰ ঘৰৰ অৱস্থা কেউপিনে চালে চকুৰোৱা হৈ পৰিল। তেওঁৰ নাম বৈ বৈ গ'ল। আই লক্ষ্মীৰ কৃপা হ'লেনো ধন-সম্পত্তি হ'বলৈ কিমান পৰ লাগিছে? খেতিপথাৰ ক্ৰমে বাঢ়িবলৈ ধৰিলে। এতিয়া ভঁৰালত ভৰা ধান, গোহালিত গৰু, খুটিত ম'হ আৰু বাৰীত শাক-পাচলি। তামোল-পাণ উভৈনদী হৈ পৰিল। আই লক্ষ্মীৰ কৃপাত সেই আগৰ ভিকহু হ'ল অচলা ধনী।

তেওঁৰ অৱস্থা এনেদৰে সলনি হোৱা দেখি সকলোৱে কোৱা-কুই কৰিলে সি দেৱতাৰ ধন পাইছে। নহ'লেনো ইমান সোনকালে ধনী হ'ব পাৰেনে? কত জন কত ৰকমে তেওঁৰ ওচৰ চাপিল। ধন ধাৰে বিচাৰি আহিল। বংশ পৰিয়াল, জ্ঞাতি-স্বজন সকলো তেঁওঁৰ কাষ চাপিলহি। তেওঁ কেনেকৈ চহকী হ'ল সুধিলে। তাৰ উপায়-বুধি দিবলৈ টানি ধৰিলে। তেওঁৰ দিহা-পৰামৰ্শ মতে কাম কৰিবলৈ সকলো আগবাঢ়িল। তেওঁ আটাইকে কামত উৎসাহ আৰু উপদেশ দিবলৈ ধৰিলে। নিজেও হাতে-কামে লাগি গ'ল। সংসাৰত সকলো কামেই সমান। ইয়াৰ বাবে লাগে কঠোৰ পৰিশ্ৰম। পৰিশ্ৰমী আৰু উদ্যোগী লোকে লক্ষ্মীৰ কৃপা লাভ কৰে। সোৰোপা ধোদ হৈ বহি থকাজন ৰসাতলে যায়। দৈৱক থিয়াই নাথাকি হাতে-কামে লাগিবলৈ নীতি বচন শুনালে।

তেওঁ পোনতে নিজৰ ভঁৰালত লক্ষ্মীপূজা পাতিলে। তালৈ জ্ঞাতিবৰ্গক নিমন্ত্ৰণ কৰিলে। তেওঁবিলাকে সহায়ৰ হাত আগবঢ়ালে আৰু কামত সহযোগ কৰিলেহি। সেইবোৰ নিয়ম এতিয়াও চলি আছে। তাৰ পিছত ক্ৰমান্বয়ে বংশ-পৰিয়াল, গোট-জ্ঞাতিসকলৰ ভঁৰালত লক্ষ্মীপূজা (মিনুচী মিদুৰবা) পাতিলে। দেৱীৰ কৃপা লাভ কৰা পূজাৰ নীতি-নিয়ম, ক্ৰম-পদ্ধতি, পূজা-মন্ত্ৰ মন্ত্ৰাদি আজিলৈকে তেওঁবিলাকে নিষ্ঠাৰে মানি আহিছে। কেইবাবছৰো একেলেথাৰিয়ে খেতি-বাতি নষ্ট হ'লে বা খেতি-পথাৰ নহ'লে তেওঁবিলাকে 'লক্ষ্মী হেৰাইছে' বুলি কয়। লক্ষ্মী হেৰালে সমূহীয়াকৈ লক্ষ্মী সবাহ পাতে। সেইদিনাই সকলো

পুৰুষ-মহিলা মিলি ভৰণ মানুহৰ হতুৱাই নতুন জাকৈৰ নৈত খেও মৰাই যি পায় তাকে নতুন সমাৰণ কাপোৰ এখনৰ জাপত আলফুলকৈ আনি পূজাৰ বেদীত থাপেহি। লক্ষ্মী আদৰা বাদ্যৰ সুকীয়া ছেও আছে, নাম আছে। লক্ষ্মীদেৱী সাগৰৰপৰা নৈয়েদি আহিছিল দেখি এইদৰে আদৰি অনা হয়। নামতো তাৰ আভাস পোৱা যায়।

তেওঁবিলাকে ধানৰ ভঁৰালক বৰ সন্মান কৰে। যাকে-তাকে ভঁৰাল চুবলৈ নিদিয়ে। সাধাৰণতে মতা মানুহে ভঁৰাল নোচোৱে। ন-বোৱাৰীহঁতক কেতিয়াও ভঁৰাললৈ ছুবলৈ দিয়া নহয়। গৃহস্থৰ বুঢ়ী (গিৰাচী) গৰাকী নতুবা নাতিনীহঁতক (পিচুচী) এই অধিকাৰ দিয়া হয়। অশৌচ-চুৱা আদিত ভঁৰাল বন্ধ থাকে। বিধুতি তিৰোতাই ভঁৰাল আৰু ধান চুব নেপায়। ভঁৰালৰ পৰা ধান উলিয়াওঁতে মাত মাতিব নাপায়। তদুপৰি কাতিৰ সংক্ৰান্তিৰ দিনা পথাৰ আৰু ভঁৰালত তেলৰ চাকি জ্বলোৱা হয়। নিজামতে এই সংক্ৰান্তি পালন কৰা হয়। পহিলা কাতিত সকলোৱে নিজৰ নিজৰ শস্য পথাৰ চায়গৈ। নহ'লে মানুহে শস্যক আওহেলা কৰিছে বুলি ভবা হয়। লক্ষ্মী অনা, লক্ষ্মী তোলা, ধানৰ গোছা লোৱা, আহু সিঁচা, আহুধানৰ ন-খোৱা আদিৰ নিজস্ব প্ৰথা আছে। পূজা সমাপন কৰি পূজাৰীয়ে দুৱাৰত এখন বগা কাপোৰ মেলি থৈ আহে। পূজা আৰম্ভৰ পৰা সাতদিন ভঁৰাল বন্ধ ৰখা হয়। সেইকেইদিনত ধন-ধান ঋণ দিয়া নিষেধ। আনকি খোজনীয়া, মগনীয়াক এমুঠি ধান-চাউল নিদিয়ে। ভঁৰাল আৰু ধানৰ সম্বন্ধে অনেক পালনীয় নীতি-নিয়ম, আচাৰ-বিচাৰ, লোকাচাৰ প্ৰচলন আছে। এইদৰে লক্ষ্মীদেৱীয়ে নৰমনিচৰ পৰা যুগে যুগে পূজা-পাতল, আদৰ-সন্মান লাভ কৰি আহিছে।

# গৰুৰ জন্ম কেনেকৈ হ'ল

আমি সকলোৱে গৰু দেখিছোঁ। গোটেই পৃথিৱীতে গৰু পোৱা যায়। কৃষিপ্ৰধান দেশৰ মানুহৰ প্ৰধান সম্বল গৰু। গৰু নহ'লে কৃষিকাৰ্য সুচাৰুৰূপে সমাধান কৰা টান। গৰু অবি ্নে গৃহস্থালি শূন্য। গৰুৰ জন্ম কেনেকৈ হ'ল, কি ৰূপে আদৰ যত্ন লোৱা এই বিষয়ে এটা সাধু দেউৰীলোকৰ মাজত প্ৰচলন হৈ আহিছে।

গো-জাতি পোনতে বামু আছিল। সৃষ্টিকৰ্তা কুণ্ডি-মামা বা সৎ-মামা অৰ্থাৎ আদি পুৰুষ-প্ৰকৃতিৰ শ পত গো-জন্ম লয়। মানুহৰ সৃষ্টি হ'ল। সিহঁতৰ খোৱা-পিন্ধাৰ ব্যৱস্থা কৰিবলৈ আদি পিতা-মাতাই এজন বামুণ মতাই অনালে। তেওঁক আদেশ দিলে, 'তুমি পৃথিৱীলৈ যোৱা। মানুহবোৰক কোৱাগৈ— সিহঁতে দিনৰ দিনটো দুখন হাতেৰে আজুৰি-পিজুৰি কাম কৰক। পুৱা-গধূলি দুসাজ খাব। ৰাতি শুব।' বামুণজন পৃথিৱীলৈ আহিল। আহোতে বাটে বাটে ভাবিবলৈ ধৰিলে, মানুহবোৰে দিনৰ দিনটো কাম কৰি দুসাজ খাইনো কেনেকৈ তৰিব। অসম্ভৱ কথা।'

পৃথিৱী পাই তেওঁ মা ্ বোৰক ক'লেহি— 'আদি পিতা-মাতাই তোমালোকক দিনৰ দিনটো কাম কৰিবলৈ আৰু দিনটোত চাৰি সাজ খাবলৈ কৈছে। ৰাতিপুৱা, দুপৰীয়া, আবেলি আৰু গধূলি। ৰাতি শুবলৈ কৈছে। ইয়াৰ অন্যথা নকৰিবা।' এই বুলি কৈ বামুণজন আদি পিতা-মাতাৰ ওচৰ পালেগৈ। তেওঁ মানুহবোৰক দিনটোত 'চাৰি সাজ' খাবলৈ ক'লো বুলি ক'লে। তেওঁলোকৰ কথা অমান্য কৰা বাবে বামুণজনক শাপ দিলে। 'তুমি এতিয়াই পৃথিৱীলৈ গৈ গৰু জনম লোৱাগৈ। মানুহক জীৱন ধাৰণৰ কাৰণে খোৱা বস্তু উৎপাদন কৰা কামত সহায় কৰাগৈ। তোমাৰ লগুণডাল তৰা গছত থৈ যাবা।'

বামুণজনে আদি পিতা-মাতাক বৰকৈ তুতি-নাতি, কাবৌ-কোকালিকৈ ধৰাত তেওঁলোকে ক'লে বোলে—'বছৰেকত মানুহে এদিন তোমাক আদৰ

যত্ন ল'ব। বছৰৰ পহিলা দিনাখন ৰাতিপুৱাতে মাহ-হালধিৰে কপালত ফোঁট দিব। ৰঙা, বগা আৰু ক'লা আঁচুৰে তংলতীৰ একোধাৰ মালা পিন্ধাব। দীঘলতি আৰু ফুলাম মাখিয়তিৰে বিচিব। মহ, ডাঁহ-মাখি গুচাই নৈ পানীত নোৱাবলৈ নিব। গা-ধুউৱা হ'লে লাউ, বেঙেনা, বৰথেকেৰা আৰু হালধিৰ চকল গালৈ দলিয়াব। তাৰ পিছত চৰিবলৈ এৰি দিব। গধূলি আনি তৰাৰ পঘাৰে লগুণ পিন্ধাব। মাটিমাহৰ আঞ্জা, ভজা পিঠা-পনা আদি খাবলৈ দিব। সেইদিনা গোহালি ঘৰ সাৰি নিকাকৈ থ'ব। সন্ধ্যা তাত ন-বিচনীৰে বা-দি নতুন বিশেষ জাগৰ ধোঁৱা দিব। এইদৰে বছৰটোলৈকে তোমাৰ সম্ভাব্য বেমাৰ-আজাৰ মহ, ডাঁহ, মাখি গুচাই নিৰাময় কৰিব।"

বামুণজন আহি পৃথিৱীত গৰু জন্ম ল'লেহি। মানুহৰ কোনো কামত লগা নাছিল। আনকি তেতিয়া মানুহে গৰু দেখাই নাছিল। কুবেৰৰ সম্পত্তি হৈ অনেক কাল আছিল বুলি দেউৰীলোকৰ মাজত প্ৰবাদ আছে। শিৱ- পাৰ্বতীয়ে তেওঁলোকক গৰু-ম'হেৰে হাল বাই খেতি কৰিবলৈ আৰু গৰু-ম'হ পুহিবলৈ শিকালে। এই কথা 'ধানৰ উৎপত্তি'ত উল্লেখ কৰি অহা হৈছে। গৰু-গাই আপদাল, প্ৰতিপাল কৰিবলৈকো শিকালে। বামুণজনক কোৱা ওপৰৰ কথাখিনি শিৱই তেতিয়া তেওঁলোকক কৈছিল। আবহমান কালৰপৰা আজিলৈকে তেওঁবিলাকে আৰাধ্য দেৱ-দেৱীৰ পূজা-পাতলৰ লগত খাপখুৱাই পালন কৰি আহিছে। তেওঁবিলাকে পূৰ্বাপৰ প্ৰচলিত নীতি-নিয়ম আৰু নিজস্ব ধৰ্মবিশ্বাস মতে বিহু পূজা পাতে আৰু এই প্ৰথাবোৰ মানি চলে। তেওঁবিলাকে গো-বধ মহাপাপ বুলি গণ্য কৰে। গো-সেৱা পবিত্ৰ বুলি ভাবে। তেনে গো-জাতিক কি ৰূপে আদৰ যত্ন কৰে, তাৰ চিন ব'হাগ বিহুত দেখিবলৈ পোৱা যায়।

# মেজিৰ উৎপত্তি আৰু মেজি পোৰা প্ৰথা

মেজিৰ উৎপত্তি সম্বন্ধে দেউৰীবিলাকৰ মাজত এটা কিম্বদন্তি চলি আছে। সৃষ্টি-পাতনিৰ আৰম্ভণিতে সৎ-মামা বা কুণ্ডি-মামা অথবা আদি পিতা-মাতাই সংসাৰ বঢ়াবলৈ ইচ্ছা কৰিলে। সেই দেখি তেওঁলোকৰ মহাশক্তিৰ পৰা উদ্ভৱ হোৱা দেৱতাসকলক আহ্বান কৰে। সেই উদ্দেশ্য সিদ্ধি কৰিবলৈ আদিম পিতাই সূৰ্য উত্তৰায়ণৰ পুণ্য লগ্নৰ শুভ মুহূৰ্তৰ প্ৰত্যুষতে প্ৰকৃতিৰে সৈতে নৈত স্নান কৰিবলৈ আদেশ দিলে। সেইমতে সকলো স্নান কৰিবলৈ গ'ল। স্নান কৰি থাকোতে মৰাশ এটা ওপঙি অহা দেখা পালে। শটো দেখি দেৱতাসকল ভয় খাই স্নান ত্যাগ কৰিলে। কিন্তু প্ৰকৃতিয়ে শটো সাবট মাৰি ধৰি পাৰলৈ তুলি নিলে। তেৱেঁই যে আদিম পুৰুষ বা আদিম পিতা আৰু জগতৰ কল্যাণৰ হেতু তনুত্যাগ কৰিলে— এই কথা বুজাই কোৱা হ'ল। তেতিয়া তেওঁবিলাক পৰম উপকৃত হৈ চিতা সাজি তেওঁক কাঠসংস্কাৰ কৰিলে। অৱশেষত তেওঁবিলাকে নৈত পুনৰ স্নান কৰিলে আৰু সেই চিতাভস্মৰ অনুলেপন লৈ স্ব স্ব স্থানলৈ গমন কৰিলে। ইয়াৰ পৰাই মেজিৰ উৎপত্তি হ'ল।

দেউৰীলোকৰ মতে মেজি হ'ল আদিম পুৰুষ বা পিতাৰ চিতা জুই আৰু সৃষ্টি পাতনিৰ পুণ্য সোঁৱৰণী, কিন্তু অগ্নি-পূজাৰ ব্যৱস্থা নহয়। কোটি কালৰপৰা আজিলৈকে সূৰ্য উত্তৰায়ণৰ সময়ত প্ৰতি বছৰেই মেজি পোৰা আনন্দ উৎসৱৰ যোগেদি পালিত হৈ আহিছে। মাঘ মাহৰপৰা আহাৰ মাহলৈ সূৰ্যৰ উত্তৰায়ণৰ কাল। এই সময়ছোৱা দেৱতাসকলৰ পক্ষে দিন। শাওণৰ পৰা পুহলৈ দক্ষিণায়ণৰ ছমাহ কাল দেৱতাসকলৰ পক্ষে ৰাতি। সেই সময়ত ৰাতি পুৱায়। মহাভাৰতৰ পৰা জনা যায় যে এই সূৰ্য উত্তৰায়ণৰ পুণ্য ক্ষণত ইচ্ছা-মৃত্যু মতে ভীষ্মদেৱে প্ৰাণত্যাগ কৰে। অতীজত মাঘ মাহৰ পৰা বছৰ

আৰম্ভ হৈছিল বুলি প্ৰবাদ আছে। এই মাহতেই বছৰটোলৈকে মাংগলিক কাৰ্যাদি সমাপন কৰা ৰীতি-নীতি আজিও প্ৰচলিত হৈ আছে।

মাঘ বিহুৰ উৰুকাৰ দিনা নৈ, জান বা পুখুৰীৰ পাৰত কাউৰীয়ে নেদেখাকৈ ২০/২৫ হাতমান ওখকৈ ফলা খৰিৰ থাকেৰে দুটা মেজি সজা হয়। মেজি সাজি গধূলিলৈ তাত গাঁৱৰ ল'ৰাৰ পৰা বুঢ়ালৈকে সকলো পুৰুষ মিলি সামাজিক অভিৰুচি মতে মিলা-প্ৰীতিৰে ভোজ-ভাত খায়। ডেকাহঁতে পুহৰ ঠেৰেঙা লগোৱা ঠেঁটুৱে নগণি ৰাতিটো বিহু মাৰে। ইয়াত কেৱল পুৰুষসকলেহে যোগ দিয়ে। ৰাতিপুৱা কাউৰীয়ে কা কা নৌ কৰোতেই মেজি জ্বলোৱা হয়। দোমাহীৰ দিনা ৰাতি নৌ পুৱাওঁতেই সকলোৱে নৈ বা পুখুৰীত বুৰ মাৰি গা-ধোৱে। নতুন কাপোৰ-কানি পিন্ধি-উৰি মেজিত গোট খায়। ডেকা এজনে গা-ধুই শৰাই এখন দি ৰাইজৰ হৈ তাত সেৱা কৰে। ৰাইজে বিশ্বনিয়ন্তাক প্ৰাৰ্থনা জনাই হৰিধ্বনি দিয়ে। সমবেত হৰিধ্বনিত আকাশ-বতাহ মুখৰিত হৈ উঠে। তাৰপিছত তেওঁ মেজি জ্বলাই দিয়ে। তামোল-পাণ, াম, তিল, মাহ আদি মেজিৰ জুইত অৰ্পণ কৰা হয়। মেজি পুৱাই সকলোৱে ঘৰাঘৰি গুচি যায়। সেই দিনাৰ পৰা বিহু আৰম্ভ হয়। সেইদিনা আগবেলা কোনেও ভাত নাখায়। জা-জলপান, গুড়-গাখীৰ, পিঠাপনা, সান্দহ-চিৰা খাই থাকে। সেইদিনা গোট কৰাই আৰু কাঠ আলু নাখালে 'গাহৰি' আৰু পুৱা গা-নুধুলে 'কাউৰী' জনম পায় বুলি প্ৰবাদ আছে। সেইদিনা যিকোনো ঠাইৰ গা-ধোৱা পানী গংগাজল-সমতুল্য বুলি বিশ্বাস কৰে।

মেজিলৈ যোৱাৰ আগতে বাৰীৰ গুটিলগা গছ-গছনিবোৰ আহু ধানৰ খেৰেৰে মেৰিয়াই বন্ধা হয়। তেনে কৰিলে বোলে বছৰটোলৈকে নাৰীত্ব নেহেৰুৱাই গুটি লাগি থাকে। মেজিৰ পৰা ঘূৰি আহি ডেকা আৰু চেমনীয়াহঁতে আহুধানৰ খেৰ পুৰি ছাই কৰে। তাৰ লগত সৰিয়হ তেল মিহলাই ভস্ম কৰা হয়। তাৰে গোহালিৰ গৰু-গাই, খুটিৰ ম'হক ফোঁট দিয়ে। নিজেও লয়। গৰু-গাই আৰু ম'হৰ পিঠি চিত্ৰ-বিচিত্ৰ কৰে। এই প্ৰথাক তেলছাই বোলে। ইয়াৰ দ্বাৰা গৰখীয়া আৰু গৰু-গাই উভয়ৰে মংগল আৰু হিংস্ৰ জন্তুৰ পৰা ৰক্ষা হয় বুলি তেওঁবিলাকৰ বিশ্বাস।

পুহ মাহৰ হাড় কপোৱা ঠেৰেঙা লগোৱা জাৰৰ উপায় জুইকুৰা। পুহমহীয়া ঠেঁটুৰৈ লগা জাৰত জুইকুৰা নোহোৱা হ'লে মেজিৰ বৰ ভোজ আৰু চৌপাশৰ আনন্দই কিজানি নহ'লহেঁতেন। ইয়াৰ সমাধানৰো উপায় হ'ল মেজিৰ জুইকুৰা। পুহৰ শেষ দিনৰ পৰা সূৰ্য ক্ৰমে উত্তৰ ফাললৈ গতি কৰে। সূৰ্যৰ তেজ ক্ৰমে বৃদ্ধি হ'বলৈ ধৰে। জাৰৰ প্ৰকোপ কমি আহে। দিন দীঘল হৈ আহে। গ্ৰীষ্মৰ ওচৰলৈ শীত নাযায়। মেজিৰ আকাশলংঘা ৰঙা অগ্নি-শিখাৰে পুহৰ জাৰ খেদি পঠোৱা হয়। এনে বিচাৰেৰে শীতৰ সামৰণিত মেজি পোৰা প্ৰথা প্ৰচলন হৈ আহিছে।

# বিয়াৰ আঁতি-গুৰি

বিয়াৰ আঁতি-গুৰি সম্বন্ধে এটা পৌৰাণিক কাহিনী চলি আহিছে। দেউৰী-চুতীয়াৰ আদি ৰজা খুন্তু। ৰাণীৰ নাম মধুমামা। তেওঁলোকৰ সতি-সন্তান নোহোৱা বাবে মনত বৰ দুখ, অশান্তি। ৰজা খুন্তু কিন্তু বৰ মৃগয়াপ্ৰিয়। এদিন তেওঁ মনে-চিতে মিলা কিছুমান বিশ্বাসী অনুচৰ লৈ চিকাৰলৈ গ'ল। চিকাৰ বিচাৰি গৈ দিক্‌ছৌ বনত সোমাল। ৰজাৰ বৰ ভাগৰ লাগিল। এনেতে এখন সৰু নৈৰ পাৰত ওলালগৈ। ভাগৰে-জোগৰে তাতে জিৰাবলৈ মন কৰি গছৰ ছাঁত বহিল। সেই ছেগতে অনুচৰসকলে লগত নিয়া ভাত টোপোলা মেলিলে। দুপৰীয়াৰ আহাৰ খাই সকলোৱে এখন্তেক জিৰালে। জিৰাই-শঁতাই আকৌ ওলাল। বাকী টোপোলাবোৰ গছ এজোপাত ভালকৈ চিন দি আৰি থ'লে। হাবিয়ে হাবিয়ে গৈ থাকোঁতে ৰজা খুন্তুৱে এক আচৰিত দৃশ্য দেখি থমকি ৰ'ল। আগে পাছে তেনে দৃশ্য কেতিয়াও দেখা নাছিল গুণে, সেইফালে তধা লাগি চাই থাকিল। কিনো বস্তু চাবলৈ কৌতূহল জন্মিল। লাহে লাহে আগবাঢ়ি গ'ল। কিছুদূৰ গৈ ভালকৈ মণি চালে। সৰু-বৰ নানান চৰায়ে ডেউকা মেলি মেলি ৰ'দ নপৰাকৈ ঢাকি ধৰি আছে। সেইটো নো কি তাক চাবলৈ তেওঁ ব্যগ্ৰ হৈ পৰিল। অনুচৰসকলক তাতে সাৱধানে ৰাখিলে। একো ভয় সংকোচ নকৰাকৈ ধেনু-কাঁড় লৈ আগুৱাই গ'ল। আচহুৱাজনক ওচৰ চপা দেখি চৰাইবোৰে চিঞৰ-বাখৰ লগালে। ভয়ত প্ৰায়বোৰ উৰি গ'ল। তেতিয়া তেওঁ চৰাইবোৰৰ মাজত এগৰাকী দীপলিপ গাভৰু ছোৱালী বহি থকা দেখা পালে। কোন এওঁ? তাই একেথৰে ৰজালৈ চাই আছে। খুন্তুৱে অভয় আৰু আশ্বাস দি গাভৰুৰ কাষ চাপিল। দেৱী নে মানৱী সুধিলে। ৰজাই নিজৰ পৰিচয় দিলে। তাই খুন্তুক চিনি পালে। মিচিকীয়াই হাঁহি ৰজাক সম্ভাষণ জনালে। আতৌ-পুতৌকৈ আলপৈচান ধৰিলে। তাইৰ আদৰ-সাদৰ আৰু অতুলনীয় ৰূপ-যৌৱনত ৰজা অত্যন্ত আকৃষ্ট হ'ল। তাইক আপোন কৰি ল'বলৈ ইচ্ছা কৰিলে। তাইক নিজৰ

অভিপ্ৰায় জনালে। ৰজাৰ মনৰ কথা বুজিব পাৰি তাই অনুনয়-বিনয়ে ক'লে, বোলো— ৰজাই তাইৰ কথা ৰাখিলেহে তায়ো ৰজাৰ কথা ৰাখিব পাৰে। ৰজাই তাত সন্মতি জনালে। তেতিয়া তাই ৰজাক ক'লে,—'ৰজাই বসন্ত কালৰ ভাল দিন-বাৰ-ক্ষণ চাই-চিতি পালি-পহৰীয়াৰে সৈতে আহি তাৰপৰা বাদ্য-ভাণ্ড বজাই ৰীতিমতে আদৰি নিবহি লাগিব। তেতিয়া তাই যাব। নহ'লে ৰজাৰ কথা ৰাখিব নোৱাৰিব।' তেতিয়া ৰজাই তাইৰ পৰা সকলো কথা সুধি-পুচি ল'লে। কি কি বস্তু লাগিব, তাৰ আকাৰ প্ৰকাৰ,ঢোল-দোগৰ আদিৰ ছেও পৰ্যন্ত শিকাই দিলে। লগত বিশেষকৈ মদ আনিবলৈ ক'লে। খুন্তৱে মদ তৈয়াৰ কৰা প্ৰণালী জনা নাছিল। গতিকে তাইৰপৰা শিকি বুজি ল'লে। সন্মুখৰ গছ এজোপালৈ তাই ৰজাক আঙুলিয়াই দেখুৱালে। সেই গছজোপাৰ শিপা, ছাল, পাত লৈ আৰু তাৰ লগত কুৰিবিধমান বনৌষধ গোটাই আনি ঢেঁকীত খুন্দি গুৰি কৰিব। তাৰ লগত আৰৈ চাউল মিহলাই পিঠা খুন্দিব। পানী দি মিহলাই ঘিলা পিঠা সাজিব। বৰ চালনিত সেইবোৰ শুকাই থ'ব। কেইদিনমানৰ পিছত পক উঠিব। তেতিয়া মলমলাই গোন্ধাব। সাদিনমানত ভালকৈ শুকাব। এয়ে মদ পিঠা। ভাতৰ লগত সেই অনুপাতে পিঠা মিহলাই ডলাত মেলি থ'ব। কেইদিনমানত ভাতবোৰৰ পৰা মধুৰ গোন্ধ উঠিব। তেতিয়া মঠিয়াত ভৰাই থ'ব। ১০/১২ দিনত মদ হ'ব। ভাতবোৰ নপচে। এয়ে মদ। খাবলৈ মিঠা আৰু নিচাযুক্ত। বৰণ হালধীয়া। ৰজাক নিজে এবাৰ কৰি তাৰ জুতি ল'বলৈ ক'লে। অসমৰ জনজাতিবিলাকে তথা দেউৰীবিলাকে এইদৰে ঘৰুৱা মদ তৈয়াৰ কৰি খোৱা ৰীতি এতিয়াও আছে। দুয়োৰে মন মিলিল। ৰজাক তালৈ নিজে নাহি চৰ পঠাবলৈ কৈ বিদায় দিলে।

খুন্তৱে সেয়ে হ'ব বুলি শলাগি গুচি আহিল। কিন্তু মন পৰি ৰ'ল তাত। তায়ো ৰজাৰ প্ৰতীক্ষাত ব্যাকুল হৈ থাকে। ৰজা ঘূৰি আহি চিন দি থোৱা গছৰ তল পালেহি। ভাতৰ টোপোলাবোৰ মধুৰ গোন্ধেৰে মলমলাই আছে। টপ্‌টপ্‌কৈ ৰস ওলাই মাটিত পৰিছে। অনুচৰসকলে চাই মেলি খাই চালে। সোৱাদ পাই ৰজাক জনালে। তেওঁ দেখিলে, মদৰ ঔষধৰ গছ এজোপাতহে টোপোলাবোৰ আৰি থোৱা আছে। তেতিয়া তেওঁৰ অন্তৰত ছোৱালীজনীয়ে কোৱা কথা দৃঢ় হৈ পৰিল। আচল কথা কাকো নক'লে। দেউৰী মানুহে

এই গছজোপা আজিও ভালকৈ চিনে। 'মেজাফাঁই' বোলে।

চৰ কাক পাতিব মীমাংসা নোহোৱাত তেওঁ বৰ চিন্তাত পৰিল। পক্ষীবোৰেই তাইৰ সংগী যেতিয়া পক্ষীকে চৰ পাতিব। পোনতে ফেচুলুকাক মতালে। তাই গেদুলুকা পোৱালি এৰিব নোৱৰা বুলি আপত্তি কৰিলে। খুন্তুৱে নিজে তাহাঁতৰ লালন-পালনৰ ভাৰ লোৱাত ফেচুলুকা মান্তি হ'ল। তাহাঁতক আনি ৰজাক গতালেহি। শেনে নিয়াৰ ভয়ত তেওঁ ধঁপাতৰ টেমাত ভৰাই থ'লে। ৰজাৰ অন্তৰৰ কথা জনাবলৈ ফেচুলুকা চৰ হৈ ছোৱালীজনীৰ তালৈ গ'ল। ইপিনে ৰজাই মদ তৈয়াৰ কৰি তাৰ জুতি ল'লে। মদ টেঙা হ'ল। কথাৰ অমিল পায় চৰক ক'লে। চৰে তাইক ক'লৈগে। তাই অন্তঃসত্তা আছিল। ৰজালৈ কৈ পঠালে যে মধুমামাৰ এটা বেয়া দোষ আছে। সেইটো হৈছে কু-দৃষ্টি। যিটো তাই নিজে দেখে বা আনে কোৱা শুনে, তাতে তাইৰ কু-দৃষ্টি পৰে নতুবা মুখ লাগে। গতিকে তাইক নক'ব বা নেদেখুৱাব। তাইৰ দৃষ্টিৰ পৰা আঁতৰাই ৰাখিব। আকৌ প্ৰমাণ চালে। এইবাৰ সোৱাদ পালে।

দিন গৈ আছে। ফেচুলুকাৰ কথা তাই প্ৰায়ে নুবুজে। এদিন খং উঠিল। থু পেলাই দি ক'লে, 'আজিৰ পৰা তোৰ কপালৰ ফোঁট টিকাত ল'বি।' নিমিষতে ফেচুলুকাৰ মুখৰ বৰণ সলনি হৈ পৰিল। 'যাওঁ দেই দৌ' বুলি কৈ গুচি আহিল। তাই আহি ৰজাক ক'লেহি। ৰজাই তাইক সেই কামৰ পৰা আঁতৰাই দিলে। ইতিমধ্যে পোৱালিবোৰ ধঁপাতৰ টেমাত উৰণীয়া হৈ মাত কাঢ়িলে। মানুহৰ মাত মতা চৰাইৰ ভিতৰত ফেচুলুকা প্ৰথম। খুন্তুৰ ধঁপাতৰ টেমাত ডাঙৰ হোৱা বাবে সেই আকাৰৰ বাহ সাজিবলৈ শিকিলে। পোহ মানে। ফেচুলুকা চৰাইক দেউৰীলোকে 'পেকলৌ'-চৰাই বোলে। অইনে বুলবুলি বুলিও কয়।

এইবাৰ বাঢ়ৈটোকা নিযুক্ত হ'ল। চৰ হৈ ৰজাৰ কথা তাইক আৰু তাইৰ কথা ৰজাক জনালেহি। পৰস্পৰৰ মনোভাৱৰ আদান-প্ৰদান চলিল। এদিন তাই চৰক ক'লে,—'বসন্তকাল উদয় হোৱাৰ লগে লগে ৰজাই তাইক নিবহি লাগে।' এই শুভ সংবাদ পাই খুন্তুৱে সকলো প্ৰকাৰে সাজু হ'ল। চৰৰ কামত সন্তোষিত হৈ এই যাত্ৰাৰ দলপতি পাতিলে। শুভদিন ধাৰ্য কৰা হ'ল। ৰজা খুন্তুৱে বিয়াৰ প্ৰস্তুতি চলালে। সকলোৱে আসন্ন বিবাহৰ কাৰণে সাজু হ'ল। বাঢ়ৈটোকাৰ নেতৃত্বত পক্ষীবোৰৰ সহায় লৈ শুভক্ষণত নানান বাদ্য-ভাণ্ড,

ঢোল-দগৰ বজাই খুন্তুৱে ছোৱালী আনিবলৈ যাত্ৰা কৰিলে। বিয়াৰ কোলাহলত এখন মহামেলা সৃষ্টি হ'ল। এই আনন্দ উৎসৱত সকলো বিভোৰ হৈ পৰিল। লগত বিধে বিধে খোৱা বস্তু লোৱা হ'ল। ছোৱালী পক্ষই এছোৱা বাটৰ পৰা দৰাপক্ষক আগবঢ়াই নিলেহি। ৰজাই সকলোকে খুৱাই-বোৱাই আপ্যায়িত কৰিলে। তেওঁলোকৰ মধুমিলনত সকলো সুখী হ'ল। সকলো মুগ্ধ হ'ল। সকলোৱে আশীৰ্বাদ আৰু শুভেচ্ছা লৈ ৰজা খুন্তু বসন্তকালৰ এক বাদ্যমুখৰ নিশা ছোৱালী লৈ নিজ পুৰী পালেহি। তাইক মাধমামা নাম দি মাঁদৈ পাতিলে। দেউৰী লোকৰ মতে এয়ে বিয়াৰ সূত্ৰপাত। তাৰ অনুকৰণত বৰ্তমানৰ বিবাহ সংস্কাৰ কৰা হৈছে বুলি ধাৰণা হয়। এই সংস্কাৰ অতি প্ৰাচীন। স্মৰণাতীত কালৰে পৰাই এই প্ৰথা চলি আহিছে। সেই দিনৰ পৰা আজিলৈকে দৰাই নিজে কইনা ঘৰলৈ গৈ ছোৱালী আদৰি অনা প্ৰৱৰ্তিত হৈ আহিছে।

# দেউৰী লোকে নিতাই পুখুৰীৰ পানী নাখায়

আহোম স্বৰ্গদেউসকলৰ সৈতে দেউৰী পূজাৰীসকলৰ ঘনিষ্ঠ সম্বন্ধ আছিল। স্বৰ্গদেউসকলে দেউৰীৰ পুৰোহিত্য স্বীকাৰ কৰিছিল আৰু শদিয়াৰ চাৰি দেৱালয়ৰ নিৰ্মালি-প্ৰসাদ গ্ৰহণ কৰিছিল। চাৰি দেউৰী ৰাজসভালৈ আহিলে ৰজাই সন্মান জনাইছিল। স্বৰ্গদেউসকলক নিৰ্মালি-প্ৰসাদ অৰ্পণ কৰিবলৈ চাৰি দেউৰীপূজাৰী বছৰি শদিয়াৰ পৰা ৰংপুৰলৈ (শিৱসাগৰ) আহিছিল।

এনে সময়তে চাৰি বৰদেউৰীৰ লগত নিতাই ৰাজকোঁৱৰৰ ভেটা-ভেটি হৈছিল। এই বিষয়ে এটি জনপ্ৰবাদ চলি আছে। ৰাজকোঁৱৰ নিতায়ে নিজৰ নাম চিৰস্মৰণীয় কৰিবলৈ বুলি পুখুৰী খননকাৰ্যত হাত দিছিল। সেই উদ্দেশে তিনিটা পুখুৰী খনাইছিল। পুখুৰীকেইটা ক্ৰমান্বয়ে ইটোতকৈ সিটো ডাঙৰ। আটাইকেইটা পুখুৰী শিৱসাগৰ মহকুমাৰ বৰবৰুৱা আলিৰ কাষত আজিও বৰ্ত্তমান। প্ৰথমটো পশ্চিম কাষত। শিৱসাগৰ নগৰৰ পৰা চাৰি মাইল উজাই আহিলে পোৱা যায়। এতিয়া বেতবাৰীলৈ যোৱা আলিৰ ওচৰতে। দ্বিতীয়টো পুব কাষত। ডিমৌ চাৰিআলিৰ পৰা দিহিঙৰ ফাললৈ দুমাইল উজাই গ'লে পোৱা যায়, তেওঁৰ সকলো চেষ্টা বিফল হ'ল, কাৰণ দুয়োটা পুখুৰী যথেষ্ট পৰিমাণে খনাতো পানী নোলাল। গতিকে, এই দুটা শুকান পুখুৰী বুলি কয়। তেওঁ নিৰাশ হ'ল। আকৌ এটা খনাবলৈ উঠিপৰি লাগিল। সেই বিষয়ে ইয়াত কোৱা হৈছে। এইবাৰ কিন্তু নিজে মানুহ ধৰি নখনালে। বাটেদি অহা-যোৱা কৰা মানুহৰ হতুৱাই খনাবলৈ স্থিৰ কৰিলে। সেইমতে খননকাৰ্য আৰম্ভ হ'ল। সেই ফালেদি যেয়ে যায় তেওঁকেই নিতায়ে পুখুৰী খনাত লগায়। কোনো বাটৰুৱাই হাত সাৰিব নোৱাৰিলে। এইদৰে খনন কাৰ্য শেষ হৈ আহিছে। ইতিমধ্যে চাৰি দেউৰী পূজাৰী শদিয়াৰ পৰা আহোম ৰজাক চাৰি দেৱালয়ৰ নিৰ্মালি-প্ৰসাদ দিবলৈ ৰংপুৰলৈ আহিছিল। বাটতে নিতাইৰ লগত ভেটা-ভেটি হ'ল। তেওঁ দেউৰীসকলক আগভেটি ধৰিলে। পুখুৰীৰ মাটি চপৰাদিয়েক দলিয়াই থৈ যাবলৈ ক'লে। তেওঁবিলাকে এই কথাত মান্তি

হোৱা নাছিল। কিন্তু নিতায়ে শুদাই নেৰাত বিপাঙত পৰিল। কাৰণ দেৱতাৰ আশিষস্বৰূপে নিৰ্মালি-প্ৰসাদ য'তে ত'তে থ'ব নোৱাৰি। যেয়ে-সেয়ে চুব আৰু দেখিব নাপায়। শেষত গৈ থৈ তেওঁলোকে সলনা সলনিকৈ দুচপৰামান মাটি দলিয়াই দিলে। দেউৰীপূজাৰীসকলে এই কাৰ্য ভয়ানক বুলি গণ্য কৰিলে। তেওঁবিলাকৰ স্বতন্ত্ৰ মৰ্যাদাত আঘাত পোৱাটো স্বাভাৱিক যদিও নীৰৱে গুচি গ'ল। কিন্তু পৰিণতিস্বৰূপে নিতায়ে নিজৰ মূৰ হেৰুৱাব লগাত পৰিল। তেওঁবিলাকে আকস্মিক ঘটনাটোৰ কথা কল্পনাও কৰিব পৰা নাছিল। সময়ৰ সোঁতে এনে অৱস্থাত পেলাই দিলে যে সঁচাকৈয়ে সেয়ে ঘটিল। তেওঁবিলাক ৰংপুৰ পালেগৈ। প্ৰচলিত ৰীতি-নীতিমতে ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱক (১৭৫১-৬৯ খ্ৰী) নিৰ্মালি-প্ৰসাদ অৰ্পণ কৰিলে। স্বৰ্গদেৱে তেওঁবিলাকক সম্বৰ্ধনা জনাই দেৱ নিৰ্মালি-প্ৰসাদ সাদৰে গ্ৰহণ কৰিলে। দেশৰ শুভ বাতৰি ল'লে। দেউৰী পূজাৰীসকলে কথাৰ চলতে ছেলু উলিয়ালে। সবিনয়ে ক'লে, 'অ দেৱ, এইবাৰ দেশৰ অৱস্থা বেয়া। মহামায়া বিতুষ্ট।' স্বৰ্গদেৱ চিন্তান্বিত হৈ পৰিল। উৎসুক-চিত্তে তাৰ প্ৰতিকাৰৰ উপায় সুধিলে। পূজাৰীসকলে সমিধানতঁ ক'লে বোলে, 'মহামায়াই স্বৰ্গদেৱৰ গাৰ নোম বিচাৰিছে।' ৰজাক বিমোৰ দেখি ক'লে— 'স্বৰ্গদেৱৰ বঙহৰ এজনক দিলেই হ'ব। আজ্ঞা কৰিলেই তাৰ প্ৰতিকাৰৰ উপায় ওলাব।' 'সেয়ে হওঁক' বুলি স্বৰ্গদেৱে সন্মতি দিলে।

ৰাজ অনুমতি লৈ তেওঁবিলাক উভতিল। নিতাইৰ সৈতে আকৌ তাতে ভেটা-ভেটি হ'লহি। এই ছেগতে নিতাইক কেঁচাইখাতীলৈ বিধিমতে উৎসৰ্গা কৰিলে। তংলতীৰ মন্ত্ৰপূত জল পোৱা মাত্ৰকে নিতাইৰ মুখৰ মাত হৰিল। পুখুৰীৰ পানী উতলি তাৰে এধাৰ তৎমুহূৰ্ত্তে ছিগি বৈ গ'ল। থিতাতে হুৱাদুৱা লাগি পৰিল। ভয়ত মানুহবিলাক য'ৰে কাম ত'তে এৰি পলাই গ'ল। নিতায়ে মন্ত্ৰমুগ্ধৰ দৰে পিছে পিছে গ'ল। নিতাইক নি ডিব্ৰুগড়ৰ কালী আই থানৰ ওচৰত চিকনা বাঁহৰ চেঁচুৰে বলি দিলে। ১৯৬০ চনত এই থান ব্ৰহ্মপুত্ৰৰ গ্ৰাসত পৰিল। তাত তেওঁবিলাকৰ ৰাতি থকা বাহৰ আছিল।

নিতাই পুখুৰী সম্পূৰ্ণ হৈ নুঠিল। দুয়োটাৰ চিন আজিও আছে। দেউৰীপূজাৰীয়ে আজিকালিও তাৰ পানী নাখায়। দিহিং নৈৰ পৰা এমাইল ভাটিয়াই বৰবৰুৱা আলিৰ সোঁফালে নিতাইপুখুৰী। বৰ্তমান ক্ৰমবৰ্ধমান উন্নতিশীল ঠাই। নতুন যুগৰ ন-চানেকীৰে নিতাইপুখুৰীয়ে পাতনি মেলিছে।

# ফুলপানী ছিগা কেনেকৈ হ'ল

ফুলপানী ছিগা নাম কেনেকৈ হ'ল, এই বিষয়েও এটা জনপ্ৰবাদ প্ৰচলিত আছে। আগত উল্লেখ কৰি অহাৰ দৰে দেউৰী পূজাৰীসকলে শদিয়াৰ চাৰি দেৱালয়ৰ ফুল-জল, নিৰ্মালি-প্ৰসাদ আৰু দেওধানীসকলৰ দৈৱবাণী গৌৰীনাথ সিংহ স্বৰ্গদেৱক অৰ্পণ কৰিবলৈ আহোমৰ শেষ ৰাজধানী যোৰহাট নগৰলৈ আহিছিল। ৰংপুৰত মোৱামৰীয়া বিদ্ৰোহৰ জুই তেতিয়াও মাৰ যোৱা নাছিল। বিদ্ৰোহীবিলাকে জয়সাগৰৰ ওচৰত তেওঁবিলাকক আগভেটি ধৰিলে। তাৰপৰা কোনোমতে এৰাই যায়। এতিয়া য'ত ফুলপানী ছিগা পুখুৰীটো আছে, তাতেই আকৌ বিদ্ৰোহীবিলাকে আগুৰি ধৰিলে। তেতিয়া এই পুখুৰীটো কালিকা লগা বুলি জনাজাত আছিল। মংগলবাৰে, শনিবাৰে দুপৰীয়া-গধূলি পুখুৰীৰ কালিকা পিশাচী বা মছন্দৰী ওলায়। যেয়ে দেখে তাৰে মৰণ মিলে। দেউৰীপূজাৰীবিলাকে এইবোৰ কথাৰ একো তলা-নলা পোৱা নাছিল। গোসাঁনী নমনাসকলে পৰীক্ষাৰ চলেৰে তেওঁবিলাকক মছন্দৰীক ধৰি দিবলৈ ক'লে। যদি ধৰি দিব পাৰে, তেহে ৰাজধানীলৈ যাবলৈ দিয়া হ'ব। নহ'লে তাৰপৰাই ঘূৰি যাব লাগিব বুলি আদেশ দিলে। মছন্দৰীক ধৰি দিয়াৰ বাহিৰে তেওঁবিলাকৰ আন একো উপায় নাছিল। সেইদেখি পুখুৰীলৈ গ'ল। যেনে কথা তেনে কাম। তেওঁবিলাকে সঁচা-সঁচিকৈ মছন্দৰীক ধৰি আনি দিলেহি। বিদ্ৰোহীবিলাকে পুখুৰীৰ পিশাচীক ধৰি দিব পৰা কথা কল্পনাই কৰিব পৰা নাছিল। যাক দেখিলেই মানুহৰ মৰণ অনিবাৰ্য, সেই পিশাচীক ধৰি দিয়াৰ কথা তৎক্ষণাত প্ৰচাৰ হৈ পৰিল। তেওঁবিলাক নিৰ্বিবাদে ৰাজধানী পালেগৈ। গৌৰীনাথ সিংহ স্বৰ্গদেৱে নিৰ্মালি-প্ৰসাদ গ্ৰহণ নকৰিলে। দেউৰী পূজাৰীৰ ধৰ্ম-ইতিহাসত এই ঘটনা অভিনৱ। এইটো ৰজা-প্ৰজা উভয়ৰে অমংগলৰ চিন বুলি জানিছিল যদিও তাৰ কাৰণে কোনো সাজু নাছিল। দেৱতাৰ আশিসস্বৰূপ এই পৱিত্ৰ ফুল-জল, নিৰ্মালি-প্ৰসাদ ৰজা আৰু ৰাজ্যৰ মংগলাৰ্থে উৎসৰ্গা কৰা হয় আৰু ৰজাক অৰ্পণ কৰিবলৈ দেৱ-

দেৱীৰ ওচৰত সংকল্প কৰা হয়। গতিকে পূজাৰীসকলে তদ্ৰূপে কাম কৰে। যাকে তাকে দিব আৰু য'তে ত'তে থ'ব নেপায়। আনকি অইনে দেখিব নাপায়। ইয়াৰ উলংঘা কোনো কালে হ'ব নোৱাৰে।

স্বৰ্গদেৱে নিৰ্মালি-প্ৰসাদ গ্ৰহণ নকৰিলে যেতিয়া কি কৰা যায় এতিয়া। তেওঁবিলাকে ৰাজ-আজ্ঞা বিচাৰিলে। স্বৰ্গদেৱে জয়সাগৰত পেলাই দিবলৈ ক'লে। তেওঁবিলাক যেনেকৈ আহিছিল তেনেকৈয়ে শদিয়ালৈ উভতিল। য'তে ৰাতি হয় তাতে বাঘৰ ভয় বোলাৰ দৰেই হ'ল। আকৌ সেই কালিকা লগা পুখুৰীৰ ওচৰতে বিদ্ৰোহীবিলাকৰ লগত ভেটাভেটি হ'লহি। এইবাৰ কিন্তু তেওঁবিলাকক শুদাই নেৰিলে। তেওঁবিলাকৰ কি মহৎ গুণ আছে, তাক চাবলৈ ভাৰ-ভেটীত হাত দিলে। দেৱতাৰ আশিস নিৰ্মালি-প্ৰসাদনো কি চাব খুজিলে। এই কাৰ্যই তেওঁবিলাকৰ অনিচ্ছা সত্ত্বেও দেৱ নিৰ্মালীৰ এভাগ সেই পুখুৰীত পেলাই থৈ যাবলৈ বাধ্য কৰালে। তাৰ পৰিণতি কি হ'ব নহ'ব ভাবিবলৈ অৱকাশ নহ'ল। দেৱ-নিৰ্মালি পুখুৰীত পেলাই দিয়া মাত্ৰেই পানীৰ বুৰবুৰণি উঠিল। লগে লগে ভয়ংকৰ শব্দ হ'ল। এধাৰ পানী পাৰ ভাঙি বৈ গ'ল। ওচৰৰ গাঁও-ভূঁই তৎক্ষণাত বুৰাই পেলালে। তাতেই বিদ্ৰোহীবিলাকে ভয় খাই দিহাদিহি গুচি গ'ল। এই ছেগতে তেওঁবিলাকেও পলাই সাৰিল। তেতিয়াৰ পৰাই তাৰ নাম 'ফুলপানী ছিগা' হ'ল।

ৰাজ-আজ্ঞা অনুযায়ী এভাগ নিৰ্মালি জয়সাগৰত পেলাই দিলেহি। তাতো পেলাই দিয়া মাত্ৰকে পানীৰ খলকনি উঠিল। পাৰ ভাঙি এধাৰ পানী বৈ গৈ নামদাং নৈত পৰিলগৈ। তাৰ চিন আজিও আছে। তেতিয়াৰপৰা দেউৰীপূজাৰী আৰু স্বৰ্গদেউসকলৰ মাজত এনেকৈ হোৱা বিনিময় প্ৰথা বন্ধ হ'ল। নিতাইপুখুৰী আৰু ফুলপানী ছিগাই দেউৰীপূজাৰীৰ ইতিহাসত অভূতপূৰ্ব উল্লেখযোগ্য ঘটনা। এই দুই ঘটনাই সিবিলাকৰ আৰাধ্য দেৱ-দেৱীৰ মাহাত্ম্য আৰু দেউৰীবিলাকৰ ধৰ্মনিষ্ঠাৰ কথা সোঁৱৰাই আছে। মানুহৰ মনত আজিও কৌতূহল সৃষ্টি কৰে।

# ছাগলী নোখোৱা মানুহ

দেউৰীবিলাকৰ ভিতৰত টেঙাপনীয়া খেলৰ খুটীয়টিকা ফৈদৰ মানুহে ছাগলীৰ মঙহ নাখায়। চুতীয়াবিলাকৰো কেইবাটাও ফৈদৰ মানুহে ছাগলী নাখায়। ইয়াৰ কাৰণ আছে। এইবিষয়ে এটা আমোদজনক জনপ্ৰবাদৰ প্ৰচলন আছে।

এদিনৰ কথা। এটা মৰা গৰু পৰি আছে। চাৰিওফালে এজাক শগুণ বেৰি আছে। শটো ছুব পৰা নাই। এনে সময়তে সেইফালেদি এগৰাকী চুতীয়ানী বুঢ়ী পাৰ হৈ গৈছিল। বুঢ়ীক দেখি লা-শগুণে (ৰজা শগুণে) মাত লগালে, 'বুঢ়ী আই, আমাৰ অলপ উপকাৰ কৰি দিব পাৰেনে?' 'মইনো কি উপকাৰ কৰি দিব পাৰো?' বুঢ়ীয়ে ক'লে। ৰজা শগুণে ক'লে, 'আজি আমাৰ আহাৰ মিলিছে; অথচ এই শটো আমি ছুব পৰা নাই।' বুঢ়ীয়ে তাৰ কাৰণ সোধাত ৰজা শগুণে ক'লে, 'যিকোনো মৰা শ আমাৰ ভক্ষ্য। কিন্তু পশ্চিমলৈ মূৰ কৰিপৰি থাকিলে শগুণে খাব নোৱাৰে। এই শটো পশ্চিমমুৱা হৈ পৰি আছে। গতিকে শগুণৰ অভক্ষ্য। আপুনি দয়া কৰি যিকোনো উপায়েৰে মূৰটো পশ্চিমৰ পৰা আন দিশলৈ ঘূৰাই দিলেই তৎক্ষণাত আমাৰ খাদ্য হাততে মিলিব।'

মৰা গৰুটোৰ নেজত ধৰি বুঢ়ীয়ে কোনোমতে অলপ লৰচৰ কৰি ঘূৰাই দিলে। কাম হ'ল। ৰজা শগুণে শটো ছুই দিয়া মাত্ৰকেই অন্যবোৰ শগুণে খোৱাত লাগি গ'ল। বুঢ়ী যাবলৈ ওলাল। ৰজা শগুণে ক'লে, 'বুঢ়ী আই, এইৰূপ উপকাৰ কৰি দিয়া বাবে কিবা এটা দিব খুজিছো। অনুগ্ৰহ কৰি গ্ৰহণ কৰক।' বুঢ়ীয়ে ক'লে, 'কিনো দিব খুজিছা চাওঁ।' ৰজা শগুণে ক'লে বোলে, 'এফাকি মৃত সঞ্জীৱনী মন্ত্ৰ। ইয়াৰ গুণত মৰাকো জীয়াব পাৰিব।'

এইদৰে বুঢ়ীয়ে ৰজা শগুণৰপৰা মৰাক জীয়াব পৰা মৃত সঞ্জীৱনী মন্ত্ৰ লাভ কৰিলে। এই মন্ত্ৰৰ বলত বুঢ়ীয়ে মৃতলোকক প্ৰাণ দিলে। গতিকে বুঢ়ীয়ে নাম পালে 'মৰাননী বুঢ়ী'। এই মন্ত্ৰৰ দ্বাৰা মৰাৰ [illegible]া ঘূৰাই প্ৰাণ

পোৱাসকলেই কালক্ৰমত ‘মৰাণ’ নামেৰে জনাজাত হ’ল।

এইদৰে তেওঁবিলাকৰ মাজত মৃত্যু নঘটা হ’ল। আনহাতে, ওচৰ-চুবুৰীয়াসকলৰ মাজত জন্মৰ লগতে মৃত্যু চলি থাকিল। মৃতকৰ কাজ-কৰ্ম, ভোজ-ভাত খোৱা কাৰ্যও চলি থাকিল। সেইবোৰৰ পৰা মৰাণসকল বঞ্চিত হ’ব লগাত পৰিল। আলৰ বুঢ়া-বুঢ়ী হৈ নমৰা দেখি পৰিয়ালবৰ্গই আলৈ-আহুকাল আৰু অস্বস্তি বোধ কৰিলে।

এনেতে এঘৰ মৰাণ মানুহৰ ঘৰত এজনী ছাগলী মৰিল। সেই ছাগলীজনীকে আনি কাপোৰেৰে ঢাকি থ’লে। সেই ফৈদৰ সবাতকৈ বুঢ়ী এগৰাকী মৰিল বুলি সকলোৱে বেৰি ধৰি পাৰে মানে ৰাউচিজুৰি কান্দিবলৈ ধৰিলে। অৱশেষত সেই ছাগলীজনীকে চাঙিত তুলি নি অগ্নি-সংস্কাৰ কৰিলে। তাৰ পিছত বংশৰ মানুহ মৰিলে কৰিব লগা দহা-কাজ-কৰ্ম কৰিলে। সকলোৱে মিলি ভোজ-ভাত খালে। এইদৰে ছাগলীক নিজৰ বংশত তুলি ল’লে। সেইদিন ধৰি ছাগলী তেওঁলোকৰ বংশৰ হ’ল। গতিকে ছাগলী নাখায়।

এই অপৰাধৰ বাবে হেনো যমে সেই ফৈদৰ মানুহক বুঢ়াৰপৰা ল’ৰালৈকে আৰু কুমাৰীৰপৰা বুঢ়ীলৈকে এফালৰপৰা মাৰিবলৈ দূত পাচিলে। দূতে আহি দেখে— ল’ৰা, ডেকা, বুঢ়া সকলো একে। কাক মাৰে? তেওঁ গৈ যমক জনালেগৈ! যমে ক’লে বোলে, ‘তেওঁবিলাক মেহেঙা বা মাইহাঙৰ ওপৰত কাঁহী থৈ ভাত খায়। খোৱাৰ সময়ত তেওঁলোক বয়স অনুযায়ী এপিনৰপৰা আসন গ্ৰহণ কৰে। ডাঙৰ জনক আগেয়ে ভাতৰ কাঁহী দিয়ে। গতিকে পোনেই যিজনক মেহেঙাত ভাতৰ কাঁহী দিব তেওঁকে মাৰিবা।’ দূতে আহি তাকে কৰিলে। তেতিয়াৰপৰা সেই ফৈদৰ মানুহ মৰিবলৈ ধৰিলে।

এই ফৈদৰ মানুহ মৰি উছন্ন হ’ল। মাত্ৰ এগৰাকী গৰ্ভৱতী তিৰোতা ৰ’লগৈ। তায়ো বাঁৰী হ’ল। সময়ত তাই লাউ এটা প্ৰসৱিলে। লাউটো দেখি তাই বৰ ভয় খালে। কোনেও নজনাকৈ নৈত উটুৱাই দিলে। উটি যাওঁতে কেঁচুৱাই কন্দা দৰে কান্দিবলৈ ধৰিলে। কান্দোন শুনি নৈপৰীয়া মানুহবিলাক ক’ৰনো কেঁচুৱা উটি গৈছে চাবলৈ বুলি পাৰলৈ আহিল। তাক ধৰি আনিবলৈ মানুহ পঠালে। সিহঁত নাও-দুনি লৈ জালৰ খেও মাৰি লাউটো পাৰলৈ তুলি আনিলে। সকলোৱে চাই দেখে যে এটা লাউ। তাৰ ভিতৰত কিনো আছে চাবলৈ আটাইৰে বৰ কৌতূহল উপজিল। গতিকে লাউটো টঙনিয়াই ভাঙি

চোৱা হ'ল। তাৰ ভিতৰৰ পৰা ওলাই পৰিল এটা সুন্দৰ কেঁচুৱা ল'ৰা। কাণ্ড দেখি সকলো নিৰ্বাক হৈ পৰিল। সকলো আচৰিত হ'ল। এজনে আনজনৰ মুখলৈ চাবলৈ ধৰিলে। তেতিয়া লাউটো কোনে নৈত উটুৱাই দিছিল গাঁৱত বিচৰা-বিচৰি লাগিল। কথা বুলিলেই বতাহ। গাঁৱত কথাটো সদৰী হৈ পৰিল। ইকাণ-সিকাণকৈ বাঁৰীৰ কাণতো পৰিলগৈ। তাই আহি ৰাইজৰ আগত সকলো কথা বিৱৰি কৈ সৈ কাঢ়িলে। তেতিয়া ৰাইজে তাইক কেঁচুৱাটো দি দিলে। লাউৰ পেটত ওলোৱা এই ল'ৰাটিৰ পৰাই সেই বংশ ৰক্ষা পৰিল। সেই গতিকে এই ফৈদৰ মানুহে সেইদিন ধৰি লাউত কদাপি পানী নোখোৱা হ'ল। লাউত পানী ভৰালে বুৰবুৰায় দেখি এই ফৈদক বুৰক'ৰ বা বুৰুক'ৰ ফৈদ বুলি কোৱা হ'ল। এই বাঁৰী পুতেক ল'ৰাটিয়েই কালক্ৰমত ৰজা হৈছিল বুলি প্ৰবাদ আছে।

এইদৰে 'বুৰুক চুতীয়া' বা 'বুৰুক ফৈদ'ৰ উৎপত্তিৰ কিম্বদন্তি পোৱা যায়। দেউৰী, চুতীয়া, মৰাণ, মটক, বৰাহী আদিৰ মাজত বুৰুক চুতীয়া মানুহ বিয়পি আছে। সিবিলাকৰ মাজত উক্ত জনপ্ৰবাদটি অদ্যাপি প্ৰচলন হৈ আছে। তেওঁবিলাকে নিজক 'বুৰুক চুতীয়া' বা 'বুৰুক ফৈদ' বুলি পৰিচয় দিয়ে আৰু ছাগলী নাখায়। ইয়াৰ পৰা কেউটা ফৈদেই গুৰিতে একেটা আছিল বুলি অনুমান কৰিব পাৰি।

# হুদু চৰাইৰ জন্মকথা

পৃথিৱীৰ বুকুৰ পৰা কিছুমান পশু-পক্ষী হেৰাই যাব ধৰিছে। হুদু তেনে এবিধ চৰাই। সকলোৱে হুদু দেখা নাই। ই য'তে ত'তে নাথাকে। থাকিলেও দেখা পোৱা নাযায়। ই নিশাচৰ পক্ষী। হুদু দেখিবলৈ ফেঁচাৰ দৰে। তাতকৈ বহুত ডাঙৰ। প্ৰায় মলুৱা বান্দৰ এটাৰ সমান। ইয়াৰ কাণ দুখন বৰ ডাঙৰ। মেকুৰীৰ কাণৰ দৰে। চৰাইটো দেখিবলৈ যেনে আপচু, কুৎচ্ছ, মাতটোও তেনে ভয়লগা বিধৰ। শুনিলে গাৰ নোম শিয়ঁৰি উঠে। ই ফেঁচাৰ দৰে বাৰটা মাহত তেৰটা মাত মাতে। তাৰ ভিতৰত কেইটামান বিপদসূচক বুলি মানুহে বিশ্বাস কৰে। গাঁৱৰ ওচৰত বা ভিতৰত তেনে মাত মাতিলে গাঁৱত জ্বৰ-নৰীয়া আৰু গৰু-ম'হৰ বেমাৰ-আজাৰ হয় বুলি কয়। এই চৰাইটোৰ জন্ম কেনেকৈ হ'ল— এই বিষয়ে জনজাতি মানুহৰ মাজত এই সাধুটো প্ৰচলিত আছে।

এসময়ত দুজন বন্ধু আছিল। এবাৰ দুয়ো দেশ চাবলৈ ইচ্ছা কৰিলে। সেই উদ্দেশে দুয়ো ঘৰৰ পৰা ওলাল। তেতিয়াৰ দিনত এতিয়াৰ দৰে ঘন বসতি নাছিল, যাতায়তৰ সুবিধা নাছিল। হাবিৰ মাজে মাজে দুই এটা লুংলুঙীয়া বাট। বহুত দূৰ খোজকাঢ়ি গ'লেহে একোখন গাঁও পোৱা গৈছিল। বাটত যাওঁতে বাঘ-ভালুক, হাতী, ম'হ লগ পোৱা যায়। সেইদেখি সেয়ে সেয়ে গাঁও এৰি ফুৰিবলৈ নগৈছিল। কোনোৱে গ'লেও কেইবাজনো লগ হৈ গৈছিল। দূৰ-দূৰণিলৈ যাব লগা হ'লে ঘৰ-ঘৰুৱাই হাঁহ-কুকুৰা মাৰি এসাজ দেখাদেখিকৈ খাইহে গৈছিল।

তেনে এটা দিনত দুয়ো বন্ধুৱে হাবিৰ মাজে মাজে দিনৰ দিনটো বাটকুৰি বাই যায়। ৰাতি হ'লে গাঁৱত থাকে। এইদৰে কেইবাখনো গাঁও চালে। এদিন তেওঁলোক বিপদত পৰিল। ৰাতিপুৱাৰপৰা বেলি পৰালৈকে গোটেই দিন বাটকুৰি বাই গাঁও এখন নাপালে। সৰু নৈ এখন পাৰ হৈ বিৰিঙানি চাপৰি এখনৰ মাজে মাজে গৈ আছে। বেলি পৰি আন্ধাৰ হ'ল। তেওঁলোকৰ উপায়

নোহোৱা হ'ল। গছত উঠি ৰাতিটো কটাবলৈ ওচৰত গছ-গছনিও নাই। এনেতে বাটৰ কাষত পূবফালে এখন এৰাবাৰী আৰু পশ্চিমফালে এখন মৰিশালি দেখা পালে। এৰাবাৰীত এটা ভগা উৰলি যোৱা ঘৰ আছিল। প্ৰথমজন বন্ধুৱে ক'লে, 'হেৰা বন্ধু, ৰাতিটো সৌ ভগা ঘৰটোতে কটাওঁ ব'লা।' দ্বিতীয়জনে তাত থাকিবলৈ অমান্তি হৈ ক'লে, 'নহয় বন্ধু, এৰাবাৰীৰ ভগা ঘৰত থকাতকৈ সৌ মৰিশালিত থকাই ভাল। বুঢ়ালোকৰ মুখে শুনিছোঁ এৰাবাৰীতকৈ মৰিশালি বেছি ভাল।' প্ৰথমজন বন্ধু তাত মান্তি নহ'ল। তাৰ চকুত যেন মৰিশালিৰ প্ৰেতাত্মাবোৰ ভাহি উঠিল। সি ভয় খালে। গতিকে সি এৰাবাৰীৰ ঘৰটোতে ৰাতি কটাবলৈ স্থিৰ কৰিলে। দ্বিতীয়জনে তাত থাকিবলৈ ভয় কৰি মৰিশালিত থকাটোকে সিদ্ধান্ত কৰিলে। দুয়োৰ মত নিমিলিল। কোনেও কাকো নিজে বিশ্বাস কৰা ঠাইলৈ নিব নোৱাৰিলে। নিজৰ পছন্দমতে থাকিল।

পুতি থোৱা ধন-সোণত কালিকা থাকে বুলি কয়। এৰাবাৰীত তেনে ধন-সোণ থাকিলে তাত ভূত বহে বুলিও মানুহৰ বিশ্বাস। সি যি কি নহওক সেই এৰাবাৰীত এটা ভূত আছিল। সি মাজনিশা চিকাৰৰ সন্ধানত ওলায়। সেই সময়ত দুয়ো বন্ধু টোপনিত লালকাল দি পৰি আছে। সি আহি সেই ভগা ঘৰটোৰ ওচৰত ৰ'লহি। মানুহৰ গোন্ধ পাই ভিতৰ সোমালে। মানুহজনক শুই থকা দেখি তৎক্ষণাৎ তাক যাদু কাঠিৰে মাৰি পেলাব খুজিলে। তেনে কৰোঁতেই সি বিকট চিঞৰ এটা মাৰি উঠিল। সেই চিঞৰ শুনি মৰিশালিত থকাজনে সাৰ পাই উঠিল। সি অনুমান কৰিলে নিশ্চয় তাৰ বন্ধুক ভূতে মাৰিলে। সি মিটখন হাতত খামুচি ধৰি শোৱা ভাওজুৰি পৰি থাকিল।

ভূতটোৱে আকৌ চিকাৰ বিচাৰি ওলাল। মানুহৰ গোন্ধৰ অনুসৰণ কৰি কৰি গৈ মৰিশালিত থকাজনৰ ওচৰ পালেগৈ। সি মৰা বন্ধুজনৰ ভেশছন ধৰি মাতিলে। 'বন্ধু আছানে' এইদৰে তিনিবাৰ মাতিলে। তথাপি তেওঁ মাত নামাতিলে। দেওঁ-ভূতে তিনিবাৰতকৈ বেছি মাতিব নোৱাৰে। বন্ধুজনে এই কথা জানিছিল। তেওঁ বুজিলে, ই বন্ধু হয়। দেও-ভূত কোনোবাহে। ছদ্মবেশ ধৰি মাতিছে।' তেওঁ আগৰেপৰা সাজু হৈ আছিল। ভূতটো তাৰ ওচৰ চপা

মাত্ৰকে ঘপকৰে তাৰ পেটত মিটখন সুমুৱাই দিলে। ভয়লগা বিকট চিঞৰ এটা মাৰি ধাচ্ কৰে মাটিত বাগৰি পৰি মৰি থাকিল। সি যাদু বা মায়া কৰি সাৰি যাবলৈ সময়েই নাপালে। এই ভূতটোৰ প্ৰেতাত্মাটোৱে সময়ত হুদু হৈ জন্ম ল'লে। সেই কাৰণে তাৰ মাত শুনিলে গাৰ নোম শিয়ঁৰি উঠে। ভয় লাগে। সি মাতিলে অমংগল ঘটে। হুদু ঘাইকৈ এৰাবাৰীত থাকে। ইপিনে বন্ধুজন আহি ঘৰ পালেহি। সেইদেখি তেতিয়াৰে পৰা এৰাবাৰীতকৈ মৰিশালি নিৰাপদ বুলি ভবা হয়।



# যমদূতৰ পৰাজয়

এদিনাখন এজন ডেকা ল'ৰাই কিবা কাৰণত নৈৰ পাৰে পাৰে গৈ আছিল। এইদৰে গৈ থাকোঁতে হঠাৎ সি দেখিবলৈ পালে যে নৈৰ পানীত এটা মৰাশ ওপঙি আছে; আৰু পানীৰ দাঁতিত এযোৰ শগুণ-শগুণীয়ে চাই আছে। মৰাশটো দেখি শগুণ-শগুণীৰ লোভ লাগিছিল; কিন্তু পানীৰ পৰা শটো আনে কেনেকৈ? গতিকে নৈৰ পাৰে পাৰে গৈ থকা ডেকা ল'ৰাজনক মাতিলে। ডেকা ল'ৰাজন শগুণ-শগুণীৰ ওচৰলৈ আহিল। শগুণ-শগুণীয়ে ডেকাক ক'লে "পানীত ওপঙি থকা মৰাশটো পাৰলৈ আনি দিলে ভাল পালোহেঁতেন" ল'ৰাজনে ক'লে "মোক দি দিবা?" শগুণ-শগুণীয়ে ক'লে— "ইয়াৰ বাবে আমি তোমাক এটা বৰ দিম।"

শগুণ-শগুণীৰ কথাত ল'ৰাজন মান্তি হ'ল আৰু মৰাশটো পাৰলৈ আনি দিলে।

শগুণ-শগুণীয়ে মৰাশটো আনন্দমনেৰে খালে আৰু সিহঁতৰ জ্ঞাতি-কুটুম্ব সকলোকে খুৱালে।

শগুণ-শগুণীৰ এতিয়া পাল পৰিল— ল'ৰাজনক বৰ দিয়া। আগৰ প্ৰতিশ্ৰুতি অনুসৰি শগুণ-শগুণীয়ে তাক এটি এটিকৈ নিজৰ ডেউকাৰ পৰা পাখি উলিয়াই দি ক'লে— "এই পাখিবোৰে তোমাৰ মহৎ উপকাৰ সাধন কৰিব আৰু বিপদৰ সময়তো সহায় কৰিব।"

এই বুলি কৈ শগুণ-শগুণী উৰি গুচি গ'ল। ডেকা ল'ৰাজনেও নিজৰ গন্তব্য পথত গৈ থাকিল। এইদৰে গৈ থাকোঁতে কেইজনীমান গাভৰু ছোৱালীয়ে নৈৰ পাৰত গা ধুই থকা সি দেখিলে। ল'ৰাজনে শগুণে বৰ হিচাপে দিয়া পাখিৰে গাভৰুহঁতক চোৱাত দেখিলে যে সেই ছোৱালী কেইজনী আচলতে মানৱী নহয়, দেৱকন্যাহে।

সি গৈ থাকিল। ল'ৰাজনে আৰু এজনী অতি ৰূপৱতী ছোৱালী দেখা পালে। তাই নৈত সাঁতুৰি আছিল। ল'ৰাজন তাইৰ প্ৰতি আকৃষ্ট হ'ল।

ছোৱালীজনী গা ধুই উঠি ঘৰলৈ গ'ল। ডেকাই তাইক অনুসৰণ কৰি পিছে পিছে তাইৰ ঘৰলৈ গ'ল। ছোৱালীজনীৰ মাক-বাপেকে ডেকাজনৰ পৰিচয় ল'লে। ল'ৰাজনেও তাৰ পৰিচয় দি ক'লে যে তাৰ নাম চলচ্‌লা, ল'ৰাজন হৃষ্ট পুষ্ট, সুন্দৰ-সুঠাম আৰু কৰ্মঠ আছিল। বিয়া কৰাবৰ বাবে সি ছোৱালীৰ মাক-বাপেকৰ ওচৰত প্ৰস্তাৱ দিলে। ছোৱালীজনীৰ মাক-বাপেকেও ইমান দিন ঘৰ-জোঁৱাই এজন বিচাৰি আছিল, গতিকে সেই প্ৰস্তাৱত তেওঁলোকে ভালেই পালে। ধুম্‌ধামেৰে সিহঁতৰ বিয়া হৈ গ'ল। ল'ৰাজন ঘৰ-জোঁৱাই হিচাপে থাকিল।

সেই অঞ্চলৰ ডেকা ল'ৰাবিলাকে সদায় গছ কাটিবলৈ গৈছিল। চানচ্‌লায়ো দা-কুঠাৰ লৈ সিহঁতৰ লগত খৰি কাটিবলৈ গৈছিল। সিহঁতে খৰি কাটি আনি বজাৰত বিক্ৰী কৰে। চানচ্‌লাই তাৰ ঘৈণীয়েকক খৰি বিক্ৰী কৰিবলৈ কৈছিল। চানচ্‌লাই খৰি কাটিবলৈ যাওঁতে শগুণ-শগুণীয়ে দিয়া পাখি দুটা সদায় লগত লৈ গৈছিল। সেই পাখি দুটাৰ সহায়ত গছ ভাল নে বেয়া চিনিব পাৰিছিল। গতিকে সি তাৰ ঘৈণীয়েকক খৰি বিক্ৰী কৰিবলৈ দি কৈছিল, "গ্ৰাহকে খৰিৰ দাম যিমানেৰে কিনিব আৰু সেই খৰিৰ পৰা যদি গ্ৰাহকে বিশেষ গুণ পায়, তেনেহ'লে গ্ৰাহকে আৰু সিমান দাম দিব লাগিব।"

এজন জমিদাৰৰ খৰিৰ অতি আৱশ্যক হ'ল। সিদিনাখন তেওঁৰ বিশেষ অতিথি এজন আহিছিল। তেওঁ খৰি কিনিবলৈ বজাৰলৈ আহিল। আন আন খৰিকটীয়াৰ খৰি বিক্ৰী হৈ গৈছিল। তিৰোতাজনীৰ ওচৰলৈ আহি জমিদাৰে খৰিৰ দাম সুধিলে। তাই ক'লে, "খৰিৰ দাম দুটকা। গুণ পালে আৰু বেছি দিব লাগিব।"

তেতিয়া জমিদাৰে খৰিখিনি কিনি ল'লে। খৰি এটুকুৰা নি জ্বলালে। দেখিলে যে এটুকুৰা খৰি, এভাৰ খৰিৰ সমান জ্বলে। গতিকে তেওঁ খৰিভাৰৰ গুণ পালে।

এদিনাখন গাঁৱৰ ডেকা ল'ৰাবিলাকে খাট তৈয়াৰ কৰিবৰ বাবে গছ কাটিবলৈ গ'ল। চানচ্‌লাও সিদিনাখন সিহঁতৰ লগত গ'ল। সি এনে এজোপা গছ কাটিলে, যি জোপাগছত কোনো ভাঁজ-ভুজ নাই। গছ কাটি নি সি খাট তৈয়াৰ কৰিলে আৰু ঘৈণীয়েকক বিক্ৰী কৰিবলৈ পঠিয়ালে। ঘৈণীয়েকে খাটখনৰ দাম কৰিলে একুৰি পাঁচ টকা। জমিদাৰক খাট এখন লাগে। সেয়েহে

জমিদাৰে লগুৱা এজনক খাট কিনিবলৈ পঠিয়ালে। লগুৱাজনে তিৰোতাজনীৰ কাষলৈ গৈ খাটখনৰ দাম সুধিলে।

তিৰোতাজনীয়ে ক'লে, "একুৰি পাঁচ টকা। গুণ পালে আৰু বেছি দাম দিব লাগিব।" ঘৰলৈ গৈ লগুৱাজনে জমিদাৰক খাটখনৰ দামৰ কথা ক'লে আৰু গুণ পালে যে বেছি দিব লাগিব সেইবিষয়েও ক'লে। জমিদাৰে লগুৱাজনক খাটখন কিনি আনিবলৈ হুকুম দিলে। জমিদাৰৰ কথা শিৰোগত কৰি সি খাটখন কিনি আনিলে।

জমিদাৰে নতুনকৈ কিনি অনা খাটখনত অতিথিক শুবলৈ দি নিজে পুৰণি খাটখনত শুলে। খাটখনৰ পিছৰ খুৰাটোৱে কৈছে, "জমিদাৰ মৰিব তাক কাউৰী-শগুণে খাব, আৰু আমাৰ উলুবাৰীত পেলাই থ'ব।" মাজৰটোৱে মাত লগালে, "বেয়া হ'লে কি কৰিম?" মূৰৰ খুৰাটোৱে ক'লে, "ৰ'বা চিন্তা নকৰিবা, উপায় আছে!' আনবোৰ খুৰাই সুধিলে— "কি উপায় আছে?"

তেতিয়া মূৰৰ খুৰাদুটাই ক'লে, "এই মুলুকত যিমান ফুল আছে, শাৰী পাতি ৰুই থ'ব লাগিব। তেতিয়া যমদূতে আহি ফুলনিত ৰমক্জমককৈ ফুলি থকা ফুলবোৰ দেখি চমৎকৃত হ'ব আৰু ৰ লাগি চাই থাকিব। তেতিয়া সি তাৰ কৰ্তব্য পাহৰি যাব আৰু সময়বোৰ অতিক্ৰম কৰিব। তেতিয়া আৰু সি জমিদাৰৰ আত্মা নিব নোৱাৰিব।"

জমিদাৰে খাটৰ খুৰাবোৰৰ কথা একান্তমনে শুনি আছিল। ভয়তে তেওঁৰ হাত-ভৰি পেটতে লুকাল। মূৰৰ খুৰাটোৰ পৰামৰ্শমতে তেওঁ মানুহ পঠিয়াই শাৰী শাৰীকৈ ফুল ৰুলে আৰু কলৰ দোনা কাটি দীপান্বিতা পাতিলে। যমদূত আহিল,— জমিদাৰৰ আত্মা নিবলৈ। যমদূত আহিয়েই অবাক হ'ল। জমিদাৰৰ ফুলনিত নানা ৰং-বিৰঙৰ ফুলবোৰ ৰমক্জমককৈ ফুলি আছে। ফুলবোৰ চাই চাই যমদূত এনেদৰে আপোনপাহৰা হ'ল যে তেওঁ নিজৰ কৰ্তব্যকে পাহৰি গ'ল। নিৰ্ধাৰিত সময় লাহে লাহে পাৰ হৈ গ'ল। গতিকে জমিদাৰৰ সিদিনা আত্মা নিয়া নহ'ল। যমদূত ফিৰি গ'ল। যোৱাৰ সময়ত যমদূতে পিছদিনা জমিদাৰৰ আত্মা নিব বুলি কৈ গ'ল।

খাটৰ খুৰাবোৰে যমদূতৰ কথা শুনি ভয় খালে। তেতিয়া মূৰৰ খুৰা দুটাই মাত লগালে, " ভাইহঁত, ভয় নাই। জমিদাৰে যদি এই কথাবোৰ শুনি আগৰ দৰে কাম কৰে, তেন্তে তেওঁৰ মৰণ নাই। ইয়াৰ উপায় আছে। সিহঁতে আকৌ

ক'লে, "জমিদাৰে যদি নানা তৰহৰ মিঠাই আনি সুন্দৰভাৱে সজাই থয়, তেনেহ'লে যমদূতে জমিদাৰৰ আত্মা নিব নোৱাৰিব।"

জমিদাৰে খুৰাবোৰৰ কথামতে বহুতো মিঠাই আনি বিধে বিধে সজাই থ'লে। যমদূত আহিল আৰু মিঠাইবোৰ খাবলৈ ধৰিলে। ইতিমধ্যে যমদূতৰ সময় উকলি গ'ল। সি নিৰুপায় হৈ জমিদাৰৰ জীৱন নিব নোৱাৰিলে। এইদৰে সি দ্বিতীয় দিনাখনো ফিৰি গ'ল আৰু পিছ দিনা জমিদাৰৰ জীৱন লৈ যাব বুলি কৈ গ'ল।

যমদূতৰ কথা শুনি খাটৰ খুৰাবোৰে কোৱা-কুই কৰিলে,— "কাইলৈকে আমাৰ কোনো উপায় নাই। জমিদাৰৰ জীৱন কাইলৈকে শেষ হ'ব।" মূৰৰ খুৰা দুটাই পুনৰ ক'লে, " উপায় আছে।" জমিদাৰ শুবৰ সময়ত দুৱাৰ মুখখন এনেদৰে বন্ধ কৰিব লাগিব যাতে কেৱল হাত আৰু গলটোহে সোমায়। যেতিয়া যমদূত আহিব, তেতিয়া জমিদাৰে দুৱাৰমুখৰ ভিতৰৰ পৰা আঁঠুকাঢ়ি হাত দুখনেৰে যমদূতক সেৱা কৰিব লাগিব। তেতিয়া যমদূতে এশতকৈ অধিক পৰমায়ু হ'বলৈ আশীৰ্বাদ দিব। তেতিয়া জমিদাৰক যমদূতে মাৰিব নোৱাৰিব।" জমিদাৰে মূৰৰ খুৰা দুটাৰ কথামতে যমদূত অহাত দুৱাৰমুখৰ ভিতৰৰ পৰা সেৱা জনালে।

যমদূতে "ছয়কুৰি বছৰ আয়ুস হওক" বুলি আশীৰ্বাদ দিলে।

যমদূতে আশীৰ্বাদ দি পিছতহে বুজিলে নিজৰ মূৰ্খামিৰ কথা। অৱশেষত যমদূতে পৰাজয় স্বীকাৰ কৰিলে।

জমিদাৰেও এতিয়াহে বুজিলে খৰিভাৰৰ কিমান গুণ। সি চানচ্‌লাক মাতি আনি তেওঁৰ সম্পত্তিৰ এভাগ দিয়াৰ স্থিৰ কৰিলে। লগুৱা এজনক মাতি আনি চানচ্‌লা আৰু তাৰ ঘৈণীয়েকক বিচাৰি আনিবলৈ পঠিয়ালে। কথামতে লগুৱাজনে চানচ্‌লা আৰু তাৰ ঘৈণীয়েকক ক'লেগৈ। চানচ্‌লা আৰু তাৰ ঘৈণীয়েকে বৰ ভয় খালে। জমিদাৰে কিয় বা সিহঁতক মাতি পঠাইছে? কিবা জগৰ লগালে নেকি? চানচ্‌লা আৰু ঘৈণীয়েক জমিদাৰৰ ঘৰলৈ গ'ল। সিহঁতে জমিদাৰক সেৱা জনালে। জমিদাৰে তেতিয়া সিহঁতৰ পৰা নিয়া খৰিভাৰৰ গুণ বৰ্ণনা কৰিলে। যমদূতে আহি কেনেকৈ তেওঁৰ জীউটো নিব খুজিছিল, খাটৰ খুৰা দুটাই কেনেকৈ তেওঁক বচালে, ইত্যাদি সকলো ঘটনা ক'লে। জমিদাৰে চানচ্‌লা আৰু তাৰ ঘৈণীয়েকক খৰিৰ আৰু খাটৰ

গুণ সুঁৱৰি তেওঁৰ অৰ্ধেক সম্পত্তি দিবৰ বাবে সিহঁতক মাতিছে বুলি ক'লে। পোনতে চান্‌চলা আৰু তাৰ ঘৈণীয়েকে অৰ্ধেক সম্পত্তি ল'বলৈ মান্তি হোৱা নাছিল। জমিদাৰে জোৰ কৰি দিয়াত ল'বলৈ বাধ্য হ'ল। এতিয়া চানচ্‌লা আৰু ঘৈণীয়েকৰ আনন্দ চায় কোনে? সিহঁত দুয়োৰে সুখেৰে জীৱন কটাবলৈ ধৰিলে।

# অলচীয়া কোঁৱৰৰ সাধু

এহাল বুঢ়া-বুঢ়ীৰ সাতজন পুতেক আছিল। সৰুজনৰ বাহিৰে বাকী ছয়জনৰ বিয়া হৈ গ'ল। তেওঁলোক খেতিয়ক। সেয়েহে সদায় খেতি কৰিবলৈ যায়। কিন্তু সৰু ভায়েক অলচীয়া কোঁৱৰে খেতি কৰিবলৈ নাযায়। সেইবাবে ভায়েককেইজনে তাক ভাল নাপায়। ভায়েকহঁতে তাক ভাত দিব নোখোজে। কিন্তু ডাঙৰ বৌৱেকজনী আছিল অতি মৰমিয়াল। তাই গোপনে নিজৰ ভাগৰ পৰা অলপ ভাত দিয়ে। অলচীয়া কোঁৱৰে সদায় পথাৰত গৰু চাৰিবলৈ যায়। সি মনে মনে এটি চেৰজা তৈয়াৰ কৰি লৈছিল। সেই চেৰজা বজাই বজাই সি আনন্দ মনেৰে গৰু চাৰি থাকে। চেৰজাৰ সুৰত গৰুবোৰেও মন্ত্ৰমুগ্ধৰ দৰে থুপ খাই নিজৰ ঠাইত ঘাঁহ খাই থাকে। এইদৰে বহুদিন গ'ল।

এদিনাখন ডাঙৰ ককায়েকে ধানৰ মৰণা মাৰিবৰ বাবে গৰু আনিবলৈ গৈ দেখা পালে যে অলচীয়া কোঁৱৰে চেৰজা বজাই গৰু চাৰি আছে। ককায়েকে গৰু আনিবলৈ যোৱা অলচীয়া কোঁৱৰে গমকে নাপালে।

ডাঙৰ ককায়েকক দেখাৰ লগে লগে ক'লী গৰুজনীয়ে নেজডাল ঘূৰাবলৈ ধৰিলে। অলচীয়া কোঁৱৰে কাণসাৰ নকৰা দেখি গৰুজনীয়ে নেজডালেৰে কোঁৱৰক জোৰকৈ কোবাই দিলে। তেতিয়াহে কোঁৱৰৰ জ্ঞান আহিল। ডাঙৰ ককায়েকক দেখা পাই অলচীয়া কোঁৱৰে গান বন্ধ কৰিলে। ডাঙৰ ককায়েকে তাক গালি-শপনি পাৰি ক'লে, "তই গৰু চাৰিবলৈ আহি চেৰজা বজাই বহি থাক। গৰুবিলাকে ঘাঁহ খাবলৈ নাপায়।" এইদৰে কৈ ককায়েকে চাৰিটা হালোৱা গৰু খেদি লৈ আহিল।

সেইদিনাৰ পৰা অলচীয়া কোঁৱৰক কোনেও ভাল নোপোৱা হ'ল। ককায়েকহঁতে নিজৰ ল'ৰা-তিৰোতাক সাৱধান কৰি দিলে যাতে কোনেও অলচীয়া কোঁৱৰক নামাতে আৰু ভাত-পানী নিদিয়ে। তথাপি ডাঙৰ বৌয়েকে কান্দি-কাটি নিজৰ ভাগৰ ভাত দিয়ে। এইদৰে দুখ-কষ্টৰ মাজেৰে অলচীয়া কোঁৱৰৰ দিনবোৰ যাবলৈ ধৰিলে।

এদিনাখন ককায়েকহঁতে অলচীয়া কোঁৱৰক ঘৰৰ পৰা বাহিৰ হৈ যাবলৈ ক'লে। অলচীয়া কোঁৱৰে ককায়েক-বৌৱেকহঁতৰ কৰ্কশ মাত সহ্য কৰিব নোৱাৰি চেৰজাটো লৈ ঘৰৰ পৰা বাহিৰ ওলাল। সি চোতালত ভৰি দিয়েই চেৰজা বজাই বজাই নানা দুখৰ গান গাবলৈ ধৰিলে। ডাঙৰ বৌৱেকে দুখ কৰিবলৈ তাক মানা কৰিলে, আৰু তাই নিজৰ সম্পত্তিৰ এভাগ দিব বুলি কৈ তাক সান্ত্বনা দিলে। তাকে দেখি সৰু বৌৱেকহঁতে ডাঙৰ বৌৱেকক ঠাট্টা কৰিবলৈ ধৰিলে, "বৰ মোহ দেখোন। ভাল দেৱতাৰ জন পাইছ। একেলগে ওলাই গ'লেহে ভাল লাগিব।"

অলচীয়া কোঁৱৰে কান্দি কান্দি চেৰজা বজাই ওলাই গ'ল। তাৰ যি স্থাবৰ সম্পত্তি আছিল, সকলোখিনি ডাঙৰ বৌৱেকৰ নামত দি থৈ গ'ল।

যিদিনাখন অলচীয়া কোঁৱৰ ঘৰৰ পৰা বাহিৰ হৈ গৈছিল, সিদিনাখনৰ পৰা ককায়েহঁতৰ ঘৰত হাঁহ, কুকুৰা, ভৰালৰ ধান, কাঁহী-বাচন আদি নাইকিয়া হ'ল।

তেতিয়াহে ককায়েক আৰু বৌৱেকহঁতে নিজৰ অৱস্থা বুজি অলচীয়া কোঁৱৰক পুনৰ ফিৰি আহিবলৈ ক'লে। কিন্তু অলচীয়া কোঁৱৰ ফিৰি নাহিল। সি গৈ গৈ অটব্য হাবিৰ মাজত এডাল বৃহৎ গছ দেখা পালে। সেই গছডালত এটা বৰ ডাঙৰ খোৰোং আছিল। সেই খোৰোঙটোত সি তাৰ সকলো সা-সম্পত্তি সোমাই থ'লে।

সেই হাবিৰ ওচৰত এহাল বুঢ়া-বুঢ়ী আছিল। অলচীয়া কোঁৱৰে সেই বুঢ়া-বুঢ়ী হালৰ আশ্রয়ত থাকিল। সি বুঢ়া-বুঢ়ীৰ গৰু চাৰি দিছিল। গৰু চাৰি থাকোঁতে এদিনাখন সি এটা মিঠা পুখুৰী আৰু এটা তিতা পুখুৰী দেখা পালে। সাতজনী স্বৰ্গৰ অপ্সৰী পৃথিৱীলৈ নামি আহি সদায় মিঠা পুখুৰীত গা ধোৱে আৰু তিতা পুখুৰীত কাপোৰ ধোৱে। তাৰ পিছত ৰথত উঠি স্বৰ্গলৈ গুচি যায়।

অলচীয়া কোঁৱৰে ঘৰলৈ গৈ বুঢ়া-বুঢ়ীক মিঠা পুখুৰী, তিতা পুখুৰী দেখাৰ কথা আৰু স্বৰ্গৰ অপ্সৰীহঁতে স্বৰ্গৰ পৰা নামি আহি মিঠা পুখুৰীত গা ধুই আৰু তিতা পুখুৰীত কাপোৰ ধুই স্বৰ্গলৈ যোৱা কথা বিৱৰি ক'লে। সেই সাতজনী ছোৱালীৰ ভিতৰত এজনী ছোৱালী ধৰি ৰাখিবলৈ সি মন কৰিলে আৰু বুঢ়া-বুঢ়ীক কথাটো খুলি ক'লে। বুঢ়া-বুঢ়ীয়ে বাধা দি ক'লে, "বোপাই!

সেই ছোৱালীহঁত মনুষ্যৰ কন্যা নহয়, সিহঁত দেৱতাৰ কন্যা। তেনেকৈ নধৰিবা।”

বুঢ়ী-বুঢ়ীৰ কথা নেমানি সি গৰু চাৰিবলৈ গৈ গছজোপাৰ আঁৰত লুকাই থাকিল। অন্যদিনৰ নিচিনাকৈ সেইদিনাও পাৰত কাপোৰ বোৰ থৈ অপ্সৰীহঁতে আনন্দ মনে গা ধুব ধৰিলে। সিহঁতে গা ধুই উঠি আহি দেখে যে অলচীয়া কোঁৱৰে সিহঁতৰ কাপোৰবোৰ লৈ দৌৰিব ধৰিছে। তাকে দেখি সাতজনী ভনীয়েকে ক'লে— “হেৰ কেঁকোৰা খোৱা, কুচীয়া খোৱা নৰমনিচ্, এবাৰ আমাৰ ফালে ফিৰি চা।” সি দেৱকন্যাহঁতৰ কথামতে ফিৰি চোৱাৰ লগে লগে সাতজনী দেৱকন্যাৰ কাপোৰ-কানিবোৰ তাৰ হাতৰ পৰা উৰি আহি সিহঁতৰ গাত পৰিলহি আৰু সিহঁতে কাপোৰবোৰ পিন্ধি ৰথত স্বৰ্গলৈ গুচি গ'ল।

আন এদিনাখন সিহঁত সাতজনী ভনীয়েকে নৈত গা ধুবলৈ বুলি ৰথত উঠিল। সিহঁতৰ সৰু ভনীয়েকজনীয়ে ক'লে— “মই আজি নৈত গা ধুবলৈ নাযাওঁ। মই আজি অশুভ লক্ষণ দেখিছোঁ। মই বাৰে বাৰে উজুটি খাই পৰিব খোজোঁ। তোমালোক যোৱা। মই নাযাওঁ।” কিন্তু ভনীয়েকহঁতে নেৰে। তাই সিহঁতৰ লগত যাবই লাগিব। সিহঁতে সৰু ভনীয়েকক ক'লে, “আমি দেৱকন্যা। আমাক কোনে কি কৰিব পাৰে? আমি নৰমনিচক ভয় কৰি গা ধুবলৈ নাযামনে? বল যাওঁ। তথাপি তাই যাবলৈ সন্মত নোহোৱাত বায়েকহঁতে ক'লে, “ আমাৰ পিতা বায়ু দেৱতা। তেওঁক সকলোৱে ভয় কৰে। গতিকে কিহৰ ভয়? কোনো ভয় নকৰিবা। আমি আছোঁ ব'লা। এতিয়াই ঘূৰি আহিম।” নিৰ্ভয় দিয়া সত্বেও তাই আহিব নোখোজাত হাতত ধৰি জোৰ কৰি লৈ আহিল।

সেইদিনাখন অলচীয়া কোঁৱৰে হাবিৰ মাজত অতি গোপনে চুপি আছে। তাৰ লক্ষ্য কেৱল সৰুজনী দেৱকন্যাৰ ওপৰত। কিন্তু সৰুজনী দেৱকন্যাৰ অন্তৰত ভয়ৰ ভাব ক্ৰমে বেছি হৈ আহিল আৰু তাই চাৰিওফালে ঘূৰি চাই ভাবিলে— নিশ্চয় কিবা এটা অঘটন ঘটিব।

বায়েকহঁতে ইতিমধ্যে নৈত গা ধুব ধৰিছে। সিহঁতে দেখিলে যে সৰুভনীয়েকে তেতিয়াও গা ধুবলৈ পানীত নমা নাই। তাকে দেখি বায়েকহঁতে ক'বলৈ ধৰিলে, “ তুমি কিয় ভয় কৰিছা, আহাঁ গা ধোৱা। আমি

থাকোঁতে ইমান ভয়নে?” এই বুলি সৰু ভনীয়েকক পানীৰ মাজলৈ লৈ গ'ল।

তেতিয়া সিহঁতৰ অনুৰোধত তাই পানীত নামিল আৰু বহু দূৰলৈকে ডুব মাৰি গ'ল। অলচীয়া কোঁৱৰেও এই সুযোগতে সৰু দেৱকন্যাক ৰথত তুলিলৈ পলাল। বায়েকহঁতে সৰু ভনীয়েকক অচলীয়া কোঁৱৰে নিয়া বুলি ভাবিলে। সেই কাৰণে বায়েকহঁতে তাক ফিৰি চাবলৈ মতা সত্ত্বেও সি ফিৰি নাচালে। সৰুভনীয়েকক ৰথখনত নিয়া দেখি উপায় নাপাই তাৰ পিছে পিছে দৌৰিব ধৰিলে আৰু অলচীয়া কোঁৱৰক ফিৰি চাবলৈ অনুৰোধ কৰিলে। কিন্তু সি ফিৰি নাচালে। ডাঙৰ বায়েকহঁতেও সৰু ভনীয়েকৰ পিছে পিছে লৰিবলৈ ধৰিলে।

ইতিমধ্যে অলচীয়া কোঁৱৰ গৈ বুঢ়া-বুঢ়ীৰ ঘৰত উপস্থিত হ'ল। দেৱকন্যাহঁতেও তাৰ পিছে পিছে গৈ বুঢ়া-বুঢ়ীৰ ঘৰ ওলাল। সিহঁতক অহা দেখি অলচীয়া কোঁৱৰে সৰু ভনীয়েকক ঘৰৰ ভিতৰত দৰ্জা বন্ধ কৰি সোমাই ৰাখিলে। ভনীয়েকহঁতে সৰু ভনীয়েকক উলিয়াই দিবলৈ অনুনয় বিনয় কৰিলে। দেৱকন্যাহঁতে তাক ভয় দেখুৱালে “সিহঁতৰ পিতাক বায়ু দেৱতা। পিতাকে যদি কেনেবাকৈ গম পায় তেনেহ'লে তাৰ আৰু ৰক্ষা নাই।” তথাপি অলচীয়া কোঁৱৰ অচল-অটল। সি অকণো ভয় নকৰিলে। উপায় নাপাই দেৱকন্যাহঁতে অলচীয়া কোঁৱৰক গালি-শপনি পাৰি কান্দি-কাটি নিজৰ নিজৰ ৰথ লৈ স্বৰ্গলৈ গ'ল।

দেৱকন্যাহঁতে দেউতাক বায়ু দেৱতাক সকলো কথা বিৱৰি ক'লে। অলচীয়া কোঁৱৰে সৰুজনী ছোৱালীক জোৰ কৰি লৈ যোৱা শুনি বায়ু দেৱতা খঙত জ্বলি-পকি উঠিল। বায়ু দেৱতাই ক'ব ধৰিলে— “মই কোন সি বোধহয় চিনি পোৱা নাই। মোৰ ভয়ত ত্ৰিভুবন কম্পমান। মই স্বৰ্গ, মৰ্ত্য পাতাল উৰুৱাই নিব পাৰোঁ। অলচীয়া কোঁৱৰ কি? সি এটা সামান্য নৰমনিচ।” এইবুলি বায়ুদেৱতাই তৰ্জি-গৰ্জি এছাটি প্ৰকাণ্ড ধুমুহা বতাহ পঠিয়ালে। বতাহৰ কোবত গছ-গছনি, ঘৰ-বাৰী, কিমান যে ভাঙিল তাৰ সীমা— সংখ্যা নাই। মানৱ সমাজত সন্ত্ৰাসৰ সৃষ্টি হ'ল।

“হে ভগৱান, হে ভগৱান, ৰক্ষা কৰা, ৰক্ষা কৰা!” বুলি মানুহে আৰ্তনাদ কৰিবলৈ ধৰিলে; কিন্তু অলচীয়া কোঁৱৰৰ কোনো হানি-বিঘিনি নহ'ল; বৰং

তাৰ ঘৰ-বাৰীবোৰ আগৰদৰে জব্দ হৈহে থাকিল। তাৰ কোনো অনিষ্ট কৰিব নোৱাৰি বায়ু ৰজাই নিজে সৈন্য-সামন্ত লৈ অলচীয়া কোঁৱৰৰ লগত যুদ্ধ কৰিবলৈ গ'ল। অলচীয়া কোঁৱৰে সৰুজনী দেৱকন্যাৰ লগত ঘৰৰ ভিতৰত দৰ্জা বন্ধ কৰি সোমাই থাকিল। বায়ু দেৱতাই তেওঁৰ সৰুজনী ছোৱালীক ফিৰাই দিবলৈ অনুৰোধ কৰিলে। অলচীয়া কোঁৱৰে কোনোমতে দিবলৈ ৰাজি নহ'ল। তেতিয়া বায়ু দেৱতাই তাক যুদ্ধলৈ আহ্বান কৰিলে।

অলচীয়া কোঁৱৰেও যুদ্ধ দিবলৈ ওলাই আহিল। অলচীয়া কোঁৱৰ আৰু বায়ু দেৱতাৰ মাজত ভীষণ যুদ্ধ আৰম্ভ হ'ল। যুদ্ধত বায়ু দেৱতাৰ সৈন্য-সামন্ত পৰাজিত হ'ল। তেতিয়া বায়ু ৰজাই নিজেই অলচীয়া কোঁৱৰৰ লগত যুদ্ধ কৰিলে, কিন্তু অৱশেষত বায়ু দেৱতাও অলচীয়া কোঁৱৰৰ লগত হাৰিল। অলচীয়া কোঁৱৰৰ দৰে ডাঙৰ বীৰ ক'তো নাই বুলি জানি বায়ু দেৱতাই নিজৰ ছোৱালীক তাৰ লগতে বিয়া দিলে। বুঢ়া-বুঢ়ীৰ আনন্দ চায় কোনে?

বিয়া হৈ যোৱাৰ কিছুদিন পিছত সি ঘৰলৈ উভতি যাবলৈ স্থিৰ কৰিলে। দেৱকন্যাক লগত লৈ সি ঘৰ বুলি ৰাওনা হ'ল। ঘৰলৈ আহি অলচীয়া কোঁৱৰে দেখে যে ভায়েকহঁতৰ আৰ্থিক অৱস্থা একেবাৰে বেয়া। সিহঁতে খাবলৈ নাপাই শুকাই-ক্ষীণাই গৈছে। ঘৰ-বাৰী ভাগি-ছিগি গৈছে। খেতি-পথাৰত ধান নোহোৱা হৈছে। কাঁহী-বাটি, সাজ-বাচন একোৱে নোহোৱা হৈছে। অলচীয়া কোঁৱৰে যিদিনা খনৰ পৰা ঘৰ এৰিছে, সেইদিনাখনৰ পৰাই লক্ষ্মীয়েও সিহঁতক এৰা দিছিল। অলচীয়া কোঁৱৰক দেখি ককায়েকহঁতৰ বৰ দুখ লাগিল। সিহঁতে বুজি পালে তাক ত্যাগ কৰাৰ ফলতেই সিহঁতক লক্ষ্মীয়ে এৰিছে আৰু সেইবাবে সিহঁতে আজি দুৰৱস্থাৰ সন্মুখীন হৈছে। অলচীয়া কোঁৱৰক ভায়েকহঁতে ক্ষমা খুজিলে আৰু সিহঁতে তাক বাল বাবলৈ মানা কৰিলে। অলচীয়া কোঁৱৰ অহাৰ লগে লগে লক্ষ্মী পুনৰ ফিৰি আহিল। অলচীয়া কোঁৱৰে ঘৰৰ পৰা নিয়া যিবোৰ সম্পত্তি গছৰ খোন্দত থৈ দিছিল। সেইবোৰ নিজে নিজে ঘূৰি আহিল। ইয়াৰ পিছত মিলিজুলি মহা-সুখেৰে সি দিন নিয়াব ধৰিলে।

অলচীয়া কোঁৱৰৰ এটি ল'ৰা জন্মিল। এদিনাখন অলচীয়া কোঁৱৰ পথাৰলৈ হাল যাবলৈ গৈছিল। অলচীয়া কোঁৱৰৰ বাপেকে সৰু বোৱাৰীয়েকক ক'বলৈ ধৰিলে, "আই, তুমি গান গাই গাই, নাচি দেখুৱাব লাগে।" তেতিয়া

বোৱাৰীয়েকে চিন্তা কৰিলে। তাইৰ স্বামী ঘৰত নাই। সেই অৱস্থাত নাচা অসম্ভৱ। সেইবাবে তাই শহুৰেকক ক'লে যে তাইৰ স্বামী অনুপস্থিত, গতিকে তাই নাচিব নোৱাৰে। শহুৰেকে নেৰেহে নেৰে। বোৱাৰীয়েক নিৰুপায়ত পৰিল। আনহাতে তাই কেঁচুৱাটোক গাখীৰ খুৱাই আছিল। সি যিয়ে নহওক, শহুৰেকৰ আদেশ অনুসৰি তাই নাচিবলৈ ৰাজি হ'ল। কেঁচুৱাটোক গাখীৰ খুৱাই বিচনাত শুৱাই থ'লে। তাইৰ হাতত এটি সোণৰ আঙঠি আছিল, সেই আঙঠিটো ল'ৰাৰ মুখত দিলে। সেই আঙঠিটো ল'ৰাটোৱে চুহি থাকিলে তাৰ ভোক, পিয়াহ একো নালাগে। যিহেতু সেই আঙঠিটোতে যাদু মন্ত্ৰ আছিল।

শহুৰেকে চেৰজা বজাবলৈ আৰম্ভ কৰিলে। অলচীয়া কোঁৱৰৰ ঘৈণীয়েকে ক'লে যে চেৰজা যদি উচ্চ সুৰত বজায় তেতিয়া তাই উচ্চৰ পৰা উচ্চলৈ গৈ স্বৰ্গ পাবগৈ, আৰু যদি চেৰজা নিম্ন সুৰৰ পৰা নিম্নলৈ বজায় তেতিয়া তাই নাচি নাচি পৃথিৱীলৈ নামি আহিব। তাই যেনেদৰে ক'লে শহুৰেকে তেনেদৰে চেৰজা বজাবলৈ সন্মত হ'ল।

শহুৰেকে কিন্তু বহুদিন আগৰে পৰা তাইৰ ওপৰত প্ৰতিশোধ ল'বলৈ চাই আছিল।

নাচ আৰম্ভ হ'ল। শহুৰেকে ইমান উচ্চ সুৰত চেৰজা বজাবলৈ ধৰিলে যে বোৱাৰীয়েকে নাচি নাচি ঊৰ্ধ্বৰ পৰা ঊৰ্ধ্বতৰ হৈ আকাশ মাৰ্গত নাচিবলৈ ধৰিলে।

তাই এতিয়াহে বুজিলে স্বামীৰ বিনা অনুমতিত নচাৰ কি ভীষণ পৰিণাম। তাই বুজিলে শহুৰেকে বুদ্ধি কৰি তাইক নচুৱাৰ ছলেৰে ঘৰৰ পৰা বাহিৰ কৰি দিলে। তাই ভাবিলে— যদি গিৰিয়েক থাকিহেঁতেন, তেতিয়া গিৰিয়েকে চেৰজা নিম্ন সুৰত বজালেহেঁতেন আৰু তেতিয়া তাই নাচি নাচি পৃথিৱীৰ বুকুলৈ নামি আহিব পাৰিলেহেঁতেন। কিন্তু এতিয়া আৰু কোনো উপায় নাই; গিৰিয়েক গৈছে পথাৰত কাম কৰিবলৈ। অলচীয়া কোঁৱৰেতো এইবোৰ একো নাজানে। যদি এইবোৰ কথা জানিলেহেঁতেন, তেতিয়া বিপদৰ ইংগিত দিব পাৰিলেহেঁতেন। অন্যথা তাইৰ ল'ৰাটোও মৰিব পাৰে।

তাই চুলিটাৰী ৰ'দত এনেদৰে মেলি ধৰিলে যাতে য'ত গিৰিয়েকে হাল বাই আছে তাতেই তাইৰ ছাঁটো পৰে।

ৰ'দৰ ছাঁত তাইৰ চুলিটাৰী পৰি প্ৰতিবিম্বিত হৈ থকা অলচীয়া কোঁৱৰৰ চকুত পৰিল। সি ওপৰলৈ চাই দেখে ঘৈণীয়েকে আকাশ মাৰ্গৰ ওপৰৰ পৰা ওপৰলৈ নাচি নাচি যাব লাগিছে। ঘটনা দেখি সি অবাক আৰু আচৰিত হৈ ঘৰলৈ দৌৰি আহিল। সি দেখিলে যে কেঁচুৱাটোৱে আঙঠি চুহি আছে আৰু পিতাকে চেৰজা বজাই আছে। ঘটনাটো বুজিবলৈ তাৰ বাকী নাথাকিল। সি কান্দি কান্দি ঘৰৰ পৰা বাহিৰ ওলাল। সি গৈ গৈ এখন হাবি পালে। সেই হাবিত এটা ডাউক চৰাই দেখা পালে। ডাউকটোৱে তাক দেখা পাই তাৰ কি হৈছে সুধিলে।

অলচীয়া কোঁৱৰে সকলো ঘটনা বিবৰি ক'লে। ডাউকে ক'লে, "তুমি চিন্তা নকৰিবা। মোৰ স্ত্ৰী স্বৰ্গলৈ ফুল দিবলৈ গৈছে। তাই ঘূৰি আহিলে সকলো খবৰ পোৱা যাব। তেতিয়া তোমাক স্বৰ্গলৈ লৈ যাম।"

ডাউকৰ ঘৈণীয়েক স্বৰ্গৰ পৰা আহিল। স্বৰ্গৰ আটাইবোৰ বাতৰি ডাউকক দিলে। লগতে বায়ু ৰজাৰ সৰু জীয়েকৰ ইন্দ্ৰৰ পুতেকৰ লগত বিয়া হ'ব বুলিও খবৰ দিলে।

অলচীয়া কোঁৱৰেও স্বৰ্গৰ খা-খবৰ শুনি আছিল। তাৰ ঘৈণীয়েক অৰ্থাৎ বায়ু ৰজাৰ জীয়েকৰ ইন্দ্ৰৰ পুতেকৰ লগত বিয়া হ'ব বুলি শুনি তাৰ বৰ দুখ লাগিল। অলচীয়া কোঁৱৰে ইন্দ্ৰৰ হাতৰ পৰা তাইক কেনেকৈ ৰক্ষা কৰে তাৰ উপায় ডাউকক সুধিলে। ডাউকে তাৰ বাবে চিন্তা নকৰিবলৈ ক'লে। ডাউকে ক'লে, "ইয়াৰ বাবে উপায় আছে। তোমাক আৰু তোমাৰ ল'ৰাক যাদু মন্ত্ৰৰ দ্বাৰা স্বৰ্গলৈ উৰাই লৈ যাম। তোমালোক দুয়োজনকে দুটা চিকৰত পৰিণত কৰিম। তোমালোক দুয়োজনে আমাৰ গাত খামোচ মাৰি ধৰিবা। আমি তোমালোকক স্বৰ্গলৈ উৰুৱাই নি পুনৰ মানুহত পৰিণত কৰিম।"

অলচীয়া কোঁৱৰ সন্মত হ'ল। ডাউকে যাদুমন্ত্ৰৰ বলেৰে অলচীয়া কোঁৱৰ আৰু তাৰ ল'ৰাক দুটা চিকাৰত পৰিণত কৰিলে। ডাউক আৰু ডাউকনীয়ে চিকৰ ৰূপী পিতাক আৰু পুতেক দুয়োজনকে পিঠিত তুলি স্বৰ্গলৈ উৰা মাৰিলে।

সিহঁত গৈ স্বৰ্গত উপনীত হ'ল। বায়ু ৰজাৰ জীয়েকৰ লগত ইন্দ্ৰৰ পুতেকৰ বিয়া পাতিছে। বায়ুৰ জীয়েকৰ ইন্দ্ৰৰ পুতেকৰ লগত বিয়া হোৱাত আপত্তি। ইন্দ্ৰ কিন্তু দৃঢ় সংকল্প— বায়ুৰ জীয়েকক তেওঁৰ পুতেকৰ্কৈ বিয়া কৰাবই।

ইতিমধ্যে ভাৰ-ভেটিৰ বন্দবস্ত কৰা হৈছিল। বায়ু ৰজাই আগতে সন্মতি দিছিল; যদিও অলচীয়া কোঁৱৰৰ বল-বিক্ৰমৰ ভয়ত পিছলৈ অসন্মত হৈছিল। বায়ু ৰজাই ইন্দ্ৰক বুজাই-বঢ়াই সন্মত কৰাব নোৱৰি শেষত ৰাজি হ'ল।

কন্যা নোৱাৱৰ বাবে ছোৱালীবিলাকে পানী তুলিবলৈ নৈৰ ঘাটলৈ আহিল। অলচীয়া কোঁৱৰেও নৈৰ ঘাটৰ হাবি এখনত লুকাই আছিল। ছোৱালীবিলাকে কলহত পানী ভৰাই লৈ যাবলৈ ওলাল। কিন্তু যিটো কলহৰ পানীৰে কন্যা নোৱাবলৈ পানী নিবলৈ আহিছিল, সেই কলহটো ছোৱালীহঁতে দাঙিব নোৱাৰিলে। সিহঁত আটায়ে আচৰিত হ'ল। তেতিয়া অলচীয়া কোঁৱৰে নৈৰ ঘাটলৈ আহি ছোৱালীহঁতক সুধিলে— "তোমালোকৰ কি হৈছে?" সিহঁতে ক'লে যে বায়ুৰ জীয়েকৰ লগত ইন্দ্ৰ দেৱতাৰ পুতেকৰ বিয়া। সিহঁতে কন্যা নোৱাবৰ বাবে পানী নিবলৈ আহিছে। কিন্তু যি কলহটোতে নোৱাবৰ বাবে পানী নিবলৈ লোৱা হৈছে সেই কলহটো ইমান গধুৰ হৈ পৰিছে যে সিহঁতে দাঙিব পৰা নাই। অলচীয়া কোঁৱৰে মনে মনে হাঁহিলে, কাৰণ সি নিজেই মন্ত্ৰৰ দ্বাৰা তেনে কৰিছে।

অলচীয়া কোঁৱৰে ক'লে যে সি নিজেই এবাৰ কলহটো দাঙিব পাৰে নে নোৱাৰে যত্ন কৰি চাব খোজে। ছোৱালীবিলাকে ক'লে যে সিহঁত আটাই-কেউজনীয়ে গাৰ জোৰ দি দাঙিবলৈ চেষ্টা কৰিও বিফল হ'ল। গতিকে সিও নোৱাৰে। ছোৱালীবিলাকে তাক ইতিকিং কৰিলে।

অলচীয়া কোঁৱৰে ছোৱালীহঁতক অলপ আঁতৰি যাবলৈ ক'লে। ছোৱালীহঁত আঁতৰি গ'ল। সি সেই সুযোগতে বায়ু ৰজাৰ জীয়েকে ল'ৰাটোক যি আঙঠিটো চুহি থাকিবলৈ দি আহিছিল সেই আঙঠিটো কলহত পেলাই দিলে। কলহটো মন্ত্ৰৰ বলত পাতল হৈ পৰিল। সি ছোৱালীবিলাকক কলহটো দাঙি চাবলৈ ক'লে। কিন্তু কি আচৰিত! কলহটো পাতল হৈ পৰিল। মানুহজন কোনোবা যাদুকৰ বুলি সিহঁতৰ ধাৰণা হ'ল। পানী লৈ সিহঁত গুচি গ'ল। ধুমধামেৰে বিয়াৰ আয়োজন কৰা হৈছে। বিয়াৰ গান-বাজনা বাজি উঠিল। অলচীয়া কোঁৱৰে সকলো শুনিলে। তাৰ মনত বৰ বিষাদ।

কন্যা নোৱাবৰ সময় হ'ল। কলহৰ পানী কন্যাৰ গাত ঢালি দিলে। পানী ঢালি দিয়াত আঙঠিটো ওলাই পৰিল। কন্যাই আঙঠিটো চাই বুজিলে, আঙঠিটো তাইৰ নিজৰ। পূৰ্বৰ সকলো কথা তাইৰ মনত পৰিল। তাইৰ

বুজিবলৈ বাকী নাথাকিল এই আঙঠিটো অলচীয়া কোঁৱৰে স্বৰ্গলৈ লৈ আহিছে। তাইৰ মুখত আনন্দৰ ভাব বিৰিঙি উঠিল। তাই বিয়াৰ বাবে গা ধুব এৰি গুচি আহিল আৰু অলচীয়া কোঁৱৰক বিচাৰিবলৈ ধৰিলে।

বায়ুদেৱতায়ো অলচীয়া কোঁৱৰ অহা গম পাই বিয়া বন্ধ কৰি দিলে আৰু অলচীয়া কোঁৱৰক বিচাৰিবলৈ দূতবিলাকক পঠিয়ালে। ৰাজদূতবিলাকে অলচীয়া কোঁৱৰক বিচাৰি লৈ আহিল। অলচীয়া কোঁৱৰে বায়ু ৰজাক বিয়া বন্ধ কৰিবলৈ ক'লে। বায়ু ৰজাই সন্মতি দিলে। বায়ু দেৱতাই ইন্দ্ৰ বিয়া বন্ধ কৰিবলৈ অনুৰোধ কৰিলে। ইন্দ্ৰদেৱতা কিন্তু অসন্মত।

বায়ু দেৱতাৰ সৈন্য আৰু ইন্দ্ৰ দেৱতাৰ সৈন্যৰ মাজত ঘোৰতৰ যুদ্ধ হ'ল। যুদ্ধত ইন্দ্ৰদেৱতাৰ সৈন্য পৰাজিত হ'ল। এতিয়া ইন্দ্ৰ আৰু কোঁৱৰৰ যুদ্ধ আৰম্ভ হ'ল। যুদ্ধত অলচীয়া কোঁৱৰৰ হাতত ইন্দ্ৰই পৰাজয় স্বীকাৰ কৰে। সেই সময়ত ইন্দ্ৰৰ ঘৈণীয়েক গৰ্ভৱতী আছিল। তেওঁৰ এটি সন্তান জন্ম হ'ল। তেওঁৰ নাম পিছলা কোঁৱৰ। পিছলা কোঁৱৰ বৰ পিছল। তাক যুদ্ধত পৰাজয় কৰা সহজ নহয়।

অলচীয়া কোঁৱৰ আৰু পিছিলা কোঁৱৰৰ মাজত ভীষণ যুদ্ধ হ'ল। কোনোৱে কাকো পৰাজয় কৰিব নোৱাৰে। অলচীয়া কোঁৱৰ চিন্তিত। কি উপায়ে পিছলা কোঁৱৰক পৰাস্ত কৰিব পাৰে। হঠাৎ তাৰ উপায় এটা মনত পৰিল। সি শহুৰেক বায়ু দেৱতাক স্মৰণ কৰিলে। বায়ু দেৱতাক স্মৰণ কৰা মাত্ৰকে তেওঁ উপস্থিত হ'লহি। বায়ু দেৱতাক অলচীয়া কোঁৱৰে সাহায্য খুজিলে। বায়ু দেৱতায়ো ধুলি-বালি আদি উৰুৱাই আনি পিছলা কোঁৱৰৰ গাত জাপি দিলে। পিছলা কোঁৱৰৰ গাত ধূলি লাগি ধৰিলে।

অলচীয়া কোঁৱৰ আৰু পিছলা কোঁৱৰৰ মাজত পুনৰ যুদ্ধ আৰম্ভ হ'ল। যুদ্ধত পিছলা কোঁৱৰ পৰাজিত হ'ল।

যুদ্ধত জয়ী হৈ অলচীয়া কোঁৱৰে নিজৰ ঘৰলৈ অৰ্থাৎ মৰ্ত্য ভূমিলৈ ঘূৰি আহিবলৈ স্থিৰ কৰিলে। এতিয়া সি নিজৰ ঘৈণীয়েকক ভুলাই আনিবলৈ চেৰজা বজালে। চেৰজাৰ সুৰৰ ধ্বনিয়ে আকাশ-পাতাল মুখৰিত কৰিলে। চেৰজাৰ সুৰৰ ধ্বনি অলচীয়া কোঁৱৰৰ ঘৈণীয়েকৰ কাণত পৰিল। তাই সেই সুমধুৰ ধ্বনিত ৰৈ থাকিব নোৱাৰিলে। তাই দৌৰি আহিল। অলচীয়া কোঁৱৰ আৰু পুতেকক তাই দেখা পালে। পুত্ৰক দেখি তাই [illegible]ট মাৰি ধৰিবলৈ

গ'ল। অলচীয়া কোঁৱৰে পুতেকক কোলাত তুলি লৈ চেৰজা বজাই মৰ্ত্যভূমিলৈ নামিব ধৰিলে। অলচীয়া কোঁৱৰৰ ঘৈণীয়েকো চেৰজাৰ মূৰ্ছনাত আকুল হৈ আৰু ল'ৰাৰ মোহত বিয়াকুল হৈ পিছে পিছে লৰি আহিব ধৰিলে। অলচীয়া কোঁৱৰে চেৰজা বজাই বজাই মৰ্ত্যভূমি পালেহি। ঘৈণীয়েকো পিছে পিছে আহি পৃথিৱী পালে।

মৰ্ত্যভূমিত সিহঁতৰ মিলন হ'ল। লক্ষ্মীদেৱী আৰু ডাউকে সিহঁতৰ মধুৰ মিলন স্থায়ী হ'বলৈ আশীৰ্বাদ দি অন্তৰ্ধান হ'ল।

# ৰাজপুত্ৰৰ কাহিনী

এখন ৰাজ্যত এজন ৰজা আছিল। সেই ৰাজ্যত সঘনে ডকাইতি হৈছিল। গতিকে প্ৰজাবিলাকৰ চিন্তা হ'ল— ডকাইতহঁতক সিহঁতে ধৰে কেনেকৈ?

ৰজাৰ পুতেক আছিল তিনিজন। সিহঁতক ডকাইত ধৰিবলৈ পঠিয়ালে। ৰাজকোঁৱৰহঁতে ডকাইত ধৰিবলৈ পহৰা দিলে।

ৰাজকোঁৱৰকেইজনে প্ৰতি নিশাই পহৰা দি ভাগৰি পৰিছে। চোৰ-ডকাইত ক্ৰমে লোপ পাই আহিছে। তিনিজন ভায়েক-ককায়েকে আলোচনা কৰিলে যে এতিয়া ডকাইতবোৰ নাইকিয়া হৈ আহিছে। গতিকে সিহঁতে দুই-এদিনৰ ভিতৰতে অলপ জিৰণি লৈ ঘৰলৈ যাব। এইদৰে আলোচনা কৰি ৰাজকোঁৱৰ আৰু আন আন পহৰাদাৰসকল ঘৰলৈ গুচি গ'ল।

ৰজাৰ সৰু ল'ৰাটো ঘৰলৈ গৈ থাকোঁতে বাটতে ৰাজলক্ষ্মীক দেখা পাই ৰাজকোঁৱৰে সুধিলে— "আই, তুমি ক'লৈ যোৱা?" তেওঁ উত্তৰ দিলে,— "ৰজা নথকা দেশত মই নাথাকোঁ।" তেতিয়া ৰাজকোঁৱৰে ৰাজলক্ষ্মীক কাৰণটো কি সুধিলে। ৰাজলক্ষ্মীয়ে ৰাজকোঁৱৰক বাট এৰি দিবলৈ ক'লে। ৰাজকোঁৱৰে ৰাজলক্ষ্মীক ৰাজ্য এৰি নাযাবলৈ বহুত কাকূতি-মিনতি কৰিলে, কিন্তু ৰাজলক্ষ্মীয়ে ৰাজকোঁৱৰৰ কথা নুশুনি ক্ষন্তেকতে অন্তৰ্ধান হ'ল।

ৰাজকোঁৱৰ ৰাজ-ভৱনলৈ গ'ল। তেতিয়া মাজনিশা। ৰজা ঘোৰ টোপনিত লালকাল হৈ পৰি আছে। সকলোফালে নিমাত-নিতাল। ৰাজপুত্ৰই চাবিৰে ৰাজ কপাট খুলি ভিতৰ সোমাল। এনেতে তেওঁ দেখিবলৈ পালে যে ৰজাৰ শয়ন-কক্ষৰ ফালে এটা বিষাক্ত সাপে ভীষণ মূৰ্তি ধৰি আহিব ধৰিছে। ৰাজপুত্ৰৰ বুজিবলৈ বাকী নাথাকিল যে সাপটোৱে ৰজাৰ প্ৰাণ নিবলৈ আহিছে। ৰাজকোঁৱৰে ততালিকে খাপৰ পৰা তৰোৱাল উলিয়াই ল'লে। সাপটো ৰজাৰ শয়ন-কক্ষৰ ফালে যাবলৈ ধৰিছে। ৰাজপুত্ৰই অতি বেগেৰে গৈ সাপটোক দুটুকুৰা কৰিলে।

তাৰ পিছত সাপটো কাটি দম কৰি থ'লে। সাপটো টুকুৰ-টুকুৰি কৰি

কাটোতে তেজ ছিটিকি ৰাণীৰ হাতত পৰিল। ৰাজকোঁৱৰে ভাবিলে এতিয়া ৰাণীৰ বিপদ হ'ব, কিয়নো সাপৰ বিষ সৰ্বশৰীৰত বিয়পি পৰিব। সেই কাৰণে ৰাজকোঁৱৰে নিজৰ জীৱন বিপদাপন্ন কৰি ৰাণীৰ হাতত পৰি থকা তেজবোৰ চেলেকি পেলালে। ৰাণীয়ে হঠাৎ সাৰ পাই ৰাজপুত্ৰক দেখিলে। ৰাজকোঁৱৰ শয়ন-কক্ষৰ পৰা ধীৰে ধীৰে ওলাই গ'ল।

ৰাণীয়ে ৰজাক জগাই তুলি, ৰাজকোঁৱৰে তেওঁৰ সতীত্ব নাশ কৰিবলৈ অহা বুলি ক'লে। তদুপৰি ৰাজকোঁৱৰে কৰ্তব্যৰ প্ৰতি অৱহেলা কৰিছে বুলিও অভিযোগ তুলিলে।

ৰজাই ৰাজকোঁৱৰৰ বিচাৰৰ কাৰণে ৰাজসভা পাতিবলৈ আদেশ দিলে। ৰাজসভা বহিল। পাত্ৰ-মিত্ৰ, ডা-ডাঙৰীয়া সভাসদ আদিও বিচাৰলৈ আহিল। প্ৰথমতে ডাঙৰ ৰাজকোঁৱৰক বিচাৰলৈ মতা হ'ল। ৰাজকোঁৱৰে ৰাজসভালৈ আহি পিতা-মাতাক সেৱা জনাই তেওঁক কিয় ৰাজসভালৈ মতা হ'ল তাৰ কাৰণ সুধিলে। কৰ্তব্যৰ প্ৰতি অৱহেলা কৰি ৰাজদ্ৰোহ কৰাৰ কাৰণ ৰজাই ৰাজকোঁৱৰক সুধিলে। ৰাজকোঁৱৰে ক'লে যে তেওঁক মাৰকেই বা কাটকেই এটা গল্প ক'ব খোজে। তাৰ পিছত যদি প্ৰয়োজন হয় মৃত্যুদণ্ড দিব।

ৰাজকোঁৱৰে গল্প ক'ব ধৰিলে,—"মহাৰাজ এখন ৰাজ্যত এজন ৰজাৰ সুপক্ষী নামেৰে এটা পক্ষী আছিল। এই পক্ষীটো ৰজাই বনৰ পৰা ধৰি আনিছিল। লগৰীয়া পক্ষীবোৰে মাজে মাজে সুপক্ষীৰ খবৰ ল'বলৈ আহে, আৰু দুই-এদিন থাকি গুচি যায়। এদিন সুপক্ষী তেওঁৰ লগৰীয়াবোৰৰ লগত বনলৈ গ'ল। পক্ষীবোৰে সুপক্ষীক ভাল ভাল ফল খাবলৈ দিলে। পক্ষীটো ৰজাৰ অতি মৰমিয়াল আছিল। সি তাৰ লগৰীয়া পক্ষী এটিক অমৰণ ফল আনিবলৈ দিলে। সুপক্ষীয়ে অমৰণ ফল আনিবলৈ দিলে। সুপক্ষীয়ে অমৰণ ফল লৈ লগৰীয়াবোৰক ধন্যবাদ দি বিদায় গ্ৰহণ কৰিলে। অমৰণ ফল লৈ সুপক্ষী হাউলীলৈ উৰা মাৰি গ'ল। সুপক্ষীয়ে ৰজালৈ অমৰণ ফল অনা বুলি ক'লে আৰু সেই ফল খালে অমৰ হ'ব বুলিও ক'লে।

ৰজাই যেতিয়া পৰীক্ষা কৰিবৰ কাৰণে ফলটোৰ অলপ কাটি কুকুৰ এটাক খাবলৈ দিলে, কুকুৰটো ক্ষন্তেক পিছতে মৰিল। তেতিয়া ৰজাই ভাবিলে যে সুপক্ষীয়ে তেওঁক মাৰিবলৈ ষড়যন্ত্ৰ কৰিছে, এই বুলি ভাবি সুপক্ষীক শাস্তিৰ হুকুম দিলে।

ৰজাই ফলটোৰ বাকীডোখৰ ৰাজহাউলীত পুতি থ'বলৈ ক'লে যাতে অপৰাধীক বিষ-বৃক্ষৰ ফল খুৱাই মাৰিব পাৰে।

সেই দেশত এহাল বুঢ়া-বুঢ়ী আছিল। সিহঁত দুয়ো বহুদিন বেমাৰত ভুগি আছিল। খুজি মাগি কোনোমতে খায়। সিহঁতৰ দিনবোৰ অতি কষ্টেৰে পাৰ হৈছিল। বুঢ়া-বুঢ়ীয়ে ঠিক কৰিলে যে দুখ-কষ্টৰ মাজত জীৱন-যাপন কৰাতকৈ বিষ-বৃক্ষৰ ফল খাই মৰাই ভাল।

ভিক্ষা কৰি গৈ গৈ ৰজাৰ ৰাজহাউলীৰ ওচৰত থকা বিষ-বৃক্ষৰ তলত সিহঁত দুয়ো জিৰণি ল'লে। এই সময়ত বিষ-বৃক্ষৰ তলত পহৰা দিয়া পহৰাদাৰ কিবা কাৰণত এঠাইলৈ যাব লগা হ'ল।

বিষ-বৃক্ষৰ পৰা এটা ফল সৰি পৰিল। বুঢ়া-বুঢ়ীয়ে ফলটো খালে। ফলটো খোৱাৰ লগে লগে বুঢ়া-বুঢ়ী ডেকা হৈ পৰিল। সিহঁতৰ গাল-মুখ ৰঙা হৈ পৰিল। পহৰাদাৰজন আহিল। বিষ-বৃক্ষৰ ফল খোৱা বাবে সি বুঢ়া-বুঢ়ীক গালি পাৰিবলৈ ধৰিলে! বুঢ়া-বুঢ়ীয়ে সিহঁতৰ সকলো কথা বিবৰি ক'লে। ফলটো খোৱাৰ লগে লগে যে বুঢ়া-বুঢ়ীয়ে ডেকা-গাভৰু হৈ পৰিল তাকো ক'লে।

পহৰাদাৰজনে গৈ সকলো ঘটনা ৰজাক জনালে। ৰজাই বুঢ়া-বুঢ়ীক মতাই আনি বিচাৰ আৰম্ভ কৰিলে। বুঢ়া-বুঢ়ীয়ে ৰজাক সকলো কথা ক'লে। ৰজাই বুঢ়া-বুঢ়ীৰ কথা বিশ্বাস নকৰিলে। এজন ভৃত্যৰ হতুৱাই বিষ-বৃক্ষৰ ফল অনাই বুঢ়া-বুঢ়ীক খাবলৈ দিলে। বুঢ়া-বুঢ়ীয়েও আনন্দমনে খালে। ফল খোৱাৰ লগে লগে বুঢ়া-বুঢ়ী পূৰ্ণ যৌৱনপ্ৰাপ্ত হৈ উঠিল। ৰজাই তেতিয়া সুপক্ষীক অনাই বন্দী কৰি থোৱা সুপক্ষীৰ প্ৰতি কৰা অন্যায়ৰ বাবে আক্ষেপ কৰিলে। ৰাইজে ঘটনাটো শুনি ৰাজকোঁৱৰক 'ধন্য ধন্য' বুলি শলাগিলে। ৰাজকোঁৱৰে ক'লে,—"মহাৰাজ এতিয়া মোক কি কৰে কৰক।"

ৰজাই কথাটো বুজি তাক এৰি দিলে।

দ্বিতীয় ৰাজকোঁৱৰক মতাই অনালে। দ্বিতীয়জনেও মাক-বাপেকক সেৱা কৰি তাক কিয় মাতিছে সুধিলে। ৰজাই আগৰ দৰে তাকো কটু কথা ক'বলৈ ধৰিলে। তেতিয়া ৰাজকোঁৱৰে ডাঙৰ ককায়েকৰ নিচিনাকৈ বিচাৰৰ আগতে এটা কাহিনী ক'ব খুজিলে। তাৰ পিছত ৰজা আৰু সভাসদসকলে তাক যি কৰে কৰিব— সি ৰজাৰ হুকুম বিচাৰিলে। ৰজাই তাক কাহিনীটো ক'বলৈ

আদেশ দিলে। ৰাজকোঁৱৰে ক'বলৈ ধৰিলে—

"এজনী তিৰোতাই এদিনাখন সন্তানটো চোতালত শুৱাই থৈ পানী আনিবলৈ গৈছিল। তাই ৰখীয়া হিচাপে কুকুৰ এটা থৈ গৈছিল। কুকুৰটো আছিল প্ৰভু-ভক্ত আৰু জ্ঞানী। ইতিমধ্যে এটা সাপে ল'ৰাটোৰ ওচৰলৈ আহিব ধৰিছে। তাকে দেখি কুকুৰটোৱে সাপটো কামুৰি মাৰি পেলালে। তাৰ পিছত সি তিৰোতাজনীক খবৰ দিবলৈ নদীৰ পাৰলৈ দৌৰ মাৰিলে। তিৰোতাজনীয়ে কুকুৰটোৰ মুখখন তেজৰে ৰাঙলী হৈ থকা দেখিলে। তাই ভাবিলে, কুকুৰটোৱে নিশ্চয় কেঁচুৱাটো খাই আহিছে। সেয়েহে তাৰ মুখত তেজ লাগি আছে। তাই খঙতে হিতাহিত জ্ঞান হেৰুৱাই কুকুৰটো মাৰি পেলালে। কুকুৰটো মৰিল।"

ৰাজকোঁৱৰে তেতিয়া ৰজা আৰু সভাসদ সকলক ক'লে,—"এতিয়া কি কৰে কৰক।" সভাসদসকলে 'ধন্য ধন্য' বুলি শলাগিলে। ৰজাই তেতিয়া ৰাজকোঁৱৰক বিদায় দিলে।

শেষত সৰু যুৱৰাজক ৰাজসভালৈ অনালে। যুবৰাজ ৰাজসভাত উপস্থিত হ'ল। ৰজাই ভাবিলে, আচল অপৰাধী এতিয়াহে আহিছে। ৰজাই ৰাজকোঁৱৰক ভৰ্ৎসনা কৰিবলৈ ধৰিলে। বিচাৰ আৰম্ভ হ'ল। ৰজাই ক'লে, " তোমাক কিয় মৃত্যুদণ্ড দিয়া নহ'ব, তাৰ কৈফিয়ৎ দিয়া।" তেতিয়া যুৱৰাজে ক'লে— "মহাৰাজ, মোক এটা কাহিনী ক'বলৈ আদেশ দিয়ক।" ইয়াৰ পিছত মোক যি দণ্ড দিয়ে দিব।" ৰজাই ক'লে, "যি ক'ব লগা আছে, সোনকালে কোৱা।" তেতিয়া যুবৰাজে ৰাজ-লক্ষ্মীক ৰাজকোঁৱৰে কেনেকৈ লগ পালে আৰু সি লক্ষ্মীক এৰি নাযাবলৈ কিমান কাকুতি মিনতি কৰিলে, তথাপি যে ৰাজ-লক্ষ্মীয়ে দেশ এৰি গ'ল, সাপে ৰজাক দংশন কৰিবলৈ কেনেকৈ আগবাঢ়ি আহিছিল, সি কেনেকৈ সাপটো তৰোৱালেৰে কাটি টুকুৰা-টুকুৰি কৰিলে, আৰু সাপৰ তেজ ছিটিকি ৰাণীৰ হাতত পৰাত কেনেকৈ সি ৰাণীক বচাবলৈ নিজৰ জীৱন বিপদাপন্ন কৰিও সাপৰ তেজবোৰ চেলেকি পেলালে, এই সকলোবোৰ ঘটনা ক'লে আৰু সাপটো মাৰি কেনেকৈ দম কৰি পুতি থৈ দিছে, সেই বিষয়েও ক'লে। প্ৰমাণ দিবৰ বাবে পুতি থোৱা সাপৰ টুকুৰাবোৰ অনালে। ৰজা আৰু সভাসদসকলে এই ঘটনা শুনি আচৰিত হ'ল আৰু ৰাজপুত্ৰৰ বীৰত্ব আৰু সাহসৰ পৰিচয় পাই 'ধন্য ধন্য' বুলি ধন্যবাদ দিলে। ৰজা আৰু ৰাণীয়েও পুতেকৰ ৰাজ-ভক্তি আৰু কৰ্তব্যপৰায়ণতাৰ বাবে আশীৰ্বাদ দিলে।

# টামন আৰু টেণ্টন

টামন আৰু টেণ্টন দুয়োজন পৰম বন্ধু। টেণ্টন টামনতকৈ বেছি বুধিয়ক। টামন কিছু শান্ত। এখন গাঁৱত এহাল বুঢ়া-বুঢ়ী আছিল। টেমন আৰু টেণ্টনে বুঢ়া-বুঢ়ীক নানা বস্তু দি মিতিৰ কৰি ল'লে। বুঢ়া-বুঢ়ীয়ে সিহঁতক মৰম কৰে।

এদিনাখন সিহঁত দুয়ো এখন শ্মশানৰ ওচৰেৰে গৈ আছিল। এজন বামুণ মৰিছে। মানুহবোৰে মানুহটো পুতি থৈ গৈছে মাথোন। নদীৰ পাৰত মানুহবোৰে শুচি কৰিবলৈ বহিছে। এনেতে টামন আৰু টেণ্টন তাত উপস্থিত হ'ল। সিহঁতে সুধিলে, "তাত কি কৰিছে?" মানুহবিলাকে বামুণৰ মৃত্যু হোৱাৰ কথা ক'লে আৰু সিহঁত দুয়ো ক'ৰ মানুহ, কি কৰে ইত্যাদি সুধিলে।

টামন আৰু টেন্টন দুয়ো যাব খোজা গাঁওখন দেখুৱাই তালৈ যাব বুলি ক'লে আৰু সেই গাঁওখন কিমান দূৰ আৰু কোন বাটেৰে যাব লাগে সেই বিষয়েও সুধিলে।

টামন আৰু টেণ্টনে বামুণৰ মৃত্যু হোৱা শুনি বৰ দুখ পালে। সিহঁত দুয়ো ক'লে যে সিহঁতে বামুণৰ পৰা টকা পাব লগা আছিল। দুয়োজনে মানুহবিলাকৰ পৰা বিদায় লৈ গ'ল। সিহঁত দুয়ো অলপ দূৰ গৈ গছৰ ছাঁত বহিল।

টেণ্টনে ক'লে, "ভাই টামন, ভাগ্য আমাৰ ফুলিল। আমি এটা বুদ্ধি কৰিব লাগিব। বামুণ বুঢ়াটো মৰিল। তোক বামুণ বুঢ়াৰ ওচৰত পুতিম। তেতিয়া তোক সুধিম— ঠাকুৰ! মোক দিব লগা টকাবোৰ দিয়া। তেতিয়া তই ক'বি— মোৰ ল'ৰাটোৱে দিব। ল'ৰাটোৱে সুধিব— টকা কিমান? তই ক'বি— পাঁচ হেজাৰ।"

টেণ্টনে গৈ বামুণৰ ল'ৰাক ক'লে, "তোমাৰ পিতাৰাই মোক টকা দিব লগা আছিল।" ল'ৰাটোৱে ক'লে, "মৰা মানুহে জানো মাত দিয়ে?" টেণ্টনে

ক'লে, “যদি সত্য কথা হয় নিশ্চয় ক'ব।”

গধূলি সময়ত টেণ্টনে বামুণৰ ল'ৰাটো লৈ গ'ল, আৰু মৃত বামুণৰূপী টামনক সুধিলে, “বামুণ, মোৰ পাঁচ হেজাৰ টকা তোমাৰ ল'ৰাটোক খুজিছিলোঁ, সি বিশ্বাস নকৰে, লগত লৈ আহিছোঁ। তুমি সঁচা কথা কোৱাঁ।” মৃত বামুণৰূপী টামনে ক'লে, “ধাৰ পৰিশোধ নকৰা মহাপাপ। মই টকা দিব লগা আছোঁ। এই টকাখিনি দি দিবি।”

ল'ৰাটোৱে সুধিলে, “টকা কিমান দিব লগা আছে?”

পিতাকে ক'লে, “পাঁচ হেজাৰ।”

বামুণৰ ল'ৰাৰ পিছে পিছে টেণ্টন গ'ল।

বামুণৰ ল'ৰাৰ ঘৰ পাওঁতে ৰাতি হ'ল।

ল'ৰাটোৱে ক'লে, “সাক্ষী লাগে।”

টেণ্টনে ক'লে- 'সাক্ষী

নালাগে, ৰাতি হ'ল।'

সোনকালে টকা দিয়া।”

বামুণৰ ল'ৰাই টকাখিনি টেণ্টনক দি দিলে।

টেণ্টন ৰংমনেৰে গুচি গ'ল।

ইপিনে টামনে, টেণ্টন আহিব আহিব বুলি বাট চাই আছিল। টামনে ভাবিলে, “মই আৰু অপেক্ষা কৰি থাকিব নোৱাৰোঁ। গতিকে মই গাঁতৰ পৰা ওলাই যাওঁ।” এইবুলি ভাবি টামন গাঁতৰ পৰা ওলাই আহিল।

পিছদিনা টেণ্টনৰ মনত পৰিল সি যে টামনক উদ্ধাৰ কৰিব বুলি আশ্বাস দি আহিছিল।

পিছদিনা নদীৰ পাৰত বহি টেণ্টনে টকা হিচাপ কৰি আছিল। ওচৰতে দেখা পালে বগা ভালুক এটা। সি অলপো ভয় নাখালে। এখন গাঁৱৰ পৰা এহাল মতা মাইকীয়ে আঠমণ্ডলা খাবলৈ বুলি আহি আছে। মানুহজনে টেণ্টনক টকা গণি থকা দেখা পালে। সিহঁতে সুধিলে, “তই ক'ৰ মানুহ, টকা ক'ত পালি?” সি ভালুকটোলৈ আঙুলিয়াই ক'লে, “সেয়া টকা বুটলি আছে। তোমাক লাগে যদি তুমিও আনাগৈ।”

মানুহটো ভালুকটোৰ ওচৰলৈ গ'ল।

ইপিনে টেঁণ্টনে মানুহজনৰ ঘৈণীয়েকক আধা টকা দিম বুলি ফুচুলাই লৈ গ'ল। মানুহজন ভালুকৰ ওচৰলৈ যোৱাত ভালুকে তাক মাৰি পেলালে।

টেঁণ্টনে তিৰোতাজনীক ক'লে, "তোৰ গিৰিয়েৰাক ভালুকে খালে। এতিয়া কাৰ লগত থাকিবি? টকাখিনি ল। ঘৰলৈ যাওঁ ব'ল।"

সি তাইক লৈ গ'ল।

টামনে টেঁণ্টনক বিচাৰি হায়ৰাণ। টেঁণ্টনে তিৰোতাজনীক লগত লৈ বুঢ়া-বুঢ়ীৰ ওচৰলৈ গৈ মাত লগালে, "অ' আইতা, আইতা—

বুঢ়ীয়ে টেঁণ্টনৰ ওচৰলৈ আহি দেখে এজনী ছোৱালী। টেঁণ্টনে ক'লে, "মই এইজনীক বিয়া কৰালোঁ।" বুঢ়ীয়ে ক'লে, "কি, কি আনিছা!"

টেঁণ্টনে ক'লে, "মদ, চেৰেপ আৰু টকা আনিছো।" এই কথাত বুঢ়ী আনন্দিত হ'ল আৰু কন্যাকো আদৰ-সাদৰ কৰিলে। এইদৰে ৰাতি সিহঁতে বুঢ়া-বুঢ়ীৰ ঘৰত থাকিল।

পিছদিনা ৰাতিপুৱা টেঁণ্টনে বুঢ়া-বুঢ়ীক ক'লে, "আইতা আমি এতিয়া যাঁও।"

বুঢ়া-বুঢ়ীয়ে সিহঁত যাবলৈ ওলোৱাত ধৰ দুখ পালে।

সিহঁতে বুঢ়া-বুঢ়ীৰ পৰা বিদায় মাগি গুচি গ'ল। গৈ গৈ সিহঁতে এখন শ্মশান দেখা পালে, আৰু তাত এটা ল'ৰা মৰি থকাও দেখিলে।

টেঁণ্টনে মৰা ল'ৰাটো চালে। দেখে যে ল'ৰাটো মৰা নাই। কোনোবাই এৰি থৈ গৈছে। সি তিৰোতাজনীক ক'লে, "চোৱাচোন চোৱা।"

তিৰোতাজনীয়ে ক'লে, "কাৰ বা ল'ৰা।"

টেঁণ্টনে ক'লে, "ল'ৰাটো মৰা নাই। বোকাত লোৱা।"

টেঁণ্টনে তিৰোতাজনীক ক'লে, "চোৱাচোন আমাক কেনে শুৱাইছেঃ ল'ৰা থকা বুলি।"

তিৰোতাজনীয়ে ক্ষন্তেক ৰৈ ক'লে, "মৰা ল'ৰাটো কিয় মোক বোকাত লোৱাইছা।"

টেঁণ্টনে ক'লে, "মৰা নাই। ব'লা।"

গৈ গৈ সিহঁতে ডাঙৰ পথাৰ এখন পালে। তাত দহ পোন্ধৰখন হাল বাইছে একে ঘৰৰ,— খুংখ্রা ৰজাৰ। টেণ্টনে কেঁচা আলি গছকি গৈছিল। হালোৱাবোৰৰ খং উঠিল। বেয়াকৈ গালি-গালাজ কৰিলে। সি হালোৱাবোৰক "কিয় মোক গালি পাৰিছা" বুলি প্ৰতিবাদ কৰিলে। হালোৱাবোৰে টেণ্টনৰ কথা শুনি খঙত ৰঙা-চিঙা হৈ তাক খেদি আহিল। টেণ্টনে সিহঁতক ফেৰ-মাৰি উঠিল আৰু আঘাত কৰিবলৈ উদ্যত হ'ল। খেতিয়ক আৰু টেণ্টনৰ মাজত হাতাহতি হোৱাৰ উপক্ৰম দেখি টেণ্টনে নিয়া তিৰোতাগৰাকীয়ে বাধা দিবলৈ যাওঁতে বোকাৰ কেচুৱাটো খহি পৰিল। টেণ্টনে হালোৱাহঁতক ক'লে, "তহঁতে কি ল'ৰাটোক মাৰিলি। মোৰ এই তিৰোতাজনীৰ প্ৰথম সন্তানটিক কিয় মাৰিলি।"

হালোৱাহঁতে অবাক হ'ল। টেণ্টনে খুংখ্রা ৰজাৰ ওচৰলৈ গ'ল— বিচাৰ দিবলৈ? টেণ্টনৰ বুদ্ধিমতে তিৰোতাজনীয়ে খুংখ্রাৰজাৰ ওচৰত কন্দা-কটা কৰিবলৈ ধৰিলে। ৰজাই কেচুৱাটো মৰা দেখি আৰু তিৰোতাজনী কান্দি থকা দেখি হতভম্ব হ'ল। ৰজাই বহুত বুজালে, সান্ত্বনা দিলে। টেণ্টন সন্মত নহয়। পিছত এটা স্বত্বত টেণ্টনে সন্মত হ'ল। তাক এটা হাতী, আক এজন মাউত আৰু কিছু টকা দিব লাগিব। ৰজাই সুধিলে টেণ্টনক, "কিমান টকা দিব লাগিব।?"

টেণ্টনে ক'লে, "পাঁচ হেজাৰ।"

ৰজাই চিন্তা কৰিলে সাগৰ পাৰ হৈ নিজৰাক ভয় কৰিলে কিহ'ব?

টেণ্টনৰ কথাত টকা দিবলৈ সন্মত হ'ল।

টেণ্টনে আকৌ ক'লে, "আপোনাৰ ছোৱালীজনীকো মোৰ লগত বিয়া দিব লাগিব।"

ৰজা সন্মত হ'ল। কিছুদিন পিছত বিয়া দিব বুলি ৰজাই সন্মতি দিলে। টেণ্টনে ক'লে, কেঁচা কল, কেঁচা বিয়া হ'ব লাগিব আজিয়ে।"

ৰজাই উপায় নাপাই সিদিনাই বিয়া দিলে।

টেণ্টনে হাতীত উঠি বুঢ়া-বুঢ়ীৰ ওচৰলৈ গ'ল। বুঢ়ীয়ে হাতীটো দেখি ভয় খালে আৰু দৌৰী গৈ 'ইচিংত' (পাকঘৰত) লুকাল। টেণ্টনে চোতালৰ

পৰা মাতিলে "আবু, আবু।"

বুঢ়াই বাৰীত কাম কৰি আছিল। বুঢ়াও আহিল, বুঢ়ীও আহিল। বুঢ়া-বুঢ়ীয়ে আগৰ ছোৱালীজনীৰ লগত আন এজনী ৰূপৱতী ছোৱালী দেখি কাৰ ছোৱালী ক'ত থাকে আদি-অন্ত টেণ্টনক সুধিলে। টেণ্টনে সকলো ভাঙি পাতি ক'লে। টেণ্টনে বুঢ়া-বুঢ়ীৰ ঘৰত ছোৱালী দুজনীক থৈ টামানক বিচাৰি গ'ল। সি বিচাৰি বিচাৰি টামনক এখন ঠাইত লগ পালে। দুয়োজনে বহুতদিনৰ মূৰত ইজনে সিজনক লগ পালে আৰু বহুতো সুখৰ দুখৰ কথা পাতিলে।

টামনে পুতি থোৱা গাতৰ পৰা তাক তুলি নিনিয়াত খং কৰিছিল। টেণ্টনে তাৰ বাবে ক্ষমা খুজিলে। হাতীত টামনক তুলি বুঢ়া-বুঢ়ীৰ ঘৰলৈ নিলে।

টামনক ভালুকে খোৱা মানুহজনৰ ঘৈণীয়েকৰ লগত বুঢ়া-বুঢ়ীৰ ঘৰত টামনৰ হাথাচুনি বিয়া দিলে। নিজে খুংখ্ৰা ৰজাৰ দীপলীপ ছোৱালীজনীৰ লগত মহাসুখে কাল কটাবলৈ ধৰিলে।

# দাউখা খামফ্লাই বনচিখাউ

এসময়ত এখন গাঁৱত এহাল বুঢ়া-বুঢ়ী আছিল। তেওঁলোকৰ দুজনী ছোৱালী আছিল। ডাঙৰজনীৰ নাম খদমফুলি আৰু সৰুজনীৰ নাম তুলসী।

সিহঁতৰ ঘৰত এজন গৰখীয়া আছিল। তাৰ নাম আছিল গিলাৰাম। সি বুঢ়া-বুঢ়ীৰ গৰু চাৰি দিছিল। আন দিনাখনৰ দৰে সিদিনাখনেও সি পথাৰত গৰু চাৰিবলৈ গৈছিল।

গৰুজাকৰ ভিতৰত এজনী বুঢ়ী কাণী খাই আছিল। তাই বৰ দুষ্ট। তাই মনে মনে ঘাঁহ বিচাৰি হাবিৰ মাজলৈ গৈছিল। হাবিত নানা গছ-লতা আছে। সেই হাবিখনৰ নাম আছিল বিজয়াৰণ্য।

সেই হাবিত দাউখা আৰু খামফ্লাই নামেৰে দুজন ডকাইতে বাস কৰিছিল। কাণী বুঢ়ী গাইজনীয়ে ডকাইতৰ আড্ডাৰ ওচৰ পালেগৈ। গিলাৰামে গাইজনী বিচাৰি ডকাইতৰ আড্ডাৰ ওচৰ পালে। সি ডকাইতৰ আড্ডাটো দেখিলে।

সেই সময়ত ডকাইতাহঁত আড্ডাত নাছিল। গাইজনীয়ে ডকাইতৰ আড্ডাত চুৰা-পাত চেলেকি আছিল। গিলাৰামে খেদি আনি গৰুজাকৰ মাজত সুমুৱাই থ'লে। গধূলি গিলাৰামে গৰুজাক খেদি আনি গোহালিত বান্ধি থ'লে।

দুপৰীয়া গিলাৰামে ভাত-পানী নাখাই ডকাইতৰ আড্ডাৰ ফালে গ'ল। সি ডকাইতৰ আড্ডাৰ ওচৰতে থকা এডাল প্ৰকাণ্ড গছত উঠি পাতৰ আঁৰত লুকাই থাকিল। সি দেখা পালে যে দুজন ডকাইত আহিব ধৰিছে। ডকাইতবিলাকে আড্ডাৰ ভিতৰত সোমাই এটা সুৰুঙাৰে ওলাই যাব ধৰিছে। সি সম্পূৰ্ণ দৃশ্যটো দেখিলে। সি ডকাইতহঁতৰ সকলো কথা জানি ঘৰলৈ উভতি আহিল।

এদিনাখন গিলাৰামে ডকাইতৰ আড্ডাৰ পিনে যাবলৈ ধৰোঁতে ডকাইতহঁতেও তাৰ পিছ ল'লে। গিলাৰামে যি ৰাস্তাৰে গৈছিল,

ডকাইতবিলাকেও সেই ৰাস্তা অনুসৰণ কৰি গৈ আছিল। গিলাৰাম গৈ আছে। ডকাইতহঁতেও লুকাই লুকাই গৈ আছে, গিলাৰামে ক'ত কি কৰে চাবলৈ।

গিলাৰাম গৈ গৈ এডাল প্ৰকাণ্ড গছত উঠি থাকিল। ডকাইতহঁতেও তাক বিচাৰি গৈ গছত উঠি থকা দেখা পালে। ডকাইত দাউখাই ক'লে, "তই কোন?"

গিলাৰামে ডকাইতক দেখি ভয়তে পেপুৱা লাগিল। খামফ্লাই জোং-যাঠি দেখুৱাই নামি আহিবলৈ ক'লে। গিলাৰাম নামি আহিল।

ডকাইত খামফ্লাই গিলাৰামক সুধিলে, "তই ইয়ালৈ কিয় আহিছ?"

গিলাৰাম নিৰুত্তৰ। ভয়ত সি থৰহৰি কম্পমান।

খামফ্লাই ধমক দি আকৌ সুধিলে, "কিয় আহিছ?"

গিলাৰামে উত্তৰ দিলে, "গৰু চাবলৈ।"

ডকাইত খামফ্লাই ক'লে, "আমি ডকাইত। তই আমাৰ আড্ডা দেখিলি।"

গিলাৰামে ক'লে, "মই নাজানো।"

দাউখা আৰু খামফ্লাই তাক সাৱধান কৰি দিলে যাতে সি অইন মানুহৰ আগত সিহঁতৰ আড্ডাৰ কথা নকয়।

দাউখা আৰু খামফ্লাই গিলাৰামৰ পৰিচয় সুধিলে। গিলাৰামে তাৰ পৰিচয় দি ক'লে যে সি যাৰ ঘৰত গৰখীয়াৰূপে আছে সিহঁতৰ দুজনী ৰূপহী ছোৱালীও আছে।

দাউখা আৰু খামফ্লাই বুঢ়া-বুঢ়ীৰ ছোৱালী দুজনীক সিহঁতৰ আড্ডাত আনি দিবৰ বাবে গিলাৰামক নিৰ্দেশ দিলে। তাক টকা-পইচা দিবলৈও সিহঁতে প্ৰতিশ্ৰুতি দিলে। গিলাৰামক ডকাইতবোৰে বন্ধু কৰি ল'লে।

এদিনাখন খামফ্লাই গিলাৰামৰ গৰু চাৰি থাকিল। দাউখা গিলাৰামৰ লগত বুঢ়া-বুঢ়ীৰ ঘৰলৈ গ'ল। গিলাৰামে দাউখাৰ লগত বন্ধুত্ব হোৱাৰ কথা বুঢ়া-বুঢ়ীক ক'লে।

দাউখাই গিলাৰামক ছোৱালী দুজনী পলুৱাই নিয়াৰ বিষয়ে আলোচনা কৰিলে।

সেইমতে দাউখা আৰু গিলাৰাম দুয়ো লগ লাগি ছোৱালী দুজনী পলুৱাই ডকাইতৰ আড্ডালৈ লৈ গ'ল। কদমফুলিক দাউখাই আৰু তুলসীক খামফ্লাই বিয়া কৰোৱাৰ প্ৰস্তাৱ দিলে। সিহঁত দুয়োজনী সন্মত হ'ল। সিহঁতে ক'লে,

“আমাৰ দুয়োজনীৰে বিয়া হ'লে বুঢ়া মা-দেউতাৰ গতি কি হ'ব? সিহঁতৰ দুখ কষ্ট দেখিলে বৰ বেয়া লাগে। গিলাৰামৰ হতুৱাই কাম-বন, হাল-কোৰ মাৰি কোনোমতে খেতি-বাতি কৰি খাই আছিলোঁ।” এইদৰে সিহঁতে দুখৰ কাহিনী বৰ্ণনা কৰি বিলাপ কৰিব ধৰিলে।

ইতিমধ্যে বুঢ়া-বুঢ়ীয়ে গিলাৰামক এজনী সুন্দৰী ছোৱালী বিয়া কৰাই দিলে।

এদিনাখন ছোৱালী দুজনীয়ে ডকাইত দুজনৰ ওচৰত সিহঁতে মাকৰ ঘৰলৈ গৈ এবাৰ বৃদ্ধ মা-দেউতাকক চাই অহাৰ ইচ্ছা ব্যক্ত কৰিলে। কিছুদিন থাকি পুনৰ অহাৰ কথাও ক'লে। ডকাইত দুজনে সিহঁতক যাবলৈ দিলে।

বুঢ়া-বুঢ়ীয়ে ছোৱালী দুজনীক দেখা পাই বৰ আনন্দিত হ'ল। সিহঁত ইমানদিন ক'ত আছিল সকলো কথা সুধিলে।

তুলসীয়ে ক'লে, “আমি যি ঠাইত বাস কৰোঁ তাত কোনো গাঁও নাই, মানুহ নাই, বিৰাট জংগলত ডকাইতৰ আড্ডাত আছোঁ। মানুহৰ মুখকে দেখা নাপাওঁ।”

তিনি-চাৰিদিন থকাৰ পিছত কদমফুলি আৰু তুলসী ডকাইতৰ আড্ডালৈ যাবলৈ ওলাল। কদমফুলি আৰু তুলসীয়ে কান্দি-কাটি মাক-দেউতাকৰ পৰা বিদায় মাগিলে।

কিছুদিন পিছত বুঢ়া-বুঢ়ীহাল মৰিল। গিলাৰামৰ হাহাকাৰ লাগিল। উদ্ধাৰৰ বাবে সি ডকাইতৰ আড্ডালৈ গ'ল। দাউখা আৰু খামফ্লাই বুঢ়া-বুঢ়ীৰ মৃত্যুৰ বাতৰি পাই বৰ দুখ পালে। আনপিনে কদমফুলি আৰু তুলসীয়ে মাক-দেউতাকৰ মৃত্যুৰ বাতৰি পাই ইনাই-বিনাই কান্দিব ধৰিলে।

দাউখা আৰু খামফ্লাই গিলাৰামক টকা-পইচা দি সহায় কৰিলে।

কদমফুলি আৰু তুলসীয়ে দাউখা আৰু খামফ্লাইক ডকাইতি এৰি দিবলৈ ক'লে। সেইমতে সিহঁতে ডকাইতি এৰি খেতি-বাতিত লাগিল। এইদৰে খেতি-বাতি কৰি সিহঁতে মহাসুখেৰে খাবলৈ ধৰিলে।

এইদৰে দেশত ডকাইতৰ ওৰ পৰিল।

# ঘৰপতা বুঢ়া

এদিনাখন এজন বুঢ়াই তিনিজন ডেকা ল'ৰা লগত লৈ বন কাটিবলৈ হাবিলৈ গ'ল।

সেই হাবিত এটা বাঘ আছিল। তাৰ ঘৈণীয়েক নাছিল। সি বুঢ়াক ঘৰ পাতি দিবলৈ কাবৌ কৰিলে।

ডেকাবিলাকে বুঢ়াক ক'লে, "বাঘৰ লগত কি মিতিৰালি? সি আমাক খাই পেলাব।"

বুঢ়াই ডেকাহঁতক নিৰ্ভয় দি ক'লে, "ভয় কৰিবলগীয়া একো নাই।"

বুঢ়াই বাঘক ক'লে, "বাঘকাই, বেপাৰীবিলাকে সদায় বেপাৰ কৰিবলৈ বস্তা আনে। সিহঁতক ভয় খুৱাই বস্তাকেইখনমান আনি বালাবাৰীত থৈ দিবি।"

বাঘে বেপাৰী আহে নেকি বুলি চুপি থাকিল। গাঁওলৈ বেপাৰীবিলাক অহাৰ লগে লগে সিহঁতক ভয় খুৱাই খেদি দিলে। সিহঁতেও বাঘক দেখি ভয় খাই বস্তাবোৰ এৰি পলাল। বাঘে এই বস্তাবোৰ নি বালাবাৰীত থৈ দিলে।

এদিনাখন বুঢ়াই বাঘৰ ওচৰলৈ গৈ ক'লে, "বাঘকাই, বস্তাবোৰ যোগাৰ কৰিছা?

বাঘে ক'লে, "কৰিছোঁ।"

বুঢ়াই ক'লে, "এতিয়া ইয়াৰ এখন বস্তাত সোমোৱা।"

বাঘ বস্তাত সোমাল। বুঢ়াই বস্তাটোৰ মুখখন ভালদৰে বান্ধি নৈত উটুৱাই দিলে।

অন্যফালে আন এজনী বাঘিনীৰ মতা নাই। তাই দেখিলে যে নদীত কিবা এটা ভাহি আহিব ধৰিছে। তাই পাৰলৈ বস্তাটো তুলি আনিলে। তাই বস্তাটো খুলি চাই বাঘক দেখিলে। বাঘিনীয়ে বাঘক সুধিলে, "কৰ পৰা আহিছ?" বাঘে ক'লে, "মোৰ তিৰোতা নাই। মই তিৰোতা বিচাৰি আহিছোঁ।"

বাঘিনীয়ে ক'লে, "মোৰো মতা নাই। মোক মতা এজন লাগে।"

বাঘ-বাঘিনীৰ বিয়া হ'ল। এদিনাখন বাঘে বাঘিনীক বুঢ়াৰ কথা ক'লে। সি ক'লে, "বাঘিনী! বুঢ়াৰ কৃপাতহে আমাৰ বিয়া হ'ল। এতিয়া তাক আমি মান কৰিব লাগে।"

এদিনাখন বাঘ-বাঘিনী বুঢ়াৰ ঘৰলৈ মান কৰিবলৈ গ'ল। সিহঁতে গৈ বুঢ়াক সেৱা কৰি ক'লে, "আপোনাক কিহেৰে মান কৰিব লাগে?"

বুঢ়াই ক'লে, "মোৰ মহাজন এজনৰ ওচৰত ঋণ আছে। নাৱৰীয়াক ভয় দেখুৱাই টকা আনি দিয়া।"

বাঘ-বাঘিনীয়ে নাৱৰীয়াক ভয় দেখুৱাই টকা আনি দিলে। তাৰ পিছত আকৌ বাঘ-বাঘিনীয়ে বুঢ়াক কি লাগে সুধিলে।

বুঢ়াই ক'লে, "বুঢ়ী এজনী লাগে।"

বাঘে সুধিলে, "কেনেকুৱা বুঢ়ী লাগে?"

বুঢ়াই ক'লে, "হালধীয়া ৰঙৰ বুঢ়ী লাগে।"

বাঘ-বাঘিনীয়ে তিৰোতা বিচাৰি বিচাৰি পাহাৰ পালেগৈ। গৈ গৈ দেখিলে যে নৈৰ ঘাটত ৰজাৰ ছোৱালী এজনী।

বাঘে-বাঘিনীয়ে তিৰোতা বিচাৰি বিচাৰি পাহাৰ পালেগৈ। গৈ গৈ দেখিলে যে নৈৰ ঘাটত ৰজাৰ ছোৱালী এজনী।

বাঘে বাঘিনীক ক'লে, "যেতিয়া ছোৱালীজনীয়ে অলংকাৰবোৰ খহাই নৈৰ ঘাটত গা ধুই থাকিব তেতিয়া তই সেইবোৰ লৈ যাবি, পিছত মই তাইক লৈ যাম।"

কথামতে বাঘিনীয়ে ৰজাৰ ছোৱালীজনীৰ অলংকাৰবোৰ ল'লে আৰু বাঘে তাইক পিঠিত তুলি বুঢ়াৰ ঘৰ পালেগৈ।

বুঢ়াই ৰাজকুমাৰীৰ লগত সংসাৰ কৰি মহাসুখেৰে কাল নিয়ালে।

# থাইগিৰচিৰি

এদিনাখন চাৰিজন ডেকাই খৰি কাটিবলৈ বনলৈ গৈছিল। খৰি কাটি সিহঁত ফিৰি আহিল। বাৰীৰ আতিয়া খালত এজোপা ঔ-টেঙাৰ গছ আছিল। ঔ-টেঙা পকি গোন্ধত মলমলাই আছিল। সিহঁতে গিৰিহঁতক ঔ-টেঙা খুজিবলৈ মন কৰিলে। সিহঁতে গিৰিহঁতনীক ঔ-টেঙা খুজিলে। গিৰিহঁতনীয়ে "ঔ-টেঙা দিব নোৱাৰোঁ" বুলি ক'লে।

তেতিয়া ল'ৰাহঁতে শাও দিলে "তোমাৰ ঔ-টেঙাৰ নিচিনা ছোৱালী হওক।"

ঔ-টেঙাৰ গছডাল ক্ৰমে ওখ হৈ আহিল। গিৰিয়েকে গছজোপা কাটিব খুজিলে। তিৰোতাজনীয়ে কাটিবলৈ হাক দিলে।

ল'ৰাহঁতে শাও দিয়া মতে তিৰোতাজনীৰ এটা ঔ-টেঙাৰ জন্ম হ'ল। ঔ-টেঙাটো ক্ৰমে ডাঙৰ লৈ আহিল। মাক-বাপেকে তাইৰ নাম থ'লে "থাইগিৰিচিৰি"।

"থাইগিৰচিৰি" বুলি মাক-বাপেকে মাতিলেই তাই কাষলৈ আহে।

মাক-বাপেকৰ তাইৰ প্ৰতি মৰম জন্মিল।

এদিনাখন কিছুমান ল'ৰাই খৰি কাটিবলৈ হাবিলৈ গ'ল। তাৰে এজনে শৌচ কৰিবলৈ বুলি নদীৰ পাৰলৈ গ'ল। সি এনেতে দেখিলে যে থাইগিৰ চিখলাই অপৰূপ ৰূপৱতী গাভৰুত পৰিণত হ'ল। তাই নদীত সাঁতুৰি সাঁতুৰি আনন্দমনে গা-ধুই পুনৰ ঔ-টেঙাৰ ভিতৰত সোমাল। থাইগিৰ চিখলাৰ ৰূপত ডেকাজন মুগ্ধ হ'ল। সি তাইক পাবলৈ ইচ্ছা কৰিলে।

এসপ্তাহ মানৰ পিছত ডেকাজনে থাইগিৰচিৰি চিখলাক বিয়া কৰাবলৈ ইচ্ছা কৰাৰ কথা মাকক ক'লে। মাকে কথা শুনি আচৰিত হ'ল। তথাপি তাই গিৰিয়েকক কথাটো ক'লে। তাকে শুনি গিৰিয়েকে ক'লে, "মানুহে জানো 'থাইগিৰ' ঔ-টেঙা বিয়া কৰায়?" বাপেকে থাইগিৰচিৰিৰ লগত বিয়া পতাত সন্মতি নিদিলে। ডেকা ল'ৰাজনে ঘৰ এৰি যাবলৈ ওলাল। উপায়

নাপাই পিতাক সন্মত হ'ল।

ঘৰত মদ তৈয়াৰ কৰিবলৈ ক'লে। আন আন মানুহবিলাককো এই কথাটো ক'লে।

মানুহবিলাকে কথা শুনি হাঁহিলে আৰু ক'লে "ঔ-টেঙাকো কোনোবাই বিয়া কৰায় নে?"

অৱশেত মদ, তামোল-পাণ আদিৰে ভাৰ-ভেটী তৈয়াৰ কৰি কইনা চাবলৈ বুলি গ'ল।

সিহঁতে গৈ থাইগিৰচিৰিৰ পিতাকক কথাটো ক'লে। পিতাকে ক'লে "মই সেইবোৰ নাজানো। মাকক সোধক।"

মাকে ক'লে, "থাইগিৰিচিৰিক নি কি কৰিবা? তোমালোকে নি ফালি পেলাবা। মই তাইক নিদিওঁ।"

সিহঁতে ক'লে, "নাফালোঁ। তোমালোকে যেনেকৈ ৰাখিছা আমিও তেনেকৈ ৰাখিম।"

তেতিয়া থাইগিৰচিৰিৰ মাকে ল'ৰাজনক আনিবলৈ ক'লে। ল'ৰাজন আহিল।

থাইগিৰিৰ মাকে ক'লে, "তাইক নি কি কৰিবা?"

ল'ৰাজনে ক'লে, "লাগে।"

তেতিয়া মাকে ভাৰ-ভেটী আনি নিবলৈ ক'লে।

দৰাঘৰৰ মানুহে থাইগিৰিচিৰিক নিবলৈ আহিল। সকলো মানুহে মিলি-জুলি মদ-ভাত খালে। মানুহবিলাক দুভাগ হৈ এভাগে মাতিব ধৰিলে, "থাইগিৰ আহ, আহ।"

আনভাগে ক'ব ধৰিলে, "যা যা।"

থাইগিৰচিৰিয়ে মাক-বাপেকক সেৱা কৰিলে আৰু কান্দি-কাটি দৰাৰ ঘৰ পালেগৈ। বিয়া ধুম-ধামেৰে হৈ গ'ল।

ৰাতি দৰা-কন্যাক ঘৰ দিলে। থাইগিৰচিৰি ঔ-টেঙা হৈ থাকিল; এইদৰে এমাহ গ'ল। জাৰ গ'ল। আহিল জহৰ দিন। গৰমত থাকিব নোৱাৰি এদিনাখন থাইগিৰচিৰি ঔ-টেঙাৰ পৰা বাহিৰ ওলাল। গিৰিয়েকে দেখা পালে যে তাৰ ঘৈণীয়েক কিমান ৰূপৱতী। সি ঔ-টেঙাটো বখালিব ধৰিলে। সি ঔ-টেঙাটো পাঁচ-ছয় ফালকৈ কাটি ৰদত মেলি দিলে আৰু আধা চালত থৈ দিলে।

সি মনে মনে শুই থাকিল। থাইগিৰচিৰি সাৰপাই ঔ-টেঙাত সোমাওঁ বুলি ঔ-টেঙাটো দেখা নাপাই গিৰিয়েকক জগালে।

গিৰিয়েকে উঠি ক'লে, "কি হ'ল?"

তাই ক'লে, "মই এতিয়া থাকিম কেনেকৈ?"

ডেকা ল'ৰাজনে মাক-বাপেকক থাইগিৰচিৰিক দেখুৱালে। সকলোৱে থাইগিৰচিৰিৰ ৰূপত আচৰিত হ'ল।

আঠমঙলা ভাঙিল। সকলোৱে মদ-ভাত খাই যাবলৈ ওলাল। এইদৰে সিহঁত সকলোৱে খাই-বই নাচিবলৈ ধৰিলে।

# সপোন অলীক

এখন হাবিত এটা বাঘ আৰু এটা হৰিণ আছিল। হৰিণটোৱে বাঘটো তাৰ ওচৰত নথকা বুলি সিও বাঘৰ ওচৰত শুই থাকিল। ৰাতি বাঘটোৱে এটি সপোন দেখিলে; সি বহুত হৰিণৰ মাংস খাইছে। ৰাতি পুৱালত সি ভাবিলে, সপোনতো সঁচা নে মিছা?

কিন্তু কি আচৰিত তাৰ ওচৰতে এটা হৰিণ! সি হৰিণটো খাবৰ বাবে খেদি গ'ল। হৰিণটো ভয়তে পলাল। বাঘে পিছে পিছে দৌৰিব ধৰিলে।

সেই হাবিৰ গছ এজোপাত এটা ফেঁচা আছিল। সি দেখিলে— বাঘ এটাই হৰিণ এটাৰ পিছে পিছে দৌৰিব ধৰিছে। তাকে দেখি ফেঁচাটোৱে মাত লগালে "বাঘ ককাই! তুমি ইমান দৌৰিছা কিয়?"

তেতিয়া বাঘটোৱে সপোনত দেখা হৰিণটোৰ কথা ক'লে আৰু হৰিণটোৰ মাংস খোৱাৰ কথাও ক'লে। সেই কাৰণে সি হৰিণটোৰ পিছে পিছে দৌৰিছে বুলি ক'লে।

তেতিয়া ফেঁচাই ক'লে, "বাঘ ককাই! সপোনত দেখা বস্তু খাব পায় নে নাপাই মই কৃষ্ণ মামাক সুধি আহোঁ। তুমি ইয়াতে অলপ সময় ৰৈ থাকা। মই কৃষ্ণ মামাৰ তালৈ যাওঁ।"

এইবুলি বাঘক তাতে এৰি থৈ ফেঁচা গ'ল বিষ্ণুলোকলৈ। ফেঁচাক বিষ্ণুই দেখা পাই অহাৰ কাৰণ সুধিলে। ফেঁচাই ক'লে, "মোৰ বৰ টোপনি ধৰিছে, তোমাৰ কোলাত শুবলৈ দিয়া।"

তেতিয়া বিষ্ণুই ফেঁচাক কোলাত শুবলৈ দিলে। কিছু সময়ৰ পিছত টোপনিৰ পৰা সাৰ পাই উঠাৰ ভাও জুৰি বিষ্ণুক ক'লে, "মামা, মই এটি অদ্ভুত সপোন দেখিলোঁ। সপোনত মই মামীৰ লগত প্ৰেম কৰিছোঁ। এই কথাটো সঁচা নে মিছা?

তেতিয়া বিষ্ণুৱে ক'লে, "সপোনৰ কথা অলীক, মিছা।"

তাকে শুনি ফেঁচাই ততালিকে বাঘৰ ওচৰলৈ আহিল। বাঘ ইমান সময় ফেঁচাৰ অপেক্ষাতে আছিল। বাঘে ফেঁচাক সুধিলে, "বিষ্ণুই কি কৈছে?"

ফেঁচাই তেতিয়া ক'লে, "বিষ্ণু মামাই কৈছে যে সপোনৰ কথা অলীক।"

বাঘে সপোনৰ কথা মিছা বুলি শুনি হাবিলৈ গুচি গ'ল।

ফেঁচাই বুদ্ধি কৰি বাঘৰ মুখৰ পৰা হৰিণক ৰক্ষা কৰিলে।

# গান্দাগাগেৰ মাছৰ জন্ম-কাহিনী

এজনী ৰাক্ষসী আছিল। তাই আছিল মায়াবিনী। মায়া ধৰি তাই এজনী অপৰূপ ৰূপৱতী গাভৰু ছোৱালী হৈ নৈৰ ঘাটত আছিল। সেই ঘাটেৰে যোৱা বাটৰুৱা বিলাকে তাইক দেখি সিহঁত তাইৰ বাবে উপযুক্ত নহয় বুলি গুচি যায়। তাই কিন্তু সিহঁতক কৈছিল, "তাইক যদি কোনোবাই নিয়ে, তেতিয়া তাই যাবলৈ সন্মত।"

তাইক নি ভালদৰে খুৱাব-বুৱাব নোৱাৰিব বুলি কোনোৱে তাইক নিবলৈ সন্মত নহ'ল।

এনেতে এজন মানুহ আহি থকা দেখা পালে। তাক দেখি অইন মানুহবিলাকে সুধিলে, "তুমি এইজনীক নিব পাৰিবানে?"

মানুহজন আছিল ধনী। তাৰ হাতী, গৰু-ঘোঁৰা আদি আছিল। মানুহজনে ৰাক্ষসীক নিজৰ ঘৰলৈ লৈ গ'ল।

সি আগতেও এজনী বিয়া কৰাইছিল। ৰাক্ষসী গৰ্ভৱতী হ'ল। তাই কি খাওঁ, কি নাখাওঁ মূৰ্তি ধাৰণ কৰিলে। তাই বৰ লুভীয়া হ'ল। তাই হাতী, গৰু, মানুহ আদি খাই শেষ কৰিলে। তাই ভোকত ৰ'ব নোৱাৰি মাটিকে পুৰি খাব ধৰিলে। কেৱল হাতী দুটাহে খাবলৈ বাকী আছে।

ৰাক্ষসীৰ এটি ল'ৰাসন্তান জন্মিল। তাৰ নাম হ'ল নীল। আগৰ তিৰোতাজনীৰ ল'ৰাজনৰ নাম পতীশ। এতিয়া মানুহজনৰ সম্পত্তি বুলিবলৈ একোৱেই নাই। ৰাক্ষসীয়ে এতিয়া কি খায়? গিৰিয়েক আৰু আগৰ তিৰোতাজনীক মাতিলে নৈৰ ঘাটলৈ গা ধুবলৈ। আগৰ তিৰোতাজনীয়ে কিন্তু ৰাক্ষসীক চিনি পাইছিল। তাই দেখিলে এইবাৰ ৰাক্ষসীয়ে নিশ্চয় সিহঁতক খাব। ৰাক্ষসীয়ে তাইক খাবলৈ বুদ্ধি পাঙিছে। তাই এবাটি এৱা গাখীৰ দি পুতেকক ক'লে, "বাচা, গাখীৰখিনি চাই থাকিবি। বাটিৰ গাখীৰ যদি ক'লা হয়, তেতিয়া নিশ্চয় বুজিবি আমাক ৰাক্ষসিণীয়ে খাইছে, আৰু যদি বগা হৈ থাকে তেতিয়া বুজিবি আমি বাচি আছোঁ। গাখীৰখিনি ক'লা

হলেই তই পলাবি।”

পতীশে বাটিৰ গাখীৰ চাই থাকোঁতে দেখিলে গাখীৰখিনি ক'লা হৈ গৈছে। সি বুজিলে, ৰাক্ষসীয়ে মাক-বাপেকক খালে। সি পলাবলৈ উদ্যত হৈ নীলক ক'লে, “ভাই, মই পলাওঁ। মোকো খাব। তোক হয়তো নাখাব। যিহেতু তোৰ মা।”

নীলে ক'লে, “তয়ো মনুষ্য, ময়ো মনুষ্য। তোক খালে মোকো খাব।” এই বুলি দুয়ো পলাল।

ৰাক্ষসীয়ে তেতিয়া দুয়োজন ল'ৰাক খাবলৈ লহ-লহকৈ জিভা মেলি বিকৃত মূৰ্তি ধৰি খেদি আহিল। নীল আৰু পতীশে হাতত তৰোৱাল ল'লে। সিহঁতে দেখিলে, আকাশে-পাতালে তাই মুখ মেলি খেদি আহিব ধৰিছে। নীলে ৰাক্ষসীৰ দাঁত তৰোৱালেৰে কাটি দিলে। তেতিয়া ৰাক্ষসীয়ে মুখ মেলি মাটিত পৰিল। এই সুযোগতে নীলে মাকক তৰোৱালেৰে ভীষণ জোৰেৰে আঘাত কৰিলে। ৰাক্ষসী বিকট চিঞৰ মাৰি দাঁত নিকটাই মৰিল।

এই বিৰাট ৰাক্ষসীয়ে হেনো গান্দাগাগেব মাছ হৈ থাকিল। তেতিয়াৰ পৰা হেনো এই মাছটোৰ মুখখন ৰাক্ষসীৰ নিচিনা আৰু মাছটোৰ পিঠিত গজালৰ নিচিনা চিন বৈ গ'ল।

# দুই কৃপণ

দুজন বুঢ়া আছিল। এজন বুঢ়াৰ এজন ল'ৰা আৰু আনজন বুঢ়াৰ এজনী ছোৱালী আছিল। ল'ৰা থকা বুঢ়াটোক লাগে ধন আৰু এজনী মৰমিয়াল ছোৱালী।

ছোৱালী থকা বুঢ়াজনক লাগে ধনীৰ ল'ৰা। সেইমতে দুয়ো বুঢ়াই ল'ৰা আৰু ছোৱালী বিচাৰি এদিন ঘৰৰ পৰা ওলাল।

সিহঁত গৈ গৈ এখন নদীৰ পাৰত উপস্থিত হ'ল। দুয়ো বুঢ়াই লগত নিয়া খোৱা বস্তু খালে আৰু অলপ জিৰণি ল'লে।

দুয়োজনৰে দেখা-দেখি হ'ল। ইজনে সিজনৰ লগত চিনা-পৰিচয় হ'ল। দুয়ো বুঢ়াই নিজৰ নিজৰ অভিপ্ৰায়ৰ কথা ক'লে। তেতিয়া ছোৱালীৰ বাপেক ধনী বুঢ়াই ল'ৰাৰ বাপেক ধনী বুঢ়াক তাৰ ছোৱালী চাবলৈ মাতিলে।

ল'ৰাৰ বাপেকে ছোৱালী চাবলৈ গৈ দেখে যে ছোৱালীজনীয়ে মাটিত পোত গৈ থকা বনৰীয়া মণি এটা খুচৰি বুটলি ল'বলৈ চেষ্টা কৰিছে। তাকে দেখি ল'ৰাৰ বাপেকে ভাবিলে এইজনীয়ে তাৰ উপযুক্ত বোৱাৰী হ'ব, যিহেতু তাই এটা সাধাৰণ মণি বুটলি উলিয়াবলৈ চেষ্টা কৰিছে। বুঢ়াই ভাবিলে, এইজনী তাৰ বোৱাৰী হ'লে তাৰ ধনবোৰ তাই সাঁচি ৰাখিব পাৰিব।"বুঢ়াৰ ছোৱালী পছন্দ হ'ল। বুঢ়াই ছোৱালীৰ বাপেকৰ ওচৰত বিয়াৰ প্ৰস্তাৱ দিলে।

ছোৱালীৰ বাপেকে বুজিলে, ল'ৰাৰ বাপেক ধনী মানুহ আৰু কৃপণ। সিয়ো ছোৱালী দিবলৈ সন্মত হ'ল। বিয়ালৈ বৰ বেছি মানুহ নামাতিলে। আনকি বাদ্য যন্ত্ৰৰো আয়োজন নকৰিলে। এইদৰে দুয়ো কৃপণ বুঢ়াৰ ল'ৰা-ছোৱালীৰ বিয়া হৈ গ'ল।

# গিলাৰাম বীৰ

পুৰণি কালত এহাল বুঢ়া-বুঢ়ী আছিল। সিহঁতৰ সাতজন ল'ৰা। আটাইকেইজনৰ বিয়া হৈছিল। সিহঁত সাতোজন ভায়েকে মিলা-প্ৰীতিৰে খেতি-বাতি কৰিছিল। কিছুদিন যোৱাৰ পিছত বুঢ়া-বুঢ়ী মৰিল।

এদিনাখন আটাইকেইজন ভায়েকে পথাৰত হাল বাবলৈ গৈছিল। ডাঙৰ ককায়েকৰ ঘৈণীয়েকে সিহঁতৰ কাৰণে পথাৰলৈ সদায় ভাত লৈ গৈছিল। ভাত লৈ গৈ থাকোঁতে বনৰ পৰা চৰাই এটা উৰি আহি ভাতৰ ওপৰত মলমূত্ৰ ত্যাগ কৰিলে।

তাকে দেখি তিৰোতাজনীয়ে ভাতখিনি ওপৰে ওপৰে কাঢ়ি পেলালে। বাকী ভাতখিনি নি সিহঁতক খাবলৈ দিলে। সিহঁতে ভাত খালে। মাজু ভায়েকে সুধিলে, "বৌ, আজি ভাতখিনি কিয় ইমান সোৱাদ হৈছে?"

বৌয়েকে একো নামাতি তলমূৰ কৰি থাকিল। তাই ভয়ে ভয়ে ক'লে যে কৰবাৰ পৰা চৰাই এটা উৰি আহি ভাতৰ ওপৰত মলমূত্ৰ ত্যাগ কৰাত তাই ওপৰে ওপৰে ভাতখিনি পেলাই বাকীখিনি লৈ আহিছে। ডাঙৰ ককায়েকে ক'লে, "মল ত্যাগ কৰা ভাতখিনিৰে ইমান সোৱাদ! চৰাইটো আৰু কিমান সোৱাদ হ'ব?" সি ভায়েকহঁতক চৰাইটো বিচাৰি যাবলৈ ক'লে। তীৰ, ধনু, যাঠি, জোং লৈ সাতজন ভায়েকে হেগেম চৰাইটো বিচাৰি গ'ল। চিকাৰলৈ যোৱাৰ পূৰ্বে উপাস্য দেৱতাক চিকাৰ লাভৰ বাবে পূজা দি গ'ল।

সেই সময়ত ডাঙৰ ককায়েকৰ ঘৈণীয়েকৰ প্ৰসৱৰ সময় হৈছিল।

বাটে বাটে ভায়েকহঁতে সুধি গ'ল, "আইহঁত! ভাইহঁত! এইফালে এটা চৰাই উৰি অহা দেখা পাইছানে?"

বাটৰুৱাবিলাকে সুধিলে, "কি চৰাই?"

সিহঁতে ক'লে, "হেগেম চৰাই।"

বাটৰুৱাই চৰাইটো সেইফালে উৰি যোৱা বুলি ক'লে।

চৰাইটো বিচাৰি বিচাৰি গৈ সিহঁতে সাতজনী ছোৱালী পাই সুধিলে,

“আইহঁত এইপিনেদি হেদেম চৰাই উৰি যোৱা দেখিছানে?” ছোৱালীহঁতে দেখা বুলি ক’লে।

পুনৰ সিহঁতে হেগেম চৰাইটো বিচাৰি গৈ থাকিল। সিহঁতে এখন গাঁও পালে। তাতেই ৰাতি হ’ল। এহাল বুঢ়া-বুঢ়ীৰ ঘৰ পালে। বুঢ়া-বুঢ়ীৰ ঘৰত ৰাতি সিহঁত থাকিল।

বুঢ়াই সুধিলে, “বোপাইহঁত, তোমালোক কোন ৰাজ্যৰ মানুহ।

ডাঙৰ ভায়েকে ক’লে, “আমি অমল নগৰৰ মানুহ।”

বুঢ়া— “তোমালোক ইমান ৰাতি কিয় আহিছা?”

সিহঁত সাত ভায়েক— “আমি হেগেম চৰাই বিচাৰি আহিছোঁ।”

বুঢ়া, “পক্ষীটোৰে কি কৰিবা?”

বুঢ়া-বুঢ়ীৰ নাম আছিল চিকা বুঢ়া আৰু চিকা বুঢ়ী।

বুঢ়ী— “তোমালোকে এই পক্ষীটো ক’ত পাবা? তোমালোকৰ ভাত খোৱাৰ কিবা যোগাৰ পাতি আছে নে নাই?”

সিহঁতে খোৱা-লোৱাৰ সম্পূৰ্ণ যোগাৰ আছে বুলি কৈ ক’লে যে সিহঁতে ভোক-লাৰু আৰু পিয়াহ-লাৰু লৈ আহিছে।

তেতিয়া বুঢ়ীয়ে সিহঁতক পৰীক্ষা কৰিবৰ মনেৰে ভঙা টোপা এটা দেখুৱাই তাত পানী আনিবলৈ দিলে। ভঙা টোপাত পানী আনিবলৈ কোনো উপায় নাই। তথাপি কিবা উপায়েৰে ভঙা টোপাত সিহঁতে পানী আনিলে।

বুঢ়ীয়ে তাৰ পিছত ক’লে, “বেটাহঁত, ৰন্ধা-বঢ়া কৰিবৰ বাবে আমাৰ দেশত চৰুৰ ব্যৱহাৰ নাই। আমাৰ এই দেশত ডিমাৰ খোলাতহে ভাত ৰান্ধি খাওঁ।”

এইবুলি কৈ বুঢ়ীয়ে ডিমাৰ খোলা এটা দিলে।

ডিমাৰ খোলাত ভাত ৰান্ধি খায় কেনেকৈ? গতিকে সিহঁতৰ ভাত খোৱা নহ’ল। লগত যি ভোক-লাৰু আৰু পিয়াহ-লাৰু আছিল তাকে খাই ৰাতি থাকিল।

ৰাতি চিকা বুঢ়ীয়ে মনে মনে বিছনাৰপৰা উঠি সাত ভায়েকে লগত নিয়া বস্তুবোৰ খাই শেষ কৰিলে আৰু ধনু-কাড় আৰু দাঁতেৰে কামুৰি ছিঙি পেলালে। সৰু ভায়েক সাৰে আছিল। সি কিহৰ শব্দ বুলি দাৰে ঘাপ দিয়াত ৰাক্ষসী চিকা বুঢ়ীয়ে চিঞৰ মাৰি পলাল। ৰাতি পুৱালত সৰু ভায়েকে ৰাতিৰ সকলো ঘটনা ককায়েহঁতৰ আগত ভাঙি-পাতি ক’লে, “ককাইহঁত, আমি

ইয়াৰ পৰা গুচি যাওঁ বলা; নহ'লে আমাৰ নিস্তাৰ নাই। আজি মই বৰ বেয়া সপোন দেখিছোঁ। আমাৰ বৌৰ মেখেলা কোনোবাই হৰণ কৰি নিছে।"

ইপিনে বৌয়েক মায়দাংশ্ৰীৰ এটি ল'ৰা সন্তান জন্ম হৈছে।

সিহঁতে ঘৰমুৰা হৈ গৈ থাকোঁতে বহুদূৰত পক্ষীটো দেখা পালে। প্ৰথমে ডাঙৰজনে কাঁড় মাৰিলে; কিন্তু সেই কাঁড় পক্ষীটোৰ গাত নপৰিল। পক্ষীটো এজোপা শিমলু গছৰ আগত পাখামেলি আছিল। এইবাৰ সাতোজন ভায়েকে কাঁড় মাৰিলে কিন্তু পক্ষীৰ গাত কোনেও কাঁড় লগাব নোৱাৰিলে। পক্ষীয়ে তেতিয়া শিলমু গছৰ পৰা উৰা মাৰি আহি সাতজন ভায়েককে গিলি থ'লে।

মায়দাংশ্ৰীৰ ল'ৰা ক্ৰমান্বয়ে ডাঙৰ হৈ আহিল। পুতেকে মাকক তাৰ পিতাক-খুৰাকৰ কথা সুধিলে। মাকে তাক সকলো ঘটনা বিৱৰি ক'লে। মাকৰ মুখৰ পৰা সকলো শুনি ল'ৰাটোৱে মাকক ক'লে, "পিতা আৰু খুৰাহঁত নিশ্চয় কিবা বিপদত পৰিছে। মই বিচাৰি যাওঁ।"

সৰু ল'ৰা দেখি মাকে বাধা দি ক'লে, "বাছা, ডাঙৰ হ'লে বিচাৰি যাবা। তুমি সৰু ল'ৰা, যাব নালাগে।"

ল'ৰাটোৱে একোপধ্যে মাকৰ হাক-বচন নুশুনিলে। সি পিতাক আৰু খুৰাকহঁতক বিচাৰি যাবই যাব। মাকে বাধা দি ৰাখিব নোৱাৰিলে। উপায় নাপাই মাকে তাক ক'লে, "তুমি ধৰ্মৰ তুলসী এডাল ৰুই থৈ যোৱা।"

মাকৰ বচন অনুসৰি ল'ৰাটোৱে ধৰ্মৰ তুলসী ৰুই মাকক সেৱা কৰি পিতাক আৰু খুৰাকহঁতক বিচাৰি গ'ল। ল'ৰাটোৰ নাম আছিল গিলাৰাম।

গিলাৰামে গৈ গৈ বহুত দূৰত এখন অটব্য হাবি পালে। তাত কেৱল হিংস্ৰ জীৱ-জন্তু থাকে। বাঘ, হাতী, শিয়াল আদিৰ বিকট চিঞৰ সি শুনিবলৈ পালে। সি কিন্তু একোতে ভয় নেখালে। তাৰ হাতত ধনু-কাঁড়, লাঠি আৰু তৰোৱাল আছিল। সি বুকু ডাঠ কৰি গৈ থাকিল। এনেতে ওপৰেদি উৰি যোৱা এটা বিৰাট হেগেম চৰায়ে মুখ মেলি তাৰ প্ৰতি চোঁচা মাৰি উৰি অহা দেখা পালে। সি তৎক্ষণাৎ ধনু-কাঁড় লৈ প্ৰস্তুত হ'ল। চৰাইটোৱে মুখ মেলি তাৰ ওচৰ পোৱাৰ লগে লগে সি ততালিকে ধনুত গুণ লগাই পক্ষীটোৰ প্ৰতি কাড় নিক্ষেপ কৰিলে। বিৰাটাকায় পক্ষী ততালিকে মাটিত পৰিল। থিতাতে তাৰ মৃত্যু ঘটিল। আচৰিত কথা, মৃত পক্ষীটোৰ পেটৰ পৰা ল'ৰাটোৰ পিতাক আৰু খুৰাকহঁত ওলাই আহিল।

সিহঁতে পক্ষীটোৰ পেটৰ পৰা ওলাই আহিয়েই ল'ৰাটোক দেখা পালে। অচিনাকি ল'ৰা। শত্রু বুলি ভাবি নিজৰ ল'ৰাটোকে সিহঁতে কাটি-ছিঙি পেলাই দিলে। সাত ভায়েকে মৃত পক্ষীটো লৈ ঘৰলৈ আহিল।

আনপিনে শালিকা, নেউল আৰু বগলী লগ হৈ মৰা ল'ৰাটোৰ মাংসবোৰ বুটুলি আনি জোৰা লগাই তাক জীয়াই তুলিলে।

সাত ভায়েকে ঘৰ পোৱাৰ লগে লগে মাজু ভায়েকৰ ঘৈণীয়েকে সিহঁত ইমানদিন ক'ত আছিল, কি হৈছিল ইত্যাদি নানা প্রশ্নৰ জাউৰি তুলিলে। সিহঁতে কি কি বিপদত পৰিবলগীয়া হৈছিল আৰু হেগেম চৰায়ে সিহঁতক কেনেকৈ পেটৰ ভিতৰত গিলি থ'লে সকলো ঘটনা বিৱৰি ক'লে। কিন্তু হেগেম চৰাই কোনে মাৰিলে, হেগেম চৰাইৰ পেটৰ পৰা কেনেকৈ ওলাল আৰু হেগেম চৰাইৰ পেটৰ পৰা ওলাই সিহঁতে যে ল'ৰাটোক দেখা পাই কাটি-ছিঙি মাৰি পেলালে সেই কথাখিনি নকলে।

মায়দাংশ্ৰীয়ে তাইৰ ল'ৰা গিলাৰামে পিতাক-খুড়াকহঁতক বিচাৰি যোৱাৰ কথা ক'লে আৰু তাক ক'ৰবাত লগ পাইছে নে নাই সুধিলে। মায়দাংশ্ৰীৰ পুতেকৰ কথা কোৱাত সিহঁত আচৰিত হ'ল। কাৰণ সিহঁত যেতিয়া চৰাই চিকাৰ কৰিবলৈ গৈছিল তেতিয়া মায়দাংশ্ৰীৰ কোনো সন্তান নাছিল, গতিকে সিহঁতে মায়দাংশ্ৰীৰ কি সন্তান, কেতিয়া জন্ম হৈছিল, ক'লৈ গৈছিল আদিৰ আঁতিগুৰি বিচাৰিলে। তেতিয়া মায়দংশ্ৰীয়ে তাইৰ ল'ৰাৰ জন্মৰ পৰা সি তাৰ পিতাক আৰু খুৰাহঁতক বিচাৰি যোৱালৈকে সকলো ঘটনা বিৱৰি ক'লে। তাইৰ দৃঢ় বিশ্বাস যে তাইৰ পুতেকহে পিতাক আৰু খুড়াহঁতক উদ্ধাৰ কৰিছে। গতিকে তাই ক'লে, "মোৰ পুত্ৰৰ দ্বাৰাহে তোমালোক ৰক্ষা পৰিলা। তোমালোকে নিশ্চয় তাৰ কিবা অনিষ্ট কৰিছা।"

এইবুলি কৈ তাই বুলি উচুপি উচুপি কান্দিবলৈ ধৰিলে।

ইপিনে গিলাৰামে পুনৰ জীৱন পাই ঘৰমুৱা হ'ল। সি ঘৰ নোপোৱালৈকে শালিকা, নেউল আৰু বগলীয়ে তাক আগবঢ়াই থ'লে— বাটত তাৰ কিবা বিপদ হ'ব পাৰে বুলি। সি ঘৰ আহি পোৱা মাত্ৰকে সকলোৱে আনন্দত অধীৰ হৈ উঠিল। সিদিনাৰ পৰা গিলাৰামৰ মতে সাত ভায়েক, মাক আৰু খুৰীয়েকহঁত চলিবলৈ ধৰিলে।

মহাসুখেৰে সিহঁতৰ দিন-কাল যাবলৈ ধৰিলে।

# শিহু কেনকৈ হ'ল?

এদিনাখন ভাইবোৱাৰীয়েকে দুপৰীয়া কাঁহী-বাচন ধুবলৈ নৈৰ ঘাটলৈ গৈছিল। কাঁহী-বাচন ভালদৰে ধুই পাৰত থৈ দিলে। তাই চাৰিওফালে ঘূৰি চালে কোনোবা আহিছে নেকি বুলি। কিন্তু তাই কোনো মানুহক দেখা নাপালে। তাই ভাবিলে এই ভৰদুপৰীয়া কোন মানুহ নৈৰ ঘাটলৈ আহিব? এইবুলি ভাবি তাই নাঙঠ গাৰে পানীত নামিবলৈ স্থিৰ কৰিলে। কাৰণ মেখেলাখনৰ বাহিৰে আন কাপোৰ তাইৰ গাত নাছিল। তাই ভাবিছিল ঘৰলৈ গৈ আকৌ গা ধুবলৈ অহাতকৈ একেবাৰে গা ধুই ভাত ৰান্ধিলেই হ'ল। ভাত ৰন্ধাত পলম হ'লে পথাৰৰ পৰা ভাইশহুৰেক আহি খং কৰিব। সেই কাৰণে তাই নাঙঠ হৈ গা ধুবলৈ ধৰিলে।

আনপিনে ভাইশহুৰেকে পথাৰৰ পৰা হালবাই ঘৰলৈ আহিল। তাৰ পিছত নদীৰ ঘাটলৈ গৈ পানীত নামি গা ধুবলৈ ধৰিলে।

বেচেৰাই নাজানে যে তাৰ ভাইবোৱাৰীয়েকেও নদীত গা ধুই আছে।

ভাইবোৰীয়েকে দূৰৰ পৰা দেখিছিল যে ভাইশহুৰেকে গা ধুবলৈ আহিছে। ভাই শহুৰেকক দেখি তাই পাৰৰ পৰা লাহেকৈ ডুব দি হঠাৎ বহুদূৰলৈ গৈ মূৰটো উলিয়াই ভাইশহুৰেক গৈছে নে নাই চাই পঠিয়ালে। ভাইশহুৰেকে নদীৰ ঘাটলৈ গৈ কাঁহী-বাচনবোৰ দেখা পালে। কিন্তু আন কোনো মানুহ দেখা নাপালে। সি ভাবিলে, কোনোবাই পাৰত কাঁহী-বাচন থৈ মৰিব খুজিছে। সি দূৰৈত এজনী মানুহৰ দীঘল চুলিটাৰি আৰু মুখখনি দেখা পাই ভাবিলে— কোনো তিৰোতা পানীত ডুবি মৰিব খুজিছে। গতিকে সি মানুহজনীক বচাবলৈ সাঁতোৰ মেলিলে। আনপিনে ভাইবোৱাৰীয়েকে ভাবিলে কথা বিষম। তাই পুনঃ ডুব দিলে আন এটা ঘাটলৈ। ভাইশহুৰেকেও মানুহজনী মৰে বুলি পিছে পিছে সাঁতুৰি সাঁতুৰি যাবলৈ ধৰিলে।

অৱশেষত ভাইবোৱাৰীয়েকে পানীত ডুব দি ভাগৰি গ'ল। তাই ভাবিলে, তাইৰ লাজ নিবাৰণ কৰাৰ আন উপায় নাই। ডুব দি থকাৰো তাইৰ শক্তি

নাইকিয়া হ'ল। তাই ভগবানক প্ৰাৰ্থনা কৰিলে "হে' ভগবান, মোৰ লাজ নিবাৰণ কৰা। মই নাঙঠ হৈ ভাইশহুৰৰ আগত কেনেকৈ মুখ দেখুৱাম? তুমি মোক কিবা এটা প্ৰাণী কৰি এই পানীতে ৰাখা। মই আৰু ঘৰলৈ নাযাওঁ।"

তাইৰ কাতৰ প্ৰাৰ্থনাত ভগবান সন্তুষ্ট হ'ল। ভগবানৰ কৃপাত তাই এটা প্ৰাণীত পৰিণত হ'ল। প্ৰাণীটোৰ মূৰটো হ'ল হাঠাটোৰ মূৰটোৰ নিচিনা আৰু পিঠিখন হ'ল হগিটোৰ নিচনা। এই প্ৰাণীটো হ'ল পানীত থকা শিহু। দেখাত হাঠা আৰু হাঠাৰ মূৰ যেন দেখি।

ভাইবোৱাৰীয়েকে ভাইশহুৰেকক যেনেকৈ লাজ কৰি পানীত মুখখন উলিয়াই আকৌ লাজতে পানীত ডুব দিছিল, তেনেকৈ শিহুৱেও পানীত ডুব দি মুখখন উলিয়াই আকৌ ডুব দিয়ে। লাজতে ভাইবোৱাৰীয়েকে পানীত শিহু হৈ থাকিল।

# ভায়ে ভায়ে কিয় বেলেগ হয় ?

এসময়ত চাৰিজন ভাই-ককাই আছিল। এজন কণা, এজন খেতিয়ক, এজন গাঁওবুঢ়া আৰু এজন গৰখীয়া। খেতিয়কজনে খেতি-বাতি কৰি খুৱায়। গাঁওবুঢ়াই গাঁৱৰ মেল-মোকৰ্দমা আদি বিচাৰ কৰি ফুৰে। খেতিয়কজনৰ ঘৈণীয়েক আছিল বৰ দুষ্ট বুদ্ধিৰ। এদিনাখন তাই গিৰিয়েকক ক'লে, "তুমি অকলে পৰিশ্ৰম কৰি খেতি-বাতি কৰি উপাৰ্জন কৰা, অথচ আনবোৰে কাম-বন নকৰি ঘূৰি ফুৰি খায়। তুমি বেলেগ হোৱা।"

গিৰিয়েকে ক'লে, "কাজিয়া-পেচাল নহ'লে বেলেগ হ'বা কেনেকৈ?"

ঘৈণীয়েকে ক'লে, "অহাকালি গাঁওবুঢ়াৰ ল'ৰাটোক মলা ধঁপাত নিবলৈ ক'বা। সি গৈ পালে পলম হোৱা বুলি তাক লৰুৰে মাৰপিট কৰিবা, তেতিয়া গাঁওবুঢ়াই খং কৰি বেলেগ হ'ব।"

পিছদিনাখন সি ঘৈণীয়েকৰ বুদ্ধিমতে গাঁওবুঢ়াৰ ল'ৰাক পথাৰলৈ ধঁপাত নিবলৈ ক'লে। ল'ৰাটোৱে ধঁপাত লৈ গ'ল। খেতিয়কজনে ধঁপাত নিয়াত পলম হোৱা বুলি ল'ৰাটোক লৰুৰে মাৰিব ধৰিলে। ল'ৰাটোৱে মাৰৰ কোবত বৰ দুখ পাই কান্দি কান্দি ঘৰলৈ আহি মাকক সকলো ঘটনা বিৱৰি ক'লে। মাকে কথাটো শুনি গাঁওবুঢ়াক নিন্দা কৰিবলৈ ধৰিলে। গাঁওবুঢ়াই ইতিমধ্যে মেল এখনৰ পৰা আহি পোৱাত গাঁওবুঢ়াৰ ঘৈণীয়েকে তাক তিৰস্কাৰ কৰিব ধৰিলে, "তুমি গাঁৱৰ মেল-মোকৰ্দমাবোৰ ভাঙি ফুৰিবা অথচ তোমাৰ কাৰণে ল'ৰাটোৱে বিনা দোষত মাৰ খাব লগা হ'ল। তুমি বেলেগ হোৱা।"

গাঁওবুঢ়াই ক'লে, "মাৰিছে' বৰ ভালেই কৰিছে। গলটো মুচুৰি নিদিলে কিয় ?"

খেতিয়কজনে গাঁওবুঢ়াই কোৱা কথাখিনি শুনি ঘৈণীয়েকক ক'লেগৈ। ঘৈণীয়েকে তেতিয়া ক'লে, "বাৰু, এইবাৰ লাগনী তামোলৰ গছবোৰ কাটি পেলোৱা। তেতিয়া গাঁওবুঢ়াই খং কৰি বেলেগ হ'ব।"

ঘৈণীয়েকৰ কথা মতে খেতিয়কজনে আটাইবোৰ লাগুনী তামোল কাটি

পেলালে। গাঁওবুঢ়াই মেল-মোকৰ্দমা বিচাৰ কৰি আহি দেখে তামোল গছবোৰ কাটি পেলাইছে। তাকে দেখি গাঁওবুঢ়াই খেতিয়ক ভায়েকৰ ওপৰত খং নেদেখুৱাই বৰং মিচিকিয়া হাঁহি মাৰি ক'লে, "তামোল গছবোৰ কাটি দি বৰ ভাল কৰিছ, এবছৰৰ খৰি যোগাৰ হ'ল।"

খেতিয়কজনে ককায়েক গাঁওবুঢ়াই তাক কোৱা কথাখিনি ঘৈণীয়েকক ক'লেগৈ। তেতিয়া খেতিয়কৰ ঘৈণীয়েকজনীয়ে ক'লে, "বাৰু, এইবাৰ দেখা যাওঁক বেলেগ হয় নে নহয়। তুমি ধানৰ ভঁৰালৰ পৰা আধা ধান উলিয়াই জংগলত পেলাই দিয়া। তেতিয়া খং আৰু বিৰক্তিত নিশ্চয় বেলেগ হ'ব।"

খেতিয়কজনে ঘৈণীয়েকৰ কথামতে ধানৰ ভঁৰালৰ পৰা ধান উলিয়াই জংগলত পেলাই দিলে।

গাঁওবুঢ়াই গাঁৱৰ পৰা মেল-মোকৰ্দমা বিচাৰ কৰি আহি দেখে যে ভঁৰালৰ আধা ধান উলিয়াই জংগলত পেলাই দিছে। তাকে দেখি তাৰ মনত বৰ দুখ লাগিল আৰু ভাবিলে এইবাৰ বেলেগ নহ'লে উপাই নাই। গাঁওবুঢ়াই ভায়েকহঁতক মাতি আনি বিদেশলৈ যোৱাৰ কথা ক'লে। গাঁওবুঢ়াই ক'লে, "ভাইহঁত, আমাৰ ধানৰ ভঁৰালৰ আধা ধান জংগলত পেলাই দিলে, বাকী ধানেৰে আমাৰ নুজুৰিব। গতিকে আমি বিদেশলৈ যাওঁ ব'লা। বিদেশলৈ গৈ খুজি-মাগি, কামলা কৰি কোনো উপায়ে প্ৰাণ-ভিক্ষা জীৱন ৰক্ষা কৰোঁগৈ। বাকী যি ধান আছে সেইখিনিৰে খেতিয়ক ভাই আৰু তিৰোতাসকলে খাই-লৈ থাকিব পাৰিব।"

খেতিয়ক ভায়েকৰ বাহিৰে গাঁওবুঢ়াৰ কথাত হয়ভৰ দি বাকীকেইজন বিদেশলৈ গুচি গ'ল। এতিয়া কণা ভায়েকে নদী পাৰ হ'বলৈ সাঁকোৰে যাব লগা হ'ল। সাঁকোত এডাল মাথোন বাঁহ আছিল। কণাই বাঁহডালত ভৰি দি কেইখোজমান যাওঁতে হঠাৎ পিছল খাই পৰি গ'ল। কণাই পানীত পৰি মাটিত হাত দুখনেৰে খামুচি ধৰাত কিবা বস্তু দুটা পোৱা যেন লাগিল। কণাই বস্তু দুটা লৈ নদীৰ পাৰত উঠিল। গাঁওবুঢ়াই দেখে যে কণাই খামুচি অনা বস্তু দুটাৰ এটা হ'ল সোণৰ মুদ্ৰা আৰু আনটো মুক্তাৰ মুদ্ৰা। তাকে দেখি গাঁওবুঢ়াই কণাক সি পোৱা বস্তু দুটা যে সোণ আৰু মুক্তাৰ টুকুৰা, ই যে বহুমূলীয়া বস্তু তাক বুজাই দিলে, "তোমাৰ জীৱনত আৰু চিন্তা নাই। তুমি গোটেই জীৱন মহাসুখে খাই জীয়াই থাকিব পাৰিবা।"

গৰখীয়া ভায়েকে গৈ ৰজাৰ গৰখীয়া হৈ থাকিল। গৰখীয়া ভায়েক আছিল বৰ ধুনীয়া ডেকা। তাৰ চেহেৰা দেখিলেই চাই থাকিবৰ মন যায়। হঠাৎ এদিনাখন ৰাজকুমাৰীৰ চকু পৰিল গৰখীয়া ল'ৰাটোৰ ওপৰত। গৰখীয়া ডেকা ল'ৰাৰ চেহেৰা দেখি ৰাজকুমাৰী ঠাইতে ভোল গৈ চাই থাকিল। প্ৰথম দৃষ্টিতে তাই গৰখীয়াৰ প্ৰেমত পৰিল।

ঘৰলৈ গৈ ৰাজকুমাৰী ৰোহ-ঘৰত পৰিল। ৰাজকুমাৰীৰ মন বুজি ৰজাই স্বয়ম্বৰ পাতিলে। নানা দেশৰ পৰা ৰাজকুমাৰসকল বেশভূষা কৰি আহিল। ৰাজকুমাৰীৰ ৰূপত ৰাজকুমাৰসকল বিভোল হ'ল। ৰাজকুমাৰীয়ে কোনো ৰাজকুমাৰকেই মালাদান নকৰিলে। তেতিয়া ৰজাই ৰাজ্যৰ সেনাপতি, মন্ত্ৰী আদি সকলো সৰু-বৰ কৰ্মচাৰীক স্বয়ম্বৰলৈ আহিল। ডেকা ল'ৰাজনক দেখি ৰাজকুমাৰীৰ মুখত হাঁহি বিৰিঙি উঠিল। তাই গৰখীয়া ডেকাজনক সেৱা কৰি মাল্যদান কৰিলে। তাকে দেখি সকলোৱে আচৰিত মানিলে। ৰজাই উপায় নাপাই ৰাজকুমাৰীক গৰখীয়া ল'ৰাৰ লগত বিয়া দিলে। বিয়া অতি ধুমধামেৰে হৈ গ'ল।

ৰজাই গৰখীয়া ল'ৰাটোক হাতী, বান্দী, বেটী নানা ৰকমৰ সাজ-সঁজুলি, সাজ-সজ্জা, ধন-সম্পত্তি দি বিদায় দিলে।

আনফালে এখন দেশৰ ৰজাই এটা সাঁথৰ ভাঙি দিব পাৰিলে একেলগে একলাখ টকা পুৰস্কাৰ দিবলৈ ঘোষণা কৰিলে। বহুতো মানুহ ৰাজদৰবাৰত উপস্থিত হ'ল, — সাঁথৰটো ভাঙি দিবলৈ। কিন্তু কোনেও সাঁথৰটোৰ অৰ্থ ভাঙিবলৈ সক্ষম নহ'ল। এই ঘোষণা শুনি ৰাজদৰবাৰত গাঁওবুঢ়া উপস্থিত হ'ল। সি ৰজাক আঁঠুকাঢ়ি সেৱা জনাই ক'লে যে সি সাঁথৰটোৰ উত্তৰ দিব পাৰিব। ৰজাই সাঁথৰটো ক'লে।

ৰজাই সাঁথৰটো আনক নক'বলৈ গাঁওবুঢ়াক সাৱধান কৰি দিলে। আনক ক'লে ৰাজদ্ৰোহী বুলি শাস্তি দিব বুলিও সতৰ্ক কৰি দিলে। গাঁওবুঢ়াই আনক নক'বলৈ মান্তি হ'ল। গাঁওবুঢ়াই সাঁথৰটো ভাঙি কোৱাত পৰম সন্তুষ্ট হৈ ৰজাই একলাখ টকা পুৰস্কাৰ দি গাঁওবুঢ়াক বিদায় দিলে।

গৰখীয়াজনে হাতীত উঠি ৰাজকুমাৰীক লগত লৈ আৰু অসংখ্য বন্দী-বেটী লৈ শোভাযাত্ৰা কৰি ঘৰমুৱা হ'ল। তাকে দেখি গাঁওবুঢ়া আৰু কণাই কোনোবা ৰজাই ৰাজ্য আক্ৰমণ কৰিবলৈ অহা বুলি ভাবি দৌৰি পলাবলৈ

ধৰিলে। গৰখীয়া ভায়েকে সিহঁতক চিনি পাই হাত-বাউল দি পলাবলৈ বাধা দিলে আৰু ৰিঙিয়াই ৰিঙিয়াই সি সৰু ভায়েক বুলি পৰিচয় দিলে। তেতিয়াহে সিহঁত বৈ গ'ল। গৰখীয়া ভায়েকে ৰাজকুমাৰীয়ে কেনেকৈ মাল্য অৰ্পণ কৰিলে আৰু ৰাজকুমাৰীৰ লগত কেনেকৈ তাৰ ধুমধামেৰে বিয়া হৈ গ'ল সকলো ঘটনা বৰ্ণনা কৰিলে।

তিনিও ভায়েকে এতিয়া বিদেশৰ পৰা ঘৰলৈ ঘূৰি যোৱাৰ ঠিক কৰিলে। ডাঙৰ ভায়েক গাঁওবুঢ়াই ক'লে, " ভাইহঁত, আমাৰ এতিয়া অভাব নাই। কণাই সোণ, মণি-মুক্তা পালে। গৰখীয়াই ৰাজকুমাৰী আৰু অজস্ৰ ধন-সম্পত্তি পালে। মই একলাখ টকা পালোঁ। খেতিয়কজনক আমি মাটি-সম্পত্তি এৰি দিম। টকা-পইচা দিও সহায় কৰিম। সি আমাৰ ধানৰ ভঁৰালৰ যি আধা ধান নি জংগলত পেলাই দিছিল এতিয়া নিশ্চয় গজিছে। খেতিয়ক ভায়েয়ো খাব— ল'বলৈ অভাব নহ'ব। গতিকে আমি নিজৰ ঘৰলৈ যাওঁ ব'লা। ঘৰৰ ল'ৰা-তিৰোতাকো আজি এবছৰে দেখা নাই। সিহঁতৰ বা কি অৱস্থা হৈছে! যাওঁ ব'লা।' এইবুলি তিনিও ভায়েকে মহাউল্লাসেৰে ঘৰলৈ যাত্ৰা কৰিলে।

সিহঁতে ঘৰ পোৱাত সিহঁতৰ ল'ৰা-ছোৱালী আৰু ঘৈণীয়েকসকলৰ আনন্দ চায় কোনে? খেতিয়ক আৰু খেতিয়কৰ ঘৈণীয়েকে নিজৰ নিজৰ ভুল বুজিব পাৰি গাঁওবুঢ়াৰ ওচৰত ক্ষমা ভিক্ষা খুজিলে আৰু মদ, ভাত দি, খেতিয়ক আৰু খেতিয়কৰ ঘৈণীয়েকে সেৱা-সৎকাৰ কৰিলে। আৰু তেতিয়াৰ পৰা কোনো দিনে বেলেগ নহওঁ বুলি শপত খালে। চাৰিও ভায়েকে একেলগে থাকি মহাসুখেৰে জীৱন অতিবাহিত কৰিলে।

জ্ঞানীলোকে কয়,"তিৰিৰ পৰা হয় গিৰি; তিৰিৰ পৰা হয় হতচিৰি।"

# কঠিয়া বুদাং ঃ চন্দ্ৰমালী

## (বিধাতৰ লিখন নেযাই কলমচাৰী)

এক ৰজাৰ ঘৰত কঠিয়া বুদাং চাকৰ আছিল। দিনে দিনে ৰজাৰ ঘৰত কাম কৰি সি জীৱিকা চলাই আছিল। সি ৰজাৰ জীয়েক চন্দ্ৰমালীৰ মেখেলা ধোৱা চাকৰ আছিল। এইদৰে থাকোঁতে থাকোঁতে বহুত দিন পাৰ হৈ গ'ল। এদিনাখন বিধাতাই মানুহবিলাকৰ যোৰা লিখিছিল। তাকে দেখি চন্দ্ৰমালীয়ে কঠিয়া বুদাঙক ক'লে, "বিধাতাই কাৰ লগত কাৰ যোৰা লিখিছে সুধি আহা।"

তেতিয়া কঠিয়া বুদাং গ'ল বিধাতাক সুধিবলৈ। বিধাতাই সুধিলে, "কঠিয়া বুদাং, তুমি ইয়াত কি কৰিছা?"

কঠিয়া বুদাঙে ক'লে, "বাৰু ভালদৰে কওকচোন, কাৰ লগত কাৰ যোৰা লিখিছে?"

তেতিয়া বিধাতাই ক'লে, "কঠিয়া-বুদাং— চন্দ্ৰমালী যোৰা, বিধাতাৰ লিখন নেযায় কলমচাৰী।"

কঠিয়া বুদাঙে ভাবিলে 'মই ৰজাৰ জীয়েক চন্দ্ৰমালীক পামনে?' সি চিন্তা কৰি কৰি ৰজাৰ ঘৰলৈ আহিল। সি আগৰ দৰে কাম-বন কৰিবলৈ ধৰিলে। চন্দ্ৰমালীয়ে কঠিয়া বুদাঙক সুধিলে, "বিধাতাই কাৰ লগত কাৰ যোৰা বুলি ক'লে।"

কঠিয়া বুদাঙে লাজ আৰু ভয়ত একো নক'লে। চন্দ্ৰমালীয়েও বৰকৈ সুধিবলৈ ধৰিলে।

কঠিয়া বুদাঙে উপায় নেপাই ক'লে, "বিধাতাই তোমাৰ আৰু মোৰ যোৰা লিখিছে।"

কথাটো শুনি খঙত চন্দ্ৰমালীয়ে কঠিয়া বুদাঙক নদীত গা ধুবলৈ মাতি নি হাতৰ খাৰুৰে কোবাই তাক পানীত পেলাই দিলে। কঠিয়া বুদাঙ পানীত

ভাহি গৈ দাউখা ৰজাৰ নদীৰ বান্ধত খোখাত লাগিল। দাউখা ৰজাই 'খোখা' তুলি দেখে মানুহ। তাক ঘৰলৈ নি চিকিৎসা কৰি ভাল কৰিলে। তাক গৰু চৰাবলৈ দিলে। বাঁহী এটাও দিলে। সি বাঁহী বজাই গছত উঠি গৰু চাৰে। হঠাৎ এদিনাখন চন্দ্ৰমালীয়ে নদীৰ ঘাটত গা ধুবলৈ যাওঁতে বাঁহীৰ মাত শুনি মুগ্ধ হ'ল আৰু তাক পালে বিয়া কৰাবলৈ মনে মনে ভাবিলে। ঘৰত আহি ৰোহ্‌ঘৰত পৰিল। ভাত খাবলৈ এৰিলে। ৰজাই খানেগাজলিং নামেৰে এজনী বুঢ়ী চাকৰণীক চন্দ্ৰমালীৰ কি হৈছে সুধি আহিবলৈ ক'লে।

"আবু আবু, তোমাৰ কি হৈছে কোৱা, তোমাৰ দেউতাই যি লাগে তাকে তোমাক দিবলৈ প্ৰতিশ্ৰুতি দিছে।" এই বুলি খানেগাজলিং বুঢ়ীয়ে চন্দ্ৰমালীক ক'লে। তেতিয়া চন্দ্ৰমালীয়ে ক'লে, "হুয়ানো নাংগো দখনাচৰি, হিনজাউনো নাংগৌ গামছা।" (মতা মানুহক লাগে মেখেলা-চাদৰ, তিৰোতাক লাগে গামোছা কাপোৰ।)

তেতিয়া খানেগাজলিং আবুয়েকৰ চন্দ্ৰমালীৰ মন বুজিবলৈ বাকী নেথাকিল। ৰজাই সুধিলে খানেগাজলিঙক "চন্দ্ৰমালীয়ে কি ক'লে?" খানেগাজলিঙে চন্দ্ৰমালীয়ে কোৱা কথাখিনি ৰজাক ক'লে। ৰজাৰো তেতিয়া বুজিবলৈ বাকী নেথাকিল। চন্দ্ৰমালীৰ স্বয়ম্বৰৰ আয়োজন কৰিলে আৰু এটা দিন ধাৰ্য কৰিলে। স্বয়ম্বৰলৈ ৰজাবিলাকক নিমন্ত্ৰণ কৰিলে। ৰজাবিলাক আহিল। চন্দ্ৰমালীয়ে দুগদুগি ঘটীত পানী আৰু তুলসী ল'লে আৰু পানী চটিয়াই বৰমাল্য অৰ্পণ কৰিবলৈ সংকল্প কৰিলে। ৰজাবিলাকক এজন এজনকৈ চালে যদিও কাকো পছন্দ নকৰিলে। কিন্তু ৰজাবিলাকৰ বৰ ইচ্ছা চন্দ্ৰমালীক বিয়া কৰাবলৈ। তাই কোনো ৰজাকে পছন্দ নকৰি ৰোহ্‌ঘৰত পৰিল।

ৰজাই তেতিয়া গৰখীয়া, খেতিয়ক, কণা, কুঁজা সকলোকে সয়ম্বৰলৈ মাতিলে। খানেগাজলিঙেও সকলো গৰখীয়াকে মাতিলে। সিহঁত আহিব নোখোজে। কঠিয়া বুদাং গৈ চোতালৰ কোণাত বহিল।

পিছে এয়া কি? চন্দ্ৰমালীয়ে দুগদুগি লোটাৰ পানী তুলসীৰে চটিয়াই তাক বৰমাল্য অৰ্পণ কৰিলে। ৰজাবিলাকে গৰখীয়াক থুই দি গুচি গ'ল। ৰজাই দেখে, বৰ (দৰা) গৰখীয়া। বৰ জঘন্য। যিয়ে নহওক কেঁচা কল কাটি, কেঁচা বিয়া দিলে। নদীৰ পাৰত বাহা (থকা ঘৰ) দি ৰাখিলে দুখত, বেজাৰত, ঘৃণাত।

কঠিয়া বুদাঙে ৰাতি হ'লে বেয়া পোছাক বদলায়। কাৰণ সি মায়াবী আছিল। চন্দ্ৰমালীয়ে দেখিলে যে মানুহজন বৰ ধুনীয়া। তাক দেখি আচৰিত হ'ল। এদিনাখন তাই টোপনি যোৱা ভাও জুৰি কঠিয়া বুদাঙে কি চাই থাকিল। এনেতে দেখে যে কঠিয়া বুদাঙে বেয়া পোছাক বদলি কৰি ভাল পোছাক পিন্ধি সুন্দৰ হৈ উঠিছে আৰু ৰাতি পুৱাও-নুপুৱাওতেই বেয়া পোছাক পিন্ধি জঘন্য জধলা হৈছে।

চন্দ্ৰমালীয়ে এদিনাখন ৰাতি কঠিয়া বুদাঙ শুই থাকোঁতে তাৰ পোছাকটো তুহঁৰ জুইত পুৰিলে। কঠিয়া বুদাঙে ৰাতিপুৱা পোছাক সলাব খোজোঁতে দেখে পোছাক নাই। সি বিপদত পৰিল। চন্দ্ৰমালীয়ে দেখে, সি বৰ ধুনীয়া—দেৱ বংশী। এদিনাখন গাজলিঙে দেখিলে যে বৰ ধুনীয়া ল'ৰা। চন্দ্ৰমালীয়ে সুধিলে, "সি কোন?"

তাই ক'লে, "মোৰ স্বামী।" খানে গাজলিং লৰি গৈ ৰজাক জনোৱাত ৰজাই আহি লৈ গ'ল আৰু তাক ৰাজ্যৰ অৰ্ধভাগ দিলে।

এদিনাখন ৰাতি কঠিয়া বুদাঙ শুই থাকোঁতে তাৰ মূৰ খজুৱাইছিল চন্দ্ৰমালীক চাব দিলে। চাই দেখে ঘা। তাই সুধিলে, "কেনেকৈ ঘা হ'ল?"

কঠিয়া বুদাঙে তেতিয়া সি যে চন্দ্ৰমালীৰ চাকৰ আছিল, তাক যে তাই হাতৰ খাৰুৰে কোবাই পানীত পেলাই দিছিল আৰু সি গৈ কেনেকৈ দাউখা ৰজাৰ বান্ধত লাগিলগৈ আৰু দাউখা ৰজাই মৰম কৰি লৈ গৈ তুলি-তালি ডাঙৰ-দীঘল কৰিলে ইত্যাদি কথা বিবৰি ক'লে।

চন্দ্ৰমালীয়ে তেতিয়া দুখ, লাজ আৰু অপমানত মৰ্মাহত হৈ কান্দিব ধৰিলে আৰু নিজৰ দোষৰ বাবে তাইৰ স্বামী কঠিয়া বুদাঙৰ ওচৰত ক্ষমা-ভিক্ষা কৰিলে। কঠিয়া বুদাঙে ক্ষমা কৰি বুকুৰ মাজত আঁকোৱালি ল'লে। সিহঁতৰ দিনবোৰ মহাসুখেৰে যাবলৈ ধৰিলে।

# মায়দাংশ্ৰী চিখলা

কঠিয়াবাদলে হাল বাবলৈ হেলা কৰে। বৌৱেকে কয়, " ককায়েৰাহঁতক পানী দিবলৈ যোৱা।" কঠিয়াবাদলে ককায়েকহঁতক পথাৰত পানী দিবলৈ গ'ল। যাওঁতে বাটত ধানৰ থোক এটা দীঘলকৈ পৰি থকা দেখিবলৈ পালে। কঠিয়াবাদলে কি ইমান দীঘল ধানৰ থোক বুলি বুটলি নি পাকঘৰৰ ভিতৰত 'মায়নাও' (লক্ষ্মী) তকা ঠাইৰ বেৰত ওলমাই থ'লে।

কঠিয়াবাদলৰ বৌৱেকে ভাত ৰন্ধা নাই। কাঁহী-বাটি ধুই ভুই ৰুবলৈ যায়। বৌৱেকে কঠিয়াবাদলক ভাত ৰান্ধি থ'বলৈ কৈ পথাৰলৈ গ'ল। বৌৱেকৰ ল'ৰাটোকো ৰাখিবলৈ দি গ'ল।

মায়দাংশ্ৰী চিখলাই মনে মনে আহি ভাত ৰান্ধি থৈ দিয়ে।

কঠিয়াই বৌৱেকৰ কথামতে ভাত ৰান্ধিবলৈ গ'ল। পাকঘৰত গৈ দেখে ভাত ৰন্ধা হৈ আছে। সি আচৰিত হ'ল কোনে ভাত ৰান্ধি থৈ দিছে বুলি। ঘৰৰ চাৰিওফালে কোনোবা আছে বুলি বিচাৰি চালে। কিন্তু কাকোকে দেখা নাপালে।

ককায়েকহঁতে হাল বাই পথাৰৰ পৰা আহিল। কঠিয়াই ককায়েহঁতক ভাত আগবঢ়াই দিলে। ককায়েকহঁতে সিদিনাখনৰ ৰন্ধা-বঢ়া খুব ভাল পাই পৰম তৃপ্তিৰে খালে।

ভুই ৰুই বৌৱেক ঘৰলৈ আহিল। তাই কঠিয়াক সোধে— সি ভাত ৰান্ধিছে নে নাই। সি ভাত ৰন্ধা নাই বুলি ক'লে। তেতিয়া বৌৱেকে তাক কোনে ভাত ৰান্ধিছে চাবলৈ ক'লে।

কঠিয়াবাদল আন এদিনাখন ঘৰত অকলে আছিল। সিদিনাও ককায়েক আৰু বৌৱেক পথাৰলৈ গৈছিল। বৌৱেকে কঠিয়াক সিদিনাও ভাত ৰান্ধিবলৈ দি গ'ল। সি সিদিনা ভাত নেৰান্ধি চাঙৰ তলত মনে মনে বহি থাকিল— কোনে ভাত ৰান্ধে ধৰা পেলাবলৈ। মায়দাংশ্ৰীয়ে অতি গোপনে ভাত ৰান্ধি থৈ যাবলৈ ওলাল। এনেতে কঠিয়াই চাঙৰ তলৰ পৰা ওলাই

আহি মায়দংশ্ৰীক হাতত ধৰি ৰাখিলে।

মায়দংশ্ৰীয়ে হাতত ধৰি ৰাখিব নেপায় বুলি নিষেধ কৰি ক'বলৈ ধৰিলে—"ছিঃ ছিঃ মোক ধৰি ৰাখিব নেলাগিছিল। তোমাৰ বহুত বিপদ হ'ব।" মায়দাংশ্ৰীয়ে বহুতো কাকূতি-মিনতি কৰা সত্বেও ঘৰলৈ যাব নিদিলে। উপায়ন্তৰ হৈ থাকিবলৈ ল'লে।

এক ছদ্মবেশী সন্যাসীয়ে ভিক্ষা কৰিবলৈ আহিল। সি চোতাললৈ আহি ক'বলৈ ধৰিলে, "অ', আই! মই ভিক্ষা মাগিবলৈ আহিছোঁ। ভিক্ষা দিয়া।"

মায়দাংশ্ৰীয়ে ঘৰৰ ভিতৰৰ পৰা ওলাই নাহিল। কাৰণ কঠিয়াই দুৱাৰ মুখত এটা সীমা কৰি চিন দি গৈছিল তাৰ বাহিৰ নহ'বলৈ। মায়দাংশ্ৰীয়ে সন্যাসীক আগবাঢ়ি গৈ ভিক্ষা ল'বলৈ ক'লে। সন্যাসীয়ে ঘৰৰ বাহিৰ ওলাই চোতালত ভিক্ষা দিবলৈ ক'লে। মায়দাংশ্ৰীয়ে সীমা পাৰ হৈ আহিব নোখোজাত সন্যাসীয়ে মৰাৰ ভাও জুৰি সীমাৰ বাহিৰত ভিক্ষা দিবলৈ ক'লে। মায়দাংশ্ৰীয়ে সন্যাসীৰ অনুৰোধত সীমাৰ বাহিৰলৈ ওলাই আহিল— ভিক্ষা দিবলৈ। ছদ্মবেশী সন্যাসীয়ে ততালিকে যাদুমন্ত্ৰপুত এডাল লাখুঁটিৰে মাদংশ্ৰীক স্পৰ্শ কৰাত তাই এজনী ছাগলীত পৰিণত হ'ল। সন্যাসীয়ে ছাগলীৰূপী মায়দাংশ্ৰীক ঘৰলৈ লৈ গ'ল।

ঘৰলৈ আহি কঠিয়াই মায়দাংশ্ৰীৰ খবৰ ল'লে। ঘৰৰ চাৰিওফালে বিচাৰি নেপাই বাটে বাটে মানুহক মায়দাশ্ৰীক দেখা পাইছে নেকি বুলি সুধি ফুৰিবলৈ ধৰিলে।

কিছুমান বাটৰুৱাই ক'লে যে সন্যাসী এজনে ভিক্ষা কৰিবলৈ অহা তেওঁলোকে দেখা পাইছিল। সন্যাসীয়ে নিব পাৰে।

কঠিয়াবাদলে মায়দাংশ্ৰীক বিচাৰি গ'ল সাত দিন সাত ৰাতি। বিচাৰি বিচাৰি নেপাই সন্যাসীৰ ঘৰ পালেগৈ। সন্যাসীয়ে কঠিয়াক চিনি পাই যাদুমন্ত্ৰপূত লাখুটিৰে মাৰি 'খামফ্লাই' পিৰাত পৰিণত কৰিলে। সন্যাসীয়ে 'খামফ্লাই'ত বহি ভাত খায়।

কঠিয়াবাদলৰ ভায়েকহঁতে তাক বিচাৰি গৈ বাটৰ মানুহক সোধে, "এইপিনে কঠিয়াক যোৱা দেখা পাইছানে?"

কঠিয়াৰ ভায়েকহঁতেও তাক বিচাৰি বিচাৰি গৈ সন্যাসীৰ ঘৰ পালে। সন্যাসীয়ে সিহঁতক কঠিয়াৰ ভায়েক বুলি চিনি পাই সিহঁতকো যাদুমন্ত্ৰপূত

লাখুটিৰে মাৰি গাৰু, খুঁটা আৰু দেওনাত পৰিণত কৰি থ'লে।

মায়দাংশ্ৰীৰ এজন ল'ৰা আছিল। তাক সৰুতে এৰি থৈ আহিছে। লাহে লাহে সি ডাঙৰ হ'ল। সি জেঠীয়েকৰ, মাক-দেউতাক আৰু খুৰাকহঁতৰ খবৰ লয়। জেঠীয়েকে মায়দাংশ্ৰীৰ ল'ৰা লক্ষ্মীচৰণক, দেউতাক আৰু খুৰাহঁতক সন্যাসীয়ে মাৰি মাকক কেনেকৈ ৰাখি থৈছে সকলো ঘটনা বিলাপ কৰি বৰ্ণনা কৰে। লক্ষ্মীচৰণে জেঠীয়েকৰ পৰা মাক, দেউতাক আৰু খুৰাকহঁতৰ কৰুণ কাহিনী শুনি সন্যাসীৰ লগত যুদ্ধ কৰাৰ বাবে যাবলৈ জেঠীয়েকৰ পৰা অনুমতি বিচাৰিলে। জেঠীয়েকে সৰু ল'ৰা বুলি তাক যুদ্ধৰ সন্মুখীন হ'বলৈ বাধা কৰিলে। কিন্তু লক্ষ্মীচৰণে সেই বাধা নেমানি সন্যাসীৰ লগত যুদ্ধ কৰিবলৈ প্ৰস্তুত হ'ল।

লক্ষ্মীচৰণে ঢাল, তৰোৱাল, তীৰ, ধনু, বল্লম আদি নানা ৰকমৰ যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ বনাই যুদ্ধৰ বাবে প্ৰস্তুত হ'ল। লক্ষ্মীচৰণে বাটত খাবলৈ জেঠীয়েকে পিঠা-গুড়ি খুন্দি দিলে। লক্ষ্মীচৰণে জেঠীয়েকক সেৱা কৰি সন্যাসীৰ লগত যুদ্ধ কৰিবলৈ যাত্ৰা কৰিলে।

জেঠীয়েকে তুলসী এডাল 'বাথৌ'ত ৰুলে। লক্ষ্মীচৰণ বাচিলে তুলসীডাল বাচিব আৰু মৰিলে তুলসীডাল মৰিব। জেঠীয়েকে তুলসীডালৰ গুৰিত প্ৰতি দিনে লিপি-মুচি সেৱা কৰি থাকে।

লক্ষ্মীচৰণে সন্যাসীক বিচাৰি বিচাৰি গৈ থাকোঁতে কিছুমান মানুহক লগ পাই সিহঁতে সন্যাসীক দেখা পাইছেনে বুলি সুধিলে। সিহঁতে দেখা পোৱা বুলি ক'লে। সিহঁতে ক'লে যে সিহঁতৰ নাঙল ফালি দিব পাৰিলে সন্যাসীক মাৰিব পাৰিব। লক্ষ্মীচৰণে তেতিয়া নাঙলবোৰ ফালি যাবলৈ কোৱাৰ লগে লগে নাঙলবোৰ ফালি চিৰা-চিৰ হৈ গ'ল। মানুহবিলাকে নাঙল ফালি যোৱাত খঙত লক্ষ্মীচৰণক কোবাবলৈ খোজাত সি বাধা দি নাঙলবোৰ পুনৰ জোৰা লাগিবলৈ কোৱাত জোৰা লাগিল। তেতিয়া মানুহবিলাকে লক্ষ্মীচৰণক ধন্যবাদ দি তাক ডাঙৰ বীৰ বুলি প্ৰশংসা কৰিলে আৰু সন্যাসীক মাৰিব পাৰিব বুলি ক'লে।

তাৰ পিছত লক্ষ্মীচৰণে সন্যাসীক বিচাৰি বিচাৰি কিছুমান মানুহক লগ পালে আৰু সিহঁতকো সন্যাসীৰ খবৰ সুধিলে। সিহঁতে সন্যাসীক দেখা বুলি ক'লে। মানুহবোৰে লক্ষ্মীচৰণক ক'লে যে যদি জাপিবোৰ ফালি পেলাব

পাৰে, তেন্তে সন্যাসীক মাৰিব পাৰিব। লক্ষ্মীচৰণে তেতিয়া জাপিবোৰ ফালি যাবলৈ কোৱাত জাপিবোৰ আপোনা-আপুনি ফালি যাবলৈ ধৰিলে। মানুহবিলাকে জাপিবোৰ ফালি যোৱাত লক্ষ্মীচৰণক মাৰিবলৈ উদ্যত হ'ল। তেতিয়া লক্ষ্মীচৰণে মাৰিবলৈ বাধা দি জাপিবোৰ পুনৰ আগৰ নিচিনাকৈ জোৰা লাগিবলৈ কোৱাৰ লগে লগে জাপিবোৰ পূৰ্বৰ দৰে হ'ল। মানুহবোৰে লক্ষ্মীচৰণক ধন্যবাদ দি সন্যাসীক সি মাৰিব পাৰিব বুলি ক'লে।

লক্ষ্মীচৰণে সন্যাসীক বিচাৰি বিচাৰি গৈ বুঢ়া-বুঢ়ীক লগ পালে। তাৰ খুব ভোক আৰু পিয়াহ লাগিছিল। সি বুঢ়া-বুঢ়ীক ভাত আৰু পানী খুজিলে। বুঢ়ীয়ে কয় তাই বুঢ়ী মানুহ। পানী আনিব নোৱাৰে। ধানৰ টোপাৰে পানী আনিবলৈ দিলে। কণীৰ খোলা এটা দিলে ভাত ৰান্ধিবলৈ। লক্ষ্মীচৰণে ধানৰ টোপাৰে পানী আনিলে আৰু কণীৰ খোলাত ভাত ৰান্ধিলে।

লক্ষ্মীচৰণে বুঢ়ীক ভাত-তৰকাৰী সাজি দিবলৈ দিলে। বুঢ়ীয়ে সাজি দিলে। লক্ষ্মীচৰণে ভোকতে ভীমৰ নিচিনাকৈ মক্মক্কৈ খাবলৈ ধৰিলে। লক্ষ্মীচৰণে ভাত খুজি খাই থাকে, বুঢ়ীয়ে আনি দিয়ে। লক্ষ্মীচৰণে ভাত খাই চৰুৰ ভাত শেষ কৰি বুঢ়ীক আৰু ভাত খুজিলে। বুঢ়ীয়ে দেখিলে যে চৰুত ভাত নাই। দুটামান ভাত চৰুত আছিল তাকে আনি বুঢ়ীয়ে লক্ষ্মীচৰণৰ মূৰত দি ক'লে, ভাত তাৰ মূৰ পালেহি। ভাত খোৱা শেষ হোৱাত বুঢ়ীয়ে লক্ষ্মীচৰণক শুবলৈ ক'লে।

লক্ষ্মীচৰণে টোপনি যোৱাত বুঢ়ীয়ে তাৰ ধনু-কাঁড় কামুৰি ছিঙিবলৈ ধৰিলে। ধনুৰ কাঁড়ে বুঢ়ীৰ জিভা ছিঙি পেলালে। দাঁত দুটা ভাঙিল। বুঢ়ীৰ নাম আছিল পাৰ্বতী বুঢ়ী। বুঢ়ীৰ জ্বৰ উঠিল। লক্ষ্মীচৰণে সাৰ পাই বুঢ়ীৰ অৱস্থা দেখি দুখ কৰি বিদায় ল'লে।

লক্ষ্মীচৰণে সন্যাসীক বিচাৰি বিচাৰি গৈ তাৰ ঘৰ পালেগৈ। সন্যাসী ঘৰত নাছিল। লক্ষ্মীচৰণৰ মাক ঘৰত আছিল। মাকে, পুতেকক দেখি চিনি পাই বিলাপ কৰি কৰি কান্দিবলৈ ধৰিলে। পুতেকক আথে-বেথে বুকুৰ মাজত লৈ চুমা খাই খাই কান্দি কেতিয়া কোন বাটেদি আহি এইখিনি পালেহি আদি নানা খা-খবৰ ল'লে। লক্ষ্মীচৰণেও বিলাপ কৰি কৰি পিতাক-খুৰাকহঁতে মাকক বিচাৰি আহি সন্যাসীৰ লগত যুদ্ধ কৰি কেনেকৈ মৃত্যুবৰণ কৰে তাৰ কৰুণ বিৱৰণ দিলে।

সি ক'লে যে তাৰ পিতাক আৰু খুৰাকহঁতক সন্যাসীয়ে মৰাৰ প্ৰতিশোধ ল'বলৈ সি সন্যাসীক বিচাৰি আহিছে আৰু ক'লে যে সি প্ৰতিজ্ঞা কৰিছে পিতৃহন্তাৰ ৰক্তপান কৰিহে শান্তি লভিব।

মাকে ক'লে— "পিতাৰ আৰু খুৰাৰহঁতে সন্যাসীক মাৰিব নোৱাৰিলে। তুমি সৰু ল'ৰা হৈ সন্যাসীক মাৰিব পাৰিবানে?

পুতেকে ক'লে, "সন্যাসীক লগ পালে আজি নিশ্চয় তাক বধ কৰিম।"

সি মাকক সন্যাসী ক'লৈ গৈছে, কোন পথেৰে আহিব তাৰ সন্ধান ল'লে। মাকে তাক সন্যাসী অহা পথৰ ইংগিত দিলে।

লক্ষ্মীচৰণে এডাল গছৰ ওপৰত উঠি সন্যাসী অহা চাই থাকিল। সন্যাসী আহি থকা সি দেখা পালে। গছৰ পৰা সি লাহে লাহে নামি আহিল। সন্যাসী গছ-জোপাৰ তল পালেহি। লক্ষ্মীচৰণে গছৰ পৰা নামি আহি তাৰ চকুত ধূলি মাৰি দিলে। সন্যাসীয়ে চকুৰে নেদেখা হ'ল। লক্ষ্মীচৰণে তৎক্ষণাত তাৰ ধনুত কাঁড় লগাই সন্যাসীৰ হাত দুখন শৰবিদ্ধ কৰিলে। সন্যাসীৰ হাতত থকা যাদুমন্ত্ৰপুত লাখুটিডাল খহি পৰিল। লক্ষ্মীচৰণে সেই লাখুটিডালেৰে সি সন্যাসীক কোবাবলৈ ধৰিলে। লগে লগে সন্যাসী এটা শিলত পৰিণত হ'ল।

ইয়াৰ পিছত লক্ষ্মীচৰণে পিতাক-খুৰাকহঁতক উদ্ধাৰ কৰিবলৈ মন কৰিলে। সন্যাসীয়ে পিতাকক 'খময়াই' পিৰা কৰি থৈছিল আৰু খুৰাহঁতক গাৰু, খুঁটা আৰু দেওনা কৰি থৈ দিছিল। লক্ষ্মীচৰণে চিনা-পৰিচয় হৈ আটাইকে ঘৰলৈ লৈ আহিল। জেঠীয়েকে লক্ষ্মীচৰণ, তাৰ পিতাক আৰু খুৰাকহঁতক আটাইকে লগ পাই ঘৰৰ গাহৰি এটা মাৰি মদ, মাংস, খাজিৰ আয়োজন কৰিলে। সিদিনা ওৰে দিনটো মাদল, চেৰজা, চিফুঙৰ সুৰৰ লগে লগে নাচ-গান চলিবলৈ ধৰিলে।

# মায়নাউ*

"ভনীটি, মায়নাউ খৰি। আইও মৰিল, পিতাও মৰিল। আমিও পানী আনিব নোৱাৰোঁ, চোতালো সাৰিব নাজানো, কাঁহীও ধুব নাজানো। বৌ দুজনীৰ ল'ৰা দুটি লৈ থাক" বুলি ককায়েক দুজনে ক'লে।

"ল'ৰা দুজনক ল'বলৈ ক'লেও নোলোৱা" বুলি বৌৱেক দুজনীয়ে ভনীয়েক মায়নাউ খৰিক গালি-শপনি পাৰিলে। ভায়েক দুজনে ভনীয়েকক মৰম কৰি ল'ৰা দুটিক লয়।

বৌৱেক দুজনীয়ে মায়নাউক পদে পদে ঠাট্টা কৰে, 'দয়ালী দয়ালী' (দৰদী, দৰদী), ল'ৰা ল'বলৈ ক'লেও নোলোৱা। চোতাল সাৰিব ক'লেও নাসাৰা, ইমান দয়া'।

ককায়েকহঁতে ঘৈণীয়েকহঁতক ধমকি দিয়ে।

এদিনাখন ককায়েক দুজনে আলোচনা কৰিলে, "আয়ো মৰিল, পিতাও মৰিল; এতিয়া কি কৰি খাওঁ?"

সিহঁতে 'আৰাং হাঠায়াও' আৰাং বজাৰত দোকান দিবলৈ ওলাল।

ডাঙৰ ককায়েকে ক'লে, "আমি গ'লে আমাৰ ভনীটিৰ বৰ দুখ-কষ্ট হ'ব।"

ঔটেঙাৰ ফুলৰ বাঙলা তৈয়াৰ কৰি মায়নাউক থাকিবলৈ দিলে। ককায়েক দুজনে মায়নাউক ক'লে, "আগৈ (ভনীটি) মায়নাউ, ক'তো নেযাবি।"

ককায়েক দুজনে ঔটেঙাৰ বৰ বাঙলাৰ আগদুৱাৰ-পিছদুৱাৰ সাজি মায়নাউ খৰিক তাত থাকিবলৈ দি সিহঁতে আৰাং বজাৰত দোকান দিবলৈ গ'ল।

মায়নাউখৰিৰ বৌৱেক দুজনীয়ে কোৱাকুই কৰিব ধৰিলে— 'ভনীয়েকক

---

*মায়নাউ মানে লক্ষ্মীদেৱী

ঔটেঙাৰ বৰ বঙলাত থৈ গ'ল আৰু আমাক থৈ গ'ল ভঙা ঘৰত। আমি দুয়োজনে দিহা কৰি মায়নাউক মাৰি বঙলাত থাকোঁ আহাঁ।'

বৌৱেক দুজনী বঙলালৈ গৈ মায়নাউক ক'লে, "মায়নাউ ভনীটি, তুমি মূৰ নোধোৱা জানো? তোমাৰ চুলি উঠা ধৰিছে দেখোন? গাত সাত তৰপ মল জমিছে। আহা, কলহ এটা লোৱা। নদীলৈ গা ধুবলৈ যাওঁ। ঘৰত বহি থাকি আমনি নেলাগেনে? ব'লা আমি মিতিৰৰ ঘৰলৈ যাওঁ।"

মায়নাউ খৰিয়ে বৌৱেক দুজনীক ক'লে, "ককাইহঁতে মোক ক'লৈকো নেযাবলৈ বাধা দি গৈছে; মই ক'লৈকো নেযাওঁ।"

বৌৱেক দুজনীয়ে মায়নাউক নদীত গা ধুবলৈ নিতৌ মাতিবলৈ ধৰিলে। মায়নাউৱে বৌৱেকহঁতৰ দৈনন্দিন অনুৰোধ আৰু কাবৌ-কোকালি এৰিব নোৱাৰি নদীত গা ধুবলৈ যাব ওলাল। তেতিয়া বৌৱেক দুজনীয়ে ক'লে, "ৰ'বা, মূৰ ধুবলৈ খলিহা আনো। ঢেঁকীত সৰিহয় খুন্দি খলিহা তৈয়াৰ কৰোঁ আহা।" মায়নাউক খলিহা আগবঢ়াই দিবলৈ বৌৱেক দুজনীয়ে ক'লে। মায়নাউৱে ঢেকীত খলিহা আগবঢ়াই দিলে। লগে লগে মায়নাউৰ সোঁহাতৰ আঙুলিবোৰ ঢেঁকীৰ থোৰাৰে খুন্দি ভাঙি পেলালে। তেতিয়া মায়নাউৱে ক'লে যে তাইৰ সোঁহাতখন ঢেঁকীত খুন্দা গ'ল। তেতিয়া বৌৱেকহঁতে তাইক বাওঁহাতেৰে খলিহা আগবঢ়াই দিবলৈ ক'লে। মায়নাউৰে বাওঁহাতেৰে ঢেঁকীত খলিহা আগবঢ়াই দি থাকোঁতে বাওঁহাতখনো খুন্দি ভাঙি পেলালে। তেতিয়া মায়নাউৱে ক'লে যে তাইৰ বাওঁহাতখনো ঢেঁকীয়ে খুন্দিলে। বৌৱেক দুজনীয়ে সোঁভৰিৰে খলিহা আগবঢ়াই দিবলৈ ক'লে। সোঁ ভৰিখনো খুন্দি ভাঙি পেলালে। তেতিয়া মায়নাউৱে ক'লে। তাইৰ সোঁ ভৰিখনো ভাঙিল। বৌয়েক দুজনীয়ে তাইক বাওঁভৰিৰে আগবঢ়াই দিবলৈ ক'লে। এইদৰে বাওঁভৰিৰেও খলিহা আগবঢ়াই দিয়াত মায়নাউৰ বাওঁভৰিখনো খুন্দি ভাঙিলে। এইবাৰ বৌৱেক দুজনীয়ে তাইক মূৰেৰে খলিহা আগবঢ়াই দিবলৈ ক'লে। মূৰটোৰে মায়নাউৱে খলিহা আগবঢ়াই দিয়াৰ লগে লগে মূৰটোও খুন্দিলে। মায়নাউৰ থিতাতে মৃত্যু হ'ল।

মায়নাউ মৰাৰ পিছত দুয়োজনী বৌয়েকে আলোচনা কৰিলে। সৰুজনীয়ে

ক'লে "বাইদেউ, ময়নাউৰ ককায়েকহঁতে জানিলে আমাক মাৰিব; গালি পাৰিব।" ডাঙৰ ভনীয়েকে ক'লে, "আমাৰ দুজনীৰ কোনেও ক'ব নেলাগে।"

তাই টোপা এটাত মৰাশটো ভৰাই পানীত পেলাই দিয়াৰ দিহা দিলে। টোপাটো দাঙি নি গংগাচিলা নদীত পেলাই দিলে। টোপা পানীত ভাহি গৈ গৈ দাউখা ৰজাৰ বৰ বান্ধত লাগিল। দাউখা ৰজাই জাল এৰি 'খোখা' চাবলৈ আহিল। খোখা চাই দেখে এটা টোপা লাগি আছে। টোপা খুলি চাই দেখে এজনী ছোৱালী মৃত অৱস্থাত আছে। দাউখা ৰজা ওজাও আছিল। সি মানুহ জীয়াই তুলিবলৈ গুণমন্ত্ৰ আৰু ঔষধ জানিছিল। কলা চংগৰ আৰু জীয়া চংগৰ আনি ঔষধ দি মন্ত্ৰ জাৰি ছোৱালীজনীক জীয়াই তুলিলে। ছোৱালীজনী জী উঠাত দাউখা ৰজাই তাইৰ নাম, গ্ৰাম, কাৰ ছোৱালী আৰু ঘৰত কোন কোন আছে আদি সবিশেষ পৰিচয় বিচাৰিলে। তাই সম্পূৰ্ণ পৰিচয় দি ঘটনাৰ আদি-অন্ত জনালে।

দাউখা ৰজাই তেতিয়া মায়নাউৰ প্ৰতি মৰম উপজি তাইক তাৰ ঘৰতে থাকিবলৈ ক'লে আৰু জীয়েকৰ 'চাল' (ল'ৰা) বোকালী হৈ থাকিবলৈ ল'লে। যেতিয়া ল'ৰাটোৱে কান্দিবলৈ ধৰিলে, তেতিয়া মায়নাউৱে নিচুকাই "তোমাৰ মায়েৰাই মাছ মাৰিবলৈ গৈছে, কেঁকোৰা আনিবলৈ গৈছে, তোমাৰ পিতাক ভাত দিছে, নেকান্দিবা।" ককায়েক দুজন আহিব আহিব বুলি নিতৌ তাই নদীৰ পাৰত ৰখি থাকে। নাৱৰীয়াবিলাকক দেখিলে সোধে, "ককাইহঁত ক'লৈ গৈছিলা? আমাৰ ককাইহঁতক চিনি পোৱানে? ডাঙৰ ককাইৰ নাম দেখালু আৰু সৰুজনৰ নাম ৰংমালু। আইৰ নাম খুনদুংমালী আৰু পিতাৰ নাম চানবৰ সদাগৰ।" নাৱৰীয়াহঁতে ক'লে, "আমি চিনি পাওঁ। আমাৰ লগত বেপাৰ কৰিব গৈছিল। কালি পৰহিৰ ভিতৰত আহিব।" মায়নাউয়ে 'আজি আহিব কালি আহিব' বুলি ককায়েকহঁতৰ প্ৰতি নৈৰ পাৰত বহি ৰৈ থাকে। নাৱৰীয়া দেখিলে 'ককাইহঁত আহিছে' বুলি হাত বাউল দি নাম কাঢ়ি মাতিবলৈ ধৰে। ভায়েকহঁতে ব'ঠা মাৰি নাও বাই আহিছিল। সিহঁতে ভনীয়েক মায়নাউ খৰিৰ মাত শুনিবলৈ পালে; আৰু সিহঁতৰ নাম উচ্চাৰণ কৰি মতা শুনিবলৈ পালে। সিহঁতে নদীৰ পাৰত নাও চপাই দেখিবলৈ পালে—

ভনীয়েক মায়নাউ খৰি।

মায়নাউ খৰিয়ে ককায়েক দুজনক দেখি কান্দি কান্দি বৌয়েক দুজনীয়ে তাইক ঢেকীত খুন্দি কেনেকৈ মাৰিলে আৰু দাউখা ৰজাৰ তাত কেনেকৈ চাল-বোকালী হৈ আছে সকলো ঘটনা বৰ্ণালে।

তেতিয়া ককায়েক দুজনে ভনীয়েকক সিহঁতৰ লগত যাব নে নাযায় সুধিলে। তাই যাবলৈ সন্মতি দিলে। দাউখা ৰজাৰ অনুমতি বিচৰা হ'ল। দাউখা ৰজাই মায়নাউ খৰিক যাবলৈ অনুমতি নিদিয়াত সিহঁতে থৰথৰি মৰমৰি জ্বৰ বাণ মাৰিলে। দাউখা ৰজাৰ ভীষণ জ্বৰ উঠিল। সেই সুযোগতে সিহঁতে ভনীয়েক মায়নাউ খৰিক নাওত ভৰাই নাও মেলি দিলে।

ঘৰ পাই ককায়েক দুজনে ঘৈণীয়েকহঁতক মায়নাউৰ কথা সুধিলে। সিহঁতে ক'লে যে মায়নাউ ঘৰত নেথাকে। তাই ঘুৰি-ফুৰি থাকে আলহী খাবলৈ যায়, সভা চাবলৈ যায়। তাইৰ স্বভাৱ-চৰিত্ৰ বেয়া হোৱা বুলি মিছাকৈ ক'লে।

তেতিয়া ককায়েক দুজনে সিহঁতৰ ঘৈণীয়েক দুজনীক ক'লে, “তোমালোকে সঁচা কৈছা নে মিছা কৈছা তাৰ প্ৰমাণ হিচাপে এডাল এৰা সুতাৰে নদী পাৰ হ'ব লাগিব। পাৰ হৈ যাব পাৰিলে তহঁতৰ কথা সঁচা বুলি প্ৰমাণ হ'ব আৰু যদি যাব নোৱাৰ তেতিয়া মিছা বুলি প্ৰমাণ হ'ব।” সিহঁতে এৰা সুতাৰ ওপৰেদি নদী পাৰ হ'বলৈ খোজোঁতে পানীত পৰি মৰিল। ককায়েক দুজনে ভনীয়েক মায়নাউক নাওৰ ভিতৰত বাকচত ভৰাই থৈ দিছিল। তাৰ পৰা উলিয়াই আনিলে।

মায়নাউৱে ককায়েকহঁতক ভাত ৰান্ধি খুৱায়, কাপোৰ ধোৱে, কাপোৰত ফুল তোলে। মায়নাউৱে কাপোৰ বোৱা আৰু নানা তৰহৰ ফুল তোলা কাৰু-কাৰ্য চাবলৈ গাঁৱৰ ছোৱালীহঁত আহে।

মায়নাউৱে টকাৰ টোপোলা এটা দুৱাৰমুখত আঁৰি থৈ দিয়ে। ছোৱালীবিলাকে দুৱাৰ মুখলৈ গ'লে টকাৰ টোপোলাত খুন্দা খায়। ছোৱালীহঁতে টোপোলাত কি আছে বুলি মায়নাউক সোধে। মায়নাউৱে কয় যে তাইৰ টকা থ'বলৈ ঠাই নাই। গতিকে ইয়াতে টকাৰ টোপোলাটো থৈ দিছে। কোনোবা ‘চিখলা’ গাভৰু ছোৱালীয়ে তাইৰ ককায়েকহঁতৰ লগত

বিয়া হ'লে টকাৰ টোপোলাটো পাব বুলিও ক'লে। দুজনী গাভৰু ছোৱালীয়ে টকাৰ লোভত ককায়েক দুজনৰ লগত বিয়া হ'বলৈ ঘৰ সোমাল আৰু 'হাথাচুনি' বিয়া হৈ গ'ল।

সিহঁতৰ ভিতৰত কথা-বতৰা হ'ল। সিহঁতৰ ভনীয়েকে সিহঁতৰ বিয়া পাতি দিলে। এতিয়া ভনীয়েকক ক'ত বিয়া দিয়া হয় সেই বিষয়ে সিহঁত দুয়োৱে আলোচনা কৰিলে। মায়নাউয়ে তেতিয়া ক'লে যে আন মানুহৰ লগত বিয়া দিলে তাইক মাৰিব। সেইবাবে তাইক 'সংব্ৰাইৰ' লগত বিয়া দিব লাগে। ককায়েক দুজনে ভনীয়েকৰ ইচ্ছামতে সংব্ৰাইৰ লগত বিয়া দিলে। সেইবাবে 'মায়নাউ' লক্ষ্মীদেৱীৰ বাসস্থান হ'ল 'ইচিঙত' পাকঘৰত। সংব্ৰাইৰ (সৃষ্টিকৰ্তা) লগত বিয়া হোৱাৰ দিনৰ পৰা মায়নাউ বুৰী বা সংব্ৰীয়ে বড়োৰ 'ইচিঙত' পাকঘৰত লক্ষ্মীৰূপিনী হৈ বসতি কৰিবলৈ ধৰিলে।

# কুচিয়া জহলাউ*

ফুলচিৰিৰ বিয়া। সোণাফুলিৰ বিয়াত নিমন্ত্ৰণ পাইকুচিয়া জহলাউৱে ('কুচিয়া' এবিধ মাছ, 'জহলাউ' ডেকা ল'ৰা) তাৰ কুচিয়া মাছৰ ৰূপ পৰিবৰ্তন কৰি ছদ্মবেশেৰে এজন ডেকা হৈ বিয়ালৈ গ'ল। কুচিয়া জহলাউৰ সুন্দৰ-সুঠাম দেহশ্ৰী দেখি বিয়ালৈ যোৱা মানুহ বিলাকে বৰ ৰং পালে আৰু প্ৰশংসা কৰিলে। গাভৰু ছোৱালীবিলাকে ইমান ৰূপবান ডেকাক দেখি বিভোৰ হ'ল। সিহঁতে কুচিয়া জহলাউক মুগ্ধ কৰিবলৈ মদ, ভাত, মাংসৰ আয়োজন কৰিলে আৰু নাচ-গানৰ ব্যৱস্থা কৰিলে। কলহে কলহে মগ আৰু গাহৰি-কুকুৰাৰ মাংসৰ নানাবিধ তৰকাৰী চিখ্‌লা গাভৰুহঁতে যোগান ধৰিলে। নাচ-গানৰ ব্যৱস্থা হ'ল। 'চিখ্‌লা' গাভৰুহঁতে কুচিয়া জহলাউক 'চেৰজা' বজাবলৈ অনুৰোধ কৰিলে। চেৰজাৰ সুৰৰ লহৰিত আকাশ-বতাহত কঁপনি উঠিল। চিখ্‌লা গাভৰুহঁতৰ মন-প্ৰাণ সেই সুৰৰ পুলকত নাচি উঠিল। চেৰজাৰ সুৰৰ চেৱে চেৱে চিখলা গাভৰুহঁতে চেৱ ধৰি ধৰি নাচিবলৈ ধৰিলে। ফুলচিৰি আৰু সোণাফুলিয়ে মন-প্ৰাণ ঢালি দি নাচিবলৈ ধৰিলে। সোণাফুলিৰ অপূৰ্ব নৃত্য-ভংগীমাত কুচিয়া জহলাউ মুগ্ধ হৈ প্ৰণয়াসক্ত হ'ল।

ফুলচিৰিৰ বিয়া হৈ গ'ল। কুচিয়া জহলাউ আৰু সোণাফুলিয়ে বিদায় ল'লে। গৃহস্থই উভয়কে তামোল-পাণ দি বিদায় দিলে।

কুচিয়া জহলাউৱে মানুহ গুচি কুচিয়া মাছ ৰূপ ধৰি পানীলৈ যোৱা সোণাফুলিয়ে দেখা পালে। তাই বুজিলে, কুচিয়া জহলাউ কোনোবা ছদ্মবেশী দেৱতা। কুচিয়া মাছ হৈ আহিছে। সোণাফুলিয়ে কুচিয়া জহলাউক স্বামী হিচাপে পাবলৈ আশা কৰি বৈ থাকিল। ফুলচিৰিৰ বিয়াৰ কিছুদিন পিছত কুচিয়া জহলাউৱে সোণাফুলিৰ ঘৰত ঘৰজোঁৱাই হৈ থাকিল। মাক-পিতাকে

---

** জহলাউ মানে ডেকা, যুৱক*

প্ৰথমতে কুচিয়া জহলাউৰ লগত সোণাফুলিৰ বিয়া হোৱাত আপত্তি কৰিছিল। কিয়নো কুচিয়া মাছৰ লগত মানুহৰ বিয়া হোৱা অসম্ভৱ। কিন্তু সোণাফুলিয়ে মাক-বাপেকৰ হকা-বাধা নেমানি কুচিয়া জহলাউকহে বিয়া কৰাবলৈ প্ৰতিজ্ঞা কৰিলে। অন্যথা পানীত জাপ দি মৰিব বুলি ভয় দেখুৱালে। বাপেক-মাকে উপায়ন্তৰ হৈ অৱশেষত কুচিয়া জহলাউৰ (কুচিয়া মাছ) লগত সোণাফুলিক বিয়া দিলে।

এদিনাখন সোণাফুলিৰ মাক-বাপেকে জোঁৱায়েক কুচিয়া জহলাউক মদ, 'খাজি' (মাংসৰ তৰকাৰী, মদ খালে খাজি খায়) প্ৰস্তুত কৰি খুৱালে। কুচিয়া জহলাউ মদৰ ৰাগিত গভীৰ নিদ্ৰাত পৰিল। সি শুই থাকোঁতে তাৰ গাৰ ছাল আপোনা-আপুনি এৰি যাবলৈ ধৰিলে। কুচিয়া জহলাউৰ গাৰ ছাল যেতিয়া নাইকিয়া হ'ল তেতিয়া সি মানুহৰ নিচিনা হ'ল। সোণাফুলিয়ে তাৰ ওচৰতে শুই থাকিল।

সাৰ পাই কুচিয়া জহলাউৱে গাৰ ছাল দেখা নেপালে। তেতিয়া সোণাফুলি মনৰ আনন্দত, স্ফুৰ্তিত গভীৰ নিদ্ৰাত পৰি আছিল। কুচিয়া জহলাউৱে ঘৈণীয়েক সোণাফুলিক জগালে। সোণাফুলিৰ নিদ্ৰাভংগ হ'ল। সোণাফুলিয়ে সাৰ পোৱাত গিৰিয়েক কুচিয়া জহলাউৱে সুধিলে, "মোৰ কুচিয়া 'বেগুৰ' (ছাল) ক'ত?" ঘৈণীয়েক সোণাফুলিয়ে ক'লে, "মানুহৰ কুচিয়া 'বেগুৰ' থাকেনে? মানুহ যদি মানুহ হ'ব লাগে। মানুহে মোক নিন্দা কৰিব। কুচিয়াৰ লগত মানুহৰ বিয়া হয়নে? হাল-কোৰ বাব লাগে। খেতি কৰিবলৈ পথাৰলৈ যোৱা; বুঢ়া-বুঢ়ীক চাব লাগে।"

সোণাফুলিয়ে মাক-পিতাকক কুচিয়া জহলাউ যে আচলতে মানুহ হে, কুচিয়া মাছ নহয় সেই বিষয়ে বুজাই ক'লে আৰু কুচিয়া জহলাউৰ ছালবোৰ দেখুৱালে। বুঢ়া-বুঢ়ীয়ে বিশ্বাস নকৰি জোঁৱায়েক কুচিয়া জহলাউক চাবলৈ গ'ল। সঁচাসচিকৈ কুচিয়া জহলাউ কুচিয়া মাছ নহৈ এজন সুন্দৰ সুঠাম যুৱকত পৰিণত দেখি আচৰিত হ'ল। জোঁৱায়েক কুচিয়া জহলাউৱে আদি-অন্ত সকলো ঘটনা বৰ্ণনা কৰি বুঢ়া-বুঢ়ীক বিশ্বাস জন্মাবলৈ বুলি মানুহৰ পৰা কুচিয়া মাছলৈ পৰিবৰ্তিত হৈ পুনৰ মানুহ ৰূপত দেখা দিলে। বুঢ়া-বুঢ়ীৰ অবিশ্বাস কৰাৰ থল নাথাকিল।

কুচিয়া জহলাউ যে কুচিয়া মাছ নহয়, এজন মানুহহে— এই কথা শুনি গাঁৱৰ আৰু ওচৰ-চুবুৰীয়া সকলো বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, ল'ৰা-ছোৱালীয়ে চাবলৈ দলে দলে আহিল। বুঢ়া-বুঢ়ীৰ চোতাল মানুহেৰে ভৰি পৰিল। মানুহে কুচিয়া জহলাউক দেখি আচৰিত হ'ল। সঁচাকৈ কুচিয়া জহলাউ মাছ নহয়, এজন মানুহহে— সুন্দৰ সুঠাম যুৱক। কুচিয়া জহলাউৱে ৰাইজক প্ৰণাম জনাই নিজকে 'কুচিয়া কোঁৱৰ' বুলি পৰিচয় দিলে। তেতিয়াৰ পৰা সি ছদ্মবেশ পৰিত্যাগ কৰিলে। তাৰ 'মায়াভংগ' হ'ল।

ৰূপাফুলি, ফুলচিৰি দুয়োজনী ভনীয়েকে কুচিয়া জহলাউ মানুহ হোৱা শুনি চাবলৈ আহিল। সিহঁতেও কুচিয়া জহলাউৰ ৰূপত আকৃষ্ট হ'ল। ঘৰলৈ পুনৰ উভতি যাবলৈ ইচ্ছা নকৰিলে। সিহঁতেও কুচিয়া কোঁৱৰক বিয়া কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। কুচিয়া কোঁৱৰে সিহঁতক বাধা দিলে; নানা ৰকমে বুজালে স্বামীৰ ঘৰলৈ উভতি যাবলৈ। দুয়োজনী ভনীয়েকে কুচিয়া কোঁৱৰৰ কোনো উপদেশ আৰু অনুৰোধ নেমানিলে। উভয়ে স্বামীৰ ঘৰলৈ ফিৰি যাবলৈ অমান্তি হ'ল। উপায় নেপাই দুয়োজনী বাই-ভনীকে কুচিয়া কোঁৱৰে ৰাখিলে।

বহুত দিন যোৱাৰ পিছত ৰূপাফুলি আৰু ফুলচিৰিৰ গিৰিয়েক দুজন, কুৰ্মাক কুচিয়া কোঁৱৰৰ ঘৰলৈ আহিল। সিহঁতে আহি নিজৰ নিজৰ ঘৈণীয়েকক ঘৰলৈ কিয় উভতি যোৱা নাই সেই বিষয়ে সুধিলে। দুয়োজনী বায়েক-ভনীয়েকে ক'লে যে সিহঁতে আৰু কোনোদিনে ফিৰি নাযায়। সিহঁতে এইটোও ক'লে যে ভিনিহিয়েক কুচিয়া কোঁৱৰৰ লগতে সিহঁত থাকিব; কাৰণ তাৰ লগত সিহঁতৰ বিয়া হৈছে। সিহঁতে তেতিয়া 'কাটিম', মাৰিম বুলি ভয় দেখুৱালে আৰু নানা ৰকমৰ, গালি-গালাজ আৰু তৰ্জন-গৰ্জন কৰিলে। কুচিয়া-কোঁৱৰকো কাটিব, মাৰিব বুলি ভয় প্ৰদৰ্শন কৰিলে। গালি-গালাজ আৰু তৰ্জন-গৰ্জন শুনি কুচিয়া কোঁৱৰৰ খং উঠিল আৰু যুঁজিবলৈ সাজু হ'ল।

উভয়-পক্ষৰ মাজত হতাহতি মৰামৰি, বাগৰা-বাগৰি হ'ল। কোনোপক্ষই যুঁজত কম নহয়। তয়ামৰা যুদ্ধ হ'ল। কোনেও কাকো পৰাজয় কৰিব নোৱাৰে। কালাংকাৰ বীৰ, চুমলি বীৰ— যুদ্ধক্ষেত্ৰত কালান্তক যমৰ নিচিনা।

যুদ্ধত কেতিয়াবা কুচিয়াবীৰক আফলা মাৰি দূৰৈত পেলাই দিয়ে, পুনৰ উঠি আহি যুঁজে। কুচিয়া কোঁৱৰেও কালাংকাৰ বীৰ আৰু চুমালিবীৰক অকলে দুইজনকে দুখন হাতেৰে মাৰি ধৰি মাটিত পেলাই দিলে। এনেদৰে উভয়পক্ষৰ মাজত তয়াময়া যুদ্ধ হ'ল। কুচিয়া বীৰে দুয়োজন বীৰকে কাটি পেলালে। অৱশেষত সিহঁত সোণাফুলি, ৰূপাফুলি আৰু ফুলচিৰিৰ লগত কুচিয়া কোঁৱৰে মহাসুখে দিন অতিবাহিত কৰিবলৈ ধৰিলে।

# মানুহ কিয় মৰে?

এদিনাখন এজনী তিৰোতা গা ধুবলৈ গৈছিল। এনেতে দেখিলে— তিনিজন যমদূত। তিৰোতাজনীয়ে সুধিলে, "তোমালোক কোন?"

যমদূতকেইজনে ক'লে, "আমি মানুহৰ জীউ নিয়া যমদূত।"

সিহঁতে সুধিলে, "তোমাক কি লাগে?"

তিৰোতাজনীয়ে ক'লে, "মোক এটা বৰ দিয়া।"

সিহঁতে সুধিলে, "কি বৰ লাগে কোৱা। বৰ দিম।"

তিৰোতাজনীয়ে ক'লে, "মানুহ মৰিলে জীউটো যে নিয়া, সেই জীউটো যাতে দেখা পাওঁ, সেই বৰ দিয়া।"

যমদূতে ক'লে, "মানুহ মৰিলে চাবা, জীউটো দেখা পাবা। কিন্তু কোনো মানুহকে নক'বা। কোৱাৰ দিনাখনেই তোমাৰো জীউটো নিম।"

এজন ডেকা আছিল। তাৰ বিয়া হোৱা নাই। তাৰ বেমাৰ হৈছে। মৰো মৰো অৱস্থা। ডেকাজনক চাবলৈ তিৰোতাজনী গ'ল। মৃতপ্ৰায় অৱস্থাত জীউটোৱে বিলাপ কৰি কান্দিবলৈ ধৰিলে, "ইমান সুন্দৰ ঘৰ, মই কেনেকৈ এৰি যাওঁ!"

জীউটোৱে কান্দিবলৈ ধৰা দেখি তিৰোতাজনীয়েও কান্দিবলৈ ধৰিলে। মৃত ব্যক্তিৰ জীউটোৰ কান্দোন তিৰোতাজনীয়ে শুনিবলৈ পালে, আনে নুশুনিলে।

তিৰোতাজনীৰ শহুৰেক টান বেমাৰত পৰিল। মৃতপ্ৰায় অৱস্থা। মানুহজন বৰ কৃপণ আছিল। নিমখ-ভাত খায়, মাছ-মাংস নাখায়। শহুৰেক মৃত্যুৰ দুৱাৰদলিত। জীউটো ওলাই আহিবলৈ উদ্যত। বুঢ়া মৰিল। জীউটো ওলাই আহি আনন্দত হাঁহি হাঁহি নাচিব ধৰিলে। জীউটোৱে ভাবিলে, "এই ঘৰৰ পৰা ওলাই আহিলোঁ। ৰক্ষা পৰিলোঁ।

বোৱাৰীয়েকে জীউটোৰ আনন্দ দেখি হাঁহিবলৈ ধৰিলে। বোৱাৰীয়েকে হাঁহিবলৈ ধৰা দেখি আচৰিত হৈ শাহুৱেকে ভাবিলে, ডেকাজন মৰাত

বোৱাৰীয়েকে কান্দিছে অথচ নিজৰ শহুৰেকজন মৰাত নাকান্দি বা দুখ নকৰি হাঁহিছে। নিশ্চয় তাইৰ মৃত ডেকাজনৰ লগত কিবা অবৈধ সম্পৰ্ক আছিল।

বোৱাৰীয়েকৰ চৰিত্ৰৰ ওপৰত শাহুয়েকৰ সন্দেহ জন্মিল। ৰাইজে মৰা পেলাই থৈ আহিল। আনপিনে বোৱাৰীয়েকৰ ওপৰত শাহুৱেকৰ সন্দেহ হৈ ৰাইজৰ ওচৰত বিচাৰৰ ভাৰ দিলে।

ৰাইজৰ মেল বহিল। বিচাৰ আৰম্ভ হ'ল। বোৱাৰীয়েকক বিচাৰৰ সভালৈ মাতি আনিলে। বিচাৰ-সভাত বোৱাৰীয়েকক বিচাৰকমণ্ডলীয়ে সুধিলে, "ডেকাজন মৰাত তই কিয় কান্দিছ আৰু শহুয়েৰা মৰাত তই কিয় হাঁহিছ?"

তাই তেতিয়া ক'লে, "ইয়াৰ কাৰণ ক'ব লাগিলে মোৰ মৃত্যু হ'ব।"

ৰাইজে তাইক তাইৰ যিয়েই নহওক কাৰণটো ক'বই লাগিব বুলি ধৰিলে। তাই ক'বলৈ সন্মতি দিলে।

তাই গা ধুই আহি চুলিত তেল ঘহি মূৰ ফণিয়ালে। নতুন কাপোৰ পিন্ধিলে। চোতালত ঢাৰি পাৰি নতুন চাদৰ পাৰি বিচনা-পত্ৰ তৈয়াৰ কৰি শুই ক'বলৈ আৰম্ভ কৰিলে।

ৰাইজৰ মাজত তেতিয়া গুণগুনি উঠিল। বিচনা-পত্ৰত শুইহে ক'ব পাৰি নেকি? এনেয়ে বহি ক'ব নোৱাৰি নেকি?"

তেতিয়া তিৰোতাজনীয়ে ক'লে, "বোপাইঁত, আইহঁত, কথাটো কোৱাৰ লগে লগে মই মৰিম। মোৰ জীউটো যমদূতে লৈ যাব। গতিকে মই ঢাৰি-পাটী লৈ আহিছোঁ। মই মৰিলে লৈ যাবা।

তিৰোতাগৰাকীয়ে তাই গা ধুবলৈ গৈ কেনেকৈ তিনিজন যমদূত লগ পাইছিল, যমদূতকেইজনে মানুহ মৰিলে জীউটো কেনেকৈ লৈ যায়, জীউৰ আলৈ-বিলাই, আৰ্তনাদ আৰু আনন্দ, ডেকাজনৰ মৃত্যুত তাই কিয় কান্দিলে আৰু শহুৰেকৰ মৃত্যুত কিয় হাঁহিলে সকলো ঘটনা বৰ্ণনা কৰিলে। লগে লগে পূৰ্বৰ প্ৰতিশ্ৰুতি ভংগ কৰাৰ অপৰাধত যমদূত তিনিজনে তাইৰ জীউটো লৈ গ'ল।

তিৰোতাজনীৰ মৃত্যুৰ লগে লগে বিচাৰকমণ্ডলী আৰু ৰাইজৰ মাজত কান্দোনৰ ৰোল উঠিল।

# ৰত্নকুমাৰ

বিপুল নগৰৰ ৰজাৰ দুজনী তিৰী (ঘৈণীয়েক) আছিল। সৰু তিৰীজনীৰ দুজন ল'ৰা। ডাঙৰ তিৰীৰ সন্তান হোৱা নাছিল। এগৰাকী মুনি ৰজাৰ ঘৰলৈ আহি ঠিকনা আদি মংগলা মংগল গণনা কৰি ৰজাক জনালে, "তিৰিটোৱে (ডাঙৰ ৰাণীয়ে) ৰত্নফল খাব লাগিব। তেতিয়াহে সন্তান হ'ব।" মুনিৰ উপদেশমতে ৰজাই ৰত্নফল বিচাৰি গ'ল। ৰত্নফল বিচাৰি বিচাৰি গৈ এখন বিৰাট অৰণ্য পালে। সেই অৰণ্যলৈ সাতদিন সাতৰাতি যাব লাগে। সেই অৰণ্যত এহাল বুঢ়া-বুঢ়ীক লগ পালে। বুঢ়া-বুঢ়ীয়ে ৰজাক ক'ৰ মানুহ ক'লৈ যায় ইত্যাদি সুধিলে। ৰজাই নিজৰ পৰিচয় দি ডাঙৰ ৰাণী নিঃসন্তানৰ বাবে পুত্ৰ কামনা কৰি ৰত্নফল বিচাৰি যোৱাৰ কথা ক'লে। বুঢ়া-বুঢ়ীয়ে সিহঁতৰ বাৰীতে ৰত্নফল থকা বুলি কৈ ফলটো ছিঙি আনি ৰজাক দিলে। ৰজাই ৰত্নফল লৈ বুঢ়া-বুঢ়ীক বহুত পুৰস্কাৰ দি ৰাজ্যলৈ ঘূৰি আহিল আৰু ৰাণীক ৰত্নফল খাবলৈ দিলে। ডাঙৰ ৰাণীৰ এটি পুত্ৰ সন্তান জন্ম হ'ল।

মুনিয়ে কৈছিল যে ৰত্নকুমাৰৰ জন্মৰ লগে লগে ৰজাৰ চকু কণা হ'ব। চকু কণা হোৱাৰ ভয়ত ৰজাই ডাঙৰ ৰাণী আৰু পুতেক ৰত্নকুমাৰক বেলেগ ৰাজ-হাউলীত থৈ দিছিল। তেতিয়াৰ পৰা মাক-পুতেক তাতে থাকিবলৈ লৈছিল। কিন্তু মুনিৰ বাক্য ফলিল। ৰজাৰ চকু কণা হ'ল।

মুনি পুনৰ ৰজাৰ ওচৰলৈ গ'ল। ৰজাই ৰত্নফল আনি ৰাণীক খুওৱাত ৰাণীৰ পুত্ৰ সন্তান জন্ম হোৱাৰ কথা আৰু নিজৰ চকু কণা হোৱাৰ কথা জনালে।

মুনিয়ে ৰজাক ক'লে— "বৰাই পাণৰ ফুল আনি তাৰ ৰস চকুত লগাই দিলে আপোনাৰ চকু পুনৰ ভাল হ'ব।"

মুনিৰ বাক্য ফলৱতী হোৱাৰ বাবে ৰজাই মুনিক যথেষ্ট পুৰস্কাৰ দি মান-সৎকাৰ কৰি বিদায় দিলে।

সৰু ৰাণীৰ দুজন পুতেক আছিল। ৰজাই সিহঁতক বৰাই পাণ বিচাৰ

আনিবলৈ পঠিয়ালে। সিহঁত দুয়ো পিতাকৰ কথামতে বৰাই পাণ বিচাৰি বিচাৰি হিড়িম্বা আৰু হিড়িম্বী ৰাক্ষসীৰ ৰাজ্য পালেগৈ।

হিড়িম্বা আৰু হিড়িম্বী ৰাক্ষসীয়ে ৰজাৰ ল'ৰা দুজনক দেখি সিহঁত ক'ৰ মানুহ, ক'লৈ যায় ইত্যাদি সুধিলে। ৰজাৰ ল'ৰা দুজনে পিতাকৰ অন্ধ চকু ভাল কৰিবলৈ বৰাই পাণৰ ফুল বিচাৰি যোৱাৰ কথা ক'লে। ৰজাৰ ল'ৰা দুজনৰ সুন্দৰ চেহেৰা দেখি হিড়িম্বা আৰু হিড়িম্বী ৰাক্ষসীৰ জিভাৰ পানী পৰিবলৈ ধৰিলে। সিহঁতে বৰাই পাণৰ ফুল দিবলৈ অস্বীকাৰ কৰি, ল'ৰা দুজনক খাবলৈ খেদি গ'ল। ৰাজপুত্ৰ দুজনে হিড়িম্বা ৰাক্ষস আৰু হিড়িম্বী ৰাক্ষসীৰ লগত যুদ্ধ কৰিলে। যুদ্ধত ৰজাৰ ল'ৰা দুজন পৰাজিত হ'ল আৰু হিড়িম্বী ৰাক্ষসীয়ে সিহঁতক গিলি থ'লে।

দুয়ো ভায়ে বৰাই পাণৰ ফুল লৈ উভতি অহা নেদেখি সিহঁত দুয়ো কিবা বিপদৰ সন্মুখীন হোৱা বুলি ভাবি ৰত্নকুমাৰে ভায়েক দুজনৰ লগতে পাণ বিচাৰি যাত্ৰা কৰিলে। সি গৈ গৈ হিড়িম্বা আৰু হিড়িম্বী ৰাক্ষসীৰ ঘৰ পালেগৈ।

এঁখন ৰাজ্যৰ এজনী ৰাজকুমাৰী হিড়িম্বী ৰাক্ষসীৰ ঘৰত আছিল। ৰাজকুমাৰে হিড়িম্বী ৰাক্ষসীৰ ৰাজ্যলৈ গৈ পোনতে সেই ৰাজকুমাৰীক লগ পালে। ৰাজকুমাৰ আৰু ৰাজকুমাৰীৰ মাজত পৰিচয় বিনিময় হ'ল। প্ৰথম দৃষ্টিতে উভয়ৰে অন্তৰত প্ৰণয় জন্মিল। ৰাজকুমাৰীয়ে ৰাজকুমাৰক বৰাই পাণৰ ফুল দি সহায় কৰিবলৈ মান্তি হ'ল। কিন্তু হিড়িম্বা আৰু হিড়িম্বী ৰাক্ষসীৰ পৰা পৰিত্ৰাণ পাবলৈ সাৱধান কৰি দিলে। কাৰণ কিবা প্ৰকাৰে ৰাজকুমাৰ আৰু ৰাজকুমাৰী প্ৰণয়পাশত আবদ্ধ হোৱা বুলি জানিলে উভয়কে মাৰি পেলাব। তদুপৰি ৰাক্ষসীয়ে ৰাজকুমাৰক দেখা পালে খাবলৈ খেদি আহিব। ৰাজকুমাৰীয়ে ৰাক্ষস-ৰাক্ষসীৰ হাতৰ পৰা ৰক্ষা পাবলৈ ৰাজকুমাৰক উপায় দিলে। ৰাজকুমাৰীয়ে ক'লে যে হিড়িম্বা আৰু হিড়িম্বী ৰাক্ষসীৰ জীৱন এডাল প্ৰকাণ্ড গছৰ গুৰিৰ শিপাৰ তলতে আছে। তাত দেখিবলৈ পাব এযোৰ পাৰ চৰাই পিঞ্জৰাৰ ভিতৰত আছে। সেই পাৰ চৰাই দুটাই হ'ল হিড়িম্বা আৰু হিড়িম্বী জীউ। পাৰ চৰাই দুটা মাৰিব পাৰিলে ৰাক্ষস-ৰাক্ষসী মৰিব। গতিকে ৰাজকুমাৰে নিজৰ জীৱন ৰক্ষা কৰিবলৈ আৰু ৰাক্ষস-ৰাক্ষসীক মাৰিবলৈ হ'লে গছৰ তলত থকা পিঞ্জৰাবদ্ধ পাৰ চৰাই দুটাক মাৰিব লাগিব।

এইদৰে ৰাজকুমাৰীয়ে বুদ্ধি-পৰামৰ্শ দিলে। তদুপৰি হিড়িম্বী ৰাক্ষসীৰ মৰা লাঠি, আৰু জীয়া লাঠি থকাৰ কথাও ৰাজকুমাৰীয়ে ৰাজকুমাৰক জনালে। মৰা লাঠিৰে মানুহক স্পৰ্শ কৰিলে মৰে আৰু জীয়া লাঠিৰে স্পৰ্শ কৰিলে জী উঠে বুলি ক'লে। সেই মৰা লাঠি আৰু জীয়া লাঠি দুডালো হাত কৰিবলৈ উপদেশ দিলে।

ইতিমধ্যে হিড়িম্বা আৰু হিড়িম্বী ৰাক্ষসীয়ে মানুহৰ গোন্ধ পালে। মানুহৰ সুন্দৰ গোন্ধত ৰাক্ষস-ৰাক্ষসীৰ জিভাৰ পানী পৰিবলৈ ধৰিলে। সিহঁতে মানুহজনক খাবলৈ গোন্ধ লৈ লৈ বিচাৰি ফুৰি সুন্দৰ যুৱকজনক দেখা পালে। যুৱকজনৰ সুন্দৰ-সুঠাম দেহ দেখি সিহঁতৰ খাবলৈ মন গ'ল আৰু খেদি গ'ল।

ৰত্নকুমাৰে আগৰেপৰা ৰাক্ষস-ৰাক্ষসীৰ লগত যুঁজিবলৈ সাজু হৈ আছিল। সি লগত ঢাল, তৰোৱাল, তীৰ, ধনু লৈ গৈছিল। ৰাক্ষস-ৰাক্ষসীয়ে তাক খাবলৈ খেদি অহাত সি কাঁড় মাৰিলে। মায়াকুশল হিড়িম্বা আৰু হিড়িম্বী ৰাক্ষসীৰ গাত কাঁড় নেলাগিল। ধনুৰ কাঁড় যোৱাৰ লগে লগে দুয়োজনে অন্তৰ্ধান হৈছিল। দুয়োজনে পুনৰ দেখা দি ৰাজকুমাৰক খাবলৈ খেদি গ'ল। সি ঢাল-তৰোৱাল লৈ ৰাক্ষস-ৰাক্ষসীৰ লগত ভীষণ যুদ্ধ কৰিলে। যুদ্ধত ৰাক্ষস আৰু ৰাক্ষসী পৰাস্ত হ'ল। ৰাজকুমাৰে হিড়িম্বী ৰাক্ষসীৰ জীয়া লাঠি আৰু মৰা লাঠি দুডাল ল'লে। মৰা লাঠিৰে হিড়িম্বা আৰু হিড়িম্বী ৰাক্ষসীক স্পৰ্শ কৰাত সিহঁত অচেতন হৈ পৰি থাকিল। ৰাজকুমাৰে গৈ যিডাল গছৰ তলত ৰাক্ষস আৰু ৰাক্ষসীৰ জীউ আছিল, সেই গছডাল খান্দি উভালি পেলাই দিলে আৰু তলত এটা পিঞ্জৰা দেখা পালে। তাত এযোৰ পাৰ চৰাই দেখা পালে। ৰাজকুমাৰীৰ পৰামৰ্শমতে পাৰ চৰাই দুটা অনাত ৰাক্ষস-ৰাক্ষসীয়ে গম পালে—সিহঁতৰ জীউ কোনোবাই আনিলে বুলি। সিহঁতৰ জীৱন বিপন্ন হৈ উঠিল। সিহঁতে চেতনা লাভ কৰি যিডাল গছৰ তলত সিহঁতৰ জীউ আছিল তালৈ লৰ দিলে। হিড়িম্বা আৰু হিড়িম্বী ৰাক্ষসীয়ে গৈ দেখে, গছডাল উভালি পেলাই পাৰযোৰ ৰাজকুমাৰে হাতত লৈ আছে। সিহঁত ৰাজকুমাৰৰ হাতৰ পৰা পাৰযোৰ আনিবলৈ যত্ন কৰিলে। ৰাজকুমাৰেও বুজিলে, পাৰযোৰ ৰাক্ষস-ৰাক্ষসীয়ে লৈ গ'লে তাৰ মৃত্যু নিশ্চিত। ৰাক্ষস-ৰাক্ষসী তাৰ ওচৰ পোৱাৰ লগে লগে পাৰযোৰৰ ঠেং কেইটা মুচৰি দিয়াৰ লগে লগে ৰাক্ষস-ৰাক্ষসীৰ ভৰি ছিঙি থিতাতে উভয়ে পৰি গ'ল। ৰাজকুমাৰে

পাৰযোৰৰ গল মুচৰি পেলোৱাৰ লগে লগে ৰাক্ষস-ৰাক্ষসীয়ে প্ৰকাণ্ড চিএঞৰ মাৰি মৰি থাকিল। ৰাক্ষসীৰ পেটৰ ভিতৰত ৰাজকুমাৰৰ ভায়েক দুজনক আছিল। ৰাক্ষসী মৰাৰ লগে লগে পেটৰ ভিতৰৰ পৰা ৰাজকুমাৰ দুজনক মৃত অৱস্থাত ৰত্নকুমাৰে উলিয়াই আনিলে। ৰাক্ষসীৰ জীয়া লাঠিৰে স্পৰ্শ কৰাত ৰাজকুমাৰক দুজনে পুনৰ জীৱন পালে। সিহঁত উঠি ৰত্নকুমাৰক দেখা পালে আৰু সম্মুখত হিড়িম্বা আৰু হিড়িম্বী ৰাক্ষসীক মৃত অৱস্থাত দেখা পালে। ৰত্নকুমাৰে সকলো ঘটনা ৰাজকুমাৰ দুজনক বিৱৰি ক'লে।

পিছত ৰাজকুমাৰ দুজনে বিশ্বাসঘাতকতা কৰি মৰা লাঠি আৰু জীয়া লাঠি দুডাল ৰত্নকুমাৰৰ পৰা হাত কৰি লৈ তাৰ লগত যুদ্ধ কৰি তৰোৱালেৰে কাটি-ছিঙি বধ কৰিলে। ৰত্নকুমাৰক ৰাজকুমাৰীয়ে বৰাই পাণৰ ফুল দিছিল। সেই ফুল ৰাজকুমাৰৰ পৰা লৈ ৰাজকুমাৰ দুজন স্বদেশ অভিমুখে গ'ল। ৰত্নকুমাৰৰ কৰুণ মৃত্যুত শোকাভিভূতা হৈ ৰাজকুমাৰীয়ে কান্দিবলৈ ধৰিলে। ৰাজকুমাৰীৰ কান্দোন আৰু ৰত্নকুমাৰৰ মৃত্যুত শালিকা, নেউল আৰু বগলীৰ দুখ লাগিল। নেউল, বগলী আৰু শালিকা তিনিও লগ হৈ মন্ত্ৰণা কৰিলে— ৰত্নকুমাৰক জীয়াই তুলিবলৈ। সিহঁতে ৰত্নকুমাৰৰ মাংস, হাড়, ছাল জোৰা লগাই কিবা-কিবি মন্ত্ৰ মাতি তাক জীয়াই তুলিলে। ৰত্নকুমাৰে পুনৰ জীৱন পাই উঠি দেখে যে ভায়েক দুজন নাই আৰু বৰাই পাণৰ ফুলো নাই। ৰাজকুমাৰীয়ে কান্দি থকা দেখিলে। আৰু ওচৰতে নেউল, শালিকা আৰু বগলীক দেখিলে। সিহঁতে ৰত্নকুমাৰক সকলো ঘটনা বিৱৰি ক'লে আৰু নিজৰ ৰাজ্যলৈ আগবঢ়াই থোৱাৰ কথা ক'লে যাতে বাটত কোনো বিপদ-আপদ নঘটে। নেউল, শালিকা আৰু বগলীক লগত লৈ ৰত্নকুমাৰে ৰাজ্য অভিমুখে যাত্ৰা কৰিলে। তেওঁলোকে গৈ ৰাজ-অট্টালিকা পালে।

ৰত্নকুমাৰে পোনতে পিতাকৰ খবৰ ল'লে আৰু চকু ভাল হৈছে নে নাই সুধিলে। ৰজাই ৰাজকুমাৰ দুজনে বৰাই পাণৰ ফুল আনি ৰস দিয়াত ভাল হৈছে বুলি ক'লে। ৰত্নকুমাৰে যে হিড়িম্বী ৰাক্ষসীৰ লগত যুদ্ধ কৰিছিল, হিড়িম্বী ৰাক্ষসীৰ পৰা জীয়া লাঠি আৰু মৃত লাঠি আনি তাৰ দ্বাৰা ৰাক্ষস-ৰাক্ষসীক অচেতন কৰি গছৰ তলৰ পৰা পাৰযোৰ আনি গল মুচৰি মাৰি পেলোৱাত হিড়িম্বা-হিড়িম্বী মৰিল আৰু ৰাজকুমাৰ দুজনক হিড়িম্বী ৰাক্ষসীৰ পেটৰ পৰা উলিয়াই আনি মৃত অৱস্থাৰপৰা জীয়া লাঠিৰে স্পৰ্শ কৰাত সিহঁত

কেনেকৈ জী উঠিল আৰু বিশ্বাসঘাতকতা কৰি তাক ভায়েক দুজনে কেনেকৈ হত্যা কৰিলে, কেনেকৈ নেউল, শালিকা, আৰু বগলীয়ে তাক পুনৰ জীয়াই তুলিলে ইত্যাদি সকলো ঘটনা বিৱৰি ক'লে। সাক্ষী হিচাপে ৰাজকুমাৰী, শালিকা, বগলী আৰু নেউলক দিলে। সিহঁত আটায়ে ৰত্নকুমাৰৰ কথাত হয়ভৰ দি তাৰে কথা সত্য বুলি ৰজাৰ আগত সাক্ষী দিয়াত ৰজাই ৰাজপুত্ৰ দুজনৰ মাক সৰু ৰাণীকো ষড়যন্ত্ৰত লিপ্ত থকা বুলি বিপুল নগৰৰ পৰা বাহিৰ কৰি দিলে।

ৰজাই ৰত্নকুমাৰ আৰু ৰাজকুমাৰীৰ বিয়া ধুমধামেৰে পাতিলে। ৰত্নকুমাৰক ৰাজ সিংহাসনত বহুৱালে। নেউল, শালিকা আৰু বগলীয়ে ৰত্নকুমাৰ আৰু ৰাজকুমাৰীক মাজত লৈ ঘূৰি ঘূৰি নাচিবলৈ ধৰিলে। শেষত ৰজাই নেউল, শালিকা আৰু বগলীক ৰত্নকুমাৰৰ জীৱন দান দিয়া বাবে পুৰস্কাৰ দি বিদায় দিলে। লগে লগে নেউল, শালিকা আৰু বগলীক ৰজা, ৰত্নকুমাৰ আৰু ৰাজকুমাৰীয়ে কিছুদূৰ গৈ আগবঢ়াই বিদায় সম্ভাষণ জনালে।

# গিছিপ আৰু নিছিপৰ কাহিনী

গিছিপ ডাঙৰ ভায়েক, নিছিপ সৰু। সিহঁতৰ মাক আৰু পিতাক বুঢ়া হৈছিল। এদিনাখন ফান্দপাতি বুঢ়াই বগলী এটি ধৰি আনিছিল। বগলীটো ভালদৰে ঘৰত বান্ধি থৈ বুঢ়া-বুঢ়ী দুয়ো ভিক্ষা কৰিবলৈ গ'ল। বুঢ়াৰ পুতেক গিছিপ আৰু নিছিপে বগলীটো পুৰি খাই পথাৰলৈ গুচি গ'ল।

বুঢ়া-বুঢ়ী আহি বগলীটো দেখা নাপাই বৰ খং কৰিলে। গিছিপ আৰু নিছিপক বিচাৰি পথাৰলৈ গ'ল।

গিছিপ আৰু নিছিপে পলাই গৈ মোমায়েকৰ ঘৰত থাকিল। বুঢ়া-বুঢ়ীয়েও বিচাৰি সিহঁতৰ মোমায়েকৰ ঘৰলৈ গ'ল। মোমায়েকে সিহঁতক লুকুৱাই থৈ সিহঁত নাই বুলি ক'লে। বুঢ়া-বুঢ়ীয়ে তেতিয়া ঘৰলৈ গুচি গ'ল। কিন্তু যোৱাৰ সময়ত সিহঁতক লগ পালে কাটি তেজ থৈ দিবলৈ সিহঁতৰ মোমায়েকক বুঢ়া-বুঢ়ীয়ে ক'লে। বুঢ়া-বুঢ়ীয়ে আহি সিহঁতৰ ৰক্ত পান কৰিব বুলিও ক'লে। তাৰপিছত বুঢ়া-বুঢ়ীয়ে গিছিপ আৰু নিছিপক বিচাৰি গ'ল। মোমায়েকে কুকুৰ এটা কাটি তেজ ৰাখি থৈ দিলে। বুঢ়া-বুঢ়ীয়ে গিছিপ আৰু নিছিপৰ তেজ বুলি কুকুৰৰ তেজকে খাই ঘৰলৈ উভতি আহিল।

গিছিপ আৰু নিছিপ অন্যফালে গুচি গ'ল। দুপৰীয়া জংঘলৰ মাজত গছৰ তলত সিহঁতে জিৰণি লয়।

সেই গছডালত এযোৰ কপৌ চৰায়ে বাহ লৈছিল। সিহঁতৰ পোৱালি জগিলেই এডাল সাপে খাই গুচি যায়।

গিছিপ দুৰ্ঘোৰ টোপনিত পৰিল। সাপটো গছৰ খোৰোঙৰ পৰা ওলাই আহিল। নিছিপ সাৰে আছিল। সি সাপটো অহা দেখি দুটুকুৰা কৰি কাটি পেলালে।

গিছিপে টোপনিৰ পৰা সাৰি পালে। তাৰ বৰ পিয়াহ লাগিছিল। সি পানী বিচাৰি গৈ তিনিমুখীয়া বগলী এটা লগ পালে। বিলত পানী দেখা পালে; কিন্তু বগলীয়ে পানী খাবলৈ নিদিয়ে। বগলীয়ে আন এঠাইত পানী

দেখুৱাই দিলে; কিন্তু তাত গড়ৰ ভয়। পিয়াহত গিছিপৰ কণ্ঠ শুকাই গৈছিল। সি ভয় নকৰি গড় থকা বিলত পানী খাবলৈ গ'ল। গিছিপ গৈ গড়ৰ পিঠিৰ ওপৰত উঠিল। গড়ে পানী আনিবলৈ নিদি বিলৰ সিপাৰ কৰি দিলে।

সি গৈ বহু দূৰৰ এখন ৰাজ্য পালে। সেই ৰাজ্যৰ প্ৰজাবোৰে তাক সেই ৰাজ্যৰ ৰজা পাতিলে।

নিছিপে ককায়েকক নেদেখি গিছিপৰ নিচিনাকৈ পানী বিচাৰি গৈ সেই একেই নিচিনা ঘটনাৰ সন্মুখীন হ'ব লগা হ'ল। গড়ে নিছিপক বিলৰ সিপাৰে দলিয়াই দিলে। গধূলি সময়ত সি সিপাৰ পালে। ৰাতি হোৱাত ৰজাৰ বেঙেনাৰ বাগানত লুকাই থাকিল।

পিছদিনাখন পুৱা প্ৰহৰীয়ে দেখা পাই নিছিপক ধৰি নিলে। ৰজাই ভায়েক বুলি নেজানি গোবৰৰ দ'মত বান্ধি থ'বলৈ হুকুম দিলে।

ৰজাই এখন নাও তৈয়াৰ কৰিলে। পানীত নাওখন মেলি দিবলৈ হুকুম দিলে। নাৱৰীয়াবোৰে নাওখন পানীত এৰি দিবলৈ চেষ্টা কৰিলে, কিন্তু নাওখন লৰাব নোৱাৰিলে। তেতিয়া নাৱৰীয়াবোৰে নিছিপক কোৱাত নিছিপে নিজৰ আৰু ককায়েক গিছিপৰ নামলৈ মন্ত্ৰ মাতি নাওৰ কৰিত গোৰ মাৰি দিয়াত নাও পানীত গৈ পৰিল। এই ঘটনা দেখি নাৱৰীয়া আৰু ৰাজকৰ্মচাৰীইঁতে গৈ ৰজাক জনালে। ৰজাই মানুহজনক ৰাজভৱনলৈ মাতি নিলে। নিছিপে কিবা অপৰাধ হৈছে বুলি ভাবি ভয়ে ভয়ে ৰজাৰ ওচৰলৈ গ'ল। ৰজা গিছিপে ভায়েক নিছিপক দেখা পালে। সি ভায়েকক চিনি পাই বৰ দুখ কৰিলে আৰু নিছিপক গোবৰ দ'মত এদিন বান্ধি থোৱাত বৰ লাজ আৰু অপমান পালে। ৰজাই ভায়েকৰ ওচৰত নিজৰ দোষৰ কাৰণে দুখ প্ৰকাশ কৰি নিছিপক বেজাৰ নকৰিবলৈ খাটিলে আৰু নিজৰ লগত থাকিবলৈ ক'লে। দুয়োজনে একেলগে ৰাজ-অট্টালিকাত মহা সুখেৰে কাল কটাবলৈ ধৰিলে।

# কথা বেচা বুঢ়াৰ কথা

এখন দেশত আছিল এজন বুঢ়া। তেওঁ এখন বাংকাৰে দুখন খালি ভাৰ-পাচি লৈ কথা বেচিবলৈ গৈছিল। কোনো মানুহে তেওঁক সুধিলে তেওঁ কয়, "মই কথা বেচিবলৈ আহিছো। ভাৰ পাচিত একোৱেই নাই। কেৱল কথাই বোজাই হৈ আছে।" বুঢ়াই কথা বেচিবলৈ গৈ গৈ এঘৰ মানুহৰ ঘৰ পালে। সেই ঘৰৰ মানুহজন বৰ সাধু। ল'ৰা-ছোৱালী কোনো নাই। সি কথা বেচিবলৈ যোৱা বুঢ়াজনক সুধিলে—"ভাৰত কি আছে?" বুঢ়াজনে ক'লে, "কথা বেচিবলৈ আহিছো। ভাৰত কথা ভৰি আছে।"

তেতিয়া সাধু মানুহজনে বুঢ়াক কি কথা বেচিবলৈ আনিছে বুলি সুধিলে। তেতিয়া বুঢ়াই, "সম্পদৰ ভনী, বিপদৰ বন্ধু, স্ত্ৰী লভি নাৰী, চেতন লভি ৰজা, সৰ্বনাশী ৰাণী" বুলি ক'লে। বুঢ়াজনে এইখিনি কথা কোৱা হ'লত সাধুজনে সুধিলে, "এইখিনি কথাৰ কিমান মূল্য হ'ব?"

তেতিয়া বুঢ়াজনে ইয়াৰ মূল্য পাঁচশ টকা বুলি ক'লে। সাধুজনে কথাখিনিৰ অৰ্থ কি বুজাই দিবলৈ কোৱাত বুঢ়াজনে বিতংকৈ ফঁহিয়াই বুজাই দিলে। সাধু মানুহজনে বুঢ়াৰ কথা সন্তুষ্ট হৈ পাঁচশ টকা দি বিদায় দিলে।

সাধু মানুহজনে পিছদিনাখন ভনীয়েকৰ ঘৰলৈ গ'ল। তেওঁ ভনীয়েকৰ ঘৰত গৈ উপস্থিত হোৱাত ভনীয়েকে তাক তিৰস্কাৰ কৰিলে। তাই ককায়েকক তিৰস্কাৰ কৰি ক'লে, "কথা কিনিব পাৰিছা! টকা দি মোলৈ হ'লে এটা ফুটা কড়িয়ো নানিলা।"

ককায়েক সাধু মানুহজনে ভনীয়েকৰ গালি-শপনি আৰু তিৰস্কাৰৰ দ্বাৰা অপমানিত হৈ ঘৰলৈ উভতি আহিল আৰু মনতে ভাবিলে— কথা বেচা বুঢ়াৰ প্ৰথম কথা ফলিল। তাৰ পিছত ৰাতি ঘৈণীয়েকৰ লগত এই বিষয়ে নানা কথা-বতৰা হৈ, খাই লৈ শুই থাকিল।

পিছদিনা সখিয়েকৰ ঘৰলৈ গ'ল। সখিয়েকে বহুত দিনৰ মূৰত সাধু সখিয়েকজন যোৱাত বৰ আনন্দ পালে আৰু সেৱা-শুশ্ৰূষা কৰি নানাধৰণৰ

ৰং-ধেমালি, ঠাট্টা-তামাছা আৰু স্ফূৰ্তিৰে কথা-বতৰা হ'ল আৰু বিধে বিধে মাছ-মাংসৰ তৰকাৰী ৰন্ধাই খুৱাই-বুৱাই বিদায় দিলে। সাধু মানুহজনে ঘৰলৈ গৈ ভাবিলে কথা-বেচা বুঢ়াৰ দ্বিতীয় কথাটোও ফলিল।

আনদিনাখনৰ নিচিনাকৈ ৰাতি ঘৈণীয়েকৰ লগত সখিয়েকৰ ঘৰত গৈ পোৱা আদৰ-অভ্যৰ্থনাৰ কথা ক'লে আৰু পিছদিনাখন বহু দূৰলৈ যোৱাৰ কথা ক'লে। ঘৈণীয়েকক কোনো চিন্তা নকৰিবলৈ উপদেশ দিলে।

পিছদিনাখন সাধু মানুহজন দূৰ দেশলৈ যাব বুলি যাত্ৰা কৰিলে। তেওঁ গৈ গৈ এখন ৰজা নোহোৱা ৰাজ্যত উপস্থিত হ'ল। সেই ৰাজ্যৰ মানুহবিলাকে সাধু মানুহজনক দেখি তেওঁক ৰজা পাতিবলৈ মন কৰিলে আৰু প্ৰজাবৰ্গই তেওঁক ৰাজসিংহাসনত বহিবলৈ অনুৰোধ জনালে। সাধুজনে উপায়ন্তৰ হৈ প্ৰজাবৰ্গৰ অনুৰোধত ৰাজ সিংহাসনত বহি ৰাজ্য চলাবলৈ ধৰিলে। সেই ৰাজ্যৰ ৰাণী আছিল আগৰ ৰজাৰ ৰাণী। ৰজা মৰাত ৰাণী বিধবা হৈছে। বৰ্তমান নতুন ৰজাৰ ৰাণী নাছিল। গতিকে প্ৰজাবৃন্দই আগৰ বিধবা ৰাণীক বিয়া কৰাবলৈ ৰজাক অনুৰোধ জনালে। ৰজাই প্ৰজাবৰ্গৰ অনুৰোধ ৰক্ষা কৰি বিধবা ৰাণীক বিয়া কৰালে। ৰজা আৰু ৰাণী উভয়কে ৰাজ-অট্টালিকাত থকাৰ ব্যৱস্থা কৰি দিলে। ৰাতি হোৱাত শয়ন কক্ষত ৰজা-ৰাণী উভয়ে ৰাজ্যৰ মংগলামংগল বিধান আৰু শাসনকাৰ্যৰ বিষয়ে আলোচনা কৰিলে আৰু তাৰ পিছত দুয়োজনে শুবলৈ গ'ল। শোৱা বিছনা কিন্তু ৰজা-ৰাণী দুয়োৰে সুকীয়া সুকীয়া। ৰাণী শুবলৈ গ'ল, ৰজাও নিজৰ বিছনাত শুবলৈ গ'ল। ৰজাই বিছনাত পৰাৰ আগতে পুৰণি স্মৃতিবিলাক তেওঁৰ মনত ভাহি উঠিল। ৰজাই তেওঁৰ ঘৈণীয়েক আৰু কথা-বেচা মানুহজনৰ কথা স্মৰণ কৰিলে। তেওঁৰ মনত পৰিল কথা-বেচা বুঢ়াৰ তিনিটা কথাই ফলিয়ালে। এতিয়া দুটা কথা ফলিয়াবলৈ আছে। সেইটো হ'ল 'চেতনলভী ৰজা আৰু সৰ্বনাশী ৰাণী' গতিকে ৰজাই ভাবিলে চেতনলোভী ৰজাৰ কথা, কথা-বেচা বুঢ়াই কৈছে যেতিয়া ৰজাই নিশ্চয় সদা জাগ্ৰত আৰু সতৰ্ক হৈ থাকিব লাগিব আৰু নাৰী চৰিত্ৰত বিশ্বাস নাই যেতিয়া ৰাণীৰ ওপৰতো তীব্ৰ নজৰ ৰাখিব লাগিব। এইখিনি কথা মনতে ভাবি-গুণি ৰজাই সিদিনাখন বিছনাত নুশুই খাটৰ তলত তৰোৱাল লৈ বহি থকাৰ কথা ভাবিলে। বিছনাখনৰ ওপৰত মানুহ এজন শুই থকাৰ নিচিনাকৈ কাপোৰ এখন ঢাকি থৈ দিলে। ৰজাই নিজে খাটখনৰ

তলত সাৱধানেৰে তৰোৱাল এখন লৈ বহি থাকিল।

দোভাগ ৰাতি ৰাণীৰ দুয়োটা নাকৰ পৰা দুডাল সাপ ওলাই অহা ৰজাই দেখা পালে। সাপ দুডালে ৰজাৰ বিচনালৈ গৈ ৰজাই শুই থকা বুলি দংশন কৰিলে। ৰজাই অতি সন্তৰ্পণে আৰু সাৱধানেৰে খাপৰ পৰা তৰোৱাল উলিয়াই লৈ সাপ দুডালক কাটি টুকুৰা-টুকুৰ কৰি পেলালে।

ৰাণীয়ে ৰাতিপুৱা সাৰ পাই উঠি দেখে যে সাপ টুকুৰা-টুকুৰ হৈ পৰি আছে। ৰজাই ৰাণীক তাইৰ নাকৰ পৰা সাপ ওলাই আহি কেনেকৈ তেওঁক দংশন কৰিবলৈ আহিছিল আৰু তেওঁ কেনেকৈ সাপ দুডাল মাৰিলে সকলো ঘটনা বিৱৰি ক'লে।

ৰজাৰ বুজিবলৈ বাকী নাথাকিল যে ৰাণী সৰ্বনাশী, কুলক্ষিণী।

পিছদিনা ৰাতিপুৱা প্ৰজাবিলাকে ৰজা মৰা বুলি ভাবি চাবলৈ আহিছিল। কিন্তু ৰজা মৰা নাই। তাৰ সলনি মৰা সাপহে দেখিলে। প্ৰজাবৰ্গই সকলো ঘটনা দেখি আচৰিত হ'ল। ৰজাক সকলো প্ৰজাই 'সাধু, সাধু আৰু মহাপুণ্যবান ৰজা' বুলি গুণ বখানিলে। ৰজাই আগৰ ভাৰ্যা আৰু বন্ধু-বান্ধৱক আনি সেই ৰাজ্যৰ ৰজা হৈ প্ৰজাবিলাকক পুত্ৰৰ নিচিনাকৈ পালন কৰিব ধৰিলে। কথা-বেচা বুঢ়াৰ কথা, 'সম্পদৰ ভনী, বিপদৰ বন্ধু, স্ত্ৰীলোভী নাৰী, চেতনলভী ৰজা আৰু সৰ্বনাশী ৰাণী' নীতি কথাষাৰ ফলিওৱাৰ বাবে ৰজাই কথা-বেচা বুঢ়াৰ প্ৰতি কোনেও নেদেখাকৈ দূৰৰ পৰা ভক্তি ভৰা প্ৰণাম জনালে।

# মানুহৰ পৰা ভালুক কেনেকৈ হ'ল?

এজনী গৰ্ভৱতী তিৰোতা দেউতাকৰ ঘৰলৈ গৈছিল। ঘৰলৈ উভতি যাবৰ সময়ত মাক-বাপেকে তুঁহ আৰু কপাহ দি পঠিয়ালে যাতে হঠাতে বাটত প্ৰসৱ হ'লে তুঁহেৰে জুই জ্বলাব পাৰে আৰু কপাহেৰে গা-পা মুচি দিব পাৰে। বাটত গৈ থাকোঁতে গৰ্ভৱতী তিৰোতাজনীৰ হঠাৎ প্ৰসৱ হ'ল। ল'ৰাটো তুঁহত পৰি লুতুৰ -পুতুৰ হ'ল আৰু মাকে সেইবোৰ গুচাবলৈ যাওঁতে ল'ৰাটোৰ গাঁত কপাহবোৰ লাগি ধৰিলে। পিচত ল'ৰাটো দেখিবলৈ অবিকল ভালুকৰ নিচিনা হ'ল।

মাকে ল'ৰাটোক ভালুকৰ নিচিনা দেখি মানুহে বেয়া ভাবিব পাৰে বুলি তাক এৰি থৈ গুচি গ'ল। কিন্তু ভোক-পিয়াহ লাগিলে ভোক নিবৃত্তিৰ বাবে 'ভোক লাৰু' আৰু পিয়াহ গুচাবৰ বাবে 'পিয়াহ লাৰু' দি থৈ গ'ল। ল'ৰাটো তেতিয়াৰে পৰা সঁচাকৈয়ে ভালুকত পৰিণত হ'ল।

জনবিশ্বাস যে এতিয়াও ভালুকে মতা মানুহ দেখিলে ভীষণভাৱে আক্ৰমণ কৰিবলৈ খেদি যায়, কিন্তু তিৰোতা মানুহ দেখিলে একো অনিষ্ট নকৰে।

# হাতী কেনেকৈ মানুহৰ বশ হ'ল?

এটা সিংহ আৰু এটা হাতীয়ে সাগৰ পাৰ হৈ আহি কলামূৰীয়াৰ বংশ ধ্বংস কৰিবলৈ মনস্থ কৰে।

কলামূৰীয়াই খেতি কৰিবলৈ আহি এডাল বাঁহৰ খুঁটিত জাপি এটা ওলোমাই থৈ দিয়ে। বতাহত জাপি নাচি থাকে। সিংহ আৰু হাতীয়ে জাপিটো ঘূৰি থকা দেখি কিবা ৰাক্ষস-তাক্ষস বুলি ভাবিলে। তাকে দেখি সিংহ পলাল। হাতীয়ে কিন্তু মনুষ্য জাতিটোক ধ্বংস কৰাটোকে ঠিক কৰিলে। সি ৰঙামূৰীয়া দুটাক দেখি কলামূৰীয়াৰ দেশৰ কথা সুধিলে। ৰঙামূৰীয়াই তাৰ কাৰণ সোধাত হাতীয়ে কথাটো ক'লে। তেতিয়া ৰঙামূৰীয়া দুটাই হাতীক ক'লে যে সিহঁতে কলামূৰীয়াৰ দেশৰ কথা ক'ব পাৰে যদিহে সি সিহঁতৰ কথা ৰাখিবলৈ প্ৰতিশ্ৰুত হয়। হাতীয়ে কলামূৰীয়াৰ কথা শুনিবলৈ প্ৰতিজ্ঞা কৰিলে। সেইমতে হাতীয়ে ৰঙামূৰীয়াৰ কথা শুনিবলৈ প্ৰতিজ্ঞা কৰিলে। তেতিয়া ৰঙামূৰীয়াহঁতে ক'লে যে সিহঁতে হাতীক আদলি গছৰ বাকলিৰে বান্ধিব। সি যদি ছিঙিব পাৰে তেতিয়া তাক ক'ব। হাতীয়ে সেই কথাত মান্তি হ'ল আৰু হাতীক বন্ধা হ'ল।

হাতীয়ে কিন্তু জৰীডাল এবাৰো নোৱাৰিলে। সি পৰাজয় স্বীকাৰ কৰিলে। কিন্তু ৰঙামূৰীয়াহঁতে ক'লে যে পূৰ্বপ্ৰতিশ্ৰুতিমতে কাম কৰিলেহে হাতীক এৰি দিব।

হাতীয়ে সিহঁতৰ কথামতে কাম কৰিবলৈ প্ৰতিজ্ঞা কৰিলে। তেতিয়া তাক এৰি দিয়া হ'ল। ৰঙামূৰীয়াহঁতে সিহঁতৰ টুপী গুচাই সিহঁত যে কলামূৰীয়া তাৰ পৰিচয় দিলে। হাতীক পিছে 'উঠ', 'বহ' কৰিব দিলে। ৰঙামূৰীয়া দুজন আছিল 'বাদাৰী' (খৰিকটীয়া)। সিহঁতে হাতীক খৰিৰ বাবে গছ টানিবলৈ হুকুম দিলে। হাতীয়ে গছ টানিলে। এইদৰে হাতী মানুহৰ বশ হ'ল।

# দাও ৰিংগাওনি চলো

মাক-পিতাক মৰাত খুড়াকে ল'ৰা দুজনক ডাঙৰ-দীঘল কৰিলে। ককাই-ভাই দুজনৰ মাজত বৰ মিলাপ্ৰীতি; কোনেও; কাকো এৰি থাকিব নোৱাৰিছিল। ককায়েকজন ডাঙৰ-দীঘল হৈ ডেকা হ'ল। সি হাল বাবলৈ যায়। সৰু ভায়েকে গৰু চৰায়। খুৰাক আৰু খুৰীয়েকে ল'ৰা দুজনক অতি টান কামবোৰ কৰিবলৈ দিয়ে। কাম-কাজবোৰ কৰিব নোৱাৰিলে সিহঁতক গু-মূত খাবলৈ দিছিল। কেতিয়াবা কেতিয়াবা গবা মাৰি ধৰি মাটি খুৱায় আৰু কেতিয়াবা এনেকৈ চৰ মাৰে যে সিহঁত মূৰ্চা গৈ বাগৰি পৰিছিল। খুৰীয়েকৰ ল'ৰাই শৌচ-পেচাব কৰা কাপোৰ-কানিবোৰ সিহঁতে ধুব লগা হৈছিল, ধান বানিব লগা হৈছিল, মাজে মাজে ভাত ৰান্ধিছিল। সিহঁতে ভাত ৰান্ধিলে ভাতবোৰ নিসিজা আৰু আঞ্জাত নিমখ নোহোৱা বুলি খুৰীয়েকে সিহঁতক মৰিয়াইছিল।

এদিনাখন খুড়াকে ল'ৰা দুজনক ভঙা কুঠাৰ এখনেৰে খৰি কাটিবলৈ পঠিয়ালে। সিহঁতে হাবিত কিছু কাঠ কাটিলে আৰু সেইবোৰ জমা কৰি থ'লে। সেই হাবিখন হাতী-বাঘ-ভালুক আদিৰে পৰিপূৰ্ণ। তদুপৰি সেই হাবিখনত মৰা মানুহ, ভূত, পিশাচ, ডাইনী থকা বুলি শুনি তালৈ কোনো নগৈছিল। সেইদিনাখন বৰষুণ ধাৰাসাৰে দিছিল, ৰাতিৰ আন্ধাৰো ধীৰ ধীৰে পৃথিবীলৈ নামি আহিছিল।

ৰাতিৰ অন্ধকাৰত সিহঁত পথভ্ৰষ্ট হৈ পৰিল। ঘৰলৈ যোৱা পথ বিচাৰি বিচাৰি পৰ্বত-পাহাৰ, নদ-নদী আদি অতিক্ৰম কৰি অতি ক্লান্ত আৰু শ্ৰান্ত হৈ পৰিল। সৰু ভায়েক আৰু বেছি ক্লান্ত হৈ পৰিছিল। সি ডাঙৰ ককায়েকক ক'লে, "ককাই মই আৰু এখোজো বাট বুলিব নোৱাৰোঁ।" সি বহি পৰিল। আনপিনে বাঘ-ভালুক সিংহ আদিৰ গোঁজৰনি সিহঁতে শুনিবলৈ পাই ভয়ত কম্পমান হৈ পৰিল। অবশেষত ৰাতিটো নৈৰ পাৰৰ প্ৰাকৃতিক গছজোপাত থাকিবলৈ বুলি ডাঙৰ ভায়েক ঠিক কৰিলে।

সৰু ভায়েকে ক'লে, "ককাই, শ্মশানত দেও ভূত থাকে, তাত থাকিবলৈ

ভয় লাগে। কেনেকৈ ইয়াত থাকিবা? ইয়াত থাকিলে আমাৰ ৰক্ষা নাই।”

তেতিয়া ডাঙৰ ভায়েকে সৰু ভায়েকক প্ৰবোধ দি ক'লে, “ভয় নাই, মই আছো নহয়; মৰা মানুহ, ভূত-পিশাচে আমাক একো কৰিব নোৱাৰে। আমাৰ লগত দা-কুঠাৰ আছে নহয়। আমাৰ ওচৰলৈ আহিলে তাৰ দ্বাৰা সিহঁতক শেষ কৰিম। গতিকে ভয় নকৰিবা।” ইয়াৰ পিছত দুয়ো পাকৰি গছৰ তলতে থকাৰ ব্যৱস্থা কৰিলে। কিছু সময় টোপনি যোৱাৰ পিছত সৰু ভায়েকে হঠাতে সাৰ পাই ককায়েকক জগাই ক'লে, “ককাই ককাই মোৰ পিনে চোৱা। কিবা দেও, ভূত এটাই মোক খাবলৈ খেদি আহিছে। তাৰ দাঁতকেইটা উজলা, চকু দুটা আঙঠাৰ দৰে উজ্জ্বল, আঙুলিবোৰ দীঘল দীঘল। মুখখন ভয় লগা। কিম্ভুত-কিমাকাৰ আকৃতিৰ। ককায়েকে বুকুৰ মাজত আঁকোৱালি লৈ সৰু ভায়েকক ক'লে, “ভয় নাই, ভয় নাই, আমাৰ লগত দা-কুঠাৰ আছে নহয়, তাৰে কাটিম। তুমি শুই থাকা— মই ৰাখি থাকিম।

কিছু সময় টোপনি গৈ সি আকৌ চক্ খাই উঠি ক'বলৈ ধৰিলে, “ককাই ককাই, সৌ দেও, ভূতবোৰে মোক খাবলৈ খেদি আহিছে। মই আৰু শুই থাকিব নোৱাৰো।”

ককায়েকে পুনৰ ভায়েকক ক'লে, “ভয় নাই, ভয় নাই। মই আছো নহয়!” এইবুলি নিজৰ কোলাত শুৱাই ল'লে। সৰু ভায়েক ককায়েকৰ কোলাত টোপনি গ'ল। আনপিনে ককায়েকক টোপনিয়ে হেঁচি ধৰাত সি বহি থকা অৱস্থাতে টোপনি গ'ল। দোভাগ ৰাতি শ্মশানৰ দেও, ভূতে সৰু ভায়েকক খাবলৈ আহিল। সৰু ভায়েকে দেও, ভূতক দেখি ভয় খাই ডাঙৰ ককায়েকক মাতিব ধৰিলে— “ককাই ককাই, মোক দেও-ভূতে খালে।”

কিন্তু গভীৰ টোপনিত ভায়েকে একোকে গম নাপালে। আনপিনে দেও-ভূতে সৰু ভায়েকক ভৰিৰ পৰা ডিঙিলৈকে খালে, কেৱল মূৰটোহে বাকী থাকিল।

ৰাতি পুৱালত ডাঙৰ ককায়েকে দেখে— সঁচাকৈয়ে দেও-ভূতে সৰু ভায়েকক খালে। ককায়েকে সৰু ভায়েকৰ মূৰটো বুকুত সাবটি লৈ কান্দি কান্দি ক'বলৈ ধৰিলে, “সঁচাসচিকৈ মোৰ ভাইক দেও, ভূতে খালে। আমি বাৰু এই সংসাৰত কিয় জন্মিছিলো!” এইবুলি বুকুত ভুকিয়াই নিজকে ধিক্কাৰ দি সি কান্দিবলৈ ধৰিলে। পিছত মূৰটো মাটিত লৈ কান্দি কান্দি এইদৰে

ক'ব ধৰাত খালী মূৰটোৱে মাত লগালে, "ককাই, মোকো তোমাৰ লগত লৈ যোৱা। মোকো লৈ যোৱা।"

ককায়েক আগবঢ়াৰ লগে লগে মূৰটোৱেও তাৰ পিছে পিছে 'ককাই, মোকো নিয়া' বুলি চিঞৰি চিঞৰি গৈ থাকিল। ইয়াৰ পিছত ককায়েকে কান্দি কান্দি খালী মূৰটো বিৰিণা বনত বান্ধি থৈ ক'ব ধৰিলে, "আজিৰ পৰা তোমাৰ কপাল তোমাৰ, আৰু মোৰ কপাল মোৰ" বুলি বিদায় ল'লে। খালী মূৰটোৱে 'মোকো লগত নিয়া', 'মোকো লগত নিয়া' বুলি চিঞৰিব ধৰিলে। সেই খালী মূৰটোৱে পিছত দাও ৰিংগাওনি হৈ ৰাতি 'ৰিংগাও ৰিংগাও' বুলি এতিয়ালৈকে চিঞৰি থাকে।

# মানুহ আৰু বগলীৰ ছোৱালীৰ বিয়া

এহাল বুঢ়া-বুঢ়ী আছিল। সিহঁতৰ মাথোন এটি মাত্র ল'ৰা। নাম আছিল যুদ্ধৰাম। সি ক্রমে ক্রমে ডাঙৰ হৈ বাৰ বছৰ বয়সত ভৰি দিলে। বুঢ়া-বুঢ়ী অলৰ-অচৰ হৈ পৰিল। বুঢ়া-বুঢ়ীয়ে এদিনাখন আলোচনা কৰিলে যে যুদ্ধৰামৰ বিয়াৰ বন্দোবস্ত কৰিব লাগে। বুঢ়াই কয়, "আমি দুখীয়া মানুহ। টকা-পইছা নাই। ক'ৰ পৰা আমি বিয়া পাতিম?" বুঢ়ীয়ে ক'লে, "ছোৱালী মই বিনা পইচাই ঠিক কৰি থৈছোঁ; মাত্র গাহৰি খুৱালেই হ'ব।"

পিছদিনাখন বুঢ়াই পথাৰলৈ হাল বাবলৈ গ'ল। দুই তিনি মাটি বৰণ দিয়া হ'ল। বুঢ়াই হাল মেলি ঘৰলৈ আহিল। যুদ্ধৰাম আৰু বাপেকে এভাৰ কঠীয়া নি পথাৰত ৰুই দিলে। ৰুৱা হোৱাত সিহঁত ঘৰলৈ আহিল।

আন এদিনাখন ৰাতি বুঢ়ীয়ে বুঢ়াক ক'লে, "বুঢ়াসিদিনা যে বিয়াৰ আলোচনা কৰিছিলো পাহৰি গ'লি নেকি?"

বুঢ়াই ক'লে, "পাহৰি যোৱা নাই।"

পিছদিনাখন যুদ্ধৰামে মাক-পিতাকক ক'লে, "মই আমাৰ ৰোৱা ধান কেনে হৈছে চাবলৈ যাওঁ।" মাক-পিতাকে তাক যাবলৈ অনুমতি দিলে।

খেতি পথাৰলৈ গৈ যুদ্ধৰামে দেখে যে ক'ৰবাৰ পৰা বগলী এটা আহি পথাৰত ধানবোৰ গছকি আছে। যুদ্ধৰামক দেখি বগলীটো উৰি গুচি গ'ল। যুদ্ধৰামে গৈ মাক-দেউতাকক ক'লে যে ক'ৰবাৰ পৰা বগলী এটা আহি খেতি-বাটি নষ্ট কৰিব ধৰিছে। পিতাকে ক'লে, "বোপা, কোনো চিন্তা কৰিব নালাগে। ফান নি বগলীৰ ঠেঙৰ গছকনিৰ চিন থকা ঠাইত পাতি থৈ আহিবা।"

বাপেকৰ কথামতে যুদ্ধৰামে ফানখন পাতি থৈ আহিল।

ৰাতি পুৱাল। যুদ্ধৰামে গৈ দেখে যে সঁচাকৈয়ে বগলীটো ফানত লাগিছে। বগলীটো দেখি তাৰ বৰ স্ফূর্তি লাগিল। সি ফানৰ পৰা বগলীটো ধৰি আনিলে। বগলীটো জীয়াই আছিল।

বগলীটো ঘৰলৈ আনি মাক-পিতাকক দি ক'লে, "বগলীটো লাগিছে।" মাক-পিতাকে কথাটো শুনি ৰং পালে।

যুদ্ধৰামে ক'লে, "আই মাহ-দাইলেৰে বগলীটো ৰান্ধিবা আৰু কিছু ভাজিবা।" এইবুলি কৈ অইনদিনাখনৰ নিচিনাকৈ পথাৰলৈ গ'ল।

মাকে বগলীটো মাৰিবলৈ নিয়াত বগলীটোৱে মাত লগালে, "আই আই, মোক ক্ষমা কৰা। মোৰ সাতজনী ছোৱালী আছে। তাৰে এজনী তোমাক দিম। তুমি মোক ক্ষমা কৰা।"

বগলীটোৰ মাত শুনি বুঢ়ী বৰ আচৰিত হ'ল। বুঢ়ীয়ে ক'লে, "তুমি এইবোৰ কি কৈছা? তুমি সঁচাকৈয়ে বগলী নোহোৱা।"

বগলীটোৱে ক'লে, "মই বগলী নহওঁ। মই যাদুকৰ।"

বুঢ়ীয়ে পুনৰ প্ৰশ্ন কৰিলে, "তেনেহ'লে তোমাৰ ঘৰ ক'ত? তোমাৰ ছোৱালী কেনেকৈ পাম? তাৰে উপায় দিয়া।"

তেতিয়া বগলীটোৱে উত্তৰ দিলে, "বুঢ়ী আই, তুমি মোক এমুঠি সৰিয়হ দিয়া, বিশ্বাস কৰিবা, মই যি বাটেৰে গৈ থাকিম সেই বাটেৰে ছটিয়াই গৈ থাকিম। তাৰ পিছত যেতিয়া সৰিয়হবোৰ গজি উঠি ফুলিব, তেতিয়া সেই বাটেৰে গৈ থাকিলে মোক লগ পাবা। সইতে সইতে তিনি সইত, মই শপত খাই কৈছো, তোমালোকে মোৰ ঘৰ গৈ পোৱাৰ লগে লগে যিজনী ছোৱালী তোমাৰ পছন্দ লাগে সেইজনীকে আনিবা।"

বুঢ়ীয়ে তেতিয়া বগলীক এমুঠি সৰিয়হ দিলে। সৰিয়হ লৈ বগলী উৰি গ'ল। ইতিমধ্যে বাপেক-পুতেক খেতি-পথাৰৰ পৰা হাল মেলি আহিল। পুতেকে মাকক সুধিলে, "আই, বগলীৰ মাংস ৰান্ধিছানে?"

বুঢ়ীমাকে উত্তৰ দিলে, "বগলীটো এৰি দিলো। বগলীটোৱে তাৰ সাতজনী কন্যাৰ এজনী তোলৈ দিবলৈ প্ৰতিশ্ৰুতি দিছে।"

পুতেক যুদ্ধৰামে খঙেৰে মাকক ক'লে, "কোন দেশতনো। মানুহে বগলীৰ জীয়েকক বিয়া কৰোৱাৰ কথা শুনিছা।" এইবুলি মাকক গালি-শপনি পাৰি গা-পা ধুই ভাত খালে।

দিনবোৰ যাবলৈ ধৰিলে। সৰিয়হ ফুলবোৰ ফুলিবলৈ ধৰিলে। এদিনাখন ৰাতি বুঢ়ীয়ে বুঢ়াক ক'লে, "বুঢ়া, সৰিয়হ ফুলবোৰ ফুলিল। বগলীৰ ছোৱালীজনীক আমি চাব যাব লাগে। কেতিয়ালৈ যাবা?"

বুঢ়াই মাত লগালে, "অঁ হয়তো, আমি কালিলৈ যাত্ৰা কৰাই ভাল হ'ব।"

পিছদিনা ৰাতিপুৱা বুঢ়া-বুঢ়ীয়ে বগলীৰ ছোৱালী চাবলৈ যাত্ৰা কৰিলে। পুতেক ঘৰতে ঘৰৰখীয়া হিচাপে থাকিল। বুঢ়া-বুঢ়ী গৈ দুদিন পিছত বগলীৰ ঘৰ পালে। বগলীটো আছিল মায়াবী। সি মানুহৰ ৰূপত আছিল।

যুদ্ধৰামৰ বাপেকৰ সৈতে বহুদিন আগৰে পৰা এটা ভোমোৰাই সখি পাতিছিল। ভোমোৰাটোৱে বুঢ়া সখীয়েকৰ পিছে পিছে গৈ লগ ধৰিলে আৰু কথা-বতৰা হ'ল। ভোমোৰাই বুঢ়াক সুধিলে, "সখি, আপুনি কেনেধৰণৰ কন্যা বিয়া কৰাব খোজে মোক কওকচোন।"

বুঢ়াই ক'লে, "যিজনীকে ভাল দেখো সেইজনীকে হাতত ধৰি লৈ যাম।" ভোমোৰাই ক'লে, "নহয় সখি, তেনে নহয়। মায়াবী বগলীৰ কথা আপুনি নাজানে?

যিজনী ছোৱালী বেছি গুণী আৰু ৰূপৱতী সেইজনী কুৰূপা কৰি কাপোৰ পিন্ধি থাকিব। সেইজনীৰ হাতত ধৰিব।" বুঢ়াই সখিয়েক ভোমোৰাৰ কথাত সন্মতি দিলে।

বগলীটোৱে বুঢ়া-বুঢ়ীক বৰ আদৰ কৰি অভ্যৰ্থনা কৰিলে। খাবলৈ-ল'বলৈ দিলে। তাৰপিছত পূৰ্বপ্ৰতিশ্ৰুতি মতে বগলীটোৱে সাতোজনী ছোৱালীকে বুঢ়া-বুঢ়ীক দেখুৱালে। ভোমোৰাৰ কথামতে বুঢ়াই যিজনী আটাইতকৈ কুৰূপা ছোৱালী সেইজনীৰ হাতত ধৰিলে। মায়াবী বগলীটোৱে কিছু সময় চিন্তামগ্ন হৈ থাকি শেষত কন্যাদান দিলে। বুঢ়া-বুঢ়ীয়ে ছোৱালী লৈ আহিল। ভোমোৰাই "ক্ৰুং ব্ৰাং থপ, কেং ব্ৰাং থপ" বুলি বাট দেখুৱাই আহিল।

ছোৱালী ঘৰলৈ আনি বুঢ়া-বুঢ়ীয়ে পুতেক যুদ্ধৰামৰ লগত বিয়া পাতিলে। ছোৱালীজনীৰ নাম হ'ল আসাইশ্ৰী। এদিনাখন ৰাতিপুৱা যুদ্ধৰামে হাল বাবলৈ যোৱাত বাটতে কেইজনীমান ছোৱালীয়ে যুদ্ধৰামক ঠাট্টা কৰিলে। "ককাই, বৌক পাই আমাক পাহৰিলা। আজি আমাক লগ দিবা, কথা হ'ম।"

গাঁৱৰ কেইজনীমান গাভৰু ছোৱালীয়ে যুদ্ধৰামক ভাল পাই আছিল। সিহঁতক বিয়া নকৰোৱাত তাৰ প্ৰতিশোধ ল'বলৈ মনে মনে পাঙি আছিল। যুদ্ধৰামে হালবাই আহি ছোৱালীহঁতক লগ ধৰিলে। ছোৱালীহঁতে যুদ্ধৰামক ঘৰলৈ মাতি নি মদ-মাংস খুৱাই আনন্দত মতলীয়া কৰাই তাক মোহিত

কৰিলে। এইদৰে ছোৱালী কেইজনীৰ লগত যুদ্ধৰামে আনন্দ-বিলাসত দিন নিয়াবলৈ ধৰিলে। আনপিনে বেচেৰী আসাইশ্ৰীয়ে নিজৰ স্বভাৱ-চৰিত্ৰ নষ্ট হোৱা দেখি বৰ দুখ কৰিলে। গিৰিয়েকক নানা বুজনি দিয়া সত্ত্বেও কথা নামানিলে। আনহাতে তাইৰহে পিঠিত ঔ কিল পৰিল। এইদৰে দিনে-ৰাতি মদ-ভাং খাই যুদ্ধৰামৰ স্বাস্থ্য ভাঙি পৰিল। ভাত-পানী খাবলৈ এৰি দিলে। এইদৰে কিছুদিন থাকি অৱশেষত যুদ্ধৰামৰো মৃত্যু হ'ল। আসাইশ্ৰীয়ে অশেষ চেষ্টা কৰিও গিৰিয়েকক বচাব নোৱাৰিলে।

আসাইশ্ৰীয়ে গিৰিয়েক মৰা বুলি পিতাকক খবৰ দিলে। পিতাকে আবুয়েকক আসাইশ্ৰীক আনিবলৈ পঠিয়ালে। আবুয়েকৰ লগত আসাইশ্ৰীয়ে পিতাক বগলী ৰজাৰ ঘৰলৈ গ'ল।

বিধবা আসাইশ্ৰী বাপেকৰ ঘৰত থাকিল। মৃত স্বামীলৈ মনত পৰিলে তাই চকুপানী টোকে। এইদৰে দিনবোৰ বাগৰিবলৈ ধৰিলে।

এদিনাখন পিছলা কোঁৱৰে, ককায়েক কালকোঁৱৰৰ বিয়াৰ বাবে কন্যা চাবলৈ বগলী ৰজাৰ ঘৰলৈ গৈছিল। লগতে কালকোঁৱৰকো লৈ গৈছিল।

সিহঁতক দেখি মায়াবী বগলী ৰজাই সিহঁতৰ উদ্দেশ্য কি সুধিলে। সিহঁতে পৰিচয় দি কালকোঁৱৰৰ বিয়াৰ বাবে বগলী ৰজাৰ ছোৱালী চাবলৈ অহা বুলি ক'লে। বগলী ৰজাই ক'লে, "মোৰ সাতজনী ছোৱালী আছে সঁচা; কিন্তু বিধবাজনীক নিব পাৰা।" কালকোঁৱৰ আৰু পিছলা কোঁৱৰ দুয়ো সম্মত হ'ল। বিয়াৰ দিন-বাৰ ধাৰ্য কৰা হ'ল।

ইতিমধ্যে মৃত যুদ্ধৰামক এজন ধনন্তৰী ওজাই পুনৰ জীৱিত কৰি তুলিলে। যুদ্ধৰামে টোপনিৰ পৰা সাৰ পাই উঠাৰ নিচিনাকৈ উঠি ধনন্তৰীজন কোন আৰু তাৰ ঘৈণীয়েকৰ কি হ'ল ইত্যাদি কথা সুধিলে। ধনন্তৰী ওজাই নিজৰ পৰিচয় দি তাৰ ঘৈণীয়েক ঘৰলৈ গুচি যোৱা বুলি জনালে। সি তাৰ ঘৈণীয়েক গুচি যোৱা শুনি বৰ দুখ পালে আৰু নিজৰ কৃতকৰ্মৰ বাবে অনুশোচনা কৰি বগলী ৰজাৰ ঘৰলৈ গ'ল। সি গৈ গৈ ৰজাৰ ঘাট পালেগৈ। সিদিনাখনেই বগলী ৰজাৰ বিধবা জীয়েকৰ লগত কালকোঁৱৰৰ বিয়া পতা হৈছিল। সি দেখিলে, বিয়াৰ ভোজৰ বাবে ছোৱালীবোৰে চাউল ধুবলৈ গৈছে। যুদ্ধৰামে নৈৰ ঘাটৰ পৰা ছোৱালীবিলাক উঠিব নোৱাৰাকৈ মন্ত্ৰৰ দ্বাৰা বাণ মাৰিলে।

ছোৱালীহঁতে পাৰলৈ উঠিব নোৱাৰিলে। ছোৱালীবিলাকৰ লগত তাৰ ঘৈণীয়েক আসাইশ্ৰীও আছিল। তাই গিৰিয়েকক চিনিব নোৱাৰিলে। কাৰণ গিৰিয়েক গৈছিল ছদ্মবেশত। তদুপৰি তাইৰ গিৰিয়েক মৰা বুলিয়ে ভাবি আছিল।

ছোৱালীবিলাকে নদীৰ ঘাটত যুদ্ধৰামক দেখি তেওঁ কোন সুধিলে। সিহঁতেনৈৰ ঘাটৰ পৰা পাৰলৈ উঠাই দিবলৈ যুদ্ধৰামক অনুৰোধ কৰিলে।

সি সিহঁতক পাৰলৈ তুলি দিবলৈ সন্মত হ'ল এটা চৰ্ত সাপেক্ষে। চৰ্তটো হ'ল যিজনী ছোৱালীৰ হাতত আঙঠি আছে সেই আঙঠিটো তাক দিব লাগিব আৰু সি তাৰ আঙঠিটো তাইক দিব। যুদ্ধৰামে তাৰ ঘৈণীয়েকক চিনি পাইছিল। সি জানিছিল যে তাৰ ঘৈণীয়েকৰ হাতত আঙঠিটো আছে। সি ভাবিছিল যে তাৰ আঙঠিটো ঘৈণীয়েকে দেখিলে তাইৰ পূৰ্বস্মৃতি মনত পৰিব আৰু এই বিয়া বন্ধ কৰি তাৰ অনুসন্ধান কৰিব।

ছোৱালীহঁতে প্ৰতিশ্ৰুতি পালন কৰিবলৈ সন্মতি দিয়াত যুদ্ধৰামে সিহঁতক মন্ত্ৰৰ বলত পাৰলৈ উঠাই দিলে। প্ৰতিশ্ৰুতিমতে সিহঁতে আসাইশ্ৰীৰ আঙঠিটো দিবলৈ সিহঁতে ক'লে। তাই নিজৰ আঙঠিটো সোলোকাই দিলে। যুদ্ধৰামেও নিজৰ আঙঠিটো সোলোকাই দিলে। আসাইশ্ৰীয়ে আঙঠিটো ভালদৰে চালে আৰু চিনি পালে। গিৰিয়েকলৈ মনত পৰি তাইৰ বৰ বেয়া লাগিল। তাইৰ মনত অশান্তিয়ে দেখা দিলে। তাই চিন্তাত উদ্বাউল হৈ উঠিল। তাই কিংকৰ্তব্যবিমূঢ় হ'ল। তাই এই বিয়াত নবহিবলৈ স্থিৰ কৰিলে। তাই বাপেকক জনাই দিলে যে তাই এই বিয়াত নবহে। বিয়া বন্ধ কৰি দিব লাগে। তাই বিয়াৰ কাম-কাজ কৰিবলৈ এৰি দিলে। বগলী ৰজাই হঠাৎ তাইৰ কি হ'ল বুজিব নোৱাৰিলে। বগলী ৰজাই লগৰীয়া ছোৱালীহঁতক সুধিলে। ছোৱালীহঁতে নদীৰ ঘাটত ডেকা ল'ৰা এজনক দেখা পোৱা বুলি ক'লে আৰু তাত ঘটা সকলো ঘটনা বিৱৰি ক'লে। বগলী ৰজাই তেতিয়া নৈৰ ঘাটত দেখা ডেকাজনক বিচাৰি মানুহ পঠিয়ালে।

মানুহবিলাক নৈৰ ঘাটলৈ গ'ল আৰু তাক বিচাৰি আনি শাস্তি বিহিলে। তাক কাটিলেও কটা নাযায়, পুৰিলেও পোৰা নাযায়, তেলত ভাজিলেও ভজা নাযায়। তেতিয়া ৰাক্ষসবিলাকক আনি খাবলৈ দিলে। যুদ্ধৰামে ছদ্মবেশ পৰিত্যাগ কৰি নিজ ৰূপ ধাৰণ কৰি ৰাক্ষসবিলাকৰ সৈতে যুদ্ধ কৰি সিহঁতক

পৰাস্ত কৰিলে। আনফালে বিয়া কৰাবলৈ অহা কালকোঁৱৰ, পিছলাকোঁৱৰ আৰু বিবাহযাত্ৰীয়ে একেলগে যুদ্ধৰামৰ সৈতে ভীষণ যুদ্ধ কৰিলে। কালকোঁৱৰ, পিছল কোঁৱৰ আৰু বিবাহযাত্ৰী সকলোৱে যুদ্ধত হাৰি পলাল।

বগলী ৰজাৰ জীয়েক আসাইশ্ৰীয়ে নিজৰ গিৰিয়েকক চিনিব পাৰি মনত বৰ আনন্দ পালে আৰু উভয়ৰে মিলন হ'ল। যুদ্ধৰামে ঘৈণীয়েক আসাইশ্ৰীক লৈ ঘৰলৈ উভতি আহিল। মহাসুখেৰে সিহঁতে জীৱন-যাপন কৰিব ধৰিলে।

# কুকুৰৰ ৰাজ্য ঃ কোনো বছৰত গছে ফল নধৰে কিয় ?

অতি পুৰণিকালত এহাল বুঢ়া-বুঢ়ী আছিল। সিহঁতৰ ল'ৰা এটি আছিল। ল'ৰাটোৰ দুটা কুকুৰ আছিল। এটাৰ নাম চংখ্ৰা আৰু আনটোৰ নাম চংখ্ৰী। সি তাৰ ভাগৰ আহাৰ সিহঁতক খাবলৈ দিছিল। এদিনাখন বুঢ়ীমাকৰ খুব টান নৰিয়া হৈছিল। সেয়েহে বৃদ্ধ বাপেকে পুতেকক ঔষধ আনিবলৈ দিলে। পুতেকে ঔষধ বিচাৰি গ'ল। কুকুৰ দুটাই তাৰ পিছে পিছে যাবলৈ ধৰিলে। বুঢ়াই তেতিয়া কুকুৰ দুটাক যাবলৈ বাধা দিলে। ল'ৰাটো অকলে ঔষধ বিচাৰি গ'ল।

কিছুদিন পিছত বুঢ়াই কুকুৰ দুটাক মাৰি পেলালে। মাকৰ ঔষধ লৈ ল'ৰাটো ঘূৰি আহিল। সি ঘৰলৈ আহি কুকুৰ দুটাৰ খবৰ ল'লে। বুঢ়াই ক'লে, "কুকুৰ দুটা মাৰি পেলাইছো।" ল'ৰাটোৱে সেই কথা শুনি বৰ শোকাতুৰ হৈ পৰিল।

এদিনাখন সি এজন মিস্ত্ৰিক কাঠৰ বাকচ এটা তৈয়াৰ কৰিবলৈ দিলে। সি এনেভাৱে বাকচটো তৈয়াৰ কৰিব দিলে যাতে তাৰ ভিতৰত পানী সোমাব নোৱাৰে। মিস্ত্ৰিয়ে তেনেধৰণৰ বাকচটো তৈয়াৰ কৰি দিয়াত তাক উপযুক্ত বানচ দিলে। নদীলৈ বাকচটো নি তাৰ ভিতৰত নিজে সোমাই তাৰ মুখখন বন্ধ কৰি দিলে। বাকচটো পানীত ভাহি যাব ধৰিলে। বাকচটো ভাহি গৈ গৈ সাতদিনৰ ভিতৰত এখন ঠাইত ৰ'ল। ল'ৰাটো বাকচৰ পৰা ওলাই আহি এখন ৰাজ্য দেখিলে।

সি সেই ৰাজ্যত কেৱল কুকুৰহে দেখিবলৈ পালে। কুকুৰৰ গাঁওবুঢ়াই তাক দেখি অতিথিশালালৈ আদৰি-সাদৰি লৈ গ'ল। ৰাতি তাক খাবলৈ আৰু শুবলৈ সু-ব্যৱস্থা কৰি দিলে। সি দেখিলে যে শোৱা বিচনাৰ ওপৰত বাঁহৰ টুকুৰা এটা ওলমি আছে। ল'ৰাটোৱে কুকুৰটোক সুধিলে— "সেইটো কি?"

কুকুৰটোৱে ক'লে যে সেইটোৱে তাক বধ কৰিবৰ কাৰণে ব্যৱস্থা কৰিছে। কাৰণ সিহঁতে কুকুৰক বৰ নিৰ্মমভাৱে অত্যাচাৰ কৰে। ল'ৰাটোৱে ভাবিলে, কথাটো সঁচা। ইতিমধ্যে ল'ৰাটোৰ কুকুৰ দুটাই সেই কুকুৰৰ দেশতে পুনৰ জনম ধৰিছে।

এদিনাখন সেই কুকুৰ দুটাই সেই গাঁওবুঢ়াৰ পৰা পানী আনিবলৈ গ'ল। কুকুৰ দুটাই ল'ৰাটোক চিনি পালে আৰু ল'ৰাজনেও কুকুৰ দুটাক চিনি পালে। কুকুৰ দুটাই তাক সুধিলে, "তুমি কেনেকৈ ইয়ালৈ আহিলা?"

সি সকলো কথা বৰ্ণনা কৰিলে। সিয়ো কুকুৰ দুটাক সুধিলে, "তোমালোক কেনেকৈ এই ৰাজ্যলৈ আহিলা?"

সিহঁতেও সকলো কাহিনী ক'লে। কুকুৰ দুটাই পূৰ্বজীৱনৰ মৰম সুঁৱৰি তাৰ লগৰীয়া কুকুৰবিলাকক তাক নামাৰিবলৈ বুজনি দিলে। কুকুৰবিলাকেও সিহঁতৰ লগৰীয়া কুকুৰ দুটাৰ কথাত বিশ্বাস কৰি তাৰ ওচৰত ক্ষমা খুজি কুকুৰৰ ৰাজ্যত তাৰ পদাৰ্পণৰ বাবে এটা ডাঙৰ উৎসৱ পাতি ভোজ মেল পাতিলে।

সেই কুকুৰ ৰাজ্যত থকা গছ-গছনিবিলাকৰে এটা বনোৎসৱ পতা হৈছিল। সেই উৎসৱত ল'ৰাজনৰ ঘৰৰ কঠাল গছজোপাইও আহি যোগদান কৰিছিল। সি তাৰ ঘৰৰ গছজোপাক চিনি পাই উভয়ে কথা-বতৰা হ'ল। বনোৎসৱ অন্ত পৰাত গছবোৰ ঘৰাঘৰি গুচি গ'ল। ল'ৰাজনৰ কঠাল গছজোপাও ঘৰলৈ যাবলৈ হ'ল। কঠাল গছজোপাই তাক তাৰ ঠানিত উঠিবলৈ ক'লে আৰু তাৰ লগতে ঘৰলৈ যাবলৈ ক'লে। ল'ৰাটোৱে কুকুৰ দুটাক লগত লৈ যাবলৈ খুজিলে। কুকুৰ দুটায়ো তাৰ মৰম বুজি যাবলৈ ওলাল। কঠাল গছজোপাই ল'ৰাজনক আৰু কুকুৰ দুটাক লৈ ৰাতিৰ ভিতৰতে বুঢ়া-বুঢ়ীৰ ঘৰ পালেহি।

বুঢ়া-বুঢ়ীয়ে ৰাতিপুৱা কঠাল গছজোপাত ল'ৰাজনক আৰু কুকুৰ দুটাক দেখা পালে। বুঢ়া-বুঢ়ীয়ে ল'ৰাটোক গছৰ পৰা নামি আহিবলৈ ক'লে। বুঢ়া-বুঢ়ীয়ে কুকুৰ দুটাক দেখা পাই বৰ আচৰিত হ'ল। বুঢ়া-বুঢ়ীয়ে ল'ৰাজনক সুধিলে, "মৃত কুকুৰ দুটাক ক'ৰ পৰা আনিলা?" ল'ৰাটোৱে তেতিয়া কুকুৰ ৰাজ্যত কেনেকৈ উপস্থিত হ'ল তাত কেনেদৰে মৃত কুকুৰ দুটাক লগ পালে, সিহঁতে মৰম-চেনেহ কৰি কেনেকৈ তাৰ অভ্যৰ্থনাৰ কাৰণে ভোজ মেল পাতিছিল; তাত যে বনোৎসৱ পতা হৈছিল আৰু তাত সিহঁতৰ কঁঠাল গছ

জোপায়ো যে যোগ দিছিল, সেই বিষয়ে বৰ্ণনা কৰিলে আৰু তাৰ সহায়েৰে কেনেকৈ মৃত কুকুৰ দুটাক লগ পাই ঘৰলৈ আনিলে তাকো ভাঙি-পাতি ক'লে।

বুঢ়া-বুঢ়ীক ল'ৰাজনে বিশেষকৈ জানিব দিলে যে যিজোপা গছে যি বছৰৰ বনোৎসৱত যোগদান নকৰে, সেই বছৰ সেই গছৰ ফল নধৰে বুলি সেই সভাত প্ৰস্তাৱ গৃহীত হৈছিল।

# ভেকুলীৰ কাহিনী

এহাল বুঢ়া-বুঢ়ী আছিল। সিহঁতৰ মাত্র এজনী ছোৱালী আছিল। তাইক মৈথাবাৰীত বিয়া দিছিল। বুঢ়া-বুঢ়ীয়ে খেতি-বাতি কৰি কোনোমতে জীৱন নিৰ্বাহ কৰিছিল।

জেঠ মাহ। ভীষণ বৰষুণ দিন। গধূলি 'চকা' মাৰ যোৱা সময়ত 'গিৰজনি' মাৰি ক'লাকৈ মেঘ আহিব ধৰিলে। তাকে দেখি বুঢ়াই থিৰাং কৰিলে ৰাতি বৰষুণ আহিব। বৰষুণৰ আগজাননী পাই ৰাতি বুঢ়াই ডাঙৰ ডাঙৰ চেপা পাতি থৈ আহিল। ৰাতিপুৱা বুঢ়াই গৈ দেখে যে চেপাত এটাও মাছ নাই। তাত কিছুমান ভেকুলী লাগি আছে। বুঢ়াই তাকে চেপাত ভৰাই ঘৰলৈ আনিলে। বুঢ়াই ঘৰলৈ গৈ বুঢ়ীক শুনাকৈ ক'লে, "পাপীষ্ঠ ভগৱান, আমাৰ ল'ৰা-ছোৱালী নাই বুলিনো এনেকৈ হিংসা কৰিব পায়নে?" এইবুলি কৈ বুঢ়াই ভেকুলীকেইটাকে ৰান্ধিবলৈ দি জাল বাবলৈ গ'ল। বুঢ়ীয়ে ঘৰুৱা আন আন কামত ব্যস্ত থকাত কুকৰ পৰা ভেকুলীবোৰ ওলাই গৈছিল, মাথোন এটা ভেকুলীহে আছিল।

বুঢ়ীৰ কাম-বনবোৰ শেষ হোৱাত ভেকুলী কাটিবলৈ গৈ কুকত হাত ভৰাওঁতে দেখে যে তাত ভেকুলীবোৰ নাই, মাত্র এটা ভেকুলীহে আছে। বুঢ়ীয়ে মনত বৰ বেজাৰ পালে আৰু কুকত থকা ভেকুলীটোকে কাটিব খোজাত ভেকুলীয়ে মাত লগালে, "আবু আবু, মোক নামাৰিবা।"

বুঢ়ীয়ে ক'লে, "বুঢ়াই তোক মাৰি ৰান্ধিবলৈ কৈ গৈছে। মই কি কৰিম?"

ভেকুলীয়ে কাকুতিৰ সুৰত ক'লে, "আবু আবু, মই তহঁতক খেতি-বাতি কৰি খুৱাম। মোক নামাৰিবি।"

ভেকুলীৰ কাতৰ মিনতিত বুঢ়ীয়ে বিগলিত হৈ তাক নামাৰিলে। ভেকুলীটোক পুনৰ কুকত ভৰাই থ'লে।

হালবাই উঠি বুঢ়া ঘৰলৈ আহিল। বুঢ়াই বুঢ়ীক ভেকুলীবোৰ ৰান্ধিছেনে নাই সুধিলে। বুঢ়ীয়ে ভেকুলীৰ কথা বৰ্ণনা কৰিলে। বুঢ়াই তেতিয়া 'ঠিক

আছে’ বুলি ভাত-পানী খালে।

পিছদিনাখন হালতলীয়াত ভেকুলীক বুঢ়াৰ পিছে পিছে যাবলৈ নির্দেশ দিলে। বুঢ়াই ভেকুলীক ‘ভুটা’ ল’ব দিয়ে। ভেকুলীয়ে জঁপিয়াই জঁপিয়াই বুঢ়াৰ তপিনাত ভুটা লগাই দিয়াত বুঢ়াক জুইয়ে পোৰে। বুঢ়াই ‘হায় হায় মোক কি কৰিলি? সর্বনাশ! দেখা নাই দেখা নাই মোক জুয়ে পুৰিলে’ এইবুলি ভেকুলীক গালি পাৰিলে। বুঢ়াই পিছদিনাখন নিজে হালবাবলৈ নগৈ ভেকুলীক হালবাবলৈ যাব দিলে।

এদিনাখন এজন ৰজাই মৃগয়া কৰিবলৈ হাতীত উঠি বুঢ়াৰ খেতিপথাৰৰ মাজেৰে গৈছিল। বুঢ়াই খেতিপথাৰত দিয়া কেঁচা আলিবোৰ ভাঙি পেলোৱাত ভেকুলীৰ বৰ খং উঠিল আৰু গৰু-নাঙল এৰি থৈ বোকাত সোমাই ৰজাক গালি পাৰিব ধৰিলে, “অ’ই দেখা পোৱা নাইনে? চকু দুটা ক’লৈ গৈছে? এই বাহাদুৰী দেখুৱাই পথাৰৰ আলিবোৰ ভাঙি পেলালি?”

ৰজাই কোনে গালি পাৰিছে বুলি ইফালে সিফালে চাব ধৰিলে, কিন্তু কাকো দেখা নাপালে। মাত্র গৰু দুটা আৰু নাঙলখনহে দেখিবলৈ পালে।

ৰজাই কাকো নেদেখি লাহে লাহে যাবলৈ হাতীটোক ইংগিত দিলে। দ্বিতীয়বাৰ ভেকুলীটোৱে নাঙলৰ ওপৰত উঠি ‘চালা, চুৱাৰ’ ইত্যাদি বেয়া ভাষাৰে ৰজাক গালি পাৰিব ধৰিলে। ৰজাই হাতীটো ৰখাই পুনৰ চাৰিওফালে চালে, কিন্তু কাকো নেদেখি গৰুহালকে খেদি লৈ গ’ল। গৰুহাল লৈ যোৱাত ভেকুলীটো বোকাৰ পৰা উঠি আহি ঘৰলৈ গৈ বুঢ়া-বুঢ়ীক, ৰজাই হাতীৰ পিঠিত উঠি বুঢ়াৰ খেতি পথাৰৰ নতুন আলিৰ ওপৰত উঠি কেনেকৈ ভাঙি পেলাইছে আৰু কেনেকৈ গৰুহাল লৈ গ’ল, সকলোবোৰ ঘটনা বিৱৰি ক’লে।

ভেকুলীয়ে বুঢ়া-বুঢ়ীক উদ্দেশ্য কৰি ক’লে, “অ’ আতা-আবু, মই কালি অইনফালে যাত্রা কৰিম। মোক কিছুমান মাহকৰাই ভাজি দিয়া।”

বুঢ়ীয়ে ৰাতিৰ ভিতৰতে মাহকৰাই ভাজি দিলে।

পিছদিনা ভেকুলীয়ে মাহকৰাইবোৰ লৈ পথাৰে পথাৰে যাব ধৰিলে। তাক দেখি পথাৰত জুম পাতি থকা ভেকুলীবোৰে সুধিলে, “ককাই ককাই, তুমি

কি আনিছা আমাকো দিয়া।”

ভেকুলীয়ে সিহঁতক ক'লে—

“মাহ কৰাই খাওঁ বাটে বাটে যাওঁ।
মোৰ লগত যিয়ে আহে তাকো এগাল দিওঁ।।

মাহকৰাই খাবলৈ পাই ভেকুলীবোৰে তাৰ পাছ ল'লে। সি ক'লে যে তোমালোকে গৈ ৰজাৰ ঘৰত ‘তৰ্‌ৎ তৰ্‌ৎ’ কৰি আতাহ পাৰিব লাগিব। এইদৰে ভেকুলীয়ে মাহকৰাই খাই যাবলৈ আৰম্ভ কৰিলে।

এডাল গছত কিছুমান হাৰিয়া বৰলৰ জাক আছিল। বৰলবোৰে ভেকুলীক দেখি সুধিলে, “ভেকুলী কাই, তুমি কি খাইছা আমাকো দিয়া।” তেতিয়া ভেকুলীয়ে ক'লে—

“মাহ কৰাই খাওঁ বাটে বাটে যাওঁ।
মোৰ লগত যিয়ে আহে তাকো এগাল দিওঁ”।।

ভেকুলীয়ে ক'লে তহঁত আটায়ে এদিন পথাৰলৈ যাব লাগিব।” এইবুলি কৈ মাহকৰাই দি গুচি গ'ল।

এইদৰে মাহকৰাই খাই গৈ গৈ জংগলত এপাল হাতী দেখিবলৈ পালে। সেই হাতীবোৰে ভেকুলীয়ে কি খাইছে সুধিলে। ভেকুলীয়ে তেতিয়া ক'লে সি মাহকৰাই খাইছে। সিহঁতকো দিব পাৰে যদি এটা কাম কৰি দিব পাৰে। এই কামটো হ'ল সিহঁতে তাক সহায় কৰিব লাগে, অর্থাৎ সি মাতিলে যাব লাগিব। হাতীবোৰ সন্মত হ'ল। হাতীবোৰক মাহকৰাই দি সি পুনৰ খাই খাই যাবলৈ ধৰিলে। এইদৰে গৈ গৈ এডাল কঠাল গছত কঠালবোৰ পকি থকা দেখা পালে। কঠালৰ গুটিবোৰে ভেকুলীয়ে কি খাইছে সুধিলে। ভেকুলীয়ে ক'লে, “সি মাহকৰাই খাইছে। যদি খোৱা তোমালোককো দিব পাৰোঁ, যদি মোৰ কথামতে কাম কৰা। এই কামটো হ'ল মই যেতিয়াই তোমালোকক মাতো তেতিয়াই আহিব লাগিব।” এইবুলি কঁঠালৰ গুটিবোৰক মাহকৰাই দি গুচি গ'ল।

ইয়াৰ পিছত ভেকুলীয়ে ৰজাৰ বিৰুদ্ধে অভিযান চলালে। এদিনাখন সি পথাৰৰ মাজলৈ গৈ সকলোবোৰ ভেকুলীক তৰতৰাবলৈ দিলে। ভেকুলীয়ে

আগধৰি কৈ অহা মতে হাতী, বৰল, কঠালৰ গুটি আদি পথাৰলৈ ওলাই আহিল। আটাইবোৰে যেতিয়া পথাৰৰ মাজত গোট খালে, তেতিয়া ভেকুলীয়ে ৰজাৰ বিৰুদ্ধে যাত্ৰা কৰাৰ উদ্দেশ্য বুজাই দিলে।

ভেকুলীয়ে কঁঠালৰ গুটিক ৰজাৰ ঘৰৰ তুহঁৰ জুইত সোমাবলৈ ক'লে আৰু ৰাণীয়ে তুহঁ জ্বলাবলৈ জুইত ফু দিয়াৰ লগে লগে চকুৰে-মুখে ছিটিকি পৰিবলৈ ক'লে। ৰজা বাহিৰলৈ ওলালেই চকুৰে-মুখে কামুৰিবলৈ বৰলজাকক ভেকুলীয়ে নিৰ্দেশ দিলে। ৰজাৰ ঘৰ-দুৱাৰবোৰ ভাঙি পেলাবলৈ হাতীবোৰক বুজাই দিলে।

যেনে হুকুম তেনে কাম। ৰাণীয়ে যেতিয়া জুই জ্বলাবলৈ গ'ল, তেতিয়া কঠালৰ গুটিবোৰ হিলৈ যোৱাদি ৰাণীৰ চকুৰে-মুখে পৰিব ধৰিলে। ৰজাই ৰাণীক হিলৈ যোৱাদি ৰাণীৰ চকুৰে-মুখে পৰিব ধৰিলে। ৰজাই ৰাণীক কি হৈছে বুলি বাহিৰলৈ ওলাই আহোঁতে বৰলজাকে ৰজাক গালে-মুখে কামুৰিব ধৰিলে। ৰজাৰ তেনে অৱস্থা দেখি সৈন্য-সামন্তবোৰে বৰলজাকক আক্ৰমণ কৰিবলৈ সাজু হ'ল, কিন্তু বৰলজাকৰ কামোৰণিত ৰজাঘৰীয়া সৈন্যবোৰ তিস্থিব নোৱাৰি পলাবলৈ বাধ্য হ'ল। ৰজা-ৰাণীক দুই-তিনি ঘণ্টা অত্যাচাৰ কৰি সিহঁত ঘৰলৈ উভতি গ'ল। ৰজাই এনে অৱস্থাত কি হ'ল কি নহ'ল একো অনুমান কৰিব নোৱাৰিলে।

পিছদিনাখন ৰজাই মন্ত্ৰীক মাতি আনি এখন ৰাজহুৱা সভা পাতিলে। ৰাজসভাত বিচাৰ আৰম্ভ হ'ল। ভেকুলীয়ে বিনা নিমন্ত্ৰণে সেই সভাত উপস্থিত হ'ল।

বিচাৰত বিচাৰ কৰি কাকো দোষী সাব্যস্ত কৰিব নোৱাৰাত ভেকুলীয়ে নিজকে অপৰাধী বুলি স্বীকাৰ কৰে আৰু ৰজাই যে তাৰ খেতি-পথাৰৰ আলি-পদুলি ভাঙি খেতি-বাতি নষ্ট কৰিছিল আৰু সি হালবোৱা গৰুহাল লৈ গৈছিল আৰু তাৰ পোতক তুলিবলৈ অত্যাচাৰ কৰিছিল বুলি ক'লে।

ৰাজসভাই বিচাৰ কৰি ৰজাকে দোষী সাব্যস্ত কৰিব নোৱাৰাত ভেকুলীয়ে নিজকে অপৰাধী বুলি স্বীকাৰ কৰে আৰু ৰজাই যে তাৰ খেতি-প্লথাৰৰ আলি-পদুলি ভাঙি খেতি-বাতি নষ্ট কৰিছিল আৰু সি হালবোৱা গৰুহাল

লৈ গৈছিল আৰু তাৰ পোতক তুলিবলৈ অত্যাচাৰ কৰিছিল বুলি ক'লে।

ৰাজসভাই বিচাৰ কৰি ৰজাকে দোষী সাব্যস্ত কৰে। ৰজায়ো নিজৰ ভুল বুজিব পাৰি বৰ লাজ পালে। ৰজাই ভেকুলীক ধন্যবাদ দিলে আৰু নিজৰ অৰ্ধৰাজ্য দিলে। লগতে নিজৰ কন্যাকো ভেকুলীৰ লগত বিয়া দিলে। বিয়া খুব ধুম-ধামেৰে হৈছিল।

বিয়াৰ পিছত ভেকুলীয়ে অৰ্ধৰাজ্যৰ ৰজা হৈ ৰজাৰ জীয়েকক লৈ বুঢ়া-বুঢ়ীৰ ঘৰলৈ গ'ল। তাত গৈ ভেকুলীয়ে নিজৰ ৰূপ পৰিবৰ্তন কৰি মনুষ্য আকাৰ ধাৰণ কৰে আৰু এজন সুন্দৰ-সুঠাম যুৱকত পৰিণত হয়। বুঢ়া-বুঢ়ীয়ে ভেকুলীক সুন্দৰ যুৱক হোৱা দেখি আচৰিত হ'ল আৰু বৰ আনন্দ পালে। সি ৰজা হৈ প্ৰজাক ভালদৰে পালন কৰিবলৈ ধৰিলে আৰু বুঢ়া-বুঢ়ীকো নিজৰ লগত ৰাখিলে। এতিয়া বুঢ়া-বুঢ়ীৰ আনন্দ চায় কোনে?

# বাঘ আৰু গাহৰিৰ কাৰ কিমান শক্তি

এদিনাখন বাঘ আৰু গাহৰিৰ ভিতৰত তৰ্ক হ'ল। তৰ্কৰ বিষয় হ'ল— 'কাৰ কিমান শক্তি।' বাঘে কয় তাৰ শক্তি বেছি, আৰু গাহৰিয়ে কয় তাৰহে শক্তি বেছি। তাৰ পিছত কাৰ কিমান শক্তি তাৰ পৰীক্ষা কৰিবলৈ দুয়ো সিদ্ধান্ত কৰিলে। বিচাৰক হিচাবে নিয়োগ কৰা হ'ল এজন মানুহ।

এজনী বিধবা তিৰোতাৰ এজন ল'ৰা আছিল। বাঘটোৱে মানুহ বিচাৰি ফুৰোঁতে বিধৱাৰ ল'ৰাটো পাই তাক হাবিলৈ লৈ গ'ল। বেচেৰী বিধবাজনী ভেবা লাগি চাই ৰ'ল।

ল'ৰাটো ভয়তে পেপুৱা লাগিল। বাঘে কিন্তু ল'ৰাজনক একো অন্যায় নকৰিবলৈ কথা দি ক'লে, "পিছে তুমি আমাক এটা বিচাৰ কৰি দিব লাগিব। বিচাৰটো হ'ল বাঘ আৰু গাহৰিৰ ভিতৰত কাৰ শক্তি বেছি।"

ল'ৰাজন নিৰুপায়ত পৰিল। তথাপি উপায় নাপাই সি বিচাৰক হ'বলৈ সন্মত হ'ল।

বাঘটোৱে ক'লে, "আমি দুয়ো যুঁজ কৰিম। যুঁজত কোনজন তল পৰে, তাক তুমি ক'ব লাগিব।"

বাঘ আৰু গাহৰিৰ ভীষণ যুঁজ হ'ল। যুঁজত দুয়োজন সমান। কেতিয়াবা বাঘ তল হয় আৰু কেতিয়াবা গাহৰি তল হয়। অৱশেষত বাঘ হাৰিল আৰু এডাল গছৰ ওপৰত উঠি থাকিল।

গাহৰিয়ে খঙেৰে বাঘক বিশ্বাসঘাতক বুলি গালি পাৰি গছডাল দাঁতেৰে কামুৰি ভাঙিবলৈ চেষ্টা কৰিলে। এইদৰে দাঁতেৰে কামুৰি থাকোঁতে গাহৰিৰ দাঁতটো গছৰ ছালত বৈ গ'ল। সি অশেষ চেষ্টা কৰিও এৰুৱাব নোৱৰা হ'ল। তেতিয়া বাঘটোৱে সেই সুযোগতে নামি আহি গাহৰিটোক মাৰি পেলালে।

তাৰপিছত বাঘটোৱে ল'ৰাটোক ক'লে, "এই ঘটনাটো তুমি কাকো নক'বা। যদি কোৱা, তেন্তে তোৰ মৃত্যু সুনিশ্চিত।" ল'ৰাটোৱে নক'বলৈ

কথা দিলে। বাঘে ল'ৰাটোক ঘৰত থৈ আহিল।

তাক ঘৰলৈ যোৱা দেখি তাৰ মাক আৰু ওচৰ-চুবুৰীয়া মানুহবিলাক আচৰিত হ'ল। কেনেকৈ সি বাঘৰ মুখৰ পৰা সাৰি আহিল তাকো সুধিলে। সি ক'লে, "মই এইবোৰ কথা ক'ব নোৱাৰোঁ। ক'লেই বাঘে মোক মাৰি পেলাব।"

মানুহবিলাকে খুব জোৰকৈ ধৰাত সি ক'লে, "বেচ কথা, এটা কাম কৰা। গাঁৱৰ যিমান ঢাৰি আছে, সকলোবোৰ মোৰ ওপৰত জাপি দিয়া।"

গাঁৱৰ মানুহে সেইমতে কৰাত, সি ঢাৰিৰ তলৰ পৰা সকলো কথা ক'লে।

বাঘে গৰ্জনি মাৰি ল'ৰাটোক খাবলৈ খেদি আহিল। কিন্তু ঢাৰিৰ তলত থকা হেতুকে তাক নাপাই ঢাৰিখনকে কামুৰি লৈ গ'ল। বাঘটো যোৱাত সি বাঘৰ পৰা ৰক্ষা পাবৰ বাবে ঘৰৰ পৰা পলাবলৈ ধৰিলে। সি গৈ গৈ এজাক ম'হৰ মাজ পালে। সি গজ এজোপাত উঠিল। সি দেখিবলৈ পালে যে কিছুমান ম'হে ঘাঁহ খাই আছে আৰু পোৱালিবিলাকে মাকৰ পিয়াহ খাই আছে। পোৱালিবিলাকৰ গাখীৰ খোৱা হ'লত মাকহঁত গুচি গ'ল।

ম'হৰ পোৱালিবিলাকে মাকৰ গাখীৰ খাওঁতে ফেনাবোৰ মাটিত পৰিছিল। সি গছৰ পৰা নামি আহি সেই ফেনাবোৰ খাই ঠাইডোখৰ মচি থ'লে। ম'হবিলাকে ঠাইডোখৰ মচি থোৱা দেখি আচৰিত হ'ল আৰু কোনে মচিছে বুলি জানিবলৈ এটা ম'হ থৈ গ'ল।

ম'হটোৱে চকু মুদি চাই থাকোঁতে তাৰ টোপনি আহিল। সেই সুযোগতে ল'ৰাটো গছৰ পৰা নামি আহি ফেনবোৰ খাই ঠাইডোখৰ মচি থৈ গ'ল। তেতিয়া ম'হবোৰে আহি তাক টোপনিয়াই থকা দেখি তাক খং কৰিলে আৰু অইন এটা ম'হক পহৰা দিবলৈ ক'লে।

আনদিনাখনৰ নিচিনাকৈ ল'ৰাটো গছৰ পৰা নামি আহি ফেনবোৰ খাবলৈ ধৰাত ম'হটোৱে তাক ধৰি পেলালে আৰু তাক ক'ৰ পৰা আহিছে, কি কথা ইত্যাদি সুধিলে।

ল'ৰাজনে ক'লে যে গোটেইবিলাক ম'হে তাক আৱৰি থাকিলেহে আৰু তাক বাঘৰ হাতৰপৰা ৰক্ষা কৰিবলৈ প্ৰতিশ্ৰুতি দিলেহে, সকলো কথা ক'ব পাৰিব। গধূলি ম'হবিলাক অহাত ৰখীয়া ম'হটোৱে সকলো কথা ক'লে। ম'হবিলাকে বাঘৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ ল'ৰাজনক কথা দিলে। তেতিয়া

সি সকলো কথা খুলি ক'লে।

বাঘটোৱে তাক খাবলৈ খেদি আহিল। ততালিকে ম'হবোৰে ল'ৰাটোক আগুৰি ধৰিলে আৰু বাঘটোক চাৰিওফালৰ পৰা আক্ৰমণ কৰি শিঙেৰে খুচি খেদি দিলে। পিছত ম'হবোৰে লগ হৈ ৰজাৰ জীয়েকৰ লগত ল'ৰাজনৰ বিয়া পাতি দিলে। জনবিশ্বাস মতে বাঘ আৰু গাহৰি দুয়ো সমানে বলী; কিন্তু বয়স অনুপাতে সিহঁতৰ বলৰ কম-বেছি হ'ব পাৰে।

# ৰাওনা আৰু ৰাউনীৰ কাহিনী

ৰাওনা আৰু ৰাউনী দুয়ো ভাই-ভনী। ৰাওনা ককায়েক আৰু ৰাউনী ভনীয়েক। উভয়ে যুৱক-যুৱতী। ৰাওনাৰ বিয়া কৰাবলৈ মন গ'ল।

আবুয়েকে ক'লে, "ৰাউনী ধানমেল। ৰাওনাৰ কইনা চোৱা হৈছে।"

আচলতে ৰাওনাৰ কইনা চাবলৈ যোৱা নাই। ৰাউনীৰ মাকে বিয়াৰ খবৰ দিবলৈ গ'ল তাইৰ মোমায়েকক। তাই ক'লে, "ৰাওনাক তাৰ ভনীয়েক ৰাউনীকে ঘৰতে ৰাখি দিম।"

ৰাউনীয়ে বিয়াৰ বাবে ধানৰ ভঁৰালৰ পৰা ধান উলিয়াই দিলে আৰু ককায়েকে ধানৰ পাচি ধৰিলে। চোতালত বিয়াৰ বাবে ধান মেলি দিলে। আবুয়েকে ধান, খাবলৈ অহা হাঁহ-পাৰবোৰ খেদিব ধৰিলে।

আবুয়েক আৰু নাতিয়েক ৰাউনীয়ে ধান বানিবলৈ ধৰিলে। আবুয়েক ৰাউনীক ধেমালিৰ ছলেৰে ক'লে, "আমাৰ ৰাওনাৰ লগত ৰাউনীৰ বিয়া হ'ব নহয়? কেনে শুৱাব?"

ৰাউনীয়ে খং আৰু বিৰক্তিৰে উত্তৰ দিলে, "আবু, তুমি সদায় 'আদা' (ককাইদেউ)ৰ লগত ঠাট্টা কৰি থাকা। মই ভাল নাপাওঁ।"

আবুয়েকে ক'লে, "মই বুঢ়ী মানুহ। তোমাক এনেয়ে জোকাওঁ, তাতে তুমি বেয়া পোৱানে? মোৰ মুখত যি ওলায় তাকে কওঁ। পিছে এটা কথা, বুঢ়াক লাগিব চিৰা গামোচা আৰু বুঢ়ীক লাগিব চিৰা মেখেলা। মই চৰাই খেদি থাকিবলৈ টান পাইছোঁ, ধানখিনি তুলি থোৱা।"

ৰাউনীয়ে চোতালৰ পৰা ধানখিনি চপাই আনি ঢেঁকীত বানিবলৈ ল'লে।

গাঁৱত এজনী মহা কুটকী বুঢ়ী আছিল।

তাই আহি ৰাউনীক সুধিলে, "তোমাৰ মা ক'লৈ গৈছে ৰাউনী?"

ৰাউনীয়ে উত্তৰ দিলে, "ককায়েৰাৰ লগত বোলে তোমাৰ বিয়া?"

ৰাউনীয়ে প্ৰত্যুত্তৰ দিলে, "হ'ব নোৱাৰে।"

বুঢ়ীয়ে সুধিলে, "বিয়াও বোলে কালি নে পৰহিলৈ হ'ব?"

কুটকী বুঢ়ীৰ কথা শুনি ৰাউনীৰ চকু চলচলীয়া হ'ল। কোনো কথাৰ উত্তৰ নিদি চকুপানী মচি মচি বুঢ়ীৰ সমুখৰ পৰা গুচি গ'ল।

ৰাউনী ঘৰৰ পৰা পলাই গৈ ছুনবাৰীৰ হাবিত সাত দিন সাত ৰাতি থাকিল।

আবুয়েকে ৰাউনীক বিচাৰি গৈ হাবিত লগ পালে। আবুয়েকে ৰাউনীক ঘৰলৈ আহিবলৈ ক'লে। ৰাউনী ঘৰলৈ উভতি নগ'ল আৰু খাউলা গছৰ ডালত পৰিণত হ'ল। বুঢ়ীয়ে খাউলা গছৰ ঠাৰি এডাল ছিঙি আনি ঘৰৰ চাঙত থৈ দিলে। বুঢ়ীয়ে ভিক্ষা মাগিবলৈ গ'লে ৰাউনীয়ে খাউলা গছৰ পৰিৱৰ্তে মানুহ ৰূপ ধাৰণ কৰি বুঢ়ীয়ে ভাত-আঞ্জা ৰান্ধি থৈ দিয়ে।

ৰাওনাই ঘিলা খেলায়। সি ঘিলাটোক কয়, "যাক ঘিলা কাষত ৰাউনী আছে, তালৈ যা।" ঘিলাই ৰাওনাৰ কথামতে ৰাউনীৰ ওচৰলৈ গৈ ৰৈ থাকে।

বুঢ়ীয়ে ভিক্ষা মাগি আহি দেখে যে ভাত-আঞ্জা হৈ আছে। বুঢ়ীয়ে ভাত খায় আৰু মনে মনে ভাবে— এই ভাত-আঞ্জাবোৰ মানুহে ৰান্ধে নে আন কোনোবা দেও, ভূতেহে ৰান্ধে?"

আনপিনে প্ৰত্যেকদিনে ৰাউনী 'চিখ্‌লাই, ভাত ৰান্ধি খাউলা গছৰ ঠাৰি হৈ চাঙৰ ওপৰত থাকে।

এদিনাখন মানুহ ৰূপ ধৰি ৰাউনী 'চিখ্‌লাই, চুলি আঁচুৰি আছিল। বুঢ়ীয়ে হঠাতে নাতিনীয়েক ৰাউনী চিখলাক দেখি আচৰিত হৈ ক'লে, "অ' ৰাউনী? তোমাক ৰাওনাই বিচাৰিছে। সি তোমাক বিচাৰি বিচাৰি আহিছে।"

তেতিয়া ৰাউনীয়ে মায়াৰ বলত এজনী মাইকী হাঁহত পৰিণত হ'ল। বুঢ়ীয়ে হাঁহজনীৰ গলত চৰি চোতালত এৰি দিলে। হাঁহজনীয়ে ৰাওনাক অহা দেখি ভয়তে চিঞৰিবলৈ ধৰিলে আৰু দৌৰি গৈ কুটকী বুঢ়ীৰ ঘৰত ওলালগৈ।

ৰাওনাই কুটকী বুঢ়ীৰ চোতালত ঘিলা খেলায়। বুঢ়ীয়ে ৰাওনাক কয়, "তোমাৰ ঘিলা খেলা আন ঠাই নাইনে?"

কুটকী বুঢ়ীৰ কথা শুনি ৰাওনাই গৈ মাকক কয়, "আই, কুটকী বুঢ়ীৰ ঘৰত এজনী হাঁহ আছে। তুমি খুজি আনি মোক দিব নোৱাৰেনে?"

মাকে কুটকী বুঢ়ীৰ ঘৰলৈ গৈ হাঁহটো খুজিলে। হাঁহটো দিবলৈ বুঢ়ী অসন্মত হোৱাত ৰাওনাই নিজে কুটকী বুঢ়ীৰ ওচৰলৈ গ'ল আৰু যি মূল্য লাগে তাকে দিবলৈ সন্মত হ'ল। হাঁহৰূপী ৰাউনীয়ে ৰাওনাক দেখি ভয়তে

চিঞৰিবলৈ ধৰিলে। দাম-দৰ ঠিক হোৱাত বুঢ়ীয়ে হাঁহটো এৰি দিলে। হাঁহটো দিয়াৰ লগে লগে ৰাওনাই হাইঁটো ধৰিবলৈ যোৱাত হাঁহৰূপী ৰাউনীয়ে তৎক্ষণাৎ বিজুলীত পৰিণত হৈ আকাশলৈ উৰা মাৰিলে। ৰাওনাই বজ্ৰত পৰিণত হৈ বিজুলীক লগ ধৰিবলৈ আকাশত খেদি ফুৰিলে। কিন্তু ৰাওনাই ৰাউনীক কোনোদিনে লগ ধৰিব নোৱাৰিলে।

জন-বিশ্বাস মতে ৰাওনা-ৰাউনীয়ে তেতিয়াৰে পৰা আকাশত বিজুলী আৰু বজ্ৰপাত হৈ আছে। বিজুলীৰ তিৰ্‌বিৰণিৰ লগে লগে বজ্ৰৰ ধ্বনি নিনাদিত হয়।

# তিৰোতাৰ বুদ্ধি শুনিব নালাগে

এজন মানুহৰ তিৰোতাজনীৰ কাপোৰ বোৱা তাঁতশাল এখন আছিল। পুৰণি হোৱাত ভাঙিল। ঘৈণীয়েকে তাঁতশালখন ভাল কৰি দিবলৈ ক'লে। গিৰিয়েকে গছ বিচাৰি হাবিলৈ গ'ল। হাবিত শাল গছ আছিল। মানুহজনে শাল গছ কাটিবলৈ ধৰিলে। হঠাৎ শালগছৰ পৰা এটা ভূত ওলাই আহি তাক গছডাল কাটিবলৈ বাধা দিলে। ভূতটোৱে মানুহজনক ক'লে, "তোমাক যি টকা-পইছা লাগে দিম। যদি ৰজা-মন্ত্ৰী হ'ব খোজা, সেইবোৰো দিম। তোমাক কি লাগে কোৱা। কিন্তু গছডাল নাকাটিবা। গছডাল মোৰ আশ্ৰয়স্থান।"

তেতিয়া মানুহজনে ভূতটোক ক'লে, "মোক কি বৰ লাগে নাজানো। মই মোৰ ঘৰৰ মানুহজনীক সুধিব লাগিব। তাৰ পিছতহে ক'ব পাৰিম।" এইবুলি সি গছজোপা নাকাটি ঘৰমুৱা হ'ল।

ঘৈণীয়েকে মানুহজনক কাঠ লৈ যোৱা নেদেখি খঙেৰে ক'লে, "তুমি কাঠ নাকাটি কিয় আহিলা?"

মানুহজনে তেতিয়া ভূতক লগ পোৱা কথাটো ক'লে। ভূতে তাক যি বৰ লাগে দিব খোজা কথাটোও ক'লে।

ঘৈণীয়েকে তেতিয়া গিৰিয়েকক ক'লে, "ৰজা-মন্ত্ৰী হোৱাৰ বৰ নালাগে। ৰাইজে বেয়া পায়। ৰজা-মন্ত্ৰী হ'লে খোৱা-থকাৰো ঠিক নাই।" তাই পুনৰ ক'লে, "দুই ফালে দুইমুখ এফালে বিক্ৰী কৰিম আনফালে ৰাখিম। ৰজা হোৱাৰ বৰ নালাগে।"

মানুহজনে ঘৈণীয়েকৰ কথামতে ভূতৰ ওচৰলৈ গ'ল। মানুহজনক দেখি ভূতে তাক কি বৰ লাগে সুধিলে। মানুহজনে ঘৈণীয়েকে শিকাই দিয়া মতে ক'লে, "দুইফালে দুইমুখ আৰু দুইহাত লাগে।"

মানুহজনে বিচৰা মতে ভূতে বৰ দিলে। লগে লগে মানুহজনৰ দুইপিনে দুইমুখ আৰু চাৰিখন হাত হ'ল।"

তাৰপিছত মানুহজন ঘৰলৈ গ'ল। গাঁৱৰ মানুহবিলাকে মানুহজনক চিনিব নোৱাৰি ভূত বুলি বিশ্বাস কৰি মাৰি পেলালে। সেই ঘটনাটোৰ পিছত গাঁৱৰ মানুহবিলাকে আচল কথাটো জানিব পাৰি দুখ কৰিলে আৰু ঘৈণীয়েকক নানা কটু কথা শুনালে।

তেতিয়াৰে পৰা এই কথাষাৰ জনসমাজত প্ৰচলিত— "তিৰোতাৰ বুদ্ধি শুনিব নালাগে।"

# ফেঁচাৰ কাহিনী

এজন বুঢ়া আছিল। তাৰ সাতজন পুতেক আছিল। এদিনাখন বুঢ়াই বাৰীত কল আনিবলৈ গৈছিল। সি এথোক কল কাটি আনিছিল। কলগছজোপাত ফেঁচা এটাই বহুদিন ধৰি বাস কৰি আছিল। বুঢ়াই কলগছজোপা কাটি নিয়াত ফেঁচাটো উৰি গুচি গ'ল। তাৰ এটা পোৱালি আছিল। বুঢ়াই পোৱালিটো ধৰি আনি ঘৰলৈ লৈ গ'ল। ফেঁচাটো দেখি ল'ৰা-ছোৱালীবিলাকে পুৰি খাবলৈ ইচ্ছা কৰিলে। তেতিয়া ফেঁচা পোৱালিটোৱে তাক নামাৰিবলৈ অনুৰোধ কৰিলে। সি বুঢ়াক অতি বিনম্ৰভাৱে ক'লে, "মই তোমাৰ উপকাৰ কৰিম। মোক নামাৰিবা।" ফেঁচা পোৱালিটোৱে উপকাৰ কৰিব বুলি প্ৰতিজ্ঞা কৰাত তাক নামাৰিলে।

ফেঁচা পোৱালিটো লাহে লাহে ডাঙৰ-দীঘল হৈ আহিল। সি চাৰিওপিনে উৰি ফুৰিব পৰা হ'ল। মাজে মাজে স্বৰ্গলৈও যায়। আনকি ঈশ্বৰৰ ওচৰলৈও যায়। তাৰ সৰ্বত্ৰ অবাধ গতি।

এদিনাখন সি ভগৱানৰ ৰাজকাৰেঙত উপস্থিত হ'ল। ভগৱানে দুজন দেৱতাক বুঢ়াৰ পুতেকক দুটা সাপ হৈ খুটি মাৰিবলৈ হুকুম দিলে। ভগৱানৰ নিৰ্দেশ অনুসৰি দেৱতা দুজনে সাপ হৈ আহি বুঢ়াৰ জলকীয়াৰ বাৰীত লুকাই থাকিল। ফেঁচাই সৰগৰ পৰা উৰি আহি বুঢ়াক জনালে যে তাৰ ডাঙৰ ল'ৰাটোক দুজন দেৱতাই সাপ হৈ খুটি মাৰিব। বুঢ়াই ফেঁচাৰ কথা বিশ্বাস নকৰিলে। বুঢ়াৰ ডাঙৰ ল'ৰাটো সাপৰূপী দেৱতাই জলকীয়া তলীৰ পৰা আহি খুটি মাৰিব। বুঢ়াই ফেঁচাৰ কথা বিশ্বাস নকৰিলে। বুঢ়াৰ ডাঙৰ ল'ৰাটোক সাপৰূপী দেৱতাই জলকীয়া তলীৰ পৰা আহি খুটি মাৰিলে। বুঢ়াই তেতিয়াহে বিশ্বাস কৰিলে। ফেঁচাৰ কথা নুশুনাৰ ফলত যে তাৰ ডাঙৰ ল'ৰাজনৰ মৃত্যু হ'ল তাৰ বাবে অনুতাপ কৰিবলৈ ধৰিলে।

আন এদিনাখনৰ কথা। সিদিনাও ফেঁচা গৈছিল স্বৰ্গলৈ। সি গৈ ভগৱানৰ ৰাজদৰবাৰত লুকাই থাকিল। ভগৱানে দেৱতা দুজনক আদেশ দিছে যে

পুতেকৰ দৰে বুঢ়াকো মাৰিব লাগে। ফেঁচাই এই সকলো কথা মনে মনে শুনি আছিল। ভগৱানে দেৱতা দুজনক আকৌ ক'লে, "বুঢ়াই নৈত মাছ মাৰিবলৈ যাব। ঘাটত এখন কাপোৰ থৈ দিব। তাতে তোমালোকে লুকাই থাকিবা। বুঢ়াই যেতিয়া মাছ মাৰি কাপোৰ নিবলৈ আহিব, তেতিয়া তাক খুটিয়াই মাৰিবা।"

ফেঁচাই কথাবোৰ শুনি ঘৰলৈ আহি সকলো বৃত্তান্ত বুঢ়াক ক'লে। বুঢ়াই তেতিয়া তাৰ উপায় সুধিলে। ফেঁচাই ক'লে, "সাপটো যেতিয়া কাপোৰত লুকাই থাকিব তেতিয়া লাঠীৰে কোবাই মাৰিবা।"

বুঢ়া গ'ল মাছ মাৰিবলৈ। নৈৰ ঘাটত তেওঁ কাপোৰখন থৈ দিলে।

আনপিনে ভগৱানৰ আদেশত দেৱতা দুজনে সাপ হৈ কাপোৰখনত লুকাই আছিল। বুঢ়াই মিছাকৈ মাছ মৰা ভাও জুৰি কাপোৰৰ ওচৰলৈ গৈ লাঠীৰে সাপৰূপী দেৱতা দুজনক কোবাবলৈ ধৰিলে। সাপটোৱে লাঠীৰ কোব সহ্য কৰিব নোৱাৰি বুঢ়াক নামাৰিবলৈ অনুৰোধ কৰি দেৱতাৰ ৰূপ ধাৰণ কৰি স্বৰ্গলৈ গুচি গ'ল। দেৱতাই গৈ ভগৱানক সকলো বৃত্তান্ত ক'লে।

ভগৱানে তেতিয়া আনদুজন দেৱতাক আদেশ দি ক'লে, "তোমালোকে গৈ বুঢ়াৰ দুৱাৰ মুখত ৰৈ থাকিবা যেতিয়া বুঢ়া ৰাতি বাহিৰ ওলাব তেতিয়া তাক খুন্দিয়াই মাৰিবা।"

ফেঁচাই আনদিনাৰ দৰে সিদিনাও ৰাজদৰবাৰত গৈ ভগৱানে কোৱা কথা শুনি আছিল আৰু বুঢ়াক আহি ক'লে। বুঢ়াই তেতিয়া ইয়াৰ উপায় সুধিলে। ফেঁচাই ক'লে, "তুমি সাতদিন ঘৰৰ বাহিৰ নহ'বা।"

ফেঁচাৰ কথামতে বুঢ়াই সাত দিন সাত ৰাতি ঘৰৰ পৰা বাহিৰ নোহোৱাত দেৱতা দুজনে গুচি গ'ল।

তাৰ পিছত ভগৱানে আন দুজন দেৱতাক দুটা বৰালী মাছ হৈ নৈৰ ঘাটত থাকিব দিলে। বুঢ়াই যেতিয়া নৈৰ ঘাটলৈ মাছ মাৰিবলৈ যাব তেতিয়া তাক খুন্দিয়াই মাৰিবলৈ ক'লে। বৰালি মাছ হৈ দেৱতা দুজনে নৈৰ ঘাটত থাকিল।

ফেঁচাই গৈ এই কথা বুঢ়াক জনালে। বুঢ়াই জাল লৈ মাছ মাৰিবলৈ নৈৰ ঘাটলৈ গ'ল। ফেঁচাই শিকাই দিয়ামতে বৰালি মাছ দুটা দেখি জালেৰে মাৰি আনি লাঠিৰে খুব কোবালে। বৰালি মাছৰূপী দেৱতা দুজনে লাঠিৰ কোব সহ্য কৰিব নোৱাৰি ধনৰ টোপোলা এটি দিবলৈ প্ৰতিশ্ৰুতি দি নামাৰিবলৈ

কাকুতি-মিনতি কৰিলে। সিহঁতে নিজৰ ৰূপ ধাৰণ কৰি স্বৰ্গলৈ উৰা মাৰিলে আৰু ভগৱানক সিহঁতৰ দুখৰ কাহিনী জনালেগৈ।

ইয়াৰ পিছত ভগৱানে এদিন সকলো দেৱতাকে মাতি আনিলে। ভগৱানে প্ৰতিটো দেৱতাৰ কপালত একোটাকৈ ক'লা ফোঁট দিলে। ভগৱানে ক'লে যে বুঢ়াই যেতিয়া সিহঁতৰ কপালৰ ক'লা ফোঁটবোৰ দেখিব তেতিয়া তাৰ নিশ্চয় মৃত্যু ঘটিব।

ফেঁচাই লুকাই থাকি ভগৱানৰ ফন্দি বুজিব পাৰি বুঢ়াক মৃত্যুমুখৰপৰা বচাবলৈ বুদ্ধি-পৰামৰ্শ দিলে।

বুঢ়াই ফেঁচাৰ কথামতে হাঁহ, পাৰ, মুৰ্গী, ছাগলী, গৰু, চৰাই আদি চোতালত বান্ধি থৈ দিলে। দেৱতাসকলে বুঢ়াক মাৰিবলৈ আহিল। বুঢ়াৰ চোতালত নানাবিধ জীৱ-জন্তু, চৰাই-চিৰকতি দেখি সিহঁতৰ খাবলৈ লোভ গ'ল। জিভাৰ পানী তপ্ তপ্কৈ পৰিবলৈ ধৰিলে। দেৱতাবিলাকে পাহৰি গৈ বান্ধি থোৱা হাঁহ, পাৰ, মুৰ্গী, ছাগলী ইত্যাদি পৰম তৃপ্তিৰে খাই স্বৰ্গলৈ গুচি গ'ল।

অৱশেষত ভগৱানে নিজে আহি বুঢ়াক মাৰিবলৈ স্থিৰ কৰিলে। স্বয়ং ভগৱানে নিজে আহি বুঢ়াক মাৰিব! বুঢ়াই ভয় খালে। বুঢ়াই ফেঁচাক সুধিলে, "এতিয়া উপায় কি হ'ব?"

ফেঁচাই ক'লে, "কোনো চিন্তা নাই। ভগৱান আহিলে তুমি সাষ্টাংগে প্ৰণিপাত কৰিবা। ভগৱানক গা-পা ধুৱাই বগা কাপোৰ পিন্ধাই, ধূপ-ধুনাৰে পূজা-সেৱা কৰিবা। ভগৱান তেতিয়া তোমাৰ প্ৰতি পৰম সন্তুষ্ট হ'ব।"

ভগৱানে দিব্যজ্যোতি ধাৰণ কৰি বুঢ়াৰ ওচৰলৈ আহিল বুঢ়াক মাৰিবলৈ। বুঢ়াই ভগৱানক দেখি ফেঁচাই শিকাই দিয়া মতে নানা তুতি-নতি কৰিবলৈ ধৰিলে। বুঢ়াৰ পূজা-সেৱাত ভগৱান সন্তুষ্ট হ'ল আৰু বুঢ়াক পুনৰ যৌৱনপ্ৰাপ্ত হ'বলৈ আশীৰ্বাদ দি মৃত পুতেকজনক জীয়াই দি অন্তৰ্ধান হ'ল।

ফেঁচাও পিছে পিছে স্বৰ্গলৈ গ'ল।

# হাদি দগলা

এহাল বুঢ়া-বুঢ়ী আছিল। সিহঁত বৰ দুখীয়া। খুজি-মাগি আনি কথমপিহে জীয়াই আছিল। বুঢ়া-বুঢ়ীৰ দুখ-কষ্টৰ সীমা নাই। সিহঁতে জীয়াই থকাতকৈ মৰাই শ্ৰেয় বুলি ভাবিছিল। সিহঁতে মৰাৰ পিছত কি হৈ জন্মিব তাকে চিন্তা কৰিবলৈ ধৰিলে। পিছত ভাবি ভাবি স্থিৰ কৰিলে যে পখী হোৱাই ভাল। কিয়নো চৰাই হ'লে আকাশত মুকলিমূৰীয়া হৈ বিচৰণ কৰিব পাৰিব। তদুপৰি বিনাকষ্টে মাছ-কেঁকোৰা আদি খাব পাৰিব। গতিকে 'হাদি দগলা' ধদং হোৱাই ভাল বুলি ঈশ্বৰক প্ৰাৰ্থনা কৰিলে। ঈশ্বৰ প্ৰাৰ্থনাত সন্তুষ্ট হ'ল আৰু সিহঁতক হাদি দগলাত পৰিণত কৰিলে।

হাদি দগলা ধদং উৰি গ'লে ·চেৰজাৰ শব্দ হয়। বুঢ়াই হেনো চেৰজা কাষলতিত লৈ বজাইছিল। জলঙাখন গলত লৈছিল। গতিকে ধদঙৰ গলত মোনাৰ নিচিনাকৈ ওলমি থকা· দেখা যায়। হাদি দগলাৰ দাঁত নাই।

হাদি দগলা উৰি গ'লে চেৰজা বজাই যোৱাৰ নিচিনা এটা সুমধুৰ সুৰৰ ধ্বনিত আন চৰাইবোৰ আকৃষ্ট হৈ পিছে পিছে উৰি যাবলৈ হাবিলাস কৰে বুলি জন-সমাজত বিশ্বাস আছে।

# মেকুৰী আৰু বাঘৰ কাহিনী

মেকুৰী আৰু বাঘ, দুয়ো মোমাই-ভাগিন। জনবিশ্বাস মতে বাঘ আৰু মেকুৰী একে বংশজাত। উভয়ে চিকাৰী, মাংসহাৰী। উভয়ে চিকাৰ কৰি জীৱন-নিৰ্বাহ কৰে। উভয়ে হাবিত থাকে। এদিনাখন মোমাই-ভাগিন চিকাৰলৈ গৈ ব্যৰ্থ হ'ল। তেতিয়া দুয়ো আলোচনা কৰিলে— দুয়ো দুই ঠাইত থাকি চিকাৰৰ বাবে খাপ লৈ থাকিব আৰু যেতিয়াই চিকাৰ আহিব তেতিয়াই জাঁপ মাৰি ধৰিব। এনেতে এটা হৰিণ আহিল। দুয়ো জাঁপ মাৰি ধৰি মাৰিলে।

হৰিণটোক সিহঁতে মানুহৰ নিচিনাকৈ পুৰি খাবলৈ মন কৰিলে। জুই আনিবলৈ গ'ল মেকুৰী।

মেকুৰী গৈ বুঢ়া-বুঢ়ীৰ ঘৰত সোমাই মাছৰ কটা, মাছৰ হাড় আৰু ভাত দেখি খাবলৈ মন গ'ল। সি খাই পৰম তৃপ্তি লাভ কৰি হাবিলৈ উভতি নগ'ল! বিনা কষ্টই, চিকাৰলৈ খাপ লৈ নাথাকি মহাসুখ আৰু আৰামেৰে খাই-লৈ থাকিব পাৰি।

বাঘে মেকুৰীলৈ বাট চাই অহাৰ কোনো সম্ভাৱনা নেদেখি মেকুৰীৰ গোন্ধ শুঙি-শুঙি বুঢ়া-বুঢ়ীৰ ঘৰ পালেগৈ। মেকুৰীয়ে বাঘ যোৱাৰ গোন্ধ পাই আতালত উঠিল। তাতো তাৰ চিকাৰ মিলিব ধৰিলে। ইন্দুৰ, নিগনি, পোক আদি।

বাঘে মেকুৰীক বহুত সময় অপেক্ষা কৰি সি ফিৰি অহাৰ কোনো সম্ভাৱনা নেদেখি হাবিলৈ গুচি গ'ল। সি ভাবিলে, ইয়াৰ প্ৰতিশোধ এদিন নিশ্চয় ল'বই লাগিব।

বাঘে বুঢ়া-বুঢ়ীৰ ঘৰলৈ মেকুৰীক বিচাৰি যোৱাৰ আগতে মেকুৰী মোমায়েক আহিব বুলি বহুদিন অপেক্ষা কৰি তাক লগ নোপোৱাত

হৰিণটোক আধা খাই তাৰ বাবে আধা মাংস ঢাকনি দি থ'লে। মেকুৰী ফিৰি নহাত হৰিণৰ আধা মাংস তেনেকৈ ৰৈ গ'ল। সেই বাবে হেনো বাঘে মাংস খালে এতিয়াও মেকুৰী মোমায়েকৰ কাৰণে আধা মাংস খাই এৰি থৈ দিয়ে।

মেকুৰীয়ে বাঘ মোমায়েকক ভয় কৰি হেনো লাদিলে ঢাকনি দি থৈ যায়, যাতে বাঘে মেকুৰী তাত আছে বুলি জানিব নোৱাৰে। মেকুৰীয়ে সেইবাবে হেনো লাদিলে এতিয়াও ঢাকনি দি থৈ দিয়ে।

জন-বিশ্বাস যে যি দিনধৰি মেকুৰীয়ে বুঢ়া-বুঢ়ীৰ ঘৰলৈ আহিল, সিদিনাৰ পৰা সি মানুহৰ ঘৰত থাকিবলৈ ল'লে।

# অন্তৰ্যামী বুঢ়া

বুঢ়া-বুঢ়ীৰ হাড়ীত দিয়া পিঠা খাবলৈ মন গ'ল। বুঢ়াই বুঢ়ীক পিঠা সাজিবলৈ দিলে। বুঢ়ীয়ে পিঠা সাজিবলৈ গ'ল। বুঢ়ায়ো হাল বাবলৈ গ'ল। বুঢ়ীয়ে পিঠা সাজি থৈ দিলে।

বুঢ়ীয়ে পিঠাৰ লোভ সামৰিব নোৱাৰি বুঢ়ালৈ বাট নেচাই ঘৰৰ ভিতৰত মনে মনে পিঠা এখন খাবলৈ ধৰিলে। এনেতে বুঢ়াই হালবাই আহি বেৰৰ ফুটাৰে দেখিবলৈ পালে যে বুঢ়ীয়ে মনে মনে পিঠা খাই আছে। বুঢ়াই বুঢ়ীক মাত নিদি মনে মনে থাকিল আৰু ভাবিলে— "বুঢ়ীক পিছত চোৰ ধৰিব লাগিব।" বুঢ়ীয়ে তেতিয়া ভাবিব— " মই পিঠা খোৱা কথা বুঢ়াই জানিলে কেনেকৈ? বুঢ়া অন্তৰ্যামী নেকি?"

ইয়াৰ পিছত বুঢ়াই গল হেকাৰি "বুঢ়ী আছানে, অ', বুঢ়ী" বুলি মাতিব ধৰিলে। বুঢ়ীয়ে মাত শুনি পিঠা খোৱা ধৰা পৰাৰ ভয়ত ততাতৈয়াকৈ মুখ মচি বুঢ়াক মাত দিলে। বুঢ়াই পিঠা আনিবলৈ দিলে। বুঢ়ীয়ে পিঠাখন বুঢ়াক খাবলৈ দি ওচৰতে পিৰাত বহিল। বুঢ়াই বুঢ়ীকো পিঠা আনিবলৈ ক'লে। বুঢ়ীয়ে ক'লে, "পিঠা নাই। পিঠা এখনহে পুৰিছিলোঁ। দুয়োজনে পিঠাখনকে ভগাই খাব লাগিব।"

বুঢ়াই ক'লে, "কিয় পিঠা দুখন আছিল দেখোন? এখন ক'লৈ গ'ল? বুঢ়ীয়ে মনে মনে থাকিল।

তেতিয়া বুঢ়াই ক'লে, "কিয় তুমি এখন খোৱা নাই জানো? মই অন্তৰ্যামী। জানিছো নহয়?"

বুঢ়ীয়ে ভাবিলে, "বুঢ়াই কেনেকৈ জানিলে? বুঢ়া নিশ্চয় অন্তৰ্যামী।" বুঢ়ীয়ে বুঢ়াক অন্তৰ্যামী বুলি ভাবি তাই পিঠা খোৱা কথা স্বীকাৰ কৰিলে। সিদিনাৰ পৰা বুঢ়ীয়ে প্ৰচাৰ কৰিলে যে বুঢ়া অন্তৰ্যামী। ভূত-ভবিষ্যত সকলো কথা ক'ব পাৰে। গোটেই দেশতে অন্তৰ্যামী বুলি বুঢ়াৰ কথা ৰাষ্ট্ৰ হৈ পৰিল।

এখন দেশত এজন ৰজাৰ উট এটা হেৰাইছিল। ৰজাই উটটোক বিচাৰি আনিবলৈ পালি-প্ৰহৰী দিশে দিশে পঠিয়াই দিলে। কিন্তু ৰাজ্যৰ মানুহে বিচাৰি

বিচাৰি উটটো উলিয়াব নোৱাৰিলে। এদিনাখন বুঢ়াই এখন হাবিৰ মাজেৰে মানুহ যাব পৰা সুৰসুৰীয়া ৰাস্তাৰে গৈ আছে ওচৰৰ এখন গাঁৱলৈ। এইদৰে গৈ থাকোঁতে দেখিলে যে হাবিৰ মাজত উট এটা। তাৰ এটা পোৱালি জন্ম দিছে।

ইতিমধ্যে ৰজাৰ কাণত পৰিল অন্তৰ্যামী বুঢ়াৰ কথা। অন্তৰ্যামী বুঢ়াই হেনো সকলো কথা ক'ব পাৰে। হেৰোৱা বস্তুৰ সন্ধানো দিব পাৰে। ৰজাই দূত পঠিয়ালে। বুঢ়াক আনিবলৈ ৰজাৰ দূত গ'ল। অন্তৰ্যামী বুঢ়াৰ ঘৰ পালে। বুঢ়াই দূতক চিনি পালে।

আথে-বেথে বহিবলৈ দি তাৰ আগমনৰ উদ্দেশ্য কি সুধিলে। দূতে ৰজাৰ উট হেৰোৱাৰ কথা ক'লে আৰু উটটো বিচাৰি বিচাৰি নাপাই বুঢ়াৰ মাহাত্ম্যৰ কথা শুনি তেওঁক নিয়াবলৈ ৰজাই দূতক পঠিয়াইছে বুলি ক'লে। বুঢ়াই দূতক আগধৰি যাবলৈ দি নিজে যাবলৈ সাজু হ'ল। বুঢ়াই ক'লে, "বুঢ়ী ৰজাৰ নিমন্ত্ৰণক্ৰমে মই ৰাজ্য সভালৈ যাব লাগে। ৰজাৰ উট হেৰাইছে মই উলিয়াই দিব লাগে, মই মৰিলো। মই মৰিবলৈ ওলালোঁ। তুমিয়ে মোক অন্তৰ্যামী বুলি প্ৰচাৰ কৰিলা।" এইবুলি কৈ ৰাজ-দৰবাৰলৈ বুলি যাত্ৰা কৰিলে ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰি।

বুঢ়া গৈ ৰজাৰ ৰাজসভাত উপস্থিত হ'ল। ৰজাই বুঢ়াক যথাযোগ্য সন্মানেৰে বহুৱালে। তাৰ পিছত ৰজাই উট হেৰোৱা কথা ক'লে। উটটো ক'ত আছে বুঢ়াক 'ঠিকনা' (কড়ি মাৰি গণনা কৰি) চাই উলিয়াই দিবলৈ ক'লে।

বুঢ়াক 'মই ঈশ্বৰক ধ্যান কৰোঁ' বুলি কৈ ধ্যানত বহিল। ধ্যান শেষ কৰাৰ পিছত বুঢ়াই পুৱৰফালে হাতযোৰ কৰি ঈশ্বৰক প্ৰাৰ্থনা কৰিলে। তাৰ পিছত বুঢ়াই জোলোঙাৰ পৰা কড়ি উলিয়াই হাতত কড়ি লৈ কড়ি কেইটা কপালত লগাই নমস্কাৰ জনাই 'ঠিকনা' (কড়ি মাৰি) চালে।

তাৰ পিছত বুঢ়াই ক'লে যে উটটো হাবিত আছে। পোৱালি এটা জন্ম দিছে। হাবিখনৰ নামো কৈ দিলে। ৰজাৰ পালি-প্ৰহৰী গৈ সেই হাবিত বিচৰাত উটটো আৰু উটৰ পোৱালিটো পালে।

ৰজাই বুঢ়াক অন্তৰ্যামী ঈশ্বৰ যেন মানি এক ঘাগৰি টকা আৰু এক বোজা কাপোৰ পুৰস্কাৰ দিলে। সিদিনাৰ পৰা বুঢ়া অন্তৰ্যামী বুলি পৰিচিত হ'ল।

# চিকাৰী বুঢ়া

এহাল বুঢ়া-বুঢ়ী আছিল। এদিনাখন বুঢ়ী গ'ল গাঁৱলৈ। বুঢ়ীয়ে যোৱাৰ আগতে বুঢ়াক কৈ গ'ল, "চোতালত ধান মেলি দিছো, হাঁহ-চৰায়ে খাব তুমি চাবা।"

বুঢ়াই তাৰবাৰী এডালেৰে 'হা হা' কৰি মুৰ্গী খেদি থাকিল। হঠাৎ তাৰবাৰীডালৰ কোব মুৰ্গী এটাৰ গাত পৰাত মুৰ্গীটো মৰিল।

বুঢ়ীয়ে আহি দেখে যে মুৰ্গীৰ পোৱালি এটা মৰি আছে। বুঢ়ীয়ে বুঢ়াক সুধিলে— মুৰ্গীটো কেনেকৈ মৰিল?" বুঢ়াই ক'লে, "চা বুঢ়ী, মই চিকাৰী বোলে নহয়— এতিয়া মই কেনেকৈ মুৰ্গীটো মাৰিলো।" বুঢ়ীয়ে সঁচাকৈ আচৰিত হ'ল। গাঁৱৰ মানুহবিলাকে ক'বলৈ ধৰিলে, "আমাৰ বুঢ়া বৰ চিকাৰী।"

এখন গাঁৱত এটা বাঘে মানুহ, গৰু খাই বৰ অত্যাচাৰ কৰিছিল। চিকাৰী বুঢ়াৰ কথা শুনিলে সিহঁত বুঢ়াৰ ওচৰলৈ গ'ল। বুঢ়াই তেতিয়া ভাবি-চিন্তি বৰ অস্থিৰ হ'ল। তথাপি নিজৰ অযোগ্যতাৰ পৰিচয় নিদিলে। বুঢ়াক মদ আৰু ফটিকাৰে সেৱা-শুশ্ৰূষা কৰি সিহঁত গুচি গ'ল।

গধূলি বুঢ়া-বুঢ়ীৰ মেল আৰম্ভ হ'ল।

বুঢ়াই বুঢ়ীক ক'লে, "তুমি কিয় মোক চিকাৰী বুলি কৈ ফুৰিছা। মইতো আচলতে চিকাৰী নহওঁ, হঠাতে মুৰ্গীটো মৰিছিল। এতিয়াতো বৰ বিপদ। বাঘৰ মুখত কালি যেনে-তেনে মৰিব লাগিব।"

বুঢ়ীয়ে ক'লে, "তুমিহে কৈছিলা চিকাৰী বুলি।"

এইদৰে কথা-বতৰা হৈ ৰাতি ভাত খাই বুঢ়া-বুঢ়ী শুই থাকিল। পিছদিনাখন বুঢ়াই সেই গাঁৱৰ মানুহৰ পৰা যাঠি আৰু ধনুৰ কাঁড় লৈ বাঘ থকা ঠাইৰ ওচৰতে থকা গছডালৰ ওপৰত টং সাজি জীৱন মৰণ-পণ কৰি বাঘ অহালৈ

অপেক্ষা কৰি ৰ'ল।

ইতিমধ্যে বাঘে মানুহৰ গোন্ধ পাই গছৰ গুৰিলৈ আহিব ধৰিলে। বুঢ়াই বাঘক দেখি ভয়তে বেঙেমূতা গৰুৰ নিচিনাকৈ থৰ্‌থৰ্‌কৈ কঁপিবলৈ ধৰিলে। এনেতে হঠাৎ তাৰ হাতত থকা ধনুৰ পৰা বিষাক্ত কাঁড় আহি তীব্ৰ বেগে বাঘৰ মুখত পৰিল। বিষ কাঁড় বাঘৰ মুখত পৰাৰ লগে লগে ভীষণ গৰ্জনি মাৰি সি মৃত্যুমুখত পৰিল। বুঢ়াই ৰাতি টঙতে ভয়ে ভয়ে কটালে। কিন্তু সি জানিব পৰা নাছিল যে বাঘ মৰিছে। ৰাতিপুৱা মানুহবিলাকে বুঢ়াৰ খবৰ ল'বলৈ আহিল। আহি দেখা পালে যে বাঘ মৰি আছে। সিহঁতে বুঢ়াক অতি উল্লাসেৰে আদৰি নিলে। তেতিয়াৰ পৰা বুঢ়া ডাঙৰ চিকাৰী বুলি জনাজাত হ'ল।

# বান্দৰ আৰু দুৰা কাছ

এসময়ত এটা বান্দৰ আৰু এটা দুৰা কাছ একেলগে বাস কৰিছিল। এদিন দুয়ো হাবিত আলু খাবলৈ গ'ল। দিনটো আলু খান্দি খান্দি বান্দৰে এটাও আলু নাপালে; আনহাতে দুৰা কাছই এবোজা আলু পালে। তাকে দেখি বান্দৰে দুৰা কাছক ক'লে—'সখি। আজিলৈ আলুখিনি সমানে ভগাই খাওঁ, পিছলৈ আমি একেলগেই আলু খান্দিম। অজি তুমি আলু পাইছা, পিছলৈ ময়ো পাম।'

বান্দৰৰ কথাত কাছয়ো হয়ভৰ দিলে আৰু দুয়ো কাছৰ ঘৰ পালেগৈ।

বান্দৰে কাছক ক'লে— 'সখি, আলুখিনি ভালকৈ সিজাই খাব লাগে। এতেকে তুমি ঘাটৰ পৰা পানী আনাগৈ, মই জুইকুৰা ধৰোঁ।'

বান্দৰৰ কথামতে কাছ পানী আনিবলৈ ঘাটলৈ গ'ল। কাছৰ খোজ স্বাভাৱিকতে লেহেম। গতিকে পানী লৈ ঘূৰি আহোঁতে তাৰ বহু পলম হ'ল। সেই ছেগতে বান্দৰে গোটেইখিনি আলু খাই জুহালৰ গুৰিত বহি থাকিল।

পানী লৈ ঘূৰি আহি দুৰা কাছই আলু নেদেখি বান্দৰক সুধিলে— 'সখি, আলুখিনি ক'লৈ গ'ল?'

বান্দৰে গহীনাই উত্তৰ দিলে— 'সখি, তুমি পানী অনাত পলম কৰা দেখি আলুখিনি পোৰো বুলি জুইতে সুমুৱাই দিলো, গোটেইখিনি আলু জুয়ে খাই পেলালে।' কাছই কাঠ-খৰি এডালেৰে খুঁচৰি খুঁচৰি চাই জুইৰ মাজত কিন্তু এটাও আলু নাপালে।

কিছুদিনৰ পিছত এজোপা লেটেকু গছত বহি বান্দৰে পকা পকা লেটেকু খাই আছিল। এনেতে দুৰা কাছও সেই ঠাইত ওলালগৈ। কাছই বান্দৰলৈ চাই ক'লে— 'সখি, মোক গছৰ ওপৰলৈ তুলি দিয়াচোন। ময়ো কেইটামান লেটেকু খাই লওঁ।'

কাছৰ কথাত বান্দৰে তাক গছৰ ওপৰলৈ তুলি নি ফেৰেঙনি এটাৰ মাজত থৈ তাৰ পৰা গুচি গ'ল। দুৰা কাছই ফেৰেঙনিৰ মাজৰ পৰা ওলাব নোৱাৰি ইচাট-বিচাট কৰিবলৈ ধৰিলে।

অলপ পৰৰ পিছত গাহৰি এটা হাবিৰ মাজৰ পৰা ওলাই আহি তলত সৰা লেটেকুবোৰ খাবলৈ ধৰিলে। কাছই গাহৰিটো দেখি তাৰ হাতত থকা মিটখন তললৈ পেলাই দিলে। মিটখনৰ জোঙা আগটো পেটত সোমাই গাহৰিটো মৰি থাকিল। কিছু সময়ৰ পিছত কাছ কোনোমতে ফেৰেঙনিৰ পৰা ওলাল আৰু তললৈ সৰি পৰিল।

দুৰা কাছই বান্দৰৰ কামত মনত বৰ কষ্ট পলে। সি বান্দৰৰ ওপৰত প্ৰতিশোধ ল'বৰ কাৰণে গাহৰিৰ ছালখন বখলিয়াই পাতলকৈ চুঁচি তাৰে ঢোল এটা তৈয়াৰ কৰিলে। ঢোলৰ ভিতৰত এবাহ বৰল সুমুৱাই দিলে। সেই ঢোলটো লৈ অলপ অলপকৈ বজাই এদিন সি এখন ধাননি পথাৰত বৈ আছিল। ঢোলৰ মাত শুনি ক'ৰবাৰ পৰা বান্দৰটো আহি সেই ঠাইত ওলাহি।

বান্দৰটোৱে কাছক সুধিলে— 'সখি কি কৰিছা?' বান্দৰৰ চকু কিন্তু ঢোলটোতহে।

কাছই ক'লে— 'সখি, এই ধানডৰা ৰখিছোঁ। ঢোলটো বজাই চৰাই খেদিছোঁ।'

বান্দৰে ক'লে— 'ঢোলটো বজাই চাবলৈ দিবানে? মই বজালে ডাঙৰকৈ বাজিব আৰু চৰাইবোৰ উৰি যাব।'

কাছই ক'লে— 'তেনেহ'লে সখি, তুমি ঢোলটো গছৰ আগলৈ লৈ যোৱা। কাৰণ মাটিত বজালে গোটেইবোৰ চৰায়ে নুশুনে। তুমিতো গছত উঠিব পাৰাই। গছৰ আগত ঢোলটো ডাঙৰকৈ বজাই দিলে গোটেইখিনি চৰাই উৰি যাব।'

বান্দৰে বৰ আনন্দ পালে। সি ঢোলটো কান্ধত লৈ একে জাঁপেই গছৰ আগ পালেগৈ আৰু মহা আনন্দেৰে বজাবলৈ ধৰিলে। বৰ ডাঙৰকৈ কোব মৰাত পাতল ছালৰ ঢোলটো ফুটি থাকিল আৰু তাৰ ভিতৰত থকা বৰলবাহ ওলাই আহি তাক নাকে-মুখে কামুৰি আধামৰা কৰিলে। বিষত তৎ নাপাই বান্দৰটো ধুপুচকৈ মাটিত সৰি পৰিল। কিন্তু তাৰ আগতেই দুৰা কাছ গৈ পানীত সোমাল। তেতিয়াৰ পৰাই দুৰা কাছই বান্দৰৰ লগ এৰি পানীত থাকিবলৈ ল'লে। আগেয়ে বামত আছিল কাৰণেই দুৰা কাছই এতিয়াও বামলৈ উঠি আহি ৰ'দ পুৱায়।

# মানুহৰ বান্দৰালি

পুৰণি কালত এহাল বুঢ়া-বুঢ়ী আছিল। তেওঁলোকৰ সতি-সন্তান নোহোৱাত আনৰ ল'ৰা এটিকে তোলনীয়া পো কৰি লৈছিল। সেই সময়ত আলু-কচুৱেই আছিল মানুহৰ প্ৰধান খাদ্য। বুঢ়া-বুঢ়ীয়ে এদিন ল'ৰাটোক আলু খান্দিবলৈ হাবিলৈ পঠালে। ল'ৰাটোৱে কিন্তু আলু খাবলৈ পাই সেই ৰাতি ঘূৰি নাহিল। এইদৰে সি বহু দিনলৈকে ঘূৰি নাহিল।

ল'ৰাটোৱে হাবিৰ মাজত বহুতো বনৰীয়া আলুৰ গছ দেখা পাইছিল। সেইবোৰ খান্দি খান্দি খাবলৈ পাই ঘৰলৈ তাৰ মনতেই নপৰা হ'ল। লাহে লাহে সি বনৰীয়া জন্তুৰ লগ হৈ পৰিল আৰু তাৰ স্বভাৱ-চৰিত্ৰও বনৰীয়া হৈ গ'ল। বনৰীয়া জন্তুবিলাকেও তাক চিনি পোৱা হ'ল। হাবিত থাকিয়েই সি বেছি ভাল পাবলৈ ধৰিলে।

বহু দিনলৈকে ঘূৰি নহা দেখি এদিন বুঢ়া-বুঢ়ীয়ে তাক বিচাৰি হাবিলৈ গ'ল। বহু সময় বিচৰাৰ পিছত তেওঁলোকে তাক এজোপা গছত উঠি গুটি খাই থকা দেখা পালে। বুঢ়া-বুঢ়ীয়ে তাক গছৰ ওপৰৰ পৰা নামি আহিবলৈ ক'লে। কিন্তু বহুবাৰ মাতিও বুঢ়া-বুঢ়ীয়ে ল'ৰাটোক নমাব নোৱাৰিলে।

ল'ৰাটোৱে ক'লে— 'মই তোমালোকৰ ল'ৰা নহওঁ। তোমালোকৰ লগত থাকোঁতে বহু কষ্ট কৰিহে আলু-কচু খাবলৈ পাইছিলো, এতিয়া ইয়াত কষ্ট নকৰাকৈয়ে আলু-কচু, গছৰ ফল খাবলৈ পাইছো। গতিকে মই আৰু তোমালোকৰ ঘৰলৈ নাযাওঁ।'

তাক কোনো ৰকমেই মান্তি কৰাব নোৱাৰিলে। গছত উঠিবৰ সময়ত ল'ৰাটোৱে তাৰ লগত লৈ যোৱা ধনু-কাঁড় আৰু মিটখন গছৰ গুৰিত থৈ গৈছিল। বুঢ়া-বুঢ়ীয়ে ধনু-কাঁড় আৰু মিটখন নাথাকিলে তাক বনৰীয়া জন্তুৱে খাই পেলাব বুলি ভাবি খঙতে সেই ধনু-কাঁড় আৰু মিটখন তুলি লৈ ঘৰলৈ গুচি আহিল।

সেই দিনাৰ পৰা ল'ৰাটোৱে ধনু-কাঁড় আৰু মিটখন হেৰুৱাই তললৈ নামিবলৈ ভয় কৰি গছৰ ডালে-পাতে বগাই ফুৰিবলৈ ধৰিলে। দাৰ ব্যৱহাৰ আৰু ধন-কাঁড় মৰা বিদ্যাও পিছলৈ পাহৰি পেলালে। 'অনভ্যাসে হতবিদ্যা'। বনৰীয়া জন্তুৰ লগত থাকি থাকি সিয়ে পিছলৈ বান্দৰ নাম পালে। তাৰ সতি-সন্ততিবিলাকেও হাবিৰ মাজত গছৰ ডালে ডালে বগাই ফুৰিবলৈ ধৰিলে।

# হলৌ বান্দৰৰ নেজ নাই কিয়

শদিয়াৰ ফালে বহু হলৌ বান্দৰ আছে। ইহঁতৰ গাৰ বৰণ ক'লা। কপালৰ ওপৰত আৰু ডিঙিত বগা ৰেখা আছে। এসময়ত সিহঁতেও মূৰত পাগুৰি আৰু ডিঙিত মণি পিন্ধিছিল কাৰণেই হেনো সিহঁতৰ কপালৰ ওপৰভাগ বগা হৈ থাকিল আৰু ডিঙিতো বগা ৰেখা থাকি গ'ল।

মিৰি মানুহৰ একে জাতৰ মাজত চন্দ্ৰ-সূৰ্য থাকে মানে কেতিয়াও বিয়া হ'ব নোৱাৰে। কেনেবাকৈ যদিও হয়, সমাজত কাহানিও উদ্ধাৰ নাপায়।

এসময়ত এখন গাঁৱত এজনী ছোৱালীৰ লগত এজন ল'ৰাৰ ভাল পোৱা-পুই হ'ল। ল'ৰাটো এঠাইৰ পৰা আহি সেই গাঁৱৰে এঘৰত আছিল। কিছুদিনৰ পিছত ল'ৰাটোৱে ছোৱালীজনীক বিয়া কৰালে আৰু এঘৰ হৈ থাকিল। কেইদিনমানৰ পিছত ল'ৰাটোৰ জাত-গোত্ৰ বিচাৰিবলৈ সমাজে দেওধাই লগালে। দেওধায়ে ল'ৰাটোক ছোৱালীজনীৰ লগত একে জাতৰে বুলি ধৰি দিয়াত সমাজে সিহঁত হালকে টোমত ভৰাই নৈত উটুৱাই দিয়াৰ সিদ্ধান্ত কৰিলে। কাৰণ আগৰ দিনত কোনোৱে পাপ কৰিলে সমাজত সেই পাপীক টোমত ভৰাই পানীত পেলাই দিছিল। কিন্তু ল'ৰা-ছোৱালী হালৰ কাবৌ-কোকালিত সমাজে সিহঁতক পানীত নেপেলাই হাবিলৈ খেদি দিলে। সিহঁতৰ পৰাই পিছলৈ হলৌ বান্দৰবোৰ হ'ল। মানুহৰ পৰা হোৱা কাৰণে সিহঁতে থিয় হৈয়ো খোজ কাঢ়িব পাৰে আৰু আন বান্দৰৰ দৰে সিহঁতৰ নেজ নাই।

# হুদু চৰাইৰ জন্ম কথা

হুদু চৰাই নিশাচৰ প্ৰণী। ই মানুহৰ ঘৰৰ ছালত পৰিলে অমংগল হয় বুলি কয়। হুদু চৰায়ে অকলে নামাতে। মতাটোৱে মাতিলে মাইকীজনীয়েও মাতে। এই হুদু চৰাইৰনো কেনেকৈ জন্ম হ'ল বা ইহঁতৰ এটাই মাতিলে আনটোৱেনো মাতে কিয় এই বিষয়ে এটা দুখ লগা সাধু আছে।

একালত দুজন বন্ধু আছিল। বাৰিষা জান-জুৰিবোৰ ব'বৰ সময়ত দুই বন্ধুৱে একেলগে জানত ভেটা মাৰি চেপা পাতিছিল। কুকুৰাই ডাক দিলেই দুয়ো সাৰ পায় আৰু পোহৰ হোৱাৰ লগে লগে চেপা চাবলৈ যায়। জানটোত এটা যখ (যক্ষ) দেৱতা আছিল। কুকুৰাই ডাক দিয়াৰ আগতেই এই যখ দেৱতাই চেপাৰ মাছবোৰ খাই পেলায়। কুকুৰাৰ ডাকৰ পিছত যি দুই-চাৰিটা লাগে দুই বন্ধুৱে তাকেহে ভাগত পায়।

এইদৰে কেইদিনমান যোৱাৰ পিছত দুই বন্ধুৱে এদিন কোৱা-কুই কৰিলে— 'জানত দেখোন বহু মাছ উজায়; অথচ চেপাত ইমান কম মাছ লাগে!' সিহঁতে ভাবিলে, নিশ্চয় কোনোবাই সিহঁততকৈ আগতে আহি চেপাৰ মাছ লৈ যায়। গতিকে সিহঁতে থিৰাং কৰিলে যে পিছদিনা তেওঁলোক কুকুৰাৰ ডাকৰ আগতে উঠিব আৰু যিজনে আগতে সাৰ পায় তেওঁ আনজনক জগাই দিব। যখ দেৱতাই কথাটো শুনি আছিল। পিছদিনা পুৱা কুকুৰাই ডাক দিয়াৰ আগতে যখ দেৱতাই ইজন বন্ধুৰ ৰূপ ধৰি সিজনক জগাই দিলেগৈ। আগদিনাৰ কথামতে সিজনেও যখকে বন্ধু বুলি ভাবি তাৰ লগে লগে চেপাৰ গুৰি পালেগৈ। বন্ধুবেশী যখে ক'লে— 'বন্ধু, আগতে তুমিয়েই চেপাটো দাঙা, মই এই ভেটাটো অলপ বাটো।' মানুহজনে তাৰ কথামতে হাতৰ মিট দাখন ভেটাতে খোঁচ মাৰি থৈ চেপা দাঙিব ধৰোঁতেই যখে তাৰ মূৰটো ছিঙি কেঁচা তেজবোৰ পি খালে।

ইফালে কুকুৰাই ডাক দিয়াত সিজন বন্ধুৱে ইজনক জগাবলৈ গ'ল। কিন্তু ঘৰৰ মানুহৰ মুখে বন্ধুজনে আগতেই উঠি চেপা চাবলৈ যোৱা বুলি জানিব পাৰি

তাৰ বৰ খং উঠিল। কাৰণ সি ভাবিলে— বন্ধুৱে তাক ঠগিলে। সি অকলে মাছখিনি ল'বলৈ তাক মাত নলগোৱাকৈ গুচি গৈছে। ইয়াকে ভাবি সি ভেটাৰ ফালে ভিৰভিৰাই ল'ৰ দিলে। কিন্তু ভেটাৰ ওচৰ পাই দেখে যে বন্ধুজনৰ মূৰটো মাটিত বাগৰি ফুৰিছে। তেতিয়া সি ভয়ত উচাট খাই পিছলৈ লৰ ধৰিলে। মূৰটোৱেও তাৰ পিছে পিছে খেদি আহিল। উপায় নাপাই সি এজোপা গছৰ ওপৰলৈ উঠিল। মূৰটো কিন্তু গছৰ তলত বাগৰিয়েই থাকিল। ওপৰৰ বন্ধুজনে সুধিলে— 'বন্ধু, তোমাৰ কি হ'ল?' ইজনৰ মূৰটোৱে একোকে ক'ব নোৱাৰি মাত্র ক'লে— 'বন্ধু!' ওপৰৰ পৰা আকৌ বন্ধুজনে মাত লগালে— 'বন্ধু'। তলৰ পৰাও উত্তৰ দিলে 'বন্ধু'। এইদৰে থাকোঁতে থাকোঁতে দুয়োজন বন্ধুৱে লাহে লাহে নিজৰ ৰূপ হেৰুৱাই চৰাইৰ ৰূপ পালে। সেই চৰায়েই এতিয়াৰ হুদু চৰাই। ঈশ্বৰৰ ইচ্ছাত ওপৰৰ বন্ধুজনে মতা হুদু আৰু তলৰ কটা মূৰৰ বন্ধুজনে মাইকী চৰাইৰ ৰূপ ল'লে। মানুহৰ পৰা হোৱা কাৰণেই হুদু চৰাইৰ কাণ দুখন বাহিৰলৈ ওলোৱা। দুই বন্ধুৱে ইটোৱে সিটোক মাতি হুদু ৰূপ পোৱাৰ বাবে এতিয়াও হুদু চৰাইৰ মতাটোৱে মাতিলে মাইকীজনীয়েও উত্তৰ দিয়ে।

# দেও-ভূতৰ জন্ম কাহিনী

আগৰ দিনৰ আনকি এতিয়াৰ মানুহেও 'যখ' বুলিলে এবিধ দেৱতা থকাৰ বিশ্বাস কৰে। সিহঁতে গাহৰি, কুকুৰ, মেকুৰী আদিৰ ৰূপ লৈ মানুহৰ দুই ঠেঙৰ মাজেদি পাৰ হৈ গ'লে মানুহটো তেজ-বল নাইকিয়া হৈ লাহে লাহে মৃত্যুমুখত পৰে বুলি আজিও বহুতে ভাবে। সিহঁতে সাধাৰণতে পুখুৰী আৰু নৈত থাকে আৰু মাছ ধৰি খায়। মানুহৰ নিচিনা হৈ জাল মাৰিব পাৰে। সিহঁতে সৰিয়হ দেখিলে পলায়। সিহঁতৰ হাতত এটা মোনা থাকে। মানুহৰ ৰূপ লোৱা অৱস্থাত ক'ব নোৱৰাকৈ সিহঁতক জালেৰে খেৱাই ধৰি মোনাটো হাত কৰিব পাৰিলে মানুহ হৈ হেনো মানুহৰ ঘৰত চাকৰ খাটি দিয়ে। মোনাটো নোপোৱালৈকে সিহঁতে যখৰ বেশ ল'বগৈ নোৱাৰে। এনেকুৱা নানা বেশ ধৰিব পৰা মানুহ খোৱা দেৱতাক 'মিগোমিমাত' বুলি কয়।

সৃষ্টিকৰ্তাই মানুহবোৰ সৃজন কৰাৰ পিছত এদিন সকলো মানুহে একগোট হৈ নিজ নিজ অভিপ্ৰায় জনাবলৈ সৃষ্টিকৰ্তাৰ ওচৰলৈ গ'ল। সৃষ্টিকৰ্তাই এজন এজনকৈ সকলোকে তেনেকৈ যোৱাত সুধিলে। সকলোৱে নিজৰ নিজৰ ভাৱ সৃষ্টিকৰ্তাৰ ওচৰত প্ৰকাশ কৰিলে; আৰু পৃথিৱীত কেনেকৈ কি কৰি চলিব লাগে সকলো কথা সুধি ল'লে। কিন্তু এহাল ভাই-ককায়ে একোকে নামাতিলে। সিহঁত দুটাৰ ওপৰত সৃষ্টিকৰ্তাৰ বৰ খং উঠিল। সেই কাৰণে 'তহঁত দুয়ো মানুহো নহ'বি, দেৱতাও নহ'বি, 'মিগোমিমাত হৈ থাকগৈ' বুলি তেওঁ দুয়োকে শাও দিলে। সিহঁতেই আহি পৃথিৱীত 'মিগোমিমাত' বা আপদীয়া দেও-ভূত হৈ জন্ম ল'লে।

# মিতিৰ লগা সাধু

পুৰণি কালৰ কথা। 'ছব' তেতিয়া চফল ডেকা ল'ৰা। লগ-সংগ নোহোৱাকৈ সি বহুত দিন হাবিয়ে-বননিয়ে অনাই-বনাই ফুৰিছিল। মিৰি মানুহে ব্ৰহ্মপুত্ৰ নৈক দিইং (দিহিং) বুলিছিল। এদিন 'ছবে' দিহিঙৰ পাৰে পাৰে অকলে উজাই গৈছিল। বহুত দূৰ যোৱাৰ পিছত সি দিহিঙৰ দক্ষিণ পাৰত মানুহৰ গাঁও এখন দেখিলে। নৈৰ সিপাৰলৈ দৃষ্টি কৰি 'ছবে' দেখিলে যে এজনী ধুনীয়া ছোৱালীয়ে নৈৰ নিৰ্মল পানীত মুখ চাই আছে। সি কিছু সময় ছোৱালীজনীলৈ তধা লাগি চাই ৰ'ল। এনেতে ছোৱালীজনীয়ে মুখ তুলি চালে আৰু তায়ো 'ছব'ক সিপাৰত দেখা পালে। হঠাৎ ছোৱালীজনীৰ মনত যেন কিবা-কিবি ভাব এটি খেলি গ'ল। তাই ক'ব নোৱৰাকৈয়ে গাই পেলালে—

লে লেইয়া দিইং এ-ছব
ঙম্‌না কা-ত
পেকাল-কা-ল'
(দিহিঙেদি উজাই অহা ডেকা,
মূৰ তুলি মোৰ ফালে চোৱা)

ছবে লগে লগে সাঁতুৰি নৈখন পাৰ হৈ গ'ল আৰু ছোৱালীজনীক লগ ধৰিলেগৈ। ছোৱালীজনীয়ে সুধিলে— 'তুমি ক'ৰ মানুহ?' 'ছবে' ক'লে— 'মই নদীৰ সন্তান। তুমি একা?' ছোৱালীজনীয়ে উত্তৰ দিলে— 'ঙ পেদং আনেকে অনামে, কন্দাৰকে অমে'। (মই বৰযুণৰ সন্ততি, কান্দাৰৰ জী)। তাৰ পিছত বৰনৈৰ পাৰতে দুয়োৰে গন্ধৰ্ব প্ৰথামতে বিবাহ হৈ গ'ল। তেতিয়াৰ পৰাই 'ছব' আৰু 'কন্দাৰ' গোত্ৰৰ মাজত মিতিৰ সম্বন্ধ ঘটিল। 'দলে'সকল 'ছব' গোত্ৰৰ আৰু 'পেগু'সকল 'কন্দাৰ' গোত্ৰৰ। ছব আৰু কন্দাৰৰ সতি-সন্ততিসকলে নৈৰ পাৰতে বসবাস কৰি থাকিল। বৰ নৈয়েদি উজাই অহা কাৰণে 'ছব' গোত্ৰীয় 'দলে'সকলে ঘৰৰ চ'তিৰ গুৰিটো পশ্চিমলৈ আৰু আগটো পূবলৈ কৰি লগায় অৰু 'কন্দাৰ' গোত্ৰীয় 'পেগু'সকলে পূবৰ পৰা পশ্চিমলৈ অহা কাৰণে চ'তিৰ গুৰিটো পূবলৈ আৰু আগটো পশ্চিমলৈ দিয়ে।

# শৰণ লোৱাৰ সাধু

মিৰি মানুহে 'দঞি-পল', 'মুগলিং-তাকাৰ' 'দমুগ-দংকাং' আদি দেৱতাসকলক পূজা দিয়ে। বহুদিনলৈকে তেওঁলোকে কাৰো ওচৰত শৰণ-ভজন লোৱা নাছিল। পিছত কেনেকৈনো তেওঁলোকে হিন্দুধৰ্মৰ গুৰু গোসাঁইসকলৰ ওচৰত শৰণ ল'বলৈ পালে তাৰে এটা মনোৰম সাধু আছে।

পূৰ্বতে মিৰি মানুহৰ গাঁৱত আন জাতিৰ মানুহ সোমালে হেনো তেওঁলোকে ভাল নাপাইছিল। কিন্দু হিন্দুধৰ্মৰ গোসাঁই এজনে হ'লে মানুহৰ লাগতিয়াল দ-কটাৰী আদি বস্তুবোৰ সস্তা দামত মিৰিসকলক দি ফুৰাৰ সুবিধা লৈ মাজে মাজে মিৰি গাঁৱলৈ আহি আছিল।

এবাৰ মিৰি গাঁৱতে নৰা-ছিগা বিহু হৈছিল। ডেকাহঁতে বহু বিচাৰিও দঁতাল গাহৰি এটা উলিয়াব নোৱাৰিলে। গাঁৱতে এজনী বাজী গাহৰি আছিল। তাই বহুদিনলৈ পোৱালি নিদিয়াত বেছ নোদোকাজনী হৈ আছিল। ডেকাহঁতে দঁতালৰ সলনি বাজী গাহৰিজনীকে মাৰিবলৈ ঠিক কৰিলে। কিন্তু এনে সময়তে সেই গোসাঁইজন আহি গাঁৱত সোমালহি। গাহৰিজনী মাৰিব খোজা দেখি গোসাঁয়ে ক'লে— 'তোমালোকে মাইকী গাহৰিজনী কিয় মাৰিব খুজিছা?' ডেকাহঁতে উত্তৰ দিলে— 'তাইক ৰাখি কোনো লাভ নাই। তাই পোৱালি নিদিয়ে— বাজী। গতিকে সকামত লগাব খুজিছো।' তেতিয়া গোসাঁয়ে ক'লে— 'গাহৰিজনী নামাৰিবা, তাই ছমাহৰ পিছত পোৱালি দিব।'

গোসাঁইৰ কথামতে ডেকাহঁতে গাহৰিজনী নামাৰি গোসাঁইৰ কথাৰ প্ৰমাণ চাবলৈ তাইক এৰি দিলে। সঁচাকৈয়ে ছমাহৰ মূৰত গাহৰিজনীয়ে এগাল পোৱালি দিলে। তাকে দেখি গাঁৱৰ মানুহবিলাকে ভাবিলে যে গোসাঁইজনে তেওঁলোকৰ দেওধাইতকৈয়ো বেছি কথা জানে। সেই দিন ধৰি গাঁৱৰ মানুহবিলাকে গোসাঁই আহিলেই নানা ভেটি-ভাৰ দি সন্মান কৰিবলৈ ধৰিলে। গোসাঁয়েও ছল পাই মিৰি মানুহক শৰণ দিবলৈ ধৰিলে। তেতিয়াৰ পৰা মিৰি মানুহ শৰণীয়া হ'ল।

# চুক্ৰাং ফৈদৰ কথা

বহুত দিনৰ আগৰ কথা। কেও-কিছু নোহোৱা চেঙেলীয়া ডেকা ল'ৰা এটাই অনাই-বনাই ফুৰিছিল। ফুৰি ফুৰি এদিন সি কমানৰ ঘৰৰ বাৰীত সোমাল। বাৰীৰ ভিতৰত 'চুৰুক্ চাৰাক্' (মেৰেক্-মাৰাক্) শব্দ শুনি কমানে গৈ দেখে যে এটা চেঙেলীয়া ডেকা ল'ৰা বাৰীৰ ভিতৰত সোমাই আছে। কমানে তাক নি ভঁৰালৰ তলত থাকিবলৈ দিলে।

কমানৰ বাৰীত এটা কেৰ্কেটুৱাই বৰ উপদ্ৰৱ কৰিছিল। বাৰীৰ লেটেকু বাহুত গুটি আদি খাই কেৰ্কেটুৱাই খান্তাং কৰিছিল। এদিন সেই ল'ৰাটোৱে কাঁড় মাৰি সেই কেৰ্কেটুৱাটোক গছৰ ওপৰৰ পৰা বগৰাই পেলালে। কমানে তেতিয়া বৰ আনন্দ পালে আৰু এনে অনিষ্টকাৰী কেৰ্কেটুৱাটোক মৰাৰ কাৰণে নিজৰ জীয়েকক তালৈ বিয়া দিলে। 'চুৰুক্ চাৰাক্' শব্দৰ পৰা তাৰ ফৈদটোৰ নাম 'চুংক্ৰাং' হ'ল। তেতিয়াৰ পৰাই কমান আৰু চুংক্ৰাং মিতিৰ হ'ল।

# বালিমাহীৰ মূৰ্খালি

বালিমাহী চৰাই ভাদ মাহত ওলায়। সকলো চৰায়ে জাক পাতি ফুৰে। বালিমাহী কিন্তু অকলে ফুৰে। এটা বালিমাহী চৰাইৰ মূৰ্খামিত সিহঁতৰ সমাজ নোহোৱা হ'ল।

বহুদিনৰ পুৰণি কথা। এদিন সাগৰৰ এটা মিছা মাছৰ বামত ফুৰিবৰ মন গ'ল। সি পাৰলৈ উঠি আহি মহা আনন্দেৰে ঠেংবোৰ আচাৰি জঁপিয়াই জঁপিয়াই যাবলৈ ধৰিলে। এনেতে এটা বালিমাহী চৰাই উৰি তাৰ ওপৰত পৰিলহি। বালিমাহীয়ে খাবলৈ বুলি খোঁট মাৰিব খোজোতেই মিছা মাছে মাত লগালে— 'চৰাই ভাই! মোক নাখাবা। মই সাগৰৰ বীৰ। যুদ্ধ হ'লে মই যাকে-তাকে সহায় কৰিব পাৰো। এইটো সত্য যে মই যি ফালে থাকিম সেই পক্ষ জয়ী হ'বই হ'ব।' মিছা মাছৰ কথা শুনি বালিমাহীয়ে ভাবিলে— 'হ'লে হ'বও পাৰে। কাৰণ মাছ বুলিও ই সাধাৰণ মাছ নহয়। ইয়াৰ বহু ঠেং আৰু দীঘল দীঘল ডাঢ়ি আছে। যদি কথাটো সঁচা হয়, তেনেহ'লে মোৰ গোটেই বালিমাহী বংশক যুদ্ধত পৰাজয় কৰি নিজে ৰজা নহওঁ কিয়?' ইয়াকে ভাবি সি মিছা মাছক সুধিলে— 'মাছ ককাই, তুমি জানো মোৰ অতবোৰ গিয়াতিক জিনি মোক ৰজা পাতিব পাৰিবা?' মিছাই ক'লে— 'নোৱাৰিম কিয়? মোৰ লগত বিৰাট ফৌজ আছে। যেতিয়াই লাগে মই মোৰ ফৌজ নমাই আনিব পাৰিম।' বালিমাহীয়ে কলে— 'তেনেহ'লে মই দহ দিনৰ ভিতৰত এই ঠাইতে গোটেই বালিমাহী চৰাইৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিম। তুমি ফৌজ লৈ সাজু থাকিবা।'

দহ দিনৰ দিনাখন মিছা মাছে সাগৰৰ পৰা তাৰ লগৰ অসংখ্য মিছা মাছ মাতি আনি সেই ঠাইত হাজিৰ কৰিলে আৰু বালিমাহীক মাতি আনি মিছা মাছবিলাকৰ ওপৰত ইফালে-সিফালে উৰি ফুৰিবলৈ ক'লে। সকলো বালিমাহী আহিল এটা বালিমাহীৰ বিৰুদ্ধে যুঁজিবলৈ। কিন্তু সিহঁতে ভাবিলে যে গতি বিষম, কিয়নো সিহঁতৰ তুলনাত মিছা মাছৰ ফৌজ অনেক গুণে বেছি। মিছা মাছৰ ঠেংবোৰ

বালিমাহীবোৰে যাঠি-জোং বুলি ভাবিলে আৰু অতবোৰ যাঠি-জোঙৰ পৰা নিজক ৰক্ষা কৰিবলৈ টান পালে। অকল এটা বালিমাহীৰ পৰিচালনাত হাজাৰে হাজাৰে যাঠি-জোং থিয় হোৱা দেখি গোটেই বালিমাহীজাকে যেনি পায় তেনি ভাগি পলাল।

অকলশৰীয়া বালিমাহী ৰণত জিকিল। কিন্তু গিয়াতিয়ে আৰু তাৰ লগ নিদিলে। আনকি বাকীবোৰেও কাৰো লগ কোনেও নোলোৱা হ'ল। সেই কাৰণে আজিলৈকে বালিমাহী চৰাইবোৰ অকলে অকলে ফুৰে।

# বিজুলী আৰু ঢেৰেকণি

ধুমুহা মাৰিলে বা ডাৱৰীয়া বতৰত যেতিয়া বিজুলীয়ে চিক্‌মিকাই পোহৰ দিয়ে, তেতিয়া অলপ পিছতে মেঘে ঢেৰেকণি মাৰে। বিজুলীয়েনো কিয় আগে আগে চিক্‌মিকায়, মেঘেনো কিয় ঢেৰেকণি মাৰে, ইহঁতৰ জন্মনো কেনেকৈ হ'ল— এই বিষয়ে এটা পুৰণি সাধু আছে।

আগৰ দিনত এজন মানুহৰ 'পানবৰ' বুলি এটা ল'ৰা আছিল আৰু পানৈ বুলি এজনী ছোৱালী আছিল। এসময়ত সিহঁতৰ মোমায়েকৰ ঘৰত এখন বিয়া হৈছিল। আগতীয়াকৈ কাম-বন কৰি দিবৰ কাৰণে মাক-বাপেকে পানবৰ আৰু পানৈক মোমায়েকৰ ঘৰলৈ পঠিয়াই দিলে। মোমায়েকৰ ঘৰলৈ যাওঁতে বাটত এটা জান পাৰ হ'ব লাগিছিল। বাৰিষাৰ দিনত জানটোত পানী কিছু দ আছিল। ভনীয়েক পানৈ আগে আগে আৰু ককায়েক পানবৰ পিছে পিছে গৈছিল। সিহঁতে জানৰ পানী কিমান দ আছিল নাজানিছিল। জানটো পাৰ হৈ যাওঁতে আগত যোৱা পানৈয়ে মেখেলা কোঁচাই যাব লগা হ'ল। সেই সময়তে পানবৰৰ মনটো কেনেবা কেনেবা লাগিল। পানৈক তাৰ ভনীয়েক বুলি ভাবিবলৈ পাহৰি পেলালে। সি মোমায়েকৰ ঘৰলৈ নগৈ ঘৰলৈ ঘূৰি গৈ মনে মনে ভঁৰাল ঘৰত সোমাই থাকিল। পানৈয়ে অকলে অকলে মোমায়েকৰ ঘৰ ওলালগৈ।

দুদিনমানৰ পিছত পানৈ মোমায়েকৰ ঘৰৰ পৰা ঘূৰি আহিল, কিন্তু পানবৰ নাই। ইফালে ঘৰতো যে নাই। কেনি গ'ল বিচাৰ কৰিবলৈ ধৰিলে। শেষত মাকে পানবৰক ভঁৰালঘৰত বিচাৰি পালেগৈ। তেতিয়া পানবৰক কি হৈছে বুলি সোধাত পানৈক বিয়া কৰাই দিব লাগে বুলি জনালে। আৰু ক'লে যে যদি বিয়া কৰাই নিদিয়ে, তেতিয়াহ'লে সি নাখাই-নবই মৰিব। মাক-বাপেকে পানবৰক বহু বুজনি দিলে কিন্তু সি কোনো মতেই বুজনি নল'লে। পানৈয়ে কথাটো শুনি নৈৰ পাৰলৈ গ'ল আৰু ঈশ্বৰক চিন্তা কৰি চৰাই হৈ উৰি গ'ল। সেই কথা গম পাই পানবৰেও

নৈৰ পাৰলৈ গ'ল আৰু গছৰ ডালত পৰি থকা চৰাইজনীক মাতিবলৈ ধৰিলে। চৰাইজনীয়ে কিন্তু আৰু ওপৰলৈহে উৰা মাৰিবলৈ ধৰিলে। তাকি দেখি পানবৰেও এটা চৰাই হৈ পিছে পিছে সোঁ সোঁকৈ খেদি হ'ল। পানৈ গৈ ডাৱৰৰ মাজত সোমাল আৰু বিজুলী হ'ল। আনহাতে পানবৰেও ঢেৰেকণি হৈ ডাৱৰৰ মাজে মাজে বিজুলী পানৈক বিচাৰিবলৈ ধৰিলে। কিন্তু আজিলৈকে পপীয়া পানবৰে পানৈক লগ ধৰিব নোৱাৰিলে। ডাৱৰৰ মাজে মাজে ৰচকী বিজুলীয়ে নাচি ফুৰে আৰু পপীয়া পানবৰে পিছত নিজেই গুজৰি-গুমৰি মৰে।

# শিহু আৰু ঘঁৰিয়াল

মানুহ শিহু হ'ল। মানুহ বুলি তাই আছিল এজনী ৰূপহী গাভৰু ছোৱালী। তাইৰ নাম আছিল তামাং। তাইৰ বিয়াৰ দিন ওচৰ চাপিল। বিয়াৰ দিন যিমানে ওচৰ চাপি আহিল, সিমানে তাইৰ চিন্তা বেছি হ'ল। কিয়নো তাইৰ দৰাটো মাক-বাপেকৰ কাৰণে মনঃপুত হ'লেও তাইৰ কাৰণে নহয়। তাই ভাল পাইছিল আন এটা ডেকাক। তাইৰ ঘোৰ চিন্তা। তাই ভাল নোপোৱা দৰাত বিয়া সোমাবলৈকো টান, আনহাতে মাক-বাপেকৰ কথা পোবলৈকো টান।

মৰমৰ শোৱনশিৰিৰ বুকুতে লীন যোৱাটোকে তাই ঠিক কৰিলে। কিন্তু শোৱনশিৰিত জাঁপ দিলেওতো তাই আকৌ ওপঙিব। তাই সাঁতুৰিবও জানে। চিন্তা কৰি তাই অতি মৰমৰ উৰাল মাৰিটো ডিঙিত বান্ধিলে। খুবলিটো বান্ধিলে পেটত, তাৰ পিছত নৈত জাঁপ মাৰিলে।

তাই মৰিব নোৱাৰিলে। খুবলিটোৱে তাইক তললৈ নিলে হয়; কিন্তু পানীত পৰি তাই মানুহ গুচি শিহু হ'ল। দীঘল উৰাল মাৰিটো ডিঙিত বন্ধাৰ কাৰণে শিহুৰ মুখ দীঘল হ'ল। খুবলিটোৰ পৰা গংগাটোপৰ দৰে পেট হ'ল।

নৈত জাঁপ দিয়াৰ পিছত তামাঙৰ দৰাটোৱে নৈৰ পাৰলৈ গৈ 'তামাং তামাং' বুলি মাতিলে, কিন্তু তামাং নোলাল। শিহুটোৱে পানীৰ পৰা ওলাই আহি পোকৰ ওভোটা দি আকৌ তললৈ গ'ল। শিহুৱে আজিও তাকে কৰে। শিহুৱে মানুহলৈ পিঠি দিলে। তামাং মৰাৰ বাতৰি পাই তাই ভাল পোৱা ডেকাটোও নৈৰ পাৰলৈ গ'ল। দেখিলে যে তামাং আৰু মানুহ হৈ থকা নাই। সিয়ো মনৰ বেজাৰত এডোখৰ শিল ডিঙিত বান্ধি নৈত জাঁপ দিলে। কিন্তু শিহুৱে মানুহলৈ পিঠি দিয়া কাৰণে সি শিহু জনম ল'ব নোৱাৰিলে। সি হ'ল ঘঁৰিয়াল। সি বন্ধা শিলডোখৰেই ঘঁৰিয়ালৰ পিঠিত এটা টেমুনা হৈ ৰ'ল।

# ৰঙা চৰাই

'দল পুক্‌চ' নামৰ এবিধ সৰু টিক্‌টিকীয়া ৰঙা চৰাই আছে। সিহঁতে ফুলৰ মৌ খাই উৰি ফুৰে। আদিতে সিহঁত মানুহৰ লগত আছিল। তেতিয়া আছিল শুদ্ধ বগা। চৰাইটোৰ গিৰিহঁতে এদিন এটা বৰ ডাঙৰ বৰা-গাহৰি মাৰিলে। বৰাটো আছিল ডাঙৰ দঁতাল। কোনোদিনে মানুহজনে তেনেকুৱা ডাঙৰ বৰা-গাহৰি চিকাৰত পোৱা নাছিল। সেই কাৰণে তেওঁ এটা কাক-বাঁহৰ চুঙা কাটি বৰাটোৰ তেজখিনি তাতে ভৰাই সূৰ্য দেৱতাক দি আহিবলৈ 'দলপুক্‌চ'. পাচিলে। কাৰণ সূৰ্য-দেৱতা পূৰ্বকালত মানুহৰ মাক আছিল। তেওঁ আন একো নাখায়, জন্তুৰ তেজহে খায়। সেই কাৰণেই সূৰ্যটো ৰঙা। মানুহজনে এনেহেন ডাঙৰ বৰাৰ তেজখিনিৰ ভাগ পূৰ্বৰ মাকলৈ পঠোৱাৰ লোভ সামৰিব নোৱাৰিলে।

চৰাইটো তেজৰ চুঙা লৈ উৰি গ'ল। সূৰ্যৰ ওচৰ পাবলৈ বহু দূৰ। উৰি উৰি তাৰ বৰ ভাগৰ লাগিল। সেই কাৰণে সি বৰ ওখ গছ এজোপাৰ ডালত জিৰাবলৈ বুলি বহিল। এনেতে হঠাৎ চুঙাটো গছৰ ডাল এটাত লাগি উবুৰি খাই পৰিল আৰু গোটেই তেজখিনি তাৰ গাতে পৰিল। তেতিয়াৰ পৰা সি বগা গুচি ৰঙা হ'ল। মানুহে দি পঠিওৱা টোপোলাটো সি সূৰ্যক দিব নোৱৰাৰ কাৰণে আৰু তাৰ গাৰ বৰণ সলনি হোৱাত লাজ পাই সি মানুহৰ ঘৰলৈ ঘূৰি নাহিল। সেইদিনাৰ পৰা আজিলৈকে সি বনৰীয়া হৈয়ে থাকিল।

# শিয়ালৰ হোৱা

জাকৰ এটা শিয়ালে হোৱা দিলে বাকীবোৰ শিয়ালেও ৰৈ থাকিব নোৱাৰে। এঠাইত এটাই হোৱা দিয়া মাত্রকে গোটেই জাকেই 'হোৱা হোৱা' কৰিবলৈ ধৰে। এটাৰ হোৱা শুনি গোটেই জাক শিয়ালে হোৱা দিয়াৰো অৱশ্যে এটা বিশেষ কাৰণ আছে।

এসময়ত বায়ুদেৱতা আৰু শিয়ালে আৰি মাৰিলে। বায়ুৱে কয়— 'মই তোমাতকৈ বেগী।' শিয়ালে কয়— 'মোৰ সমান বেগী হ'ব নোৱাৰা।' বায়ুৱে ক'লে— 'মোৰ সমান বেগী বস্তু জগতেতে নাই; তুমি আকৌ মোতকৈ বেগী হ'বা কেনেকৈ?' শিয়ালে ক'লে— 'মুখেৰে ক'লে কি হ'ব, তোমাতকৈ মই বেগী হওঁ নে নহওঁ তাৰ প্ৰমাণ চোৱা।' তেতিয়া প্ৰমাণ চাবৰ কাৰণে বায়ুৱে গছ এজোপালৈ আঙুলিয়াই ক'লে— 'মই যদি দৌৰি গৈ আগতে পাওঁ, তেতিয়া মই গছজোপা লৰাই দিম। যদি তুমি আগতে গৈ পোৱা হোৱা দিবা।' শিয়ালে ক'লে— 'তেনেহ'লে সেইটো পৰীক্ষা কাইলৈহে হ'ব। আজি মই একো খোৱা নাই, গাত বল নাই।' বায়ু মান্তি হ'ল।

পিছদিনা শিয়ালে তাৰ লগৰ এটা শিয়ালক মাতি আনিলে আৰু গছজোপাৰ তলত এটা জোপোহাৰ মাজত লুকাই থাকিবলৈ ক'লে। লগতে তাক শিকাই দিলে যাতে ই 'হোৱা' দিলে সিও 'হোৱা' দিয়ে। এই প্ৰতিযোগিতা চাবৰ কাৰণে আগদিনাৰ কথামতে বায়ু আহি যথাস্থানত উপস্থিত হ'ল। 'এক... দুই... তিনি...' —দুয়ো দৌৰ আৰম্ভ কৰিলে। দৌৰত শিয়ালে বায়ুক কি পাৰিব! বায়ু আগবাঢ়ি গছজোপাৰ ওচৰ পাওঁ পাওঁ হ'ল। এনেতে শিয়ালে কৰিলে 'হোৱা হোৱা'। 'হোৱা' শুনি আগতে শিকাই থোৱামতে জোপোহাত লুকাই থকা শিয়ালে সাউৎ কৰে গছৰ তললৈ আহি আনন্দেৰে 'হোৱা হোৱা' কৰিলে। বায়ুৱে দেখে যে সঁচাকৈয়ে শিয়াল আগধৰিয়েই গছৰ গুৰি পালেগৈ। প্ৰতিযোগিতা চাবলৈ গোট

খাই থকা পৰিয়ালেও ‘বাঃ বাঃ, হোৱা হোৱা’ কৰিবলৈ ধৰিলে। গোটেইজাক শিয়াল আহি গছৰ গুৰিত ‘হোৱা... হোৱা... হোৱা’ কৰি নাচিবলৈ ধৰিলে। আচল শিয়ালটো জাকৰ মাজত মিহলি হৈ পৰিল। শিয়ালবোৰ দেখিবলৈ একে, সেই কাৰণে গছৰ গুৰিত আগতে বৈ থকা শিয়ালটোকে বায়ুৱে আৰি মৰা শিয়ালটো বুলি ভাবিলে। শিয়ালৰ ওচৰত পৰাজয় স্বীকাৰ কৰি বায়ু গুচি গ'ল। তেতিয়াৰ পৰাই এটা শিয়ালে ‘হোৱা’ দিলে ওচৰে-পাঁজৰে থকা আটাইবিলাক শিয়ালে হোৱা দিয়ে। বহুদিন ডাৱৰীয়া হৈ থকাৰ পিছত শিয়ালে হোৱা দিলে বতৰ ফৰকাল হয়। কাৰণ শিয়ালেৰে বায়ুৱে আঁৰি নামাৰে।

# শিয়ালৰ বুদ্ধি

পুৰণি কালত এজন মানুহে গড়াল সাজি হাবিৰ দাঁতিত কুকুৰা আদি বনৰীয়া চৰাই ধৰি খাইছিল। এনেতে এদিন তেওঁ হাবিৰ মাজত পাতি থোৱা গড়ালটো চাবলৈ গৈ দেখে যে সেইদিনা দঁৰিক বা কুকুৰা নপৰি এটা ভয়ংকৰ বাঘ গড়ালটোত সোমাই আছে। সোমোৱাৰ পিছতে গড়ালটোৰ দুৱাৰখন বন্ধ হৈ পৰাত সি আৰু ওলাব নোৱাৰিলে। মানুহজন ওচৰ পালত বাঘে ক'লে— 'মানুহ ককাই, মানুহ ককাই, মোক গড়ালটোৰ পৰা মুকলি কৰি দিয়া, তোমাৰ ধৰ্ম হ'ব।' মানুহজনে ক'লে— 'হেৰ' বাঘ, তই হৈছ মানুহ খোৱা জন্তু। মুকলি কৰি দিলে তই যে মোক নাখাবি, তাৰ কি বিশ্বাস আছে?' বাঘে পুনৰ ক'লে— 'মই নাখাওঁ।' মানুহজনে বিশ্বাস নকৰাত বাঘে তিনি সইত খাই 'নাখাওঁ' বুলি ক'লে। তেতিয়া মানুহজনে গড়ালৰ দুৱাৰখন মেলি তাক মোকলাই দিলে। গড়ালত আবদ্ধ হৈ থাকি বাঘৰ ভোক লাগিছিল। মুকলি অৱস্থাত তাৰ আগৰ মনৰ ভাবটো নাইকিয়া হৈ পৰিল। সি ক'লে— 'মানুহ ককাই, তোমাক মই এতিয়া খাম। বাঘৰ কথাতনো মানুহে বিশ্বাস কৰিব লাগেনে? তুমি আজি তোমাৰ নিজৰ দোষতে প্ৰাণ হেৰুৱাবা।' মানুহজনে দেখিলে কথা বিষম। গতিকে সি ক'লে— 'বাঘ ভাই, তোৰ কথামতেই মই তোক বিশ্বাস কৰি ভুল কৰিলোঁ। মোৰ দোষতে বাৰু মই মৰিম। কিন্তু জ্ঞানী মানুহে কৈছে— 'যেনে হওক মুনিজন, তেওঁ সোধে তিনিজন।' তিনিজনক সুধি-পুচিহে যিকোনো কাম কৰিবলৈ কৈছে। গতিকে আমি এইফালে গৈ থাকোঁ, বাটত যাকে লগ পাওঁ তাকে সুধিম। তিনিজনে যদি খাবলৈ কয়, তেতিয়া তই মোক খাবি।'

মানুহজনৰ কথামতে দুয়ো বাটে বাটে গৈ আছে। এনেতে বাটৰ কাষতে এডৰা গোম ধানৰ খেতিত এচটা ভগা লাও (ব্যৱহাৰৰ কাৰণে ভিতৰৰ সাহ গেলাই তৈয়াৰ কৰি লোৱা লাওৰ খোলা) এডাল গোজৰ ওপৰত আঁকি বান্ধি থোৱা আছিল। খেতিৰ গিৰিহঁতে ভাটৌ আদি চৰায়ে গোম ধান নাখাবৰ কাৰণে

তেনে কৰি থৈছিল। লাওৰ ভগা খোলাটো দেখি মানুহজনে সুধিলে— 'হেৰ' ভগা লাও, এই বাঘটোক মই গড়ালৰ পৰা উলিয়াই দি প্ৰাণ ৰক্ষা কৰিলোঁ, গড়ালটোৰ দুৱাৰখন মেলি নিদিয়া হ'লে সি তাতে মৰি থাকিলেহেঁতেন। তাক মই উপকাৰ কৰিলোঁ, ই এতিয়া মোক খাব খুজিছে। ই বাৰু মোক খাব পায়নে?' লাওটোৱে উত্তৰ দিলে— 'উপকাৰ কৰাৰ কাৰণে হওঁতে খাবলৈ নাপায়; কিন্তু মানুহবোৰ বৰ অজ্ঞানী। কোৱাচোন, মানুহবোৰে মোক ব্যৱহাৰ কৰি আপংছেকি খায়, মোৰ ভিতৰত বস্তু ভৰাই থয়, অথচ মোকে এইদৰে আলাই-আথানি কৰি থৈছে। গতিকে মানুহক খাবহে লাগে।' তেতিয়া বাঘে আনন্দতে ক'লে— 'শুনিলানে? শুনিলানে মানুহ ককাই?' মানুহজনে ক'লে— 'ব'ল বাৰু, দুজনকতো সুধিবলৈ আছে।' দুয়ো গৈ গৈ আগৰ দৰে মৰা গৰুৰ মূৰ এটা এডৰা জলকীয়া বাৰীৰ মাজতে ওলমাই থোৱা দেখিবলৈ পালে। মানুহজনে গৰুৰ মূৰটোক সুধিলে— 'হেৰ' গৰুৰ মূৰ, তোক মই এটা কথা সোধোঁ। এই বাঘটোক গড়ালৰ পৰা মুক্ত কৰিলোঁ। গড়ালৰ দুৱাৰখন মই খুলি নিদিয়া হ'লে সি ভিতৰতে মৰি থাকিলেহেঁতেন। মুকলি হৈ সি এতিয়া মোক খাব খুজিছে, সি জানো মোক খাব পায়?' গৰুৰ মূৰটোৱে ঘপৰাই মাত লগালে— 'উপকাৰীক অৱশ্যে খাব নাপায়, পিছে এটা কথা, মোকচোন মানুহবোৰে লৈ খেতি-বাতি কৰি জীয়াই থাকে। এতিয়া মৰিলত মোৰ মূৰটো আলাই-আথানি কৰি থৈছে। গতিকে মানুহক খোৱাত দোষ নাই— কিয়নো মানুহবোৰ বৰ অশলাগী।' এইবাৰ বাঘে দুগুণ আনন্দেৰে ক'লে— 'শুনিলা ককাই? গৰুৰ মূৰটোৱেও তোমাক খাবলৈ কৈছে।' মানুহজনে ক'লে— 'ব'ল বাৰু, যদি আৰু এজনে একে কথাকে কয়, তেতিয়া বাৰু খাবি।' দুয়ো গৈ থাকোঁতে এইবাৰ সিহঁতে শিয়াল এটা লগ পালে। মানুহজনে মাত লগালে— 'হেৰ' শিয়াল ভাই, হেৰ' শিয়াল ভাই, অলপ ৰোৱাচোন, তোক এটা কথা সুধিব লগা আছে।' দূৰৈৰ পৰা শিয়ালে ক'লে— 'ককাই, তোমালোকৰ ওচৰলৈ যাব নোৱাৰোঁ, কাৰণ তোমালোকে মোক মাৰি পেলাবা।' মানুহজনে ক'লে— 'সত্য কথা কৈছোঁ তোমাক নামাৰোঁ, কথাটোহে সুধিম।' শিয়ালে ক'লে— 'তুমি নামাৰিলেও সেয়া তোমাৰ লগত থকাজনে মোক খাই পেলাব দেও। গতিকে মই যাব নোৱাৰোঁ।' শিয়ালৰ কথা শুনি বাঘেও তিনি সইত খাই কোৱাত শিয়াল লাহে লাহে সিহঁতৰ ওচৰ চাপি আহিল আৰু ক'লে— 'কি কথা কোৱা।' তেতিয়া মানুহজনে শিয়ালকো সকলো কথা বিৱৰি ক'লে। শিয়ালে

ভাবি-চিন্তি উত্তৰ দিলে— 'ওহোঁ, মই এতিয়াই ইয়াৰ উত্তৰ দিব নোৱাৰোঁ। বাঘ ককাই কোন ঠাইত, কেনেকুৱা গড়ালত পৰিছিল, সেইটো যদি মই নিজ চকুৰে দেখোঁ তেতিয়াহে ক'ব পাৰিম।'

শিয়ালৰ কথাত মানুহজন আৰু বাঘটোৱে তাক গড়ালটো পৰি থকা ঠাইলৈ লৈ গ'ল। গড়ালটোলৈ আঙুলিয়াই মানুহজনে ক'লে— 'ইয়াতে এই গড়ালটোৰ ভিতৰতে বাঘ সোমাই আছিল।' শিয়ালে ক'লে— 'মই কথাটো বিশ্বাস কৰিব পৰা নাই। বাঘ ককাই বৰ ভয়ানক জন্তু। গড়ালৰ দুৱাৰখন তেনেই সৰু, বাঘ ককাইহে নালাগে, মোৰ নিচিনা লেৰেলা জন্তু এটাও সেইখন দুৱাৰেদি ভিতৰ সোমাব নোৱাৰে। গতিকে কথাটোৰ সঁচা-মিছা প্ৰমাণ নাপালে মই কেনেকৈ ঘপকৰে মন্তব্য দিব পাৰোঁ।' শিয়ালৰ কথাত বাঘে কথাটোৰ প্ৰমাণ দিবৰ কাৰণে ক'লে— 'তই মোৰ কথাটো মিছাহে পালি? বাৰু মই সোমাব পাৰো নে নোৱাৰো তোক প্ৰমাণ কৰি দেখুৱাওঁ।' এইবুলি বাঘ গড়ালটোৰ ভিতৰ সোমাই গ'ল। বাঘে গড়ালত সোমোৱা মাত্ৰকে শিয়ালে গড়ালৰ দুৱাৰখন বন্ধ কৰি দিলে। আৰু ক'লে— 'বাঘ ককাই, তোমাৰ কথা সঁচা। এতিয়া আমি বিদায়হে মাগিছোঁ। মানুহ ককাই, এতিয়া তুমি তোমাৰ বাট ধৰা।'

বাঘক পুনৰ গড়ালত সুমুৱাই শিয়াল হাবিত সোমাল, মানুহজনেও ঘৰলৈ গ'ল। শিয়ালে মানুহক উপকাৰ কৰি যোৱা কাৰণেই সিহঁতে মানুহলৈ বৰকৈ ভয় নকৰে। বনৰীয়া জন্তু যদিও সিহঁতে মানুহৰ বাৰী-চুকত লুংলুঙাই ফুৰে। সুবিধা পালে মানুহৰ ঘৰত সোমায়ো খোৱা বস্তু চুৰ কৰি খায়।

# বাঘ আৰু মানুহ

কোৰেৰে মাটি খান্দি আগৰ দিনৰ মানুহে ধানখেতি কৰিছিল। তাৰ পিছত নাঙলেৰে মাটি চহাবলৈ শিকিলে। মানুহে নাঙল সাজিব জনা হ'ল। এদিন এজন মানুহে নাঙল কাটিবলৈ বুলি এখন কাঠনিত সোমাল আৰু গছৰ ওপৰলৈ উঠি গৈ এটা ভাঁজ থকা ডাল কাটি আনি জোখমতে চেও দি লৈ মাটিত নাঙলখন চাঁচিবলৈ ধৰিছিল। এনেতে কাঠনিৰ পৰা ওলাই আহিল এটা ভয়ংকৰ বাঘ। মানুহজনক দেখি বাঘে গুজৰি-গুমৰি ক'বলৈ ধৰিলে— 'হেৰ' কটা, পথালি চকুৰা মনিচ, তই নাজাননে এইখন কাঠনি মোৰ? তোৰ এতিয়াই মই নেলু ছিঙি পেলাম।' মানুহজনে ভাবিলে যে কথা বেয়া হ'ল। তথাপি সি বুকুখন ডাঠ কৰি উত্তৰ দিলে— 'হেৰ' বাঘ, তোক মই বনৰ ৰজা বুলি জানো। সেইবুলি তই মানুহৰ ৰজা হ'ব নোৱাৰ। হাবিত থকা গছৰ ডাল এটাহে মই কাটিলোঁ, তোৰ একো অপকাৰ কৰা নাই। তই বৰকৈ চিঞৰ-বাখৰ কৰি শুনাব নালাগে। তোতকৈ মানুহৰ বল বেছি আছে ক'ব পাৰনে নোৱাৰ?' বাঘে ভাবিলে, কথাটো সঁচা নেকি? তথাপি সি আকৌ ক'লে— 'মোৰ ৰাজ্যত তইহে প্ৰথম বৰ মতা ওলাইছ। ইমান দিনে মই মোতকৈ বলী জন্তু এটাও লগ পোৱা নাই। বাৰু প্ৰমাণকে কৰা যাওক। দুয়ো কঁকালে কঁকালে লাগোঁ। তই যদি মোক পেলাব পাৰ, তেতিয়া মই তোৰ বন্দী হৈ থাকিম আৰু যদি মই তোক পেলাব পাৰো, তই মোৰ বন্দী হৈ থাকিব লাগিব।

মানুহজনে ক'লে— 'হেৰ' বাঘ, কঁকালে কঁকালে বাৰু পিছপৰে লাগিব। প্ৰথমতে মোৰ এই বাইচৰ কোবটোকে তই ৰখাই চাচোন। মানুহৰ বলৰ পৰীক্ষা পিছতো ল'বি। 'এইবুলি সি চেও দি যোৱা নাঙলৰ কুঁজটো ওপৰলৈ দি বাঘক কুটি থকা ফালৰ মূৰত ধৰিবলৈ দি ক'লে— 'মোৰ বাইচে কোব মাৰোঁতেই নাঙলটো বা তোৰ হাত দুখন নলৰিলেই বুজিম যে তই মোৰ লগত যুঁজিব পাৰিবি, যদি লৰি যায় তেতিয়াই জানিম যে তোৰ গাত অকণো বল নাই।'

মানুহজনৰ কথামতে বাঘে নাঙলটো জোৰেৰে হেঁচা মাৰি ধৰিলে। মানুহজনেও বাইচটোলৈ গাৰ বলেৰে নাঙলত ঘাপ মাৰিলে। নাঙলটো লৰচৰ হওক ছাৰি বাঘৰ হাত দুখনেই উফৰি গ'ল আৰু নাঙল ছিটিকি গৈ বাঘৰ মুখত দিলে খুন্দা। বাঘে তেতিয়া বুজিলে যে সঁচাকৈয়ে মানুহৰ গাত বৰ জোৰ আছে। সি মানুহজনক ক'লে— 'মই আৰু এতিয়াৰ পৰা বাধা নিদিওঁ। আৱশ্যক হ'লে কাঠনিৰ পৰা নাঙল কাটি নিবা। মই আৰু তোমাক জোকাব নোখোজোঁ।' এইবুলি বাঘ হাবিলৈ সোমাই গ'ল। তেতিয়াৰ পৰাই বাঘে মানুহক ভয় কৰে। মুখামুখিকৈ নপৰিলে বা কিবা প্ৰকাৰে ভয় নাখালে ইহঁতে কেতিয়াও চিকাৰ হিচাপে মানুহক আক্ৰমণ নকৰে; বৰঞ্চ ইহঁতে এতিয়াও প্ৰত্যেক ৰাতিপুৱাই ঈশ্বৰক আৰাধনা কৰে এইবুলি— 'পথালি চকুৱা মনিচৰ লগত যেন লগ নহয়।' ক'ৰবাত মানুহ লগ পাব লাগে বুলিয়েই ইহঁতে দিনত বেছিকৈ হাবিৰ পৰা নোলায়।

# কুকুৰ আৰু মানুহ

বাঘক বনৰ ৰজা বুলি কয়। কাৰণ বাঘে হাবিৰ সকলো জন্তু মাৰি খাব পাৰে। কুকুৰ আছিল বাঘৰ পালি-পহৰীয়া। বাঘে সদায় হাবিৰ জন্তু মাৰি কেঁচা তেজ পিয়ে আৰু মঙহৰ কিছু খাই গুচি যায়। কুকুৰে বাঘে এৰি যোৱা মঙহখিনিকে কামুৰি কামুৰি খাবলৈ পাই সদায় বাঘৰ লগ নেৰে।

এদিন বাঘ আৰু কুকুৰ থকা হাবিলৈ কেইজনমান চিকাৰীয়ে চিকাৰ কৰিবলৈ আহিল। মানুহৰ গম পাই কুকুৰে ভেউ ভেউকৈ ভুকিবলৈ ধৰিলে। কুকুৰে ভুকা দেখি বাঘ ক'লে— 'নুভুকিবি, মানুহে আমি ইয়াত থকাটো গম পাব।' তেতিয়া কুকুৰে আচৰিত হৈ প্ৰশ্ন কৰিলে— 'মহাৰাজ, আপুনিও আনক ভয় কৰেনে? আপোনাতকৈ জানো বলী আৰু ডাঙৰ জন্তু আছে?' তেতিয়া বাঘে উত্তৰ দিলে— 'আছে। হাবিত মোতকৈ ডাঙৰ জন্তু আছে। সেইবুলি মই ভয় নকৰোঁ। কাৰণ চল চাই হাতীকো মই কামুৰি মাৰিব পাৰোঁ। কিন্তু মানুহবোৰ বৰ টেঙৰ। সিহঁত মোতকৈ বলী নহয় সঁচা, তথাপি সিহঁতলৈ মোৰ বৰ ভয় লাগে। সিহঁতৰ ঠেং দুটাহে। কিন্তু হাত দুখনেৰে সিহঁতে আঁতৰৰ পৰাই কাঁড় মাৰি আমাৰ গাত লগাব পাৰে। কাঁড়বিলাকৰ আগত বিহ আছে। সেই বিহ আমাৰ গাত সোমালে আমি তৎক্ষণাৎ মৰি যাম।' এই কথা শুনি কুকুৰে ভাবিলে— 'যাক আটাইতকৈ বলী ভাবিছিলোঁ, তাতকৈয়ো বলী জন্তু আছে। যাৰ ওচৰত থাকিলে একো বিপদ নাই বুলি ভাবিছিলো, তাতো বিপদে আগুৰি ধৰিব পাৰে। এতেকে এওঁকো এৰি মানুহৰ লগলৈ যোৱাই ভাল।' এইবুলি ভাবি বাঘৰ লগ এৰি কুকুৰ মানুহৰ লগলৈ আহিল।

আগতে হাবিত থকা কাৰণে চিকাৰলৈ নিলে কুকুৰে সহজতে বনৰীয়া জন্তুৰ গোন্ধ পায় আৰু চিকাৰ বিচাৰি উলিয়াব পাৰে।

# ভৈয়ামলৈ ম'হ আহিল কেনেকৈ

মি আৰু ৰগ আছিল ককাই-ভাই। মি ডাঙৰ আৰু ৰগ সৰু। মাক-বাপেক মৰাত পিছত সিহঁত বেলেগ হৈ দুঘৰ হ'ল। এবেলি ৰগই 'উৰম আপিন' অৰ্থাৎ উপৰি পুৰুষসকলৰ পূজা পাতিলে। সেই পূজাত তুষ্ট হৈ বাপেকে ৰাতি সপোনত ৰগক ক'লে— 'মই তোৰ পূজা খাই বৰ তৃপ্তি পালোঁ। মৰাৰ পিছত মই এতিয়া হাবিৰ দেৱতা হৈ আছোঁ। মোৰ হাতত এতিয়া বহুত বনৰীয়া ম'হ আছে তই সেই ম'হৰ সঁচ আনিলে আগলৈ মানুহ হৈ খাব পাৰিবি। ৰাতি পুৱালেই তই দক্ষিণ ফালে থকা ডাঠ হাবিৰ মাজলৈ যাবি। ঠিক দুপৰীয়া সময়ত এজোপা ডাঙৰ গছৰ তলত মোক লগ পাবি। মোক লগ ধৰিলেই তোক মই ম'হৰ সঁচ দিম আৰু তাক কেনেকৈ হাবিৰ পৰা উলিয়াই নিব লাগে শিকাই দিম।'

ৰাতি সপোনত বাপেকে কোৱামতেই ৰগ পিছদিনা হাবিলৈ গ'ল আৰু সঁচাকৈয়ে এজোপা ডাঙৰ গছৰ তলত এজন দেৱতা পালে। ৰগে দেৱতাৰ আগত নিজৰ চিনাকি দিয়াত দেৱতাজনে ৰগক দুটা লাৰু দি ক'লে— 'এইটো বিহ লাৰু। এই লাৰুটো লগত থাকিলে বাটত তোক একো জন্তুৱে অপকাৰ কৰিব নোৱাৰে। হাবিৰ ম'হবোৰ লৈ যোৱাৰ কাৰণে বাঘ-ঘোংবিলাকে আগচি আগচি ধৰিব। তই কিন্তু ভয় নকৰিবি। হাবিৰ বাহিৰ হ'লেই সিহঁতে গুচি আহিব আৰু ম'হ লৈ তই ঘৰ পাবিগৈ। আৰু এই দ্বিতীয় লাৰুটো লগত থাকিলে বনৰীয়া ম'হবোৰে পোহ মানিব। আৰু সিহঁতে হাবিলৈ নাহে।' ইয়াকে কৈ বাপেকে ৰগক এজুম ম'হ দি পঠিয়াই দিলে আৰু ক'লে যে ঘৰ নোপোৱালৈকে যেন সি পিছলৈ উভতি নাচায়।

বাপেকৰ দিহামতেই পিছদিনা ৰগে হাবিৰ পৰা ম'হ এজুম লৈ ঘৰলৈ আহিল। তাকে দেখি মিয়ে ৰগক সুধিলে— 'তই ইমানবোৰ ম'হ ক'ত পালি?' ৰগে উত্তৰ দিলে— 'মোৰ উৰম আপিনত তুষ্ট হৈ দেউতাই মোক দিছে।' মিয়ে ভায়েকক প্ৰশ্ন কৰাত ৰগে আগৰ পৰা গুৰিলৈকে ভাঙি-পাতি সকলো কথা ক'লে।

ৰগৰ কথা শুনি মিয়ে ম'হ পোৱাৰ আশাত দঁতাল গাহৰি মাৰি 'উৰম আপিন' পাতিলে। বাপেকে সপোনত মিক ক'লে— 'তই ম'হ পোৱাৰ আশাত 'উৰম আপিন' কৰিলি। মই বাৰু ম'হ দিম। তই ৰখি খাব পাৰ নে নোৱাৰ ক'ব নোৱাৰোঁ। তথাপি যেতিয়া তয়ো মোৰ পো, কাইলৈ দুপৰীয়া মোক লগ ধৰিবি।'

ৰাতি সপোনৰ কথামতেই মিয়েও বাপেকক ৰগে লগ পোৱা ঠাইতে লগ ধৰিলেগৈ। আগৰ দৰেই মিকো বাপেকে দুটা লাৰু দি ক'লে— 'এইটো বিহ লাৰু। ইয়াৰ বলত তোক হাবিৰ হিংস্ৰ জন্তুৱে একো কৰিব নোৱাৰে আৰু আনটো লাৰুৰ বলত বনৰীয়া ম'হবোৰে পোহ মানিব। ম'হ জুম তোৰ লগত দিলোঁ। তই কিন্তু কোনো কাৰণত ঘৰ নোপোৱালৈকে পিছলৈ উভতি নাচাবি।'

মিয়ে ম'হ জুম লৈ কিছু দূৰ যাওঁতেই তাক ভয়ংকৰ বাঘ এটাই আগচি ধৰিলে। মিয়ে ভাবিলে, 'ই মোক উপদ্ৰৱ কৰিয়েই থাকিব। মোৰ হাততো বিহ লাৰু আছেই।' ইয়াকে ভাবি সি বিহ লাৰুটো বাঘৰ মুখলৈ দলিয়াই দিলে। বিহ লাৰুটো খাই বাঘ মৰি থাকিল। কিন্তু যেতিয়াই বিহ লাৰুটো তাৰ হাতৰ পৰা নাইকিয়া হ'ল, তেতিয়াই পিছে পিছে আহি থকা ম'হ জুমৰ পৰা এটা ম'হ আন এটা বাঘে মাৰি পেলালে। ম'হৰ দেঁদনি শুনি মিয়ে কি হৈছে বুলি যেতিয়াই পিছলৈ ঘূৰি চালে, লগত অহা আটাইবোৰ ম'হ হাবিলৈ বুলি লৰ ধৰিলে।

দুখে-বেজাৰে সি গৈ ঘৰ পালে আৰু ভায়েকক সকলো কথা বিৱৰি ক'লে। ভায়েক লগে মৰম কৰি ককায়েকক নিজৰ জুমৰে এটা ম'হ দিলে। মিৰ কিন্তু ভায়েকৰ ওপৰত ঈৰ্ষাহে উপজিল। কিয়নো ভায়েক এজুম ম'হৰ গৰাকী, সি ভায়েকে মৰম কৰি দিয়া এটা ম'হৰহে গৰাকী। সেই কাৰণে সেই দিনাৰ পৰা সি ভায়েকৰ সম্পত্তি নষ্ট হোৱাৰ উপায় চিন্তিবলৈ ধৰিলে।

এদিন মিয়ে মনে মনে ৰগৰ জুমৰ গোনা ম'হটো মাৰি পেলালে। গোনা ম'হটো মৰা কথা ককায়েকক কোৱাত ককায়েক মিয়ে ক'লে যে সিহঁতৰ বাপেক 'উৰম' আত্মাটো কিবা কাৰণত বিতুষ্ট হৈছে। সেই কাৰণে মিয়ে বাপেকৰ উদ্দেশ্যত এটা মতা কুকুৰা চৰাই উছৰ্গা কৰিব লাগে। আৰু লগতে ক'লে যে, কুকুৰা চৰাইটো শলা মাৰি ঘৰৰ পৰা আঁতৰত বেলিমুৱাকৈ থৈ দিব লাগে। তেতিয়াই বাপেকৰ আত্মাটো তুষ্ট হ'ব। ককায়েকৰ উপদেশ শুনি ৰগে তাকেই কৰিলে।

ইফালে মনে মনে মিয়ে গৈ কুকুৰাটো আনি খাই পেলালে। কিছুদিনৰ পিছত ৰগে গম পালে যে কুকুৰটো মিয়ে খাই পেলালে আৰু তাৰ গোনা ম'হটোও

মাৰিলে মিয়েই। গতিকে এদিন সিয়ো মনে মনে মিৰ ম'হটো মাৰি থৈ আহিল। মিয়েও ম'হটো মৰাৰ কথা ৰগক ক'লে যে তাৰ ম'হটো মাৰোঁতে মিয়েই তাক 'উমৰ'ৰ নামত কুকৰা এটা দিবলৈ কৈছিল। গতিকে মিয়েও কুকুৰা এটা দিলেহে ঘৰৰ অপায়-অমংগল দূৰ হ'ব। মিয়ে কুকুৰা দিম বুলি গাত ল'লে যদিও সি বুজিলে যে ভায়েকে নিশ্চয় তাৰ কথাটো গম পালে আৰু সিয়ো কুকৰা খোৱাৰ বুদ্ধি পাঙিছে।

মিয়ে কেইটামান সাপ ধৰি আনি তাত শলা মাৰি ৰগে কুকুৰা খোৱা ঠাইতে মনে মনে থৈ আহিলগৈ আৰু নিজে এজোপা গছত উঠি লুকাই থাকিল। ৰগেও মিৰ কুকুৰা আনি খাবৰ মনেৰে সি আগেয়ে কুকুৰা খোৱা ঠাইত ওলালগৈ। কিন্তু দেখে যে তাত কুকুৰাৰ সলনি সাপহে আছে। ইফালে ৰগৰ অৱস্থা দেখি মিয়ে গছৰ ওপৰৰ পৰা হাঁহি দিলে। ৰগৰ বৰ লাজ আৰু বেজাৰ লাগিল। সি আৰু ককায়েকৰ লগত থাকিবলৈ ইচ্ছা নকৰিলে। সেই কাৰণে তাৰ গোটেই ম'হ জুম খেদি লৈ সি মনৰ বেজাৰত ভটীয়াই আহিল।

মি আৰু ৰগ দুয়ো আগেয়ে পাহাৰৰ ওপৰত বাস কৰিছিল। মিৰ অত্যাচাৰত ৰগ ভৈয়ামলৈ গুচি আহিল। ৰগৰ ম'হবিলাকৰ পৰাই ভৈয়ামৰ হাবিবোৰত ম'হ বিয়পি পৰিল; আৰু ৰগেও ভৈয়ামতে থাকি গ'ল, পাহাৰলৈ আৰু ঘূৰি নগ'ল।

# মিৰি মানুহ ভৈয়ামলৈ আহিল কেনেকৈ

## (১)

মিৰিসকল পূৰ্বতে অসমৰ পূব সীমান্তৰ পাহাৰবিলাকত বাস কৰিছিল। তেওঁলোকৰ ভিন ভিন খেলবোৰৰ মাজত হিংসা ভাবৰ সৃষ্টি হোৱাত কিছুমান ফৈদ ভৈয়ামলৈ গুচি আহে। মিৰিসকল ভৈয়ামলৈ গুচি অহাৰ বিষয়ে ভালেমান কিম্বদন্তী আছে।

মিয়ং ফৈদৰ এজনী বিধবা বুঢ়ীৰ দুটা ল'ৰা আছিল। নাম য়াক্কং আৰু কব্রে। য়াক্কং আৰু কব্রে আছিল কাৰিকৰ। সিহঁতে নানাধৰণৰ অস্ত্ৰ সাজিব জানিছিল। তাকে দেখি আন ফৈদৰ মানুহে য়াক্কং আৰু কব্রেক মাৰিবলৈ আলচ কৰিলে আৰু ক'ব নোৱৰাকৈ হঠাৎ এদিন বুঢ়ীয়ে আগুৰি ধৰিলে। বুদ্ধিমতী বুঢ়ীয়ে তৎক্ষণাৎ এটা বুদ্ধি সাজিলে। তাইৰ গুৰি কৰি খুন্দি থোৱা বহুত জলকীয়া আছিল। তাই তৎক্ষণাৎ কিছু জলকীয়া গুৰি পানীত গুলি ল'লে। দাম্ৰ ফৈদৰ মানুহ এজন এজনকৈ জখলাইদি বুঢ়ীৰ ঘৰৰ চাঙত উঠিল। বুঢ়ীয়ে দুৱাৰৰ চুকত লুকাই থাকি প্ৰত্যেকৰ চকুলৈ সেই জলকীয়াৰ পানী ছটিয়াবলৈ ধৰে। চকুত জলকীয়াৰ পানী পৰিলত পোৱণিত তৎ নাপাই এজন এজনকৈ মানুহবোৰে চকু ধুবৰ কাৰণে নৈলে ঢাপলি মেলিলে। সেই ছেগতে বুঢ়ীয়ে য়াক্কং আৰু কব্রেক পিছফালেদি পলুৱাই বাহিৰলৈ পঠিয়ালে। বুঢ়ী পিছে সিমানতে নিৰাপদ নহ'ল। অকল এজনী বুঢ়ীয়ে ইমানবোৰ মানুহক পৰাজয় কৰাৰ কাৰণে সেই ফৈদৰ মানুহবিলাকে বৰ লাজ পালে। সিহঁতে চকুবোৰ নৈৰ পানীত ভালকৈ ধুই লৈ পুনৰ বুঢ়ীৰ ঘৰ আগুৰি ধৰিলেগৈ। ইতিমধ্যে বুঢ়ীৰো জলকীয়াৰ গুৰি শেষ হৈছিল। গতিকে বুঢ়ীয়ে নতুন উপায় এটা উলিয়ালে। বুঢ়ীয়ে এডাল যাঠি লৈ ভিতৰৰ পৰা য'তে পায় ত'তে খুঁচি খুঁচি মাতিবলৈ ধৰিলে— 'ইনা ইনা য়াক্কঙা, ইনা ইনা কব্রিয়া' (এয়া এয়া আক্কং, এয়া এয়া কব্রে)। এইদৰে নিজৰ পুতেক দুটাৰ বাহিৰেও 'পাংকং কুৰ্মাদ, এইফালে আহ জংকি এইফালে, জ-ম্রাদ এইফালে

আহ' বুলি ক'বলৈ ধৰিলে। তেতিয়া বাহিৰত থকা মানুহবোৰে ইজনে সিজনৰ পিনে চোৱা-চুই কৰিবলৈ ধৰিলে। সিহঁতে ভাবিলে বুঢ়ীৰ বহুত ল'ৰা। অকল এজনী বুঢ়ীহে দেখোন সিহঁতক পৰাস্ত কৰিলে, তেনেস্থলত সেই বুঢ়ীৰ যেতিয়া ইমানবিলাক ল'ৰা, সিহঁতৰ লগত যুঁজিব কোনে? সিহঁতৰ সৰ্বনাশহে হ'ব— ইয়াকে ভাবি আটাইবিলাক মানুহ যেনি পায় তেনি পলাই পত্ৰং দিলে।

বুঢ়ীয়ে এইবাৰ য়াক্কং আৰু কবেৰ সৈতে সেই সমাজত থকা নিৰাপদ যেন অনুভৱ নকৰিলে। সেই কাৰণে পুতেক দুটাক লগত লৈ ভৈয়ামলৈ নামি আহিল।

পিছত সেই ফৈদৰ মানুহবিলাকে বুঢ়ীৰ চলনা বুজিব পাৰিলে আৰু য়াক্কং-কবেবহঁত ভৈয়ামলৈ পলাই যোৱাৰ কথাও জানিব পাৰিলে। তেতিয়া সিহঁত আকৌ য়াক্কাং কবেবহঁতৰ পিছ ল'লে। ভৈয়ামলৈ আহোঁতে য়াক্কং-কবেবহঁতে হাবি কাটি বাট মুকলি কৰি আহিবলগীয়া হৈছিল। তৰাগছ কাটিলে কলগছৰ নিচিনাকৈ তৎক্ষণাত গজালি ওলায়। খেদি অহা মানুহবিলাকে য়াংক্কং-কবেবহঁত এই হাবি কাটি যোৱাৰ সন্ধান পালে। কিন্তু সিহঁতে গজালি ওলোৱা তৰাগছবোৰ দেখা পাই ভাবিলে যে সিহঁত বহুদিনৰ আগতেই পলাই গ'ল। ইয়াকে ভাবি মানুহবোৰ আকৌ নিজ ঠাইলৈ ঘূৰি গ'ল। য়াক্কাং কবেবহঁত আহি ভৈয়াম পালেহি আৰু ইয়াতে নিৰাপদে বাস কৰিবলৈ ধৰিলে। এইদৰেই মিৰিসকল ভৈয়ামলৈ নামি আহে।

# মিৰি মানুহবোৰ ভেয়ামলৈ আহিল কেনেকৈ

## (২)

দাম্ৰ গাঁৱত এজনী বৰ ধুনীয়া গাভৰু ছোৱালী আছিল। তাইৰ নাম আছিল তুৰি। তুৰিৰ বাপেকে তাইক এজন মাল-যুঁজাৰু ডেকাৰ লগত বিয়া দিব বুলি ঘোষণা কৰিছিল। আগৰ দিনত এই সমাজত কঁকালে কঁকালে যুঁজ লগা নিয়ম ডেকা ল'ৰাৰ মাজত বৰকৈ প্ৰচলিত আছিল। তুৰিৰ বাপেকৰ ঘোষণা শুনি ময়িং নামৰ মিয়ং গাঁৱৰ ডেকা এজন দাম্ৰ গাঁৱলৈ গ'ল। ময়িং আছিল বৰ বলী আৰু মাল-যুঁজত বৰ পাকৈত। সি এটা এটাকৈ দাম্ৰ গাঁৱৰ প্ৰত্যেকটো ডেকা ল'ৰাকে যুঁজত হৰুৱালে। এই কামত সন্তোষ পাই তুৰিৰ বাপেকে ময়িঙলৈ তাইক বিয়া দিলে। তুৰিক লৈ ময়িং নিজ গাঁৱলৈ গুচি আহিল।

ইফালে দাম্ৰ গাঁৱৰ ডেকা ল'ৰাবিলাকে এই কামত বৰ লাজ পালে আৰু ময়িঙৰ ওপৰত প্ৰতিশোধ ল'বলৈ আলচ কৰিলে। ছোৱালী বিয়া কৰাই নিয়াৰ কিছুদিন পিছত নিৰ্দিষ্ট ভাৰ-ভেটী লৈ ছোৱালীসহ ন-জোঁৱাই শহুৰৰ ঘৰলৈ অহাটো সেই সমাজৰ নিয়ম আছিল। ময়িঙৰো শহুৰেকৰ ঘৰলৈ অহাৰ দিন পৰিল। যথা-সময়ত ভাৰ-ভেটী লৈ ময়িং আৰু তুৰি দাম্ৰ গাঁৱত ওলালহি। ইফালে দাম্ৰ গাঁৱৰ ডেকা ল'ৰাবিলাকে দঁতাল গাহৰিৰ ভোজৰ আয়োজন কৰিলে। সিহঁতে প্ৰচাৰ কৰি দিলে যে গাঁৱৰ জীয়ৰী তুৰি আঠমংগলা খাবলৈ অহাৰ উদ্দেশ্যতে সিহঁতে ভোজ পাতিব। ভোজলৈ ময়িং আৰু তুৰিক নিমন্ত্ৰণ কৰা হ'ল। কিন্তু ময়িঙৰ ভাগ্যত হ'ল ক্ষন্তেকৰ ভোজ। দাম্ৰ গাঁৱৰ আটাইবিলাক ডেকা ল'ৰাই তাক ধৰি হাত-ভৰি বান্ধি টোমত ভৰাই নৈত পেলাই দিলেগৈ। তুৰিয়েও মনৰ দুখত ময়িঙৰ টোমতে ধৰি পানীত ডুবি মৰিল।

এই নিদাৰুণ বাতৰি ইকাণ-সিকাণকৈ ময়িঙৰ গাঁও পালেগৈ। ময়িঙৰ গাঁৱৰ মানুহেও দাম্ৰবিলাকৰ ওপৰত প্ৰতিশোধ ল'বলৈ সাজু হ'ল। কিছুদিনৰ পিছত ময়িঙৰ গাঁৱৰ মানুহে এটা বৰ ডাঙৰ ভোজ পাতিলে আৰু তালৈ দাম্ৰ গাঁৱৰ

মানুহবোৰক নিমন্ত্ৰণ কৰিলে। গাঁৱৰ ডেকাবিলাৰ মনত কিন্তু সন্দেহ উপজিল। সেই কাৰণে সিহঁতে ভোজলৈ নগৈ বুঢ়াসকলক ভোজ খাবলৈ পঠাই দিলে। বুঢ়াবিলাক গ'ল ময়িং গাঁৱত ভোজ খাবলৈ। ময়িংবিলাকে বৰ আদৰ-সাদৰ কৰি দাম্ৰবিলাকক আপং খুৱাবলৈ ধৰিলে। বুঢ়াবিলাকক যেতিয়া আপঙৰ নিচাই ধৰিলে, তেতিয়া ময়িং গাঁৱৰ মানুহবিলাকে সিহঁত থকা ঘৰটোৰ দুই মূৰৰ দুৱাৰ বন্ধ কৰি দিলে আৰু সিহঁতক এফালৰ পৰা কাটিবলৈ ধৰিলে। সকলো কটা গ'ল। মাত্ৰ এজন দাম্ৰ বুঢ়াইহে কোনোমতে পলাই গৈ এই খবৰ গাঁৱত দিলেগৈ।

দাম্ৰ গাঁৱৰ মানুহ আছিল সংখ্যাত সৰহ; কিন্তু ময়িং গাঁৱৰ মানুহ তাকৰ। ইফালে দাম্ৰ গাঁৱৰ ডেকাবিলাকে আগতেই তেনে হ'ব পাৰে বুলি সন্দেহ কৰিছিল। সিহঁতে ওচৰ-চুবুৰীয়া আটাইবোৰ দাম্ৰ গাঁৱত খবৰ দিলে। খবৰ পাই বহুত দাম্ৰ গোট খালে। ময়িং গাঁওখন আছিল তেনেই ঠেক ঠাইত। গোটেইবোৰ দাম্ৰই ময়িং গাঁওখন আগুৰি ধৰিলে। সাৰিবৰ কোনো উপায় নেদেখি ময়িং গাঁৱৰ মানুহবিলাকে পলাই যোৱাটোকে সিদ্ধান্ত কৰিলে আৰু দাম্ৰবিলাকে আক্ৰমণ কৰাৰ আগতে গাঁও এৰি ভটিয়াই গুচি আহিল।

দীনে মিৰেম নামৰ এজন মানুহ আছিল সেই গাঁৱৰ মুৰব্বী, একৰকম ৰজাৰ দৰে। তেওঁক সকলোৱে ভয় কৰিছিল। ময়িং গাঁৱৰ মানুহবিলাকে নিজৰ অৱস্থাৰ কথা কৈ আলু-কচু দি দীনে মিৰেমক সন্তুষ্ট কৰাত তেওঁ ময়িং গাঁৱৰ মানুহবিলাকক পলাই যাবলৈ দি নিজে বাটত পৰি থাকিল। দাম্ৰাবিলাকে পিছত খেদি আহি দীনে মিৰেমক বাটত দেখা পাই ঘূৰি গুচি গ'ল। ময়িং গাঁৱৰ মানুহ আহি ভৈয়াম পালেহি আৰু তেতিয়াৰ পৰা ভৈয়ামতে থাকিবলৈ ল'লে।

# সতিনীৰ পো

এসময়ত এখন গাঁৱত এজন মানুহৰ ঘৈণীয়েক মৰাত তেওঁ আৰু এজনী বিয়া কৰাইছিল। প্ৰথমজনী ঘৈণীয়েকৰ দুটা ল'ৰা আছিল। দ্বিতীয়জনী ঘৈণীয়েকৰ ল'ৰা-ছোৱালী জন্মৰ পিছত মাহীমাকে সেই ল'ৰা দুটাক আদৰ নকৰা হ'ল আৰু বাপেকেও সিহঁতৰ প্ৰতি চকু-কাণ নকৰা হ'ল। সিহঁতক সদায় দূৰণিত পথাৰ ৰখিবলৈ দিয়ে আৰু মাহীমাকে নিজৰ ল'ৰা-ছোৱালীকেইটাক ভাল ভাল বস্তু দি ঘৰত ৰাখে। সিহঁতক খাবলৈকো তেনেই কম কম ভাত দিয়ে। ভোক গুচাকৈ সিহঁতে এদিনো খাবলৈ নাপায়।

এদিন এই দুৰ্ভগীয়া ভাই-ককাইহালে পথাৰৰ টঙিত উঠি আলচ কৰি ঠিক কৰিলে যে সিহঁতে আৰু বাপেকৰ লগত নাথাকে। কোনোবা দূৰণি ঠাইলৈ গৈ খুজি-মাগি বা লোকৰ ঘৰত খাটি দি ভাত মোকলাই খাব। ইয়াকে আলচ কৰি দুয়ো ক'লৈ যাব ক'ব নোৱৰাকৈয়ে যাত্ৰা কৰিলে। দুখীয়াৰ কপালত কণীৰো কুহুম নাথাকে। সিহঁত গৈ 'মিগুমিমাত' (নৰখাদক)ৰ দেশৰ ওচৰ পালেগৈ। মিগুমিমাতে সিহঁতক লগ পাই খেদি নিলে। দুই ভাই-ককায়ে প্ৰাণটাকি পলাবলৈ ধৰিলে। পলাই যাওঁতে ভায়েকে এডোখৰ শিল পাই ক'লে— 'ককাইদেউ অ,' মই শিল এডোখৰ পাইছোঁ।' ককায়েকে ক'লে— 'ভাইটি, লৈ থ।' দৌৰি দৌৰি ভায়েকে আকৌ চিমটা এপাত পাই ক'লে— 'ভাইটি লৈ থ।' এনেকৈ দৌৰি গৈ গৈ সিহঁতে পথাৰৰ মাজত সাজি থোৱা ভঁৰাল ঘৰ এটা পালে। ভঁৰাল ঘৰতে সিহঁত উঠিল আৰু ধানৰ জাপত সোমাই ৰক্ষা পৰিল।

ওচৰতে এখন মানুহৰ গাঁও আছিল। মিগুমিমাতে সেই গাঁৱতো উপদ্ৰৱ কৰিছিল। কিন্তু গাঁৱৰ মানুহে কুকুৰা, গৰু, গাহৰি দি মিগুমিমাতক পূজা দি সন্তুষ্ট কৰিছিল। সেইদিনা ল'ৰাহালক বাটত হেৰুৱাই সিহঁত গাঁৱতে আছে বুলি অনুমান কৰি ৰাতি মিগুমিমাত গাঁৱলৈ আহিল আৰু যি ঘৰত ল'ৰাহাল আছিল, গোন্ধ পাই সি সেই ঘৰলৈকে আহিল। ঘৰৰ মানুহে সিহঁতক মিগুমিমাত অহা

বুলি কৈ দিলে। সিহঁতে দেখিলে গতি বিষম। দুই ককাই-ভাই দুৱাৰমুখত জোপ লৈ থাকিল। ভায়েকৰ হাতত এডোখৰ শিল আৰু এপাত চিমটা। মানুহৰ গোন্ধ পাই মিগুমিমাতে মুখখন আঁ কৰি দুৱাৰ মেলোতেই মুখত ভৰাই দিলে। শিলডোখৰত কামোৰ মাৰি দিলত তাৰ গোটেই দাঁতকেইটা ভাগি গ'ল আৰু চিঞৰিবলৈ ধৰিলে। ইতিমধ্যে ককায়েকে আকৌ ভায়েকৰ হাতৰ পৰা চিমতাপাত আনি লৈ পেটত খোঁচ মাৰি দিলে। বিকট চিঞৰ মাৰি মিগুমিমাত মৰি থাকিল।

সেইদিনাৰ পৰা সেই গাঁৱত মিগুমিমাতৰ উপদ্ৰৱ নোহোৱা হ'ল। গাঁৱৰ মানুহে ল'ৰাহালক নথৈ ধন্যবাদ দিলে আৰু ঘৰ-দুৱাৰ সাজি মাটি-বাৰী দি সেই গাঁৱতে ৰাখিলে। পিছলৈ গাঁৱৰ মানুহে সিহঁতক বিয়া-বাৰু কৰাই দিলে আৰু সিহঁতে আনন্দ মনেৰে জীয়াই থকা দিনকেইটা কটালে।

# এহাল মাউৰা ল'ৰা

পুৰণি কালত এজন খেতিয়কৰ দুটা ল'ৰা হোৱাৰ পিছতে ঘৈণীয়েক মৰিল। ঘৈণীয়েক মৰাৰ পিছত খেতিয়কজনে আকৌ বিয়া কৰালে। এই মাউৰা ল'ৰাহালক মাহীমাকে ভাল নাপাইছিল। খেতিয়কজনে চেপা পাতি সদায় ভাল ভাল মাছ ধৰি আনে। মাউৰা ল'ৰা দুটাই কিন্তু সুদা ভাতহে খাবলৈ পায়। মাহীমাকে সিহঁতৰ ভাতৰ পাতত এটাও মাছ নিদিয়ে। মাহীমাকৰ ভয়ত ল'ৰাহালে বাপেককো একো ক'ব নোৱাৰে। এনেকৈ পইতা কৰ্কৰা ভাত খাই খাইয়ে সিহঁত ডাঙৰ হ'ল আৰু ডেকাকাল পালেহি।

এদিন ল'ৰাহালে আলচ কৰিলে— 'এতিয়ালৈকে আমি মাছৰ সোৱাদ কেনেকুৱা বুজি নাপালোঁ। গতিকে দেউতাক আমি চেপা চাবলৈ যাম বুলি কৈ নিজেই মাছ আনিব লাগিব।' ইয়াকে আলচ কৰি সিহঁতে বাপেকক সেই কথা কোৱাত এদিন বাপেকে সিহঁতক চেপা চাবলৈ পঠালে। ভেটাৰ পৰা চেপা তুলি সিহঁতে দেখে যে চেপাত মাছ ভৰি আছে। মাছ দেখি সিহঁতৰ ঘৰলৈ নি খাবৰ মন নহ'ল। কাৰণ মাহীমাকৰ হাতত পৰিলেই সকলো আশা নিষ্ফল হ'ব। ইয়াকে ভাবি সিহঁতে অতদিনৰ হেঁপাহত কেঁচাই কেঁচাই মাছ খাবলৈ ধৰিলে আৰু গোটেই মাছখিনি খাই মাছৰ মূৰবোৰ ঘৰলৈ লৈ আহিল। ঘৰত মাছ কি হ'ল বুলি সোধাত উদে খাই পেলালে বুলি ক'লে। পিছদিনাও সিহঁতকে চেপা চাবলৈ পঠালে। সেইদিনাও সিহঁতে মাছবোৰ খাই মাছৰ মূৰবোৰ লৈ আহি মাছবোৰ উদে খোৱা বুলি ক'লেহি। মাহীমাকে এই কথাত সন্দেহ কৰি গিৰিয়েকক সিহঁতৰ পিছে পিছে গৈ চাই আহিবলৈ ক'লে। বাপেকেও কথাটোত সন্দেহ কৰিলে। কাৰণ অতদিনে তেওঁ চেপাৰ মাছ উদে খোৱা পোৱা নাই। সেই কাৰণে পিছদিনা বাপেকে ল'ৰাইতক চেপা চাবলৈ পঠিয়াই খেতিয়ক পিছে পিছে গ'ল আৰু হাবিৰ মাজত লুকাই থাকি প্ৰকৃত কথাটো চাবলৈ ধৰিলে।

ল'ৰাহালে কেঁচাই কেঁচাই মাছবোৰ খোৱা দেখি খেতিয়কজনে বিচুৰ্তি খালে

আৰু ঘূৰি গৈ কথাটো ঘৈণীয়েকক ক'লেগৈ। ঘৈণীয়েকে ক'লে যে সিহঁতৰ গাত 'যখ' দেৱতাই লম্ভিছে। গতিকে সিহঁত ঘৰত থাকিলে ঘৰখন ছাৰখাৰ হ'ব। খেতিয়কজনৰো তেনে কাণ্ড দেখি মনত ভয় হৈছিল। সেই কাৰণে তেওঁ ঘৈণীয়েকৰ পৰামৰ্শমতে ল'ৰাহালক 'মিগুমিমাত' নামৰ ভূত (নৰখাদক)ৰ দেশত এৰি থৈ অহাটোৱে সিদ্ধান্ত কৰিলে।

পিছদিনাখন ল'ৰাহালক বাপেকে কৌপাত কাটোঁগৈ বুলি দূৰণিৰ হাবিলৈ লৈ গ'ল। কাঠনিৰ মাজে মাজে অকাই-পকাই লৈ গৈ আবেলি পৰত মিগুমিমাতৰ দেশ পালেগৈ আৰু শৌচ কৰিবলৈ যাওঁ বুলি ল'ৰাহালক এঠাইত বহিবলৈ কৈ পোন বাটেদি বাপেক ঘৰলৈ গুচি আহিল।

বহুত পৰলৈকে বাপেক নহা দেখি সিহঁতে বাপেকক 'বা-বা-কু-উ-উ' বুলি চিঞৰিবলৈ ধৰিলে। বাপেকে আৰু মাতে ক'ত! ঠিক বাপেকৰ বেশ ধৰি বাপেকৰ মাতেৰে মিগুমিমাতে মাতিলে 'বাবু তুণ্টুৰুং'। লগে লগে বাপেকবেশী মিগুমিমাত সমুখত উপস্থিত হ'লহি আৰু ক'লে যে বেলি পৰিবৰ সময় হ'ল; সিহঁতে মানুহএ ঘৰতে ৰাতিটো কটোৱা ভাল হ'ব। এইবুলি কৈ বাপেকবেশী মিগুমিমাতে সিহঁতক নিজৰ ঘৰ পোৱালগৈ।

আচহুৱা ঠাই। তাতে মিগুমিমাত আৰু ঘৰৰ কাণ্ড-কাৰখানাবোৰ দেখি ল'ৰাহঁতৰ ৰাতি টোপনি অহা নাছিল।

মাজৰাতি ল'ৰাহঁতৰ টোপনি অহা বুলি ভাবি মিগুমিমাতে খেতিয়কৰ বেশ এৰি নিজ বেশ ধাৰণ কৰিলে।

ল'ৰাহালে দেখে যে সিহঁতক বাপেকৰ মুখখন কিস্তুত-কিমাকাৰ হৈ পৰিছে। কাণ দুখন কুলাৰ সমান, দাঁতকেইটা একোচটা নাঙলৰ ফালৰ সমান, চকুযোৰ ৰবাৰ টেঙাৰ দৰে আৰু হাতৰ নখবোৰ বৰ বৰ দীঘল।

কাণ্ড বিষম দেখি ল'ৰা দুটাই ইটোৱে সিটোক গাত চিকুটিবলৈ ধৰিলে আৰু পলোৱাৰ উপায় চিন্তিলে।

এনেতে দেখিলে মিগুমিমাতে বাহিৰত দা ধৰাবলৈ ধৰিছে। এতিয়া সিহঁতে কৰে কি! মিগুমিমাত বাহিৰত থকা সময়তে দুয়ো হাতত ধৰাধৰিকৈ পিছফালেদি ওলাই গৈ আন্ধাৰে-মুন্ধাৰে লৰ ধৰিলে।

গোটেই ৰাতি দৌৰি দৌৰি পিছদিনা পুৱা সিহঁতে এখন গাঁও পালেগৈ। কিন্তু আচৰিত কথা যে সেই গাঁওখনতে এজনো মানুহ নাই। সুদা চাংঘৰবোৰ

থিয় হৈ আছে।

ওৰে ৰতি দৌৰি দৌৰি সিহঁতৰ বৰ ভোক লাগিছিল। সেই কাৰণে সিহঁতে ঘৰবোৰত উঠি চাউল থোৱা পাত্ৰবোৰ ভাঙি ভাঙি চাবলৈ ধৰিলে।

এইদৰে চাওঁতে চাওঁতে এঘৰত দুটা চাউল থোৱা পাত্ৰত দুজনী গাভৰু ছোৱালী সোমাই থকা দেখা পালেগৈ। সিহঁতে ছোৱালী দুজনীৰ পৰা জানিব পাৰিলে যে মিগুমিমাতৰ ভয়ত গাঁৱৰ গোটেইবোৰ মানুহ ৰাতি পলাই গৈছে। সিহঁতে পলাবলৈ সুবিধা নাপাই চাউলৰ পাত্ৰতে সোমাই থাকি প্ৰাণ ৰক্ষা কৰিছে।

ল'ৰাহালেও ছোৱালী দুজনীৰ আগত নিজৰ সকলো কথা বিৱৰি ক'লে। তেতিয়াও চাৰিওজনে সেই ঠাইৰ পৰা আঁতৰি গ'ল আৰু এবেলামানৰ বাট গৈ মিগুমিমাতৰ ৰাজ্যৰ পৰা বাজ হ'ল। পিছত ডাঙৰ ল'ৰাটোৱে ডাঙৰজনী আৰু সৰু ল'ৰাটোৱে সৰুজনী ছোৱালীক বিয়া কৰাই নৈৰ পাৰত ঘৰ সজাই পলসুৱা মাটিত খেতি-বাতি কৰি মহা আনন্দেৰে দিন কটাবলৈ ধৰিলে।

নৈৰ পাৰত থকা কাৰণে সিহঁতৰ মাছৰো অভাৱ নোহোৱা হ'ল।

# আকাশখন ওখ হ'ল কেনেকৈ

অতি পুৰণি দিনৰ কথা। তেতিয়া আকাশখন তেনেই চাপৰত আছিল, যেনিবা আমাৰ বৰঘৰৰ বৰচাংখনহে। ওখ ঠাইৰ পৰা মানুহে আকাশৰ তৰাবোৰ ঢুকি পাইছিল। শৰৎ কালৰ জোনটোৱে পৃথিৱীত তেতিয়া বেছি পোহৰ দিছিল। সেই সময়ৰ মানুহবোৰৰ গাৰ ছালবোৰ ডাঠ আছিল, কাৰণ ওচৰৰ বেলিটোৰ তাপো সহিব পাৰিছিল।

সেইদিনত মানুহে খোলা থকা গুটি খাইছিল। বাকলিবোৰ হাতেৰেই গুচাব পাৰিছিল। তাৰ পিছত লাহে লাহে ধানখেতি কৰিবলৈ ধৰিলে। মাটি মুকলি কৰি কুৰি কুৰি ধানগছ গজাবলৈ শিকিলে। ধানৰ বাকলিবোৰ হাতেৰে গুচাবলৈ চেষ্টা কৰিছিল হয়; কিন্তু টান পাইছিল। সেই কাৰণে পিছত ধানৰ বাকলি গুচাবলৈ উৰাল সাজিলে আৰু উৰাল মাৰিৰে খুন্দি ধানৰ বাকলি গুচাবলৈ বুদ্ধি কৰিলে। আটাইতকৈ বয়সিয়াল বুঢ়ী এজনীয়ে প্ৰথমে ধানৰ বাকলি গুচাবলৈ লাগি গ'ল। তাই চোতালত থকা উৰালৰ ওচৰলৈ গৈ খুবলিত ধান ভৰাই মাৰিৰে খুন্দিবলৈ ধৰিলে। কিন্তু আকাশখন তেনেই চাপৰত থকাৰ কাৰণে উৰালৰ মাৰি দাঙোতে আকাশত লাগি গ'ল। সেই কাৰণে তাই বুঢ়াক বৰ দীঘল উৰাল মাৰি এডাল সাজিবলৈ ক'লে আৰু সেইডাল উৰাল মাৰিৰে ঠেলি দিয়াত আকাশখন ওপৰলৈ গুচি গ'ল। সৰু গোটা বস্তুৰে ঠেলি দিয়া কাৰণে আকাশখনৰ মাজভাগটো বেছি ওখ হ'ল আৰু কেউফালে ওলমি মাটিত লাগি থাকিল।

# লেখকৰ একাষাৰ

ভাষাৰ দৰে সাধুকথাও এটা জাতিৰ হাড়-মগজু স্বৰূপ। পৃথিৱীৰ প্ৰত্যেক জাতি-উপজাতিৰে নিজস্ব সাধুকথা থকাৰ দৰে ৰাভা জাতিৰো নিজস্ব সাধুকথা আছে। এই সাধুবোৰ স্মৰণাতীত কালৰপৰাই পৰম্পৰাগতভাৱে চলি অহা। জ্ঞানবৃদ্ধসকলে লোকক আৰু নিজৰ পৰিয়ালৰ ল'ৰা-ছোৱালীবিলাকক এই সাধু-কথাবোৰৰ যোগেদি নীতি-শিক্ষা দিয়ে।

ৰাভা সাধুবোৰৰ বিশেষত্ব এয়ে যে প্ৰত্যেক সাধুৰ অন্তৰ্ভুক্ত চৰিত্ৰবিলাকৰ নাম আছে আৰু বিষয়বস্তুবোৰৰ আধাৰ জাতীয় কৃষ্টি। তদুপৰি দুই বা ততোধিক সাধুকথাৰ কাহিনী বিন্যাসৰ ধাৰাবাহিকতাও আছে। ৰাভাৰ বয়োবৃদ্ধসকলে কয় যে কমেও তিনিদিন-তিনি ৰাতিলৈকে একেলালীয়ে কৈ থাকিলেও হেনো ৰাভা-সাধুৰ ধাৰাবাহিক কাহিনীৰ ওৰ নপৰে। এনেবোৰ সাধু প্ৰায় বিস্মৃতিৰ গৰ্ভত। এইবোৰ গৱেষণাৰ বিষয়স্তু হৈ আছে।

১৯৭৬ চনৰ ২৭ মাৰ্চত 'অসম সাহিত্য সভা'ৰ যোৰহাটত বহা 'কাৰ্যনিৰ্বাহক সমিতি'ৰ ১ম অধিবেশনৰ গৃহীত প্ৰস্তাৱমতে প্ৰধান সম্পাদক ড° হেমন্তকুমাৰ শৰ্মদেৱে মোৰ ওপৰত 'ৰাভা-সাধু' সংকলন কৰিবলৈ দায়িত্ব দিয়ে; লগতে প্ৰতিটি সাধু-কথাৰ মাজে মাজে সঞ্চালনিকৈ ব্যৱহাৰ হোৱা থলুৱা শব্দ (অসমীয়া অৰ্থসহ) সংযোজন কৰিবলৈও নিৰ্দেশ দিয়ে। সেইমতে আঞ্চলিক পৰ্যায়ত ব্যৱহাৰ হোৱা ৰাভা-ভাষাৰ শব্দৰাজি সাধুবোৰত ব্যৱহাৰ কৰা হৈছে। লগতে ১৯০৩ চনতে Linguisitic Survey of India (Vol. III, Part II) ত গ্ৰীয়েৰ্ছনে লিখি থৈ যোৱা ৰাভা-ভাষাৰ শব্দৰীতি আৰু বাক্যৰীতি অনুসৰণ কৰিও কিছুমান ৰাভা ভাষাৰ শব্দ— এই সাধুবোৰত সন্নিবিষ্ট কৰা হৈছে।

এই সাধুবোৰ বিভিন্ন অঞ্চলৰ, বিভিন্ন গাঁৱৰ, বিভিন্ন ৰাভা মানুহৰপৰা সংগ্ৰহ কৰা হৈছে। এই সাধুবোৰৰ অন্তৰ্ভুক্ত চৰিত্ৰবিলাক একে হ'লেও কাহিনী বিন্যাসত কিছু লৰচৰ পোৱা হৈছে। সেয়ে স্বনামধন্য কবি-সাহিত্যিক ˚ লক্ষ্মীনাথ

বেজবৰুৱাদেৱে 'বুঢ়ী আইৰ সাধু' প্ৰণয়ন কৰোঁতে যি ৰীতি অৱলম্বন কৰিছিল, সেই ৰীতিকেই প্ৰধানকৈ অনুসৰণ কৰি এই সাধুবোৰ লিপিবদ্ধ কৰা হৈছে।

এই সাধুবোৰৰ সংকলন আৰু সমন্বয়ৰ কামত যিসকল বন্ধুৱে মোক সহায় আগবঢ়াইছে, তেখেতসকললৈ আন্তৰিক শলাগ যাচিলোঁ। তেখেতসকলৰ নাম তলত উল্লেখ কৰা হ'ল।

শ্ৰীযোগেন্দ্ৰ নাৰায়ণ বাঠৌ (নাগুৱাপাৰা), শ্ৰীমণি ৰাভা (টিক্ৰিকিল্লা), শ্ৰীলিষ্টি ৰাভা (ছাতাবাৰী) শ্ৰীপ্ৰকাশ ৰাভা (আমবাৰী), শ্ৰীখগেন্দ্ৰ নাৰায়ণ ৰাভা (চইবাৰী), শ্ৰীকান্তমোহন ৰাভা (বামুণদাঙা), শ্ৰীক্ষীৰেন্দ্ৰ চন্দ্ৰ ৰাভা (বায়দা), শ্ৰীঅমিয় হাটো (টোপোলাখোৱা), শ্ৰীঅনেশ্বৰ ৰাভা (লেঠেংপাৰা), শ্ৰীকুঞ্জবিহাৰী ৰাভা (ছেলাপাৰা) আৰু শ্ৰীহৰেশ্বৰ ৰাভা (বেলদংপাৰা)।

কিতাপখনিৰ বেটুপাত আৰু বিষয়বস্তু সমন্বিতে ভিতৰৰ চিত্ৰকেইখনি আঁকি সহায় কৰা বাবে শ্ৰীমান যশোৱন্ত ৰাভালৈ মোৰ হিয়াভৰা শলাগ যাচিলোঁ।

অৱশেষত জাতীয় সংহতি ৰক্ষাৰ্থে মোক 'ৰাভা-সাধু' এখনি যুগুত কৰিবলৈ মনোনীত কৰা বাবে 'অসম সাহিত্য সভা'ৰ কৰ্তৃপক্ষলৈ মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। লগতে সুহৃদয় পাঠক-পাঠিকাসকলৰ কিঞ্চিৎমানো কামত আহিলে নিজকে ধন্য মানিম।

দুধনৈ
১ নৱেম্বৰ, ৭৬

শ্ৰীৰাজেন ৰাভা

# ৰাভা জাতিৰ সংক্ষিপ্ত পৰিচয়

'হাড্‌ছন'ৰ মতে, 'বোডো' এটা গোষ্ঠীহে, জাতি নহয়। অসমৰ কিছুমান জনজাতি এই গোষ্ঠীৰে ঠাল। এই মতকে গ্ৰহণ কৰি আহিছে পৰৱৰ্তী বিভিন্ন গৱেষক, নৃতাত্ত্বিক, প্ৰাবন্ধিক আদিয়ে। ৰাভা জাতিকো অভিহিত কৰি আহিছে এই গোষ্ঠীৰে অন্যতম ঠাল বুলি।

ফ্ৰেণ্ড্‌পেৰেইৰা, প্লেফেয়াৰ, মাৰ্টিন, এণ্ডেলছ্‌, এলেন, গ্ৰীয়েৰছন, ৱাভেল, ষ্টিফেন আদি পাশ্চাত্য লেখকসকলে কিছু মন্তব্য দি গৈছে ৰাভাৰ সাংস্কৃতিক জীৱনধাৰা আৰু ভাষাৰ বিষয়ে। কিন্তু সামঞ্জস্যপূৰ্ণ নহয় তেওঁলোকৰ মন্তব্যবোৰ। তথাপি সেই মন্তব্যবোৰে যথেষ্ট সমল যোগায়— বৰ্তমান ৰাভা জাতিৰ সংস্কৃতি-অধ্যয়নত।

## বাসস্থান আৰু জনসংখ্যা

ৰাভা জাতিৰ মানুহ অধ্যুষিত হৈ আছে— অসম, মেঘালয়, অৰুণাচল, মণিপুৰ, পশ্চিমবংগ, বাংলাদেশ, বিহাৰ, নেপাল, ভূটান আদি ৰাজ্যত। কিন্তু অধিক-সংখ্যক ৰাভা মানুহ বাস কৰি আছে— অসমৰ গোৱালপাৰা আৰু কামৰূপ জিলাৰ দক্ষিণ অঞ্চলত। ১৯০৩ চনত সম্পাদিত গ্ৰীয়েৰ্ছনৰ Linguistic Survey of India (Vol. III, part. II) ৰ মেপতো বৰ্তমান গাৰোপাহাৰ জিলাৰ ফুলবাৰীৰপৰা দক্ষিণ কামৰূপৰ ৰাণীলৈকে, গাৰোপাহাৰ আৰু খাচীয়া পাহাৰ জিলাৰ উত্তৰ সীমান্তৱৰ্তী কিছু অঞ্চলকে সামৰি এই সুবিস্তৃত অঞ্চল ৰাভা মানুহৰ বাসভূমি বুলি সেউজীয়া ৰঙেৰে চিহ্নিত হৈ আছে। ৰাভাৰ সংখ্যাগৰিষ্ঠ লোক পশ্চিমবংগৰ কোচবিহাৰ আৰু জলপাইগুৰি জিলাতো বসবাস কৰি আছে। সেইদৰে বসবাস কৰি আছে বাংলাদেশৰ মৈমনসিং জিলাতো।

১৯৬১ চনৰ অসমৰ লোক-গণনা মতে জনা যায়, অসমৰ ৰাভা জাতিৰ মানুহৰ সংখ্যা ১,০৮,০২৯ জন। এই হিচাপ জিলা পৰ্যায়ত পোৱা যায়. কিন্তু

পুৰুষ-মহিলা হিচাপে পোৱা নাযায়। ভাষা-কৃষ্টিত পূৰ্ণ মিল থকা কোচ শাখাটোক চৰকাৰে 'অন্যান্য পিছপৰা জাতি' বুলিহে স্বীকৃতি দি আছে— ৰাভা জনজাতিৰ অন্তৰ্ভুক্ত নকৰি। পৰিণামস্বৰূপে ৰাভা জনজাতিৰ মুঠ জনসংখ্যা লঘিষ্ঠ হোৱা দেখা যায়। এই গণনাত গাৰোপাহাৰ জিলাত অধ্যুষিত ৰাভা মানুহৰ জনসংখ্যাও বাদ পৰি গৈছে। তেওঁলোকক জনজাতিৰ পৰিবৰ্তে অন্যান্য পিছপৰা জাতি বুলিহে গণনা কৰি স্বীকৃতি দিছে। ইয়াৰ ফলতো প্ৰকৃত ৰাভা জনজাতিৰ জনসংখ্যা হ্ৰাস হোৱা দেখা যায়।

১৯৭১ চনৰ লোক-গণনা মতেও বুজা নাযায়— অসমৰ প্ৰকৃত ৰাভা জনজাতিৰ সংখ্যা। 'ৰেভিনিউ' গাঁও পৰ্যায়ত দেখুওৱা হৈছে— এই অঞ্চলত অধ্যুষিত সমূহ জনজাতিৰ মুঠ জনসংখ্যা। জিলা বা গাঁও আৰু লিংগ পৰ্যায়ত প্ৰতিটো জনজাতিৰ বিতং হিচাপ দেখুওৱা হ'লে স্পষ্ট হ'লহেঁতেন।

তদ্ৰূপ ১৯৬১ চনৰ পশ্চিমবংগৰ লোকগণনা মতে জনা যায়, ৰাভাৰ জনসংখ্যা— ৬০৫৩ জন আৰু কোচ শাখাতো— ৩৫২২ জন। এই গণনাত ৰাভাক জনজাতি হিচাপে আৰু কোচ শাখাটোক ৰাভা জনজাতিৰ অন্তৰ্ভুক্ত নকৰি 'অনুসূচিত' জাতিৰ শ্ৰেণীভুক্ত কৰি হিচাপ দেখুওৱা হৈছে— বেলেগকৈ। ইয়াৰ ফলতো লঘিষ্ঠ হোৱা দেখা যায়— ৰাভা জনজাতিৰ মুঠ জনসংখ্যা।

## বিভিন্ন ভাগ

ৰাভাসকল বিভিন্ন ভাগত বিভক্ত, যেনে— পাতি, ৰংদানী, মায়টৰী, দাহৰি, কোচ, চোঙা, বিটলীয়া, টোট্‌লা, হানা আদি। আগতে এওঁলোক বিভিন্ন ভৌগোলিক পৰিবেশত বাস কৰিছিল শাখা হিচাপে। কিন্তু বৰ্তমান প্ৰব্ৰজন হৈ মিশ্ৰিত অৱস্থাত কম-বেছি সংখ্যক বসবাস কৰা দেখা যায়— একে ভৌগোলিক আৰু সামাজিক পৰিবেশত।

## ঘৰুৱা জীৱন

ৰাভাসকলে অতীজতে একোখন পাহাৰৰ দাঁতি বা টিলাময় ঠাইত থুপ খাই বাস কৰিছিল— একে বাৰায়/হাঁসুগ সংযুক্ত পৰিয়াল। তেওঁলোকৰ ঘৰবোৰ আছিল খিৰিকীবিহীন, সমান আৰু সমান্তৰাল। সোঁমাজতে আছিল— দীঘল আহল-বহল চোতাল। ঘৰবোৰ আছিল— ৭৫ হাত দীঘল, ২৫ হাত বহল।

তাতেই আছিল— আৱশ্যকীয় বিভিন্ন কোঠালি। বেলেগ ঘৰ আছিল— পোহনীয়া গৰু, ম'হ, গাহৰি, ছাগলীৰ বাবে। বৰ্তমান ৰাভাসকলে আধুনিক ধৰণৰ ঘৰ সাজিব ধৰিছে।

কৃষিয়ে হৈছে এওঁলোকৰ প্ৰধান জীৱিকা। জীৱিকা নিৰ্বাহৰ আন পথ নাই কৃষি কামৰ বাহিৰে। এওঁলোকক এতিয়াও অভিহিত কৰিব পাৰি 'স্বল্পতুষ্ট' জাতি বুলি। যথেষ্ট বুলি ভাবে— ঘৰত দুবেলা দুমুঠি ভাত থাকিলেই।

এওঁলোকৰ প্ৰধান খাদ্য ভাত। এওঁলোকে অন্যান্য শাক-পাচলি, মাছ-মাংসও খায়। ঘৰতে পোহা গাহৰি, ছাগলী, কুকুৰা, হাঁহ, পাৰ আদিৰ মাংস খায়। কিন্তু এই পোহা কাম এতিয়াও গ্ৰহণ কৰিব পৰা নাই— অৰ্থনৈতিক সমস্যা সমাধানৰ দৃষ্টিভংগীত। কণী এওঁলোকৰ প্ৰিয় খাদ্য; কিন্তু গাখীৰৰ ব্যৱহাৰ হ'ব ধৰিছে।

আগতে ৰাভাসকলৰ বৰ আকৰ্ষণ আছিল— মদৰ প্ৰতি। বৰ্তমান কম হৈ আহিছে— মদৰ ব্যৱহাৰ। কোনো দেৱ-দেৱী, ভূত-প্ৰেতৰ পূজাই নহয়— মদ অবিহনে। এইবোৰ সংস্কাৰ হৈ আহিছে সামাজিকভাৱে। এওঁলোকে নিজেই জানে মদ আৰু ফটিকা প্ৰস্তুত কৰিবলৈ।

অতীজৰপৰাই ৰাভা মহিলাই নিজ হাতেৰে বৈ আহিছে— ধুনীয়া চানেকিৰ বিচিত্ৰ ফুলাম কাপোৰ। এইবোৰেই পৰিচয় দিয়ে— ৰাভা মহিলাৰ বয়নশিল্পৰ প্ৰতি থকা অনুৰাগ আৰু পাৰদৰ্শিতাৰ। আগতে ৰাভাসকলে স্বয়ং কপাহ খেতি কৰিছিল। সেই কপাহৰপৰা সূতা কাটি কাপোৰ বৈ লৈছিল। বৰ্তমানো এৰি পলু পুহি— তাৰ লেটাৰপৰা সূতা কাটি কাপোৰ বৈ লয়। ৰাভা মহিলাই জানে— সূতাৰ ৰং কৰা প্ৰণালী। এতিয়াও কিছুমান মহিলাই কাপোৰ বয়— কঁকালত 'কীমচিপ্ৰাং' লৈ আৰু কিছুমানে দেশী শালত। বৰ্তমান কাপোৰ বব ধৰিছে উৰা-মাকো শালত। বয়ন বিদ্যাত অজ্ঞ আৰু পৰিয়ালৰ বছৰেকৰ খৰি জমা ৰাখিব নোৱৰা অবিবাহিতা গাভৰু বিবাহৰ কন্যাৰূপে হয় অনুপযুক্তা। ৰাভাৰ কেইটামান শাখাৰ পৰিয়ালৰ বছৰেকত খৰি জমা ৰখাৰ দায়িত্ব মহিলাৰ ওপৰতহে, পুৰুষৰ নহয়। সেয়ে ৰাভা মহিলাই হাবিলৈ যায় খৰি কাটিবলৈ।

ৰাভা মহিলা অলংকাৰপ্ৰিয়। ঘৃণনীয় হয় অলংকাৰবিহীন মহিলা। অলংকাৰ পিন্ধা আৰু কপালত সেন্দূৰ ফোঁট লোৱা বিধবা মহিলাৰ নিষিদ্ধ। সেন্দূৰৰ ফোঁট কেতিয়াও নলয় অবিবাহিত ছোৱালীয়ে। বিধবা বুঢ়ী এজনীৰো আকৰ্ষণ আছে অলংকাৰৰ প্ৰতি। ৰাভা ছোৱালীয়ে আধুনিক নমুনাৰ অলংকাৰ-পাতিলৈ

আকৰ্ষিত হোৱা দেখা যায়— বৰ্তমানৰ বিলাসিতাৰ প্ৰভাৱত পৰি।

ৰাভাৰ পুৰুষ-মহিলা বৰ চিকাৰ-প্ৰিয়। এওঁলোকে হাবিত চিকাৰ অন্বেষণ কৰি জাল পাতে। বনৰীয়া গাহৰি, পহু, শহা আদি খেদি লৈ জালত পেলায় আৰু খুচি মাৰে খাপৰেৰে। মতা, তিৰোতা, ল'ৰা-ছোৱালী সকলোৱে লগলাগি চিকাৰলৈ যায়। চিকাৰ-অন্বেষী আৰু গৰ্ভৱতী তিৰোতাই পায় চিকাৰৰ দুভাগ। এইদৰে পৰিয়ালৰ ভক্ষণৰ বাবে হিংস্ৰ বাঘ, ভালুক আদিৰো চিকাৰ, কৰে নানা সা-সঁজুলিৰে মাছ মৰা কামো কৰে।

বাদ্যযন্ত্ৰত ৰাভা জনজাতি অতি চহকী। সোতৰবিধ বাদ্য-যন্ত্ৰ আছে। এইবোৰ বাদ্য-যন্ত্ৰক ভাগ কৰিব পাৰি ভাৰতীয় শাস্ত্ৰসন্মতভাৱে। ৰাভাৰ 'কাৰা' বাঁহী ভাৰতীয় সুষিৰ বাদ্য শ্ৰেণীৰ। ছয়/সাত ফুট দীঘল নল বাঁহৰ বাঁহী। বিন্ধা এটিও নাই। কৰুণ সুৰ ধ্বনিত হয়— এই কাৰা বাঁহীৰ দ্বাৰা। এনেধৰণৰ বাঁহী অন্য জনজাতিৰ মাজত দৃষ্ট নহয়। সেয়ে, এই বাঁহীৰ বিশেষত্ব আছে।

প্ৰকৃততে ৰাভাসকলৰ আদিম নৃত্য— ময়ুৰ-ময়ুৰীৰ নৃত্যহে। এই নৃত্যৰ জন্ম কাহিনী আছে। এই নৃত্য মতে, পুৰুষসকলে নৃত্য কৰে দুই ভৰিৰ আগ পতাৰে আৰু ওপৰত মহিলাসকলে কৰে দুই ভৰিৰ পতা চুঁচৰি চুঁচৰি। এই নৃত্যৰ পদচিহ্নত অংকিত হয়— একো একোটা ময়ুৰ-ময়ুৰীৰ চিত্ৰ। এই নৃত্য এতিয়াও প্ৰচলন হৈ আছে। এই নৃত্যৰ আলমতে বিভিন্ন সময়ত চিত্তৰঞ্জক ৰণনৃত্য, প্ৰণয়নৃত্য ধেমেলীয়া নৃত্যাদিৰ উদ্ভৱ হয় বিভিন্ন লয়-লাসত। 'মায়টৰী' ৰাভাৰ খোকচি নৃত্য বিহুনৃত্যৰ লগত তুলনীয়। ইয়াত ডেকা-গাভৰুৰ অবাধ মিলনৰ ব্যৱস্থা আছে।

ৰাভা মানুহৰ ঘৰে ঘৰে বৰ্তমানো সংৰক্ষিত হৈ আছে— প্ৰাচীন অস্ত্ৰ-শস্ত্ৰ। চৈধ্য বিধ। এইবোৰেই প্ৰমাণ কৰে যে প্ৰাচীন অস্ত্ৰ-শস্ত্ৰ এসময়ত ৰাভাসকল বীৰ জাতি আছিল। ৰাভাসকলৰ প্ৰচলিত বীৰগাঁথাই তাৰ প্ৰমাণ। তদুপৰি ঐতিহাসিকতাৰ প্ৰমাণ দিয়ে সপ্তদশ শতিকাৰ দ্বিতীয় দশকত— মিৰ্জা নামানৰ লগত সান্তোৰৰ ৰাভা 'পৰ্শুৰাম' প্ৰমুখ্যে ৰাভাসকলে কৰা যুদ্ধই।

## সমাজ বিধি

ৰাভাসকলৰ বাৰায়হীসুগ (গোত্ৰ) আছে। এইবোৰ মাতৃতান্ত্ৰিক। মাকৰ যি বাৰায়/হীসুগ, ল'ৰা-ছোৱালীবিলাকে তাকেই গ্ৰহণ কৰে। যেনে— পাম, হাটো,

চুৰচুং, ৰুংদুং, কেনচাম আদি। কোনো কোনো বাৰায়/হীসুগৰ কেবাটিও শাখা আছে। এইবোৰৰ সংখ্যা ২০০ তকৈ অধিক। একে বাৰায় /হীসুগৰ লগত বিবাহ নিষিদ্ধ।

দুই বা ততোধিক বাৰায়/হীসুগ লগলাগি একো একেটা হুৰ/সীৰু গঠিত হয়। এইবোৰৰ সংখ্যা পঞ্চাশতকৈ অধিক। এই হুৰ সীৰুৰ অন্তৰ্ভুক্ত বাৰায়/হীসুগৰ লগতো বিবাহ নিষিদ্ধ। যেনে— চুৰচুং, হাটো, ৰুদুং, বাৰায় হীসুগৰ সমষ্টি এটা হুৰ/সীৰু।

ৰাভাসকলৰ 'মাহাৰী' প্ৰথাৰ বিশেষত্ব আছে। কোনো বাৰায়/হীসুগৰ মহিলা সম্প্ৰদায়েই বাৰায় মাহাৰী>বাৰ মাহাৰী। কোনো বৰলা বা বিধবাই সতি-সন্তান কামনা কৰি পুনৰ আন ঘৈণীয়েক বা গিৰিয়েক গ্ৰহণ কৰিব খুজিলে বিধিগতভাৱে অনুমতি ল'ব লাগে বাৰায় মাহাৰীৰ। অন্যথাৱে দণ্ডনীয় হ'ব লাগে। বাৰ মহাৰীয়ে অনুমতি দিয়াকে 'খৌম' বা 'খেম' বোলে। খেমৰ অৰ্থ অনুমতি।

ৰাভাসকলৰ মাজত বিচ্ছেদ প্ৰথা আছে। যুগ্ম জীৱনত পতি-পত্নীৰ মনোমালিন্য হ'লে সংগত কাৰণ দৰ্শাই বিচ্ছেদ হ'ব পাৰে— সমাজ বিধিমতে। ইচ্ছাকৃতভাৱে একপক্ষীয় বিচ্ছেদ হ'লে প্ৰস্তাৱকে (পতি বা পত্নী) দণ্ডনীয় হ'ব লাগে সমাজৰ বিধিমতে।

কোনো মাউৰা বা মাউৰী সন্তানক পোহনীয়া কৰি ল'ব পাৰে কোনো নিঃসন্তান দম্পতীয়ে। ইয়াকে 'পোষ্য-প্ৰথা' বোলে। ডাঙৰ ল'ৰা-ছোৱালীকো 'পোষ্য' হিচাপে গ্ৰহণ কৰিব পাৰে। সেই দম্পতীৰ অস্থাৱৰ-স্থাৱৰ সম্পত্তিৰ সম্পূৰ্ণ নহ'লেও আংশিক অধিকাৰী হ'ব পাৰে—যদি কোনো ওৱাৰিশ নাথাকে বা ওৱাৰিশৰ আপত্তি নাথাকে। এই প্ৰথামতে এক পৰিয়ালভুক্ত হ'ব লাগে।

'পোষা' প্ৰথাৰ দৰে আন এটা আছে— 'দায় প্ৰথা'। এই প্ৰথানুসাৰে কোনো পুৰুষ বা তিৰোতাক কোনো পিতৃ-মাতৃহীন মানুহে গ্ৰহণ কৰিব পাৰে মাক বা বাপেক হিচাপে। ককায়েক বা বায়েক হিচাপেও গ্ৰহণ কৰিব পাৰে। কোনো স্নেহাস্পদকো সৰু ভাই বা ভনী হিচাপে গ্ৰহণ কৰিব পাৰে।

এই প্ৰথানুসৰি সম্পত্তিৰ বিশেষ অধিকাৰ নাথাকে। কিন্তু ইচ্ছা কৰিলে দানসূত্ৰে কোনোবাই দিব পাৰে। এক পৰিয়ালভুক্ত হোৱাৰ কোনো বাধ্যবাধকতা নাই। যি সম্বন্ধত 'দায় প্ৰথা' গ্ৰহণ কৰা হয়, পৰজন্মত সেই সম্বন্ধ স্বজড়িত হয় বুলি ৰাভাসকলে বিশ্বাস কৰে।

প্ৰাচীন বিবাহ প্ৰথানুযায়ী এক পত্নী বিবাহ ৰাভা সমাজত স্বীকৃত। বহু পত্নী বিবাহ-প্ৰথা আছিল যদিও ক্ৰমে নাইকিয়া হৈছে। বহু স্বামী বিবাহ আৰু সমূহীয়া বিয়াৰ প্ৰথা নাই। যুগ্ম বিবাহৰ প্ৰথা আছিল যদিও বেলেগ বেলেগ স্বামী-স্ত্ৰী হিচাপেহে সমাজে স্বীকৃতি দিছিল। 'নিম্ন লেভিৰেট' প্ৰথা আছে; কিন্তু 'উচ্চ লেভিৰেট' প্ৰথা নাই। তদ্ৰূপ 'নিম্ন ছৰোৰেট' প্ৰথা আছে যদিও 'উচ্চ ছৰোৰেট' প্ৰথা একেবাৰেই নিষিদ্ধ। 'ক্ৰছ কাজিন্ মেৰেইজৰ' প্ৰথা আছে, কিন্তু মাকৰ ভায়েকৰ বা ককায়েকৰ জীয়েকক মাথোন বিয়া কৰাব পাৰে। 'পেৰেলেল কাজিন মেৰেইজ' এতিয়াও সমাজ-স্বীকৃত। বৰলা বা বিধবা বিবাহৰ প্ৰথাও আছে।

অতীজৰেপৰা সমাজত চাৰিপ্ৰকাৰৰ বিবাহ প্ৰথা চলি আহিছে— (১) ক্ৰাংচিবৰী (২) বাৰীবিকায় (৩) বাৰী-চেংকায় আৰু (৪) নক্-ধুংকায়। সাধাৰণতঃ ৰাভা বিবাহ দৰাৰ ঘৰত সমাপন হয়। বৰ্তমান কন্যাৰ ঘৰতো বিবাহ সমাপন হয়। বামুণ-পুৰোহিতৰ দ্বাৰা হোম-যজ্ঞ কৰিও বিবাহ সমাপন কৰা দেখা যায়। বিয়াৰ দিনা মাছ-মাংসৰে ৰাইজক ভোজ দিয়ে। বিবাহত মদৰ ব্যৱহাৰ কম হৈ আহিছে। নৃত্য-গীত, বাদ্যৰে বিবাহ-বাহৰ মুখৰিত হয়। আঠ-মংগলাৰ ব্যৱস্থা আগৰেপৰা আছে।

সমাজ গাঁথনিৰ ফালৰপৰা লক্ষ্য কৰিলে দেখা যায়, ৰাভা সমাজ আগতে মাতৃপ্ৰধানেই আছিল। কালক্ৰমত ই শিথিল হৈ আহিল। বৰ্তমান সমান্তৰালভাৱে পিতৃ-মাতৃপ্ৰধানলৈ ৰূপান্তৰ হৈছে। এয়া সম্পত্তিৰ অধিকাৰ বা অধিকাৰিণীৰ বিবেচনাৰ ওপৰত নিৰ্ভৰ কৰে— যদিহে বাৰ মাহাৰী বা ওৱাৰিশৰ কোনো বাধা নাথাকে।

## ধৰ্ম

ৰাভাসকলে সত্যকেই ধৰ্ম বুলি বিশ্বাস কৰে। এওঁলোক জড় উপাসক। এওঁলোক সংগঠনশীল, কিন্তু ৰক্ষণশীল। সেয়ে, কোনো ধৰ্মীয় মতবাদে প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। পোনতে ৰাভাসকলৰ মাজত ধৰ্ম প্ৰচাৰ কৰিছিল খ্ৰীষ্টিয়ান মিছনাৰীসকলে। তেওঁলোকে ৰংদানী ৰাভা ভাষাৰ মাধ্যমত বঙলা লিপিৰে বাইবেলৰ ভাঙনি কৰি ধৰ্মপুস্তিকা প্ৰচাৰ কৰিছিল— তথাপি তেওঁলোকক প্ৰভাৱিত কৰিব নোৱাৰিছিল। তাৰ পিছতো ৰাজা ৰামমোহন ৰায়ৰ প্ৰবৰ্ত্তিত ব্ৰাহ্ম-ধৰ্ম আৰু সনাতন ধৰ্মৰ বিভিন্ন শাখাই প্ৰভাৱ বিস্তাৰ কৰিবলৈ চেষ্টা কৰিছিল

যদিও সকলোৱে ব্যৰ্থ হয়। অৱশ্যে তাৰ আনুসংগিক কাৰণো নথকা নহয়। ব্যক্তিগতভাৱে প্ৰভাৱিত হৈ ধৰ্মান্তৰ হোৱা কিছুমান লোক পুনঃ স্বধৰ্মলৈ ৰূপান্তৰ হোৱা দেখা যায়। এওঁলোকে জন্মান্তৰবাদ, আধ্যাত্মবাদ, সৰ্বপ্ৰাণবাদ আৰু আশাবাদ স্বীকাৰ কৰে।

এওঁলোকে বলি-বিধানেৰে পূজা কৰে বিভিন্ন দেৱ দেৱীক। এওঁলোকৰ প্ৰথম গৃহদেৱী 'ৰণতাক' বা 'ৰুণটুক'। এই পূজা পোনতে পৰিয়ালগতভাৱে পূজিত হৈ সামূহিক পূজাত ৰূপ পায়। সেইদৰে 'খাকৃচি' বা 'বায়খো' পূজাৰ প্ৰচলন হয়। এই পূজা অঞ্চলভেদে সুকীয়া। এই পূজাৰ দেউৰী পাঁচিশজনলৈকে আছে। এই পূজা সমাধা কৰা হয় অতি কঠোৰ নিয়ম আৰু সংযমৰ মাজেদি। 'হাছং' পূজা থোকৃচি পূজাৰেই নৱ-সংস্কৰণ বুলিব পাৰি। এই পূজাৰ বিধি খোকৃচিৰ দৰে কঠোৰ নহয়।

জনবিশ্বাসৰ ওপৰত ভিত্তি কৰি এওঁলোকে বিভিন্ন ভূত-প্ৰেতৰ পূজা কৰে। এওঁলোকৰ বিশ্বাস যে ভূত-প্ৰেতাদিয়ে মানুহৰ বেমাৰ-আজাৰৰ কাৰণে দায়ী। সেয়ে সিহঁতক পূজাৰ দ্বাৰা সন্তুষ্ট কৰিলেই বেমাৰ-আজাৰ ভাল হয়। সিহঁত মানুহৰ যেনেকৈ উপকাৰী আৰু হিতৈষী, তেনেকৈ হিংসাত্মক আৰু ঈৰ্ষাপৰায়ণো। এওঁলোকে জন্মসংস্কাৰ মানে। প্ৰাচীন প্ৰথামতে, এগৰাকী গৰ্ভৱতী তিৰোতাৰ সুখ প্ৰসৱৰ বাবে এমাহৰ আগতে 'বায়-মা-বায়ৰ' পূজা কৰিছিল। বৰ্তমান এই প্ৰথা আঞ্চলিকভাৱে উঠি গৈছে। নাড়ীকটা দিনাখনেই সন্তানৰ নামকৰণ কৰা হয়। এমাহকাল প্ৰসূতিয়ে ৰন্ধন কামৰ পৰা বিৰত থাকে। জন্মসংস্কাৰ প্ৰথা থাকিলেও বৰ্তমান গোষ্ঠীয় আৰু আঞ্চলিক প্ৰথানুযায়ী বেলেগ বেলেগ।

কিছুদিনৰ আগতে জন্মৰে পৰা পুত্ৰ সন্তানৰ 'টিকি' চুলি ৰখাৰ ব্যৱস্থা আছিল আৰু এয়া মৃত্যুৰ লগে লগে গৈছিল। বৰ্তমানৰ খুব কমসংখ্যক ৰাভাইহে এই প্ৰথা মানি চলি আছে। 'চূড়াকৰণ' নকৰালৈকে ল'ৰা সন্তানৰ চুলি নাকাটিছিল। 'চূড়াকৰণৰ'ৰ দিনাখনহে 'টিকি' ৰাখি ক্ষৌৰ-কৰ্ম কৰিছিল। ক্ষৌৰ-কৰ্ম নিজৰ মোমায়েকেহে কৰাৰ অধিকাৰ। এতিয়াও চূড়াকৰণৰ ব্যৱস্থা আছে, কিন্তু বাধ্যতামূলক নহয়। ৰাভা সমাজত 'অন্নপ্ৰাসন'ৰ ব্যৱস্থা নাছিল; কিন্তু বৰ্তমান শিক্ষিত ৰাভা মানুহে সন্তানৰ 'অন্নপ্ৰাসন' কৰা দেখা যায়।

সাধাৰণতঃ ৰাভাসকলে স্বাভাৱিক মৃত্যুৰ শটোক পুৰি পেলায় কাচিৎহে পুতি থোৱা দেখা যায়। কিন্তু বসন্ত, কলেৰা, কলাজ্বৰ আদি সংক্ৰামক বেমাৰত

মৰা, বাঘে খাই মৰা, পানীত ডুবি মৰা আৰু ফাঁচী দি মৰা মানুহৰ শ'টোক নুপুৰি পুতি থয়। ৰাভাসকলে আত্মাৰ অস্তিত্ব স্বীকাৰ কৰে, সেইকাৰণে শ্মশানত এটা খেৰি ঘৰ সাজি তাৰ চাৰিওফালে চাৰিডাল খুঁটি পুতি, বিচিত্ৰ ৰঙৰ কাপোৰৰ নিচান আঁৰি থৈ আহে। ঘৰটোৰ ওপৰত বগা কাপোৰৰ এখন ছান্দোৱা টানি থয়। আদ্য-শ্ৰাদ্ধ হোৱাৰ আগলৈকে সেই ঘৰটোত গৃহস্থই মদ-ভাত আদি খোৱাবস্তু দৈনিক অৰ্পণ কৰি থাকে। আদ্য-শ্ৰাদ্ধ নোহোৱালৈকে মৃতকৰ আত্মা তাতেই প্ৰেতৰূপে অৱস্থান কৰে বুলি তেওঁলোকে ভাবে। বৰ্তমান এই নিয়ম কিছু শিথিল হৈছে।

আগতে মানুহ বিশেষে পূৰ্ণ এমাহৰ পিছতহে আদ্য-শ্ৰাদ্ধ কৰিছিল। বৰ্তমান সাত/দহ বা বাৰ/তেৰ দিনৰ পিছত শ্ৰাদ্ধ কৰে। শ্ৰাদ্ধ কেইবাপ্ৰকাৰৰ আছে। যেনে— (১) বেংগ্ৰেবাৰায় (২) মাছ-ছোৱানী (৩) বাডুংডুপ্‌পা (৪) সাত্যপাক (৫) ফাৰকান্তি (৬) তৰাংকাজি। ৰংদানী ৰাভাসকলৰ 'ফাৰকান্তি' আৰু দাহৰী ৰাভাসকলৰ 'তৰাংকাজি' শ্ৰাদ্ধ সবাতোকৈ ডাঙৰ আৰু খৰচ-বহুল। এই শ্ৰাদ্ধ কৰিলে সাত দিন সাত ৰাতি ধৰি মৃতকৰ আত্মাক মদ-ভাত-মাংসেৰে তৰ্পণ কৰিব লাগে আৰু তদ্ৰূপে ৰাইজকো ভোজ দিব লাগে; প্ৰাচীন ঢাল-তৰোৱাল হাতত লৈ মানুহে মৃতকৰ ঘৰ মুখৰিত কৰি তোলে। মানুহবিলাকে মাছৰোকা, কপৌ, সাপ, বাদিটিকা আদি চৰাই বৰ কৌশলেৰে তৈয়াৰ কৰি নৃত্য-গীত পৰিবেশন কৰি শিল্পকলাৰ প্ৰতিযোগিতা কৰে।

'তিবেতো-বৰ্মন' ভাষাগোষ্ঠীৰ অসম 'বাৰ্মীজ' শাখাৰ লগত ৰাভাসকলৰ ভাষাক অন্তৰ্ভুক্ত কৰিব পাৰি। ৰাভাৰ ৰংদানী, মায়টৰী আৰু কোচ শাখাৰ নিজস্ব ভাষা (দোৱান) আছে। তেওঁলোকৰ ভাষাৰ সামঞ্জস্য আছে। পাত, দাহাৰ, বিটলীয়া, টোটলা আদি অন্যান্য শাখাই নিজৰ ভাষা পাহৰি গৈছে। দাহৰি শাখাই পাহৰি গ'লেও তেওঁলোকৰ ভাষাৰ শব্দ-সম্ভাৰৰ বিশেষত্ব আছে। সেইবোৰৰ গৱেষণাৰ থল আছে। বৰ্তমান ৰাভাৰ সকলো শাখাই অসমীয়া ভাষাকে নিজস্ব গ্ৰহণ কৰিছে। ৰাভা ভাষা প্ৰধান গাঁওবোৰতো অসমীয়া মাধ্যমৰ বিদ্যালয় চৰকাৰে পাতি দিছে। এতিয়াও ৰাভাসকল শিক্ষা বিষয়ত অতিকৈ পিছপৰা।

জন-বিশ্বাস আৰু সপোনৰ ওপৰত ৰাভাসকলৰ অগাধ বিশ্বাস।

সাধাৰণতঃ ৰাভাসকল ৰক্ষণশীল স্বভাৱৰ। তেওঁলোক অতীজৰে পৰা সীমাবদ্ধ সমাজবিধিৰ মাজেৰে কালাতিপাত কৰি আহিছে। সীমাবদ্ধ সমাজ

বিধিৰ বাবে বিবাহ-উৎসৱ, দেৱ-দেৱীৰ পূজা-পাৰ্বণ আদিত যথেষ্ট ক্ষতিগ্ৰস্ত হৈ আছে।

তেওঁলোকৰ কৃষিৰ বাহিৰে জীৱিকাৰ আন পথ নাই। কৃষিৰ উৎপাদন বঢ়াবৰ বাবে পৰিয়াল অনুপাতে খেতিৰ আৱশ্যকীয় মাটি নাই। এডৰা মাটিতে সৰহ শস্য উৎপাদন কৰা পদ্ধতিও নাজানে।

শিক্ষাত ৰাভাসকল অতিকৈ পিছপৰা। সেয়ে বুদ্ধিজীৱী মানুহে শোষণ কৰি তেওঁলোকক অৰ্থনৈতিক ক্ষেত্ৰত জুৰুলা কৰা দেখা যায়। শিক্ষাৰ অভাৱ হেতুকে তেওঁলোকে কোনো ব্যৱসায় বা শিল্পকামত আত্মনিয়োগ কৰি অৰ্থ উপাৰ্জনৰ পথ সুগম কৰি ল'ব পৰা নাই।

আধুনিক বিলাসিতাৰ প্ৰভাৱত পৰিও তেওঁলোক সংকটত পৰা দেখা যায়। পৰিয়াল সমস্যাকো অৰ্থনীতিৰ অন্যতম কাৰণ নহয় বুলি বাদ দিব নোৱাৰি। এনেকৈ ৰাভাসকলৰ দিনক-দিনে অৰ্থনৈতিক সমস্যাৰ উদ্ভৱ হৈ আছে।

ৰাভাসকলৰ লোক-গীত অতি সমৃদ্ধিশালী। খোক্চি পূজাৰ গীত, দায়-দায়চুৰ গীত, ৰন্দন-চন্দনৰ গীত, নলুৱা-চলুৱাৰ গীত, নিৰমণি-নিৰজুৰিৰ গীত, ফাৰকান্তিৰ গীত, তৰাংকাজিৰ গীত, বিৰ্ ফৰমৰ আলিকৰমৰ গীত, অগ্নিপূজাৰ গীত, বাৰমাহী গীত, কাতিপূজাৰ গীত, গৰখীয়া গীত, মাৰাই গীত, বহুৰঙীয় গীত, জাৰি-ঘোঁৰাৰ গীত, প্ৰণয়মূলক গীত আদি এই গীতবোৰৰ অধিক সংখ্যকেই পাশ্চাত্য 'বেলাড্' শ্ৰেণীৰ লগত তুল্য।

লোকসাধু হিচাপে মৰা চৰাইৰ কাহিনী, কুম্বায়চুঙৰ কাহিনী, সতী দ্যুম্চিৰ কাহিনী, দোদায় মাৰুক্ষেত্ৰৰ কাহিনী, থোপে নেচেৰ কাহিনী, বিচকৰম আলিকৰম কাহিনী, বায়খো পূজাৰ কাহিনী, নিৰ্মালি নিৰ্ঝনিৰ কাহিনী, হান্দাৰচি জিমাৰীৰ কাহিনী আদি বহুতো কাহিনী পৰম্পৰাগত মৌখিক জনসাধু হিচাপে চলি আহিছে। এইবোৰ গৱেষণা আৰু সংৰক্ষণৰ বিষয় হৈ আছে।

ৰাভাজাতিৰ প্ৰাচীন কীৰ্তিচিহ্ন হিচাপে— তুৰাকুণ্ড, তুৰাহকৰ, বালফাক্ৰাম, হাতীশিলা, ডবাক্খোল, চেপনশিলা, চিলিংগতক পাহাৰ, বাইমুং পাহাৰ, দয়নাং পাহাৰ, দাৰমাং পাহাৰ, সৰ্প সুৰংগ, পাৱাহাচু, কন্যাকুচি পাহাৰ, গড়ৰক্ষক পাহাৰ, ছামফাং হাচু, নোকৰুনং হাবি, পোৰক কোৱা পোতক কোৱা পাহাৰ, ৰংদান অঞ্চল, গোবৰ্ধন পাহাৰ, দুধনাথ পাহাৰ আদিৰ তথ্য উদ্ঘাটন কৰিব পাৰিলে ৰাভাজাতিৰ প্ৰাচীন বীৰত্বব্যঞ্জক ইতিহাস এখনি আৱিষ্কাৰ হ'ব।

তদ্ৰূপ দেউৰীপাৰৰ আইথান ঠেকাস্তৰ খেলাৰাম ঠাকুৰ থান, বকোৰ শিৱথান, বনগাঁওৰ মাৰাই থান, বগুলামাৰীৰ মাৰাই থান, দামৰাৰ কালী থান, ৰংচুইৰ বুঢ়া-বুঢ়ী থান, ৰংজুলী আৰু পাহাৰভুলাৰ ৰামচন্দ্ৰ থান, টুক্ৰেশ্বৰী পাহাৰৰ দেৱী থান, ধুপধৰা আৰু শাখাতিৰ মাৰাই থান, পুৰভিটাৰ দেৱীথান, ফফলৰ বনদেৱী থান, বান্দুণদাঙা পাহাৰ, টিক্ৰিকিল্লা, ফটামাটি, মাকৰি, দাবিদুৰিৰ খোক্চি পূজাৰ থান, বায়দাৰ দোদান থান আদিৰ প্ৰতিষ্ঠা সম্পৰ্কে গৱেষণা হ'লে ৰাভা জাতিৰ ধৰ্মীয় ধাৰাৰ ক্ৰমবিকাশৰ এটি ৰূপ-ৰেখা অংকন কৰা সম্ভৱপৰ হ'ব।

সাম্প্ৰতিক জনজীৱনৰ পঁয়ালগা অৱস্থাই ৰাভা জনজাতিৰ জীৱনবোধক পংগু কৰাৰ লগতে এই জনজাতিৰ লোক-কৃষ্টিবোৰকো পংগু কৰি তুলিছে। এইবোৰ সমাদৰ ক্ৰমে হ্ৰাস পাই আহিছে; গতিকে অসমৰ জনজাতিবোৰৰ লগতে ৰাভা জনজাতিৰ জনকৃষ্টিবোৰক আঁকোৱালি লৈ যথেষ্ট সন্মান দিলেহে বৃহৎ অসমীয়া কৃষ্টিয়ে পূৰ্ণাংগ সংস্কৃতিত ৰূপ পাব।*

*বিতং বিৱৰণ 'অসম সাহিত্য সভা'ৰ দ্বাৰা প্ৰকাশিত লেখকৰ 'ৰাভা জনজাতি' দ্ৰষ্টব্য।*

# টো-মায়খো না-নেৰ

তুৰা এজন ঋষি। ঋষিৰ দুগৰাকী মিচিক্[১]। এগৰাকীৰ নাম দিখাইব্ৰা আৰু আন গৰাকীৰ নাম নাদাবা। সিহঁত দুয়ো বিবিব্ৰা জিনংব্ৰা[২]। এজনীকৈ দীপলিপ মিছা-ছাব্ৰা-নি[৩] জন্ম হ'ল। দিখাই-ব্ৰাই নাম থ'লে ত'ৰে আৰু নাদাবাই ত'ফ্ৰে। বয়সত ত'ৰে ডাঙৰ, ত'ফ্ৰে সৰু।

দুয়োজনী বায়েক-ভনীয়েকে ভৰি দিলে যৌৱনত। আবেগিক হৈ পৰিল যৌৱনৰ উন্মত্ততাত। এদিনাখন উপযুক্ত দৰাৰ সন্ধানী হৈ দুয়ো ওলাল — মাক-দেউতাকৰ দৃষ্টিৰ অগোচৰে। অন্বেষণত দৃষ্টিগোচৰ হ'ল —আনি গাবুৰ-টাং-য়া[৪]। ৰূপে-গুণে অতুলনীয়। বাৰিষাৰ খেতিৰ কামত সিহঁত লিপ্ত। নাম সিহঁতৰ ফানিনদাৰ আৰু মানিনদাৰ। ফানিনদাৰ ডাঙৰ, মানিনদাৰ সৰু। নিৰ্নিমেষ নয়নে চাই থাকিল—বননিৰ নুকচা-পাৰা[৫]।

খেতিৰ কাম শেষ কৰিলে ফানিনদাৰ-মানিনদাৰে। দুয়ো আহিল এখনি চিকাঝৰা-নি[৬] পাৰলৈ। সিহঁতে গা ধুব। ত'ৰে-ত'ফ্ৰে মায়া-বিদ্যাত পাকৈত। অসংযত হৈ পৰিল—সিহঁতৰ যৌৱনমুখী মন মায়াৰ বলেৰে সোমাই পৰিল— একো একোটি ঘেৰক-নি[৭] ভিতৰত। একো একোখন কচুপাতৰ ওপৰত ভাহি আহিবলৈ ধৰিলে—নিজৰাৰ সোঁতেৰে।

ফানিননাৰ-মানিনদাৰ আচাং-বিচাং-চাংজো[৮]—সেই দৃশ্য দেখি। অনুসন্ধিৎসুভাৱে এটা এটাকৈ ধৰি ল'লে —সেই ঘিলা দুটি। সুন্দৰ মসৃণ ঘিলা দুটি। ঘৰলৈ অনাটোকে ঠিক কৰিলে ঘিলা দুটিক। সিহঁতে খেলিব তাৰে নাইবা মূৰ ধুব তাৰ সাহেৰে।

তৎমুহূৰ্ততে ককায়েক ফানিনদাৰৰ ইচ্ছা হ'ল —তাৰ সাহেৰে মূৰ ধুবলৈ। সি তৎক্ষণাৎ ঘিলাগুটিটো ফটালে এচটা শিলত। অনদংগোবা[৯] কি আচৰিত! ছি-পিথিং[১০] হে ওলাবলৈ ধৰিলে ঘিলাগুটিৰ পৰা। তাপ্‌পান[১১] কেঁচা তেজখিনি গোট মাৰি ৰূপান্তৰিত হ'ল —এটি হাইঠা চচৰাইত আৰু জাৰি-ৰেংজা[১২] আকাশলৈ। সিহঁত অবাক হ'ল —এই অভাৱনীয় দৃশ্য দেখি। তাকে দেখি

নানিনদাৰে কিন্তু নভটালে তাৰ ঘিলাটি। পেমুঙি[১৩] ঘিলা বুলি লৈ আহিল ঘৰলৈ আৰু থৈ দিলে এটা খালৈত।

সিহঁতৰ ঘৰত সিহঁতেই। আন মানুহ টংচা[১৪]। দুয়ো অবিবাহিত। সকলোতেই ঢুকাইছে জিব্রা-বাব্রা[১৫]। বায়েক-ভনীয়েকো নাই। আচৰিত লাগে সিহঁতৰ মিলা-প্ৰীতি দেখিলে। মৰম-স্নেহেৰে পৰস্পৰ আবদ্ধ। কাম কৰে একেলগে, খেলে একেলগে, ফুৰে একেলগে, ৰীমি-ৰতে-ছা[১৬] সংগ হাৰা নহয়।

ঘিলা গুটিটো খালৈত থোৱাৰ পৰাই —সিহঁতৰ ঘৰত ঘটিবলৈ ধৰে এটা অভাৱনীয় ঘটনা। ঘৰ এৰি খেতিৰ কাম কৰিবলৈ যায় দুয়ো। কিন্তু চাংবা[১৭] সুন্দৰকৈ চাফা কৰি ৰাখে সিহঁতৰ চোতাল-ঘৰ। মায়-মি-বা[১৮] ৰান্ধি থয় পাকঘৰত। এই ঘটনা দেখে—ঘৰলৈ আহি। আচৰিত হয় সিহঁত। ভাবিবলৈ ধৰে—কাৰ এই কাম? এই ৰন্ধা ভাত-আঞ্জা নাখায় সিহঁতে— ভয় আৰু সন্দেহত। পেলাই দিয়ে। নতুনকৈ ৰান্ধি খায়। দিনচেৰেক পিছ ধুব সাহ কৰি খালে সেই আঞ্জা-ভাত খাই বৰ ছোদ-মানজো[১৯]। শৰীৰৰো কোনো ক্ষতি নহ'ল। খুব উদগ্ৰীৱ হৈ পৰিল সিহঁত। থিৰাং কৰিলে এই ৰহস্য ভেদিবলৈ।

এদিন ফানিনদাৰে অকলে গ'ল—কাম কৰিবলৈ। নানিনদাৰ থাকিল ঘৰত। সি চুপি থাকিল নীৰৱে ঘৰৰ এচুকত। দেখিলে সি —খালৈত থোৱা ঘিলাটোৱে শব্দ এটা কৰি বাগৰি পৰিছে মাটিত আৰু দুফাল হৈছে আপোনা-আপুনি। তাৰপৰা ওলাই আহিছে—এজনী দীপলিপ কন্যা। তাৰ পিছত ঘৰুৱা কামবোৰ কৰিব ধৰিছে তাই— ঘৰৰ মানুহৰ দৰেই। উগ্ৰ সাহ কৰি বিদ্যুৎ-বেগে নানিনদাৰে তাইৰ হাতত ধৰিলে—পিছ ফালৰপৰা। সুধিলে—'নানে চাং[২০]? দেৱী নে মানৱী?' তাই কানি-জো[২১] কঁপি কঁপি 'ঋষি কন্যা মই। আমি আছিলো—দুজনী বাই-ভনী। যৌৱনৰ উন্মত্ততাত আবেগিক হৈ আপোনালোকৰ ৰূপ-গুণত হৈ পৰিছিলো বিমুগ্ধ। আকাংক্ষা আছিল আপোনালোকৰ স'তে মিলন হ'বলৈ। সেয়ে মায়াৰ বলেৰে সোমাই পৰিছিলো—একো একোটি ঘিলাৰ ভিতৰত আৰু একো একোখন কচুপাতৰ ওপৰত ভাহি আহিছিলো—নিজৰাৰ সোঁতেৰে—য'ত নেকি আপোনালোকে স্নান কৰি আছিল। ধৰি ল'লে আপোনালোকে আমাক। ....কিন্তু বিৰূপ হ'ল বিধাতা! মাৰি পেলালে বাইদেউক আপোনাৰ ককায়েকে।' ...এনেকৈ কৈ বাকৰুদ্ধ হ'ল তাইৰ। চলচলীয়া হ'ল চকু দুটি। দুগালেদি দুধাৰি বৈ গ'ল —মুকচি[২২] তাই আকৌ কানি-না বিম-জো[২৩] ৰুদ্ধকণ্ঠে

'হাতত ধৰিলে আপুনি মোৰ। ছুৱা হৈ গ'ল মোৰ দেহ। ঘিলাগুটিত আৰু সোমাব নোৱাৰিম মই। মোৰ উপায় কি হ'ব?' —নানিনদাৰক মৰ্মাহত কৰি তুলিলে—তাইৰ ৰুদ্ধ কোমল কণ্ঠৰ কৰুণ আবেগিক কথাষাৰিয়ে।

যথা সময়ত খেতিৰ কাম কৰি ফানিনদাৰ আহিল ঘৰলৈ। ভায়েকে ঘটনাৰ কথা বিৱৰি ক'লে ককায়েকক। শুনি সি আচৰিত হ'ল। সিয়ো মোহিত হ'ল —কন্যাজনীৰ ৰূপ-লাৱণ্য দেখি। কিন্তু অনুতপ্ত হ'ল—নিজৰ ভাগৰ কন্যাজনীক অজানিতে বধ কৰাৰ বাবে।

মাতিলে সমাজৰ মানুহক। জনালে ঘটনাৰ সকলো কথা। শুনি আচৰিত হ'ল সকলোৱে। সমাজক উভয়ে কাথা ৰাখু-জো[২৪] বিয়া হ'বলৈ। সমাজ বিদ্যমানে সিদ্ধান্ত হ'ল যে ধান কটা-মৰাৰ শেষত সমাজৰ বিধিমতে বিয়া হ'ব সিহঁতৰ।

অনুতাপত দগ্ধ হ'বলৈ ধৰিলে ফানিনদাৰ। সমাজৰ আগত সাহস নহ'ল—তাৰ আবেগময়ী ইচ্ছা বেক কৰিবলৈ ইনি-ভিতৰাং[২৫] সি হৈ গৈছে আকৰ্ষিত কন্যাজনীৰ ৰূপত। তাৰ অন্তৰত দপ্‌দপ্‌কৈ জাগি উঠিল—এটা অদমনীয় ঈৰ্ষাৰ ভাব। সি সহ্য কৰিব নোৱাৰিলে —ভায়েকে এনেহেন ৰূপৱতী কন্যাক পত্নীৰূপে পোৱাত। সি উপায় পাঙিবলৈ ধৰিলে—কন্যাজনীক পাবলৈ। সি সংকল্প কৰিলে—সিহঁতৰ বিয়া নৌহওঁতেই ভায়েকক বধ কৰিবলৈ। তেতিয়া আৰু কোনো বাধা নাথাকিব—কন্যাজনীক পত্নীৰূপে পোৱাত। সমাজেও নাথাকিব —স্বীকৃতিনিদিয়াকৈ। শেহত সি চেলু বিচাৰিবলৈ ধৰিলে—সহজ-সৰল সহোদৰ ভায়েকক বধ কৰিবলৈ।

দিন গৈছে, ৰাতি হৈছে। এদিনাখন ককায়েকে ভায়েকক লৈ গ'ল কাংকৰ[২৬] বিচাৰিবলৈ। লগত গ'ল—ভায়েকে পোহা কী-বা[২৭]। সি বৰ গিৰিমানি[২৮]। সি থাকে সৰ্বক্ষণ ভায়েকৰ লগত। লগে লগে ফুৰে। কাচিতো সংগহাৰা নহয়। সিহঁত কেঁকোৰা বিচাৰি গ'ল —এটা পাহাৰৰ দাঁতিলৈ! কাষতে এটা নিজৰা, নিজৰাৰ কাষতে এটা শিলৰ ঘোপা। ঘোপাটো চেঁচা পানীৰে চপ্‌চপীয়া, কিন্তু দ নহয়। শিলৰ চটাও আছে কেইটামান। মাছ-কেঁকোৰা সেইবোৰৰ তলতে থাকে।

ককায়েকে ভায়েকক ক'লে —'মমো[২৯]! 'যাচোন শিলৰ ঘোপাটোলৈ সোমাই। আছে নে নাই কেঁকোৰাৰ হাকাৰ[৩০]।' ককায়েকৰ আদেশ মতে ভায়েক সোমাই গ'ল—শিলৰ ঘোপাটোলৈ। বিচাৰিবলৈ ধৰিলে—কেঁকোৰাৰ গাঁত। এই সুযোগতে ককায়েকে ভায়েকক অকস্মাতে গবা মাৰি ধৰিলেহি—

পিছফালৰপৰা। ককায়েক সবল, ভায়েক দুৰ্বল। সেয়ে তৎক্ষণাৎ তাৰ বুকুত এচটা চেপেটা শিল হেঁচি থ'লে—চিৎকৈ বগৰাই। প্ৰভুভক্ত কুকুৰটোৱে এই ঘটনা দেখি বিদ্যুৎ -বেগে দৌৰি আহিল ঘৰলৈ। সি খাপ্‌না ৰিম-জো[৩১]। কন্যাজনীৰ ভৰিত লেপেটা খাই পৰিল। কিন্তু তাই বুজি নাপালে—তাৰ কন্দাৰ কাৰণ।

ক্ষণিক পিছতে—ঘৰলৈ আহি পালে ককায়েক ফানিনদাৰ। ভায়েক মানিনদাৰক নেদেখি ধৰায়ান[৩২] সুধিলে—'আপোনাৰ ভায়েক থাকিল ক'ত?'—উত্তৰত কৃত্ৰিম দুখেৰে ককায়েকে ক'লে—'শিলৰ ঘোপাত কেঁকোৰা বিচাৰোতে সি পিছলি পৰিল—এচটা শিলত পৰা ছি-জো[৩৩]।' কন্যাজনীৰ মূৰত বজ্ৰাঘাত হ'ল। তাই কান্দিলে হিয়া-ধাকুৰি। তাই যাবলৈ সাজু হ'ল—সেই ঠাইলৈ। কিন্তু তাইক বাধা দি ফানিনদাৰে ক'লে—'সেই ঠাই বহু দূৰ। ইতিমধ্যে শিয়াল-শগুণে খাই শেষ কৰিছে তাৰ মৃতদেহ।' তাই বাধা নামানিলে। বিচাৰি যাবলৈ ধৰিলে—খাপে খাপে[৩৪]। তাইক বাট দেখুৱাই লৈ গ'ল —প্ৰভুভক্ত কুকুৰটোৱে।

তাই গৈ পালে— নিৰ্দিষ্ট শিলৰ ঘোপাটো। দেখে যে—তাইৰ ভাবী ঔম্বা [৩৫] অস্ফুট স্বৰে কান্দি আছে— বুকুত এচটা চেপেটা শিলৰ হেঁচা খাই। তাই ভাবি স্বামীক মুক্ত কৰিলেশিলচটা আঁতৰাই আৰু লৈ আহিল ঘৰলৈ। ককায়েক আচৰিত হ'ল—তাক উদ্ধাৰ কৰি অনা দেখি। সি মিনাং মিনাং[৩৬] থাকিল। কিন্তু ঈৰ্ষাত তুঁহৰ জুইৰ দৰে জ্বলি থাকিল তাৰ মন। সি সংকল্প নেৰিলে। শিথিল হ'ল তাৰ আগৰ ভ্ৰাতৃত্বৰ স্নেহৰ বান্ধোন।

দিনচেৰেক পিছত ককায়েকে-ভায়েকক লৈ গ'ল মাথা[৩৭] চিকাৰ কৰিবলৈ। অটব্য হাবি। এডাল বিশাল ফেফাং পান[৩৮]। তাৰ গুৰিতে ডাঙৰ হাকাৰি[৩৯]। তাত সোমাই গুঁই বিচাৰিবলৈ দিলে ভায়েকক। ভায়েকে তাকে কৰিবলৈ ধৰিলে। এই সুযোগতে তাক বলপূৰ্বক লতাৰে বান্ধি থৈ আহিল— সেই খোৰোঙতে লগত থকা কুকুৰটো দৌৰি আহিল ঘৰলৈ আৰু ইংগিতেৰে জনালে কন্যাজনীক। কুকুৰটোৰ দ্বাৰাই বাট দেখি এইবাৰো উদ্ধাৰ কৰিলে তাইৰ ভাবী স্বামীক। ফানিনদাৰ অকৃতকাৰ্য হ'ল।

আন এদিনাখন আকৌ লৈ গ'ল ভায়েকক—মইনাৰ্ ছাওৱা[৪০] বিচাৰিবলৈ। হাবিৰ এডাল চুয়া[৪১] গছত মইনাৰ বাহ দেখি উঠিবলৈ দিলে তাক। ককায়েকৰ আদেশমতে উঠি গ'ল সি গছৰ ওপৰত। কিন্তু নাপালে মইনাৰ পোৱালি। নামি

আহোতে বলপূৰ্বক লতাৰে বান্ধি থৈ দিলে—গছডালৰ গুৰিত। এইবাৰো কন্যাজনীক ইংগিত দিলেহি কুকুৰটোৱে বেগেৰে ঘৰলৈ দৌৰি আহি। সি বাট দেখুৱাই লৈ গ'ল তাইক। এইবাৰো উদ্ধাৰ কৰিলে তাইৰ বাগদত্তা স্বামীক।

ভায়েক মানিনদাৰ বৰ উদাৰ আৰু ছাদামনি[৪২]। এইবোৰ ঘটনাৰ কথা সি প্ৰকাশ নকৰিলে কাকোকে। কন্যাজনীয়েও প্ৰকাশ নকৰিলে। নীৰৱে সহি থাকিল—ককায়েকৰ এই অমানুষিক নিৰ্যাতন, অকণো ইচ্ছা নকৰিলে ককায়েকৰ ওপৰত প্ৰতিশোধ ল'বলৈ। মাথোন—অবিচাৰে তাৰ আদেশ মানি থাকিল শ্ৰদ্ধাৰে।

গাঁৱৰ অলপ নিলগত এখন হাচু[৪৩]। তাৰ দাঁতিতে যো-জা কৰিছে—নৰঙা[৪৪] উলিয়াবলৈ। হাবি-বান কাটিছে। ডাঙৰ ডাঙৰ পান-বিজান[৪৫] কাটি থৈছে টুকুৰা-টুকুৰকৈ। সেইবোৰ এতিয়া শুকাইছে।

এই সুয়োগতে ফানিনদাৰে আন এটি সংকল্প ল'লে ভায়েকক বধ কৰিবলৈ। এদিনাখন সি ভায়েকক লৈ গ'ল —সেই আহুতলীলৈ। আদেশ দিলে-—তাত কাটি থোৱা গছৰ টুকুৰাবোৰ দ'ম কৰিবলৈ। আদেশ পালন কৰিলে ভায়েকে। সি নিজে লগাই দিলে বাৰ[৪৬]। দপ্‌দপ্‌কৈ জ্বলি উঠিল। ভায়েকে ওলট-পালট কৰিলে আধাপোৰা কাঠৰ টুকুৰাবোৰ। এই সুযোগতে—ককায়েকে ভায়েকক বাৰ-চিকিং-ই[৪৭] মাজত পেলাই দিলে—আচম্বিতে জোৰে ঢকা মাৰি। দীঘল কেঁচা গছৰ ডাল এডালেৰে ৰাণা-ৰিম-জো[৪৮] তাক দাহন কৰিবলৈ। এই নৃশংস ঘটনা দেখি পূৰ্বৰ দৰেই প্ৰভুভক্ত কুকুৰটোৱে বেগেৰে দৌৰি আহি ইংগিত দিলে কন্যাজনীক। এইবাৰো তাই ঢাপলি মেলিলে আলা-ছালা-চাণ্ডি[৪৯]। দৌৰি গৈ থাকে কুকুৰটোৱে তকাং-তকাং[৫০] আৰু তাই জিখাৰ-জিখাৰ[৫১]।

যথাস্থানত ৰিবা-জো[৫২] তাই। তাইক দেখি ককায়েক জাৰজো[৫৩] হাবিৰ মাজলৈ। জুইৰ আওঠাৰ পৰা কন্যা ত'ষ্ক্ৰেই অতি কষ্টেৰে মামিন্‌দাৰক তুলি আনিলে। কিন্তু দেখিলে— তাইৰ বাগদত্তা স্বামী অৰ্ধদগ্ধ। এই অৰ্ধদগ্ধ শৰটোকেই সাবটি তাই কান্দিবলৈ ধৰিলে—হুকহুককৈ। জীৱনত কিমান আশা-আকাংক্ষা আছিল তাইৰ। মূৰ্ছিতা হৈ পৰিল—বেদনাসিক্ত হৈ। পিছত চেতনা পাই উঠি মন্ত্ৰৰ বলেৰে পুনৰ্জীৱিত কৰিলে তাইৰ অৰ্ধদগ্ধ বাগদত্তা স্বামীক। কিন্তু তাইৰ বাগদত্তা স্বামী মানিনদাৰ নাপালে মানুহৰ ৰূপ—পালে না-নেৰ ৰূপহে।

শেহত ব্যথিত অন্তৰে নাছি[৫৪], অশ্ৰুলোৰে—তাইৰ না-নেৰ ৰূপী বাগদত্তা

স্বামীক এৰি দিলে—সৰোবৰ এটিৰ গভীৰ পানীৰ মাজলৈ।... ওচৰতে দেখে—তাইৰ দুখত দুখী, সহায়কাৰী প্ৰভুভক্ত কুকুৰটি। থিয় হৈ আছে —দুধাৰি তপত চকুলোৰে। তাই তাক সাবটি ধৰিলে আথে-বেথে—মচি দিলে তাৰ তপত চকুলো। তাই দিব নোৱাৰিলে উপকাৰৰ বিনিময় মাথোন, মৰম আৰু শলাগ যাচি। কান্দি কান্দি বিদায় মাগিলে তাৰপৰা চিৰদিনলৈ।

তাই ভাবি থিৰাং কৰিলে—ফানিন্‌দাৰৰ লগত থকাটো বিপজ্জনক, মা-দেউতাৰ ঘৰলৈ উভতি যোৱাও সমীচীন নহয়। সেয়ে স্বৰ্গীয় প্ৰেমৰ স্মৃতি স্বৰূপে সেই সৰোবৰৰ দাঁতিতে তাই থাকিবলৈ ল'লে—মায়াৰ বলেৰে 'টো-মায়খো' ৰূপ ধৰি...বিবাহ-বিচ্ছেদ ঘটিল সিহঁতৰ অসম্পূৰ্ণ, হৈ ৰ'ল সিহঁতৰ দাম্পত্য জীৱন।

[ সেইদিনাৰ পৰাই পৃথিৱীত জন্ম হয় —না নেৰ" আৰু টো-মায়খোৰ"। টো-মায়খোই যেতিয়া পাহাৰৰ সৰোবৰৰ দাঁতিত মাতে, তেতিয়া সৰোবৰৰ পানীৰ তলৰ পৰা ওলাই আহে না-নেৰ; আৰু দুয়ো আত্মহাৰা হৈ আনন্দ উপভোগ কৰে—বিজড়িতভাৱেই। এই কথা পৰম্পৰাগত বিশ্বাস কৰি আহিছে ৰাভাসকলে।]

## ঃ অসমীয়া অৰ্থ ঃ

১। মিচিক—পত্নী
২। বিবি-ব্ৰা-জিনংব্ৰা—বায়েক-ভনীয়েক
৩। মিছা-ছাব্ৰা-নি—ছোৱালী
৪। আনি গাবুৰ-টাং-য়া—দুজন যুৱকক
৫। নুক্‌ছা-পাৰা—আঁৰে আঁৰে
৬। চিকা-ঝৰা-তি—নিজৰাৰ
৭। ঘেৰক নি—ঘিলাৰ
৮। আচাং-বিচাং-চাংজো—
৯। অনদংগোবা—কিন্তু
১০। ছি-পিথিং—কেঁচা তেজ
১১। তাপ্‌পান—তৎক্ষণাৎ
১২। জাৰি ৰেং-জো—উৰি গুচি গ'ল
১৩। পেমুণ্ডি —ৰহস্যজনক
১৪। টংচা—নাই
১৫। জিব্ৰা-বাব্ৰা—মা-দেউতা
১৬। ৰীমি ৰতে ছা—বান্ধে, বাঢ়ে, খায়
১৭। চাংবা—কোনোবাই
১৮। মায় মি বা— ভাত-আঞ্জাও
১৯। ছোদ মান-জো—সোৱাদ পালে
২০। নামে চাং?—কোন তুমি?

২১। কানি-জো—ক'লে
২২। মুক্চি—চকুলো
২৩।কানিনা-ৰিম-জো—ক'বলৈধৰিলে
২৪। কাথা ৰাখু জো—প্ৰতিশ্ৰুতি দিলে
২৫। ইনি ভিতৰাং—ইতিমধ্যে
২৬। কাংকৰ —কেঁকোৰা
২৭। কী বা —কুকুৰটোও
২৮। গিৰিমানি—প্ৰভুভক্ত
২৯। মমো— ভাইটি
৩০। হাকাৰ—গাঁত
৩১। খাপনা ৰিমজো—কান্দিবলৈ ধৰিলে
৩২। ধৰায়ান—কন্যাজনীয়ে
৩৩। ছি-জো—মৰিল
৩৪। খাপে খাপে —কান্দি কান্দি
৩৫। ঔম্বা—স্বামী
৩৬। মিনাং মিনাং—মনে মনে
৩৭। মাথা—গুঁই
৩৮। ফেফাংপান—পাকৰি গছ
৩৯। হাকাৰি—খোৰোং
৪০। ছাওৰা—পোৱালি
৪১। চুয়া—ওখ
৪২। ছাদামনি—সৰল-চিতীয়া
৪৩।হাচু—পাহাৰ
৪৪। নৰগুা—আহুতলী
৪৫। পানবিজান—গছবোৰ
৪৬।বাৰ—জুই
৪৭।বাৰ-চিকিং-ই—জুইৰ আগুঠাৰ
৪৮। ৰাণা ৰিমজো—আৰম্ভ কৰিলে
৪৯। আলা-ছালা চাণ্ডি—আউলী-বাউলী হৈ
৫০। তকাং তকাং—আগে আগে
৫১। জিখাৰ জিখাৰ—পিছে পিছে
৫২। ৰিবা-জো—আহিল
৫৩। জাৰ-জো—পলাল
৫৪। নাছি—সস্নেহে
৫৫। না-ন্নৈৰ —এবিধ মাছ
৫৬। টো-মায়খো—এবিধ চৰাই

# ৰন্দন-চন্দন

ৰন্দন-চন্দন দুই দাদাৱ্রা-মমোৱ্রা[1]। বাৱ্রা-নি[2] নাম হৰিক্ষেত্ৰী। জিৱ্রা-নি[3] নাম বিচিত্ৰা। সিহঁত ক্ষত্ৰিয় বীৰ। এদিনাখন দুয়ো ধনু-কাঁড় লৈ চিকাৰলৈ গ'ল পাহাৰলৈ।

বসন্ত কাল। প্ৰকৃতিৰ মনোলোভা শোভা। আমোলমোল হৈছে চুতৰ্দিশে—বিচিত্ৰ ফুলৰ গোন্ধত। মৃদু ৰাম্পাৰ[4] বলিছে ৰিব্‌ৰিব্‌কৈ। উদ্ভাসিত হৈছে সিহঁতৰ মন।

চিকাৰ বিচাৰি ফুৰিছে পাহাৰে পাহাৰে, বননিৰ মাজে মাজে। বিচাৰি পোৱা নাই এটিও চিকাৰ। সিহঁত হৈ পৰিল ক্লান্ত-পৰিশ্ৰান্ত। দৃষ্টিগোচৰ হ'ল এডাল ওখ গছ। তাত আছে এটি মইনাৰ বাহ। গছত উঠি গ'ল ভায়েক চন্দন। ধৰি আনিলে দুটা মইনাৰ পোৱালি।

দুয়ো আহি আছে হাবিৰ মাজে মাজে। যাদাগুং[5] দেখা পালে দুজনী অপৰিচিত ৰূপৱতী কন্যাক। দেখামাত্ৰকে খিলখিলকৈ হাঁহিবলৈ ধৰিলে কন্যা দুজনীয়ে। সুধিলে সিহঁতক—একেলগে সম্বোধন কৰি—

'অ গিমি! অ' গিমি[6]! আহিলি ক'ৰপৰা?

আচৰিত হ'ল সিহঁত দুয়ো। সিহঁতে ছিংগেছি-জো[7]—

'তুমিৰা[8] মনুষ্যৰ কায়া,

না দেৱতাৰ কায়া?

দেখা নাই কুনো[9] দিনো'

ভিনি বুলিলা[10] যে ডাকালা[11]?

কন্যা দুজনীয়ে হাঁহি হাঁহি উত্তৰ দিলে—

'নহং নহং আমিৰা[12] দেৱতাৰ কায়া,

আমিৰা হং মনষ্যৰহে কায়া।

আমালাগা[13] ঘৰত চাপিয়া গেলে,[14]

সব খবৰ তুমিৰাপাবা।'

ফেনছা ফেনছা[১৫] অনুৰোধ জনালে সিহঁতৰ ঘৰলৈ লৈ যাবলৈ। দুয়ো আকৰ্ষিত হ'ল—সিহঁতৰ মিঠা ভাষণত। মুগ্ধ হ'ল সিহঁতৰ ৰূপ-সৌন্দৰ্যত। নেকেনান নেকেনান[১৬] মিলন হ'ল সিহঁতৰ। লৈ গ'ল সিহঁতক নিজৰ নুকিনা[১৭]। বহিবলৈ দিলে নেমছুকা[১৮] আসনত— সুন্দৰকৈ সজাই তামোল চালি। তাৰ পিছত ৰগৰ কৰিলে সিহঁতক—

'মহল[১৯] তামুল খাৰে ভাই,
মহল পান খা—
মইনা চাওয়াগো[২০] যে কাৰি আনিছা[২১]
কায়[২২] পুছিব[২৩] ওয়াক[২৪]?'

ৰন্দন চন্দনেও উত্তৰ দিলে—

'বাবা-আয়া[২৫] বাদে[২৬] ঘৰত কায়য়ো[২৭] নাই,
আমিৰা মাত্ৰ দুই ভাই।
মইনা চাওমাগো যে আনি লং এলা[২৮]
নুপুছিলে[২৯] উপায় নাই।'

কন্যা দুজনীও উত্তৰ দিলে—

'আমালাগাৰো[৩০] কায়য়ো নাই ভিনী,
আমালাগাৰো কায়য়ো নাই;
দুখতে আছং পৰিয়া[৩১] —নিৰমণি নিৰজুৰি।
থয়য়া যা, থয়য়া যা[৩২] ভিনী মইনা চাওয়াগো—
পুছিবাকো[৩৩] নালাগে খুৱবাকো[৩৪] নালাগে,
তুমালাগা[৩৫] ঐ পখীগো।'

ৰন্দন-চন্দনে সুধিলে—

'কিয় ভিনী বুলিয়া কুইছা[৩৬]
তুমিৰা আমাক ৰে?
কালাগা[৩৭] আপি[৩৮] তুমিৰা,
বাবাৰ কি নাম ৰে?'

নিৰমণি-নিৰজুৰিয়ে শেষত প্ৰকাশ কৰিলে—

'হৰিক্ষেত্ৰী মামা আমালাগা,
তুমালাগা বাবা।

বাৰায়ো [৩৯] নালাগে হুৰায়ো[৪০] নালাগে,
ভিনী তুমিৰা আমালাগা।'

ৰন্দন-চন্দনে কেইদিনমান অতিবাহিত কৰিলে সিহঁতৰ ঘৰত। কন্যা দুজনীৰ সাদৰ অভ্যৰ্থনাত সিহঁত হ'ল বিমুগ্ধ। পাহৰি গ'ল ঘৰৰ কথা। কল্পনা কৰিবলৈ ধৰিলে দাম্পত্য সুখৰ কথা। শেষত পৰস্পৰে প্ৰতিশ্ৰুত হ'ল মিলন হ'বলৈ। ৰন্দনে নিৰমণিক— চন্দনে নিৰজুৰিক। তৎমুহূৰ্তে মনত পৰিল পিতৃ-মাতৃৰ সন্মতিৰ কথা। কন্যা দুজনীক আশ্বাস দি আহিল দুয়ো ঘৰ অভিমুখে।

দুয়ো আহি পালে ঘৰ। দেখিলে বাপেক নাই। মাকক সুধিলে। মাক বিচিত্ৰাই ক'লে— 'এখন ভোজ দিগাপ্ ইতা[৪১] ব্ৰহ্মাই পৃথিৱীক সন্তুষ্ট কৰিবলৈ। আমন্ত্ৰণ জনাইছে সকলোকে। এইমাত্ৰ লৈ গ'ল তহঁতৰ বাবাক দুজন দেৱতাই আহি। ব্ৰহ্মাই হেনো নিমন্ত্ৰণ কৰা নাই— বহিক আশ্ৰমৰ অধ্যক্ষ পক্ষীৰাজ বদমুনিক। সেয়ে বদমুনিয়ে খং উঠি পক্ষীবিলাকৰ দ্বাৰা উৎপাত আৰম্ভ কৰাইছে সেই ভোজ ধ্বংস কৰিবলৈ। তহঁতকো নিমন্ত্ৰণ জনাইছে— সেই উৎপাত দমন কৰিবলৈ।

ৰন্দন-চন্দন ৰেংনা[৪২] ওলাল সেই নিমন্ত্ৰণ পাই। আশীৰ্বাদ ল'লে সেৱা লৈ। হাতত ধনু-কাঁড় লৈ বীৰ-বেশে কৰিলে যাত্ৰা।

সিহঁত পোনেই গ'ল নিৰমণি-নিৰজুৰিৰ কাষলৈ। আচৰিত হ'ল কন্যা দুজনীয়ে— সিহঁতৰ বীৰ সাজ দেখি। কাৰণ সুধিলে সিহঁতক। বিৱৰি ক'লে। হঠাতে কাঁহ পৰি জীণ গ'ল সিহঁতৰ মন। জঁয় পৰি গ'ল— সিহঁতৰ দাম্পত্য প্ৰেম। তমসাচ্ছন্ন হ'ল আশা আকাংক্ষা। দুগালেদি অশ্ৰু বৈ গ'ল প্ৰত্যেকৰে। বাক্‌ৰুদ্ধ হ'ল সকলোৰে। ক্ষণিক পিছতে সিহঁতক আশ্বাস আৰু প্ৰবোধ দি ৰন্দন-চন্দনে কানিজো[৪৩]—'আমি বীৰ ক্ষত্ৰিয়। দুষ্টৰ দমন, শিষ্টৰ পালন আমাৰ ধৰ্ম। তদুপৰি আনি নিমন্ত্ৰিত। সেয়ে আমি যাব লাগিব— ব্ৰহ্মা-ভোজলৈ। তাৰ পৰা উভতি আহিবলৈ আমাৰ লাগিব পাৰে কেবা বছৰ। অপেক্ষা কৰিব লাগিব সেই সময়লৈকে। প্ৰতিশ্ৰুতিৰ চিহ্নস্বৰূপে পিন্ধাই দিলো আমাৰ ছা-ছা-কাম আৰু পদূলিত ৰুই থৈ গ'লো— দুডাল পামচু[৪৪] পুলি। আমি সেই দিনাই আহি পাম যিদিনাই শিমলু দুডাল ফুলেৰে জাতিষ্কাৰ হ'ব। তেতিয়া আমি তোমালোকক বিয়া কৰিম সমাজ বিধিমতে।'

বিৰহ-ব্যথিত অন্তৰে নিৰমণি-নিৰজুৰিয়ে বিদায় দিলে সেৱাৰে— সিহঁতৰ প্ৰাণৰ প্ৰতিম ৰন্দন-চন্দনক।

ব্ৰহ্মা-ভোজলৈ গ'ল দুই ককাই-ভাই। সাক্ষাৎ হ'ল বাপেকৰে। বদমুনিৰ লগত যুদ্ধ কৰিলে তিনিও বাপেক-পুতেকে। শেহত উপদ্ৰৱ থমালে বদমুনিক হত্যা কৰি। পৰম সন্তুষ্ট হ'ল ব্ৰহ্মা। তেওঁ উপহাৰ দিলে দেৱ-দুৰ্লভ ঢাল-তৰোৱাল— সিহঁত দুজন ককাই-ভাইক।

শান্তিৰে চলিবলৈ ধৰিলে ব্ৰহ্মা-ভোজ— সামূহিক বিবিধ নৃত্য-গীতেৰে। বাৰ বছৰ লাগিল খাঁউচই[৪৬] শেষ হওঁতেই। ব্ৰহ্মাৰ ভোজৰ পৰা বিদায় লৈ যাত্ৰা কৰিলে ৰন্দন-চন্দনে— ঘৰ অভিমুখে। বাপেক হৰিক্ষেত্ৰ থাকিল পিছত।

এতিয়া সিহঁতৰ একমাত্ৰ চিন্তা— নিৰমণিং নিৰজুৰিৰ সাক্ষাৎ। এই চিন্তাই সিহঁতক কৰিলে পথভ্ৰষ্ট। পথিকক সুধি আহে নিৰমণি-নিৰজুৰিৰ কথা।

বাৰিষা কাল। প্ৰবল বানপানী। অতিক্ৰম কৰিব লাগে এখনি বহল নৈ। সি সাগৰ-সদৃশ। ভৈয়াম অঞ্চল প্লাৱিত। টোদালেংকা[৪৭] পখীৰ ৰাজ্য সেইখন। টোদালেংকা পখীয়ে নাও সাজে ঠোঁটেৰে কাঠ খুন্দি। নাও বিনে সেই ঠাই অতিক্ৰম কৰা অসম্ভৱ। সেয়ে নাও সাজি দিবলৈ অনুৰোধ জনালে টোদালেংকা পখীৰাজক। ৰজাৰ আদেশ মতে পখীবিলাকে সোনকালে সাজি দিলে এখনি সুন্দৰ নাও।

এই উপকাৰৰ বিনিময়ত সিহঁতে ক'লে—'আমি টোদালেংকা পখী, বিৰাট কায়। সেয়ে বেগতে কাম কৰিব নোৱাৰো ইচ্ছানুসাৰে। বৰ দিয়ে যদি এনে বৰ দিয়ক —যাতে পৃথিৱীত থাকিব পাৰো আমি ক্ষুদ্ৰ পখীৰূপে।' 'তথাস্তু' বুলি সিহঁতৰ পৰা মেলানি মাগিলে সিহঁতে। টোদালেংকা পখীয়ে সেই দিনৰ ৰূপ পালে এটি সৰু পখীত।

ৰংমাশ্চি[৪৭] মেলি আহি পালে এটি সৰোবৰ-পাৰত। লগ পালে এজনী বগলী। এঠেঙীয়াকৈ থিয় হৈ আছে তাই। নিবিষ্টচিত্তে নিৰীক্ষণ কৰি আছে মাছ। বগলীজনীক সুধিলে— সিহঁতৰ নিৰমণি-নিৰজুৰিৰ কথা। তাইৰ পৰা নাপালে একো উত্তৰ। মূৰ দাঙিও নাচালে। তাইৰ এনে ব্যৱহাৰত খং উঠিল সিহঁতৰ। অভিশাপ দিলে— 'এনেকৈয়ে যাব বাগলীৰ জীৱন।'

অলপ আগলৈ গৈ লগ পালে এটি মাঞ্চেলেংকা[৪৯]। তাকো সুধিলে নিৰমণি-নিৰজুৰিৰ কথা। মাঞ্চেলেংকাৰ খং উঠিল। খঙতে 'কিয় ? কিয় ?'— বুলি উৰি গুচি গ'ল। তেতিয়া ৰা-ও[৫০] উঠিল দুগুণে— সিহঁতৰ ব্যথিত অন্তৰক ৰিণ্জি[৫১] কৰা বাবে। খঙতে অভিশাপ দিলে— 'তহঁতৰ পিয়াহ নপলাব পৃথিৱীৰ পানীৰে'

হাবাথুৰি খাব লাগিব, কিয় ? কিয় ?'— বুলি চেনচ্ৰাই[৫২]। (অৰ্থাৎ মেঘক উদ্দেশ্য কৰি 'কিয় পানী নিদিয়া ? কিয় পানী নিদিয়া ? বুলি চিঞৰি থাকিব লাগিব।)

এথেনান্[৫৩] অতিক্ৰম কৰি আহি আছে— পাঙা[৫৪] নদ-নদী, হাবি-বন। এনেতে দেখিলে এটা কুৰুৱাই বৌ মাছ এটা খাই আছে এডাল শিমলুৰ ডালত বহি। তাকো সুধিলে সিহঁতৰ প্ৰাণৰ নিৰমণি-নিৰজুৰিৰ কথা। মাছ খাবলৈ এৰি ঘপৰাই উত্তৰ দিলে কুৰুৱাই—

'কোন নিৰমণি-নিৰজুৰি ? মই নাজানো। কিন্তু মই দেখি আহিছো— দুজনী সুন্দৰী কন্যা।'

'দেখিছা ? ক'ত ? আগদুৱাৰত দুডাল শিমলু গছ আছে জানো সিহঁতৰ ?

'হয়, হয় আছে। এইমাত্ৰ মই লৈ আহিছো জিৰণি সেই শিমলু গছডালত। ফুল ফুলিছে— শিমলু গছ দুডালৰ। সিহঁতে ফুলবিলাকলৈ চাই আছে একেথৰে। সৌৱা বেছি দূৰ নহয়।'

'তেন্তে সেয়ে হয়। ভালে আছে জানো সিহঁত ?'

'সেয়ে হয় যদি ভালেই আছে।'

সিহঁতে সন্তোষ পালে কুৰুৱাৰ কথাত। খেঙেটেং[৫৫] দিলে তাকে— 'দীৰ্ঘায়ু হওক কুৰুৱা বংশ, ডাঙৰ মাছেই হওক ভক্ষণ।' — এই বুলি কৈ দ্ৰুত গতিৰে যাবলৈ ধৰিলে— তাৰ পৰা বিদায় লৈ।

এখন নদী নিৰমণি-নিৰজুৰিৰ ঘৰৰ ওচৰতে। ঢল নামিছে সেইদিনা। কাপোৰ গিন-না[৫৬] গ'ল নদীৰ পাৰত। কাপোৰ ধুই আছে। হঠাৎ পানী লওঁতে পিছলি গ'ল নিৰজুৰি। নিৰমণিকো সোঁতে উটাই নিলে তাইক ৰিম-না[৫৭] যাওঁতে। নেন[৫৮] কেইখন ৰৈ গ'ল ঘাটৰ পাৰত সাক্ষীৰ প্ৰতিভূ স্বৰূপে।

ৰূন্দন-চন্দন আহি পালে নিৰমণি-নিৰজুৰিৰ নক[৫৯]। দেখিলে কোনো নাই। শূন্য ঘৰ। চাৰিওফালে বিচাৰিলে, নাপালে। হতাশ হ'ল সিহঁত। অৱশেষত গ'ল— নদীৰ ঘাটলৈ। দেখিলে— কাপোৰবোৰ পৰি আছে। তিওৱা অৱস্থাত পিছলি পৰা চিন আছে ঘাটত। চিৰিংকৈ উঠিল সিহঁতৰ খাপাক[৬০]। ঘামি-জামি গ'ল— সৰ্বশৰীৰ। আগুৰি ধৰিলে হতাশা-নিৰাশাই। বাকী নাথাকিল আৰু বুজিবলৈ। বেদনাৰ চকুলো ওলাল নিগৰি। টলকা মাৰি নু-জো[৬১] বহু সময়...

ঢল ভাটি দিলে। ওলাল শৰ দুটিৰ অন্বেষণত। দূৰৈত উৰি থকা এজাক শগুণ নুক্-জো[৬২] আকাশৰ ওপৰত। গৈ পালে সেই হাদাম[৬৩]। সেয়া এক হান্‌চেদোম[৬৪]

। এডাল শিমলু গছ তাৰ সোঁমাজতে। বহু শগুণ বহি আছে— গছৰ ডালবোৰত। দুটা ৰজা শগুণো বহি আছে— গছ ডালৰ গুৰিত। আগুৰি আছে সিহত— দুটা ছি-কান[৬৫] । ওচৰলৈ গৈ দেখে সিহঁতৰেই প্ৰাণৰ প্ৰতিম্— নিৰমণি-নিৰজুৰিৰ মৃতদেহ। ৰজা শগুণ দুটাই অনুৰোধ জনালে— সিহঁত গৈ পোৱাৰ লগে লগে। — 'হেৰা মনুষ্য! দুটি শ্ৰীআঙঠি আছে— এই মৃত-কন্যা দুজনীৰ আঙুলি দুটিত। উলিয়াই দিয়া ভাই আঙঠি দুটি। আমি ভক্ষণ কৰিব পৰা নাই আঙঠি থকা বাবে। মহৎ উপকাৰ কৰা হ'ব আমাক।'

কাতৰ-কণ্ঠে ৰন্দন-চন্দনেও ক'লে— 'শুনা ভাই শগুণ! অতীৱ স্নেহৰ প্ৰতিম আমাৰ এই দুজনী কন্যা। বাগদত্তা পত্নী এওঁলোক আমাৰ। মানুহৰ মৃত্যু— বিধিৰ বিধান। উনুবা[৬৬] আমি স্বৰ্গলৈ গৈ ধৰ্মৰাজ যমক সুধিব খুজিছোঁ— অকাল মৃত্যু এওঁলোকৰ কিহৰ কাৰণ? হেৰা ভাই শগুণ! নিব পাৰিবা জানো আমাক স্বৰ্গলৈ— তোমালোকৰ পিঠিত উঠাই? কৰিবা জানো আমাক— এই ফেৰা মহৎ উপকাৰ?'

বিনিময় চৰ্তত ৰজা শগুণ দুটায়ো প্ৰতিশ্ৰুতি দিলে— এই ফেৰা উপকাৰ সাধিবলৈ। তেতিয়া চকুলো টুকি টুকি ৰন্দনে খেংজো[৬৭] নিৰমণিৰ আঙুঠি আৰু চন্দনে নিৰজুৰিৰ। তাৰ পিছত ৰজা শগুণ দুটাৰ ইংগিতত গছৰ ওপৰত থকা শগুণজাক আহি পৰিল— নিৰমণি-নিৰজুৰিৰ শৱৰ ওপৰত। সিহঁতৰ সন্মুখতে কন্যা দুজনীৰ মৃতদেহ খাই পেলালে মুকেন-হুজুৰি।[৬৮]

তাৰ পিছতে— ৰজা শগুণ দুটাই পিঠিত উঠাই ল'লে ৰন্দন-চন্দনক। আকাশলৈ উৰি গ'ল। ৰাংকাৰাং[৬৯] পালে।

অকাপাকে[৭০] স্বৰ্গৰাজ্যত ধুমধাম। বিৰাট আমোদ-প্ৰমোদ। কাটাঙিনা[৭১] গৈ দেখে বিৰাট দেৱতা-মণ্ডলীৰ সমাবেশ। দেৱতামণ্ডলীৰ মাজত সিহঁতৰ নাছিকায়[৭২] নিৰমণি-নিৰজুৰি নৃত্য-গীতত ৰত হৈ আছে নৰ্তকীসকলৰ লগত। প্ৰথমে দেখা পালে সিহঁতক দেৱৰাজ ইন্দ্ৰই। আচৰিত হ'ল— দুটাৰে মৰ্ত্যৰ মনুষ্যৰ আগমন দেখি। সেই পবিত্ৰ দেৱমঞ্চ ছুৱা হোৱাৰ ভয়ত সিহঁতক মাতি নিলে এফলীয়াকৈ। সুধিলে সিহঁতৰ আগমনৰ কাৰণ। ৰন্দন-চন্দনে ক'লে— 'নিৰমণি-নিৰজুৰি আমাৰ বাগদত্তা পত্নী। আমাৰ নাম ৰন্দন আৰু চন্দন। সিহঁতক মৃত্যুদান দিছে— ধৰ্মৰাজ যমে। সেয়ে সুধিব আহিছো— অকাল-মৃত্যু সিহঁতৰ কিহৰ কাৰণে? এয়ে আমাৰ স্বৰ্গপুৰীলৈ আগমনৰ কাৰণ।'

উত্তৰত দেৱৰাজ ইন্দ্ৰই ক'লে সিহঁতৰ সান্ত্বনা দি —'বিধিৰ বিধান নহয় খণ্ডন। এই বিষয়ে কওঁ শুনা—স্বৰ্গৰ নৰ্তকী নিৰমণি-নিৰজুৰি। এদিনাখন শনি দেৱতাৰ ফুলনিৰ ফুলি ছিগি লৈছিল সিহঁতে। শনি দেৱতাৰ খং উঠিল—অনুমতি নোলোৱাৰ বাবে। সেয়ে সিহঁতক অভিশাপ দিছিল বাৰ বছৰৰ কাৰণে মৰ্ত্য-লোকত বাস কৰিবলৈ। বায়-নি[73] অভিশাপ অব্যৰ্থ। কাম হ'ল অভিশাপ মতেই। ধৰ্মৰাজ পুনঃ স্বৰ্গলৈ আহিছে সিহঁতৰ বাৰ বছৰ পূৰ হোৱাত। ইয়াত কোনো পক্ষপাতিত্ব নাই ধৰ্মৰাজৰ। তে[74] সিহঁতক থিথাৰ[75] কৰা হৈছে—সুদীৰ্ঘ বাৰ বছৰকাল মনুষ্য সমাজত বাস কৰা বাবে। সেয়ে তোমালোকক কৈছো—মাটিৰ পৃথিৱীলৈ উভতি যাবলৈ। দেৱ-মনুষ্যৰ মিলন অসম্ভৱ। নকৰিবা এই অলীক কল্পনা। মাৰ মাৰ[76] উভতি যোৱা।

নিৰমণি-নিৰজুৰিৰ জীৱন-ৰহস্য বুজি পালে ৰন্দন-চন্দনে। তথাপি অনুমতি বিচাৰিলে দেৱৰাজ ইন্দ্ৰৰ পৰা নিৰমণি-নিৰজুৰিৰ সাক্ষাৎ পাবলৈ। দেৱৰাজে অনুমতি দিলে সিহঁতক ক্ষণিকৰ কাৰণে।

দেৱৰাজৰ অনুমতি পাই নিৰমণি-নিৰজুৰি আহিল ৰন্দন-চন্দনৰ ওচৰলৈ। পুনঃ চকুৰ মিলন হ'ল পৰস্পৰৰ। মিলন হ'লে হ'ব কি? ই ক্ষণিকৰ বাবেহে। উপায় নাই। ছান্[77] জিন জিন[78] বিদায় সম্ভাষণ জনালে—বিৰহ-ব্যথিত অন্তৰেৰে, অস্ফুট ভাষাৰে, তপত চকুলোৰে।

শগুণৰ পিঠিত উঠি ৰন্দন-চন্দন আহিল—মাটিৰ পৃথিৱীলৈ। যাত্ৰা কৰিলে সিহঁত ঘৰ অভিমুখে। পাহাৰ-পৰ্বত, হাবি-বন অতিক্ৰম কৰি সিহঁত আহি পালে—এখন গাঁৱ। বাটেদি আহি থাকোঁতে শুনিবলৈ পালে— এঘৰ পৰিয়ালৰ খাপকায়[79]। কাৰণ অনুসন্ধান কৰি সোমাই গ'ল—সেই পৰিয়ালৰ ঘৰত।

জানিবলৈ পালে—গাঁৱৰ ওচৰতে থকা পাহাৰৰ বিৰাট শিলৰ গহ্বৰত সৰ্প ৰজাৰ (বাৰ সাপ) বাস। সৰ্পৰাজক ৰাজ কৰ হিচাপে দিব লাগে— বছৰি এজনীকৈ ছোৱালী। সেই গৃহস্থজনৰ নাম তুংগ্ৰুং। তাৰ দুজনী জীয়েক। এজনীৰ নাম লেম, আনজনীৰ নাম বাক্চে। এইবাৰ এই দুজনীৰ মাজৰ পৰা এজনী পঠাব লাগে— সৰ্পৰাজৰ মুখলৈ। নিৰ্ণয় কৰিব পৰা নাই কাক পঠাব? সেয়ে খাপ-কায় নি[80] ৰোল উঠিছে সিহঁতৰ মাজত।

ৰন্দন-চন্দনে অভয় দিলে সিহঁতক। অভয় দিলে গাঁওবাসীকো। সৰ্পৰাজক বধ কৰাৰ পৰামৰ্শ দিলে সকলোকে। সেইমতে—ৰেক্পান[81] এটুকুৰা কৰিলে

ছোৱালীজনীৰ মাফত। নতুন কাপোৰ মেৰালে—তাৰ ওপৰত। ৰাং-জো[৮২] শিলৰ গহ্বৰলৈ। টানা-জো[৮৩] সৰ্পৰাজৰ গাঁতৰ কিছু সন্মুখত। লুকাই থাকিল ৰন্দন-চন্দন সৰ্পৰাজৰ গাঁতৰ দুয়োফালে। গাঁতৰ ফালাং-ঈ[৮৪] ঢাক, শিঙা, পেঁপা, তাল আদি নানা বাদ্যযন্ত্ৰেৰে কঢ়াল কৰিবলৈ ধৰিলে গাঁৱৰ মানুহবিলাকে। কঢ়াল শুনি সৰ্পৰাজ ওলাই আহিল—গাঁৱৰপৰা। খুচেম[৮৫] মেলি ছোৱালীৰূপী কলগছৰ টুকুৰাটোকে আৰম্ভ কৰিলে গিলিবলৈ। সেই অৱসৰতে সিহঁতে সৰ্পৰাজক তিনি টুকুৰা কৰি টান্-জো[৮৬]—ব্ৰহ্মাৰ পৰা উপহাৰ প্ৰাপ্ত তীক্ষ্ণ তৰোৱালেৰে। সৰ্পৰাজৰ মৃত্যু হ'ল। সকলোৰে মনত আনন্দ-ফূৰ্তি। গাঁওবাসী নিষ্কণ্টক হ'ল। সেয়ে ঢাপলি মেলি ফিছা-না[৮৭] ধৰিলে—আনন্দত আত্মহাৰা হৈ।

ঠিক সেই সময়তে—পাহাৰৰ পৰা উৰি আহিল এক ময়ূৰ দম্পতী। অলপ দূৰৈত সিহঁতেও পাখি মেলি নাচিবলৈ ধৰিলে বাদ্যযন্ত্ৰসমূহৰ কাফে কাফে[৮৮]। মানুহবিলাক আচৰিত হ'ল—সিহঁতৰ ছন্দযুক্ত নৃত্য দেখি। সিহঁতেও অনুকৰণ কৰিলে—ময়ূৰ—ময়ূৰীৰ নৃত্যকেই। ৰাভাৰ প্ৰকৃত নৃত্য—এই ময়ূৰ-ময়ূৰীৰ নৃত্যহে।

ৰন্দন-চন্দনে সৰ্পৰাজক বধ কৰি গাঁওবাসীৰ মনত আনি দিলে এক অনাবিল শান্তি। সেয়ে গাঁওবাসীয়ে এই মহৎ উপকাৰৰ বিনিময়ত তুখ্রুঙৰ জীয়েক—লেমক ছেও-মান-জো[৮৯] ৰন্দনক আৰু বাক্‌চেকক চন্দনক। সিহঁতেও গ্ৰহণ কৰিলে বিনা দ্বিধাই।

কেঁচা ক'লে কেঁচা বনে জোৰা বিয়া সমাপন হ'ল বৰ ধুমধামেৰে। বিয়াৰ শেষত নৱ-দম্পতীক সিহঁতে লৈ আহিল—নিজ ঘৰলৈ। সকলো ঘটনা বিৱৰি—দুই দম্পতীয়ে শুভাশিস ল'লে—পিতৃ-মাতৃৰপৰা। ঘৰত শান্তিৰ বিৰাজ হ'ল।

শেহত—ফামানা মান-জো[৯০] —প্ৰকৃততে তুংখুং ৰন্দন-চন্দনৰ মোমায়েক হে। উপায় নাই, সমাজ স্বীকৃত হ'ল। আনহাতে বাৰায়-ম্বো অমিল।

সেই দিনাৰপৰাই—মোমায়েকৰ জীয়েকক পত্নীৰূপে গ্ৰহণ কৰিব পৰা প্ৰথা সমাজত প্ৰচলন হোৱা বুলি ৰাভাসকলে ভাবে।

## ঃ অসমীয়া অৰ্থ ঃ

১। দাদাত্ৰা-মমোত্ৰা—ককাই-ভাই                    ২। বাবাত্ৰা-নি—দেউতাকৰ

৩। জিব্রা-নি—মাকৰ
৪। ৰাম্পাৰ— বতাহ, ৰায়ু
৫। যাদাগুং—হঠাৎ
৬। গিমি—ভিনীহি
৭। ছিংগেছি-জো—সুধিলে
৮। * তুমিৰা—তোমালোক
৯। * কুনো—কোনো
১০। * বুলিয়া—বুলি
১১। * ডাকালা—মাতিলা
১২। * আমিৰা—আমি
১৩। * আমালাগা—আমাৰ
১৪। *চাপিয়া গেলে—সোমাই গ'লে
১৫। ফেন্‌ছা ফেন্‌ছা—পুনঃ পুনঃ
১৬। নেকেনাম্-নেকেনান্—চকুৰে-চকুৰে
১৭। নুকি-না—ঘৰলৈ
১৮। নেমছুকা—সুন্দৰ
১৯। * মহল—মোহিনী
২০। * চাওয়াগো—পোৱালিটো
২১। * কাৰি আনিছা—পাৰি আনিছা
২২। * কায়—কোনে
২৩। * পুছিব—পুহিব
২৪। ওয়াক—তাক
২৫। * বাবা-আয়া—দেউতা-মা
২৬। * বাদে—বাহিৰে
২৭। * কায়য়ো—কোনেও
২৮। * এলা—এতিয়া
২৯। * নুপুছিলে—নুপুহিলে
৩০। * আমালাগাৰো—আমাৰো
৩১। পৰিয়া—পৰি
৩২। * থয়য়া যা—থৈ যা/যাওক
৩৩। + পুছিবাকো— পুহিবলৈও
৩৪। + খুৱাবাকো—খুৱাবলৈও
৩৫। + তুমালাগা—তোমালোকৰ
৩৬। + কুইছা—কৈছা
৩৭। কালাগা—কাৰ
৩৮। + আপি—ছোৱালী
৩৯। + বৰায়ো—গোত্ৰও
৪০। + হুবায়ো—বিশেষ গোত্ৰ সমষ্টিও
৪১। দিগাপ্-ইতা—আয়োজন কৰিছে
৪২। ৰেংনা—যাবলৈ
৪৩। কানি-জো—ক'লে
৪৪। ছা-ছা-কাম—আঙঠি
৪৫। পামচু—শিমলু
৪৬। খাঁউচই—ভোজ
৪৭। টোদালেংকা—বাঢ়েটোকা
৪৮। কং-মাণ্ডি—নাও
৪৯। মাঙ্কেলেংকা—মাছৰোকা
৫০। বা-ও—খং
৫১। ৰিণ্‌জি—নিন্দা, তাচ্ছিল্য
৫২। চেনাম্ৰ-ই—চিয়ঁৰি
৫৩। এথোনান্—এনেকৈ
৫৪। পাণ্ডা—বহুত

৫৫। খেঙেটং—আশীৰ্বাদ
৫৬। গিন্-না—ধুবলৈ
৫৭। ৰিম্-না—ধৰিবলৈ
৫৮। নেন্—কাপোৰ
৫৯। নক—ঘৰ
৬০। খাপাক—বুকু
৬১। নু-জো—বহিল
৬২। নুক্-জো—দেখিলে
৬৩।হাদাম—ঠাই
৬৪। হানচেংদাম—বালি-চৰ
৬৫। ছি-কান—মৰাশ
৬৬। উনুৰা—তথাপি
৬৭। ধেং-জো—উলিয়াই দিলে
৬৮। মুকেন্ হুজুৰি—চকুৰ পচাৰতে
৬৯। ৰাং-কাৰাং—স্বৰ্গ
৭০। অকাপাকে—সেই সময়ত
৭১। কাটাঙি-না—ওচৰলৈ
৭২। নাছিকায়—প্ৰাণৰ প্ৰতিম
৭৩। বায়-নি—দেৱতাৰ
৭৪। তে—আজি
৭৫। থিথাৰ—শুচিকৰণ
৭৬। মাৰ-মাৰ—সোনকালে
৭৭। ছান—মাথোন
৭৮। জিন্ জিন্—পৰস্পৰ
৭৯। খাপকায়—ক্ৰন্দন
৮০। খাপকায়-নি—ক্ৰন্দনৰ
৮১। ৰেকপান—কলগছ
৮২। ৰাংজো—লৈ গ'ল
৮৩। টানা-জো—থ'লে
৮৪। ফালাং-ঈ—সন্মুখত
৮৫। খুচেম—মুখ
৮৬। টান-জো—কাটিলে
৮৭। ফিছা-না—নাচিবলৈ
৮৮। কাফে-কাফে—ছেঁৰে-ছেঁৰে
৮৯। ছেও মান-জো—সমৰ্পণ কৰিলে
৯০। ফামানা মান-জো—জানিব পৰা হ'ল

+ আঞ্চলিক কথিত শব্দ

# নলুৱা-চলুৱা-গোন্ধশ্ৰী

সৃষ্টিকৰ্তাৰ ইচ্ছা হ'ল —পৃথিৱীৰ মানুহকো নৃত্য-গীত শিক্ষা দিবলৈ। সেয়ে তেওঁ পৃথিৱীলৈ পঠাই দিলে—স্বৰ্গৰ বিখ্যাত নৃত্য-গীত-কলাকাৰ তিনিজনক। ওৰং[১] হ'ল—নলুৱা-চলুৱা-গোন্ধশ্ৰী। সাৱধান কৰি দিলে আহিবৰ সময়ত। ক'লে—'পৃথিৱীত চলিবা সংযত মনেৰে। প্ৰলোভিত নহ'বা পৃথিৱীৰ মানুহৰ। নহ'লে আহিব নোৱাৰিবা— পবিত্ৰ স্বৰ্গ-ৰাজ্যলৈ।'

সিহঁত অৱতৰণ কৰিলে হাদিগি[২]। অতিক্ৰম কৰি আহি আছে বহু নদ-নদী, পাহাৰ-পৰ্বত। কিন্তু সংগ পোৱা নাই কোনো কায়নি[৩]। আহি আছে সিহঁত অবিৰাম গতিৰে।

হাচু-নি[৪] দাঁতিত এটা নিজৰা। ওচৰতে এখনি মিল্লা ছুং[৫]। বতৰ বৰ তুংয়া[৬]। ঘৰুৱা কাম-বন কৰি তিনিজনী গাভৰু আহিল নিজৰাত গা ধুবলৈ। সিহঁত গা ধুবলৈ ধৰিলে মুকলিমুৰীয়াভাৱে। সিহঁতৰ মাজত হৈ আছে—বহু ৰং-ৰগৰ, হাঁহি-খিকিন্দালি।

এনেতে আহি পালে—নলুৱা-চলুৱা-গোন্ধশ্ৰী। গাভৰুহঁতক দেখিলে সিহঁতে। সিহঁতে আত্মগোপন কৰিলে— সিহঁতৰ দৃষ্টিৰ অগোচৰে এটি জোপোহাৰ আঁৰত। সিহঁত মুগ্ধ হৈ পৰিল— তিনিজনী গাভৰুৰ ৰূপ-সৌন্দ্যৰ্যত। শিথিল হ'ল সিহঁতৰ সংযত মন। ওৰং-ই বাদাং[৭]। কল্পনাতীত আছিল এখে্ৰ[৮] ৰূপ-সৌন্দৰ্য আছে পৃথিৱীৰ গাভৰুৰ মাজতো। সিহঁতে পাহৰি গ'ল —সৃষ্টিকৰ্তাৰ সাৱধান-বাণী। তাৰ পৰিবৰ্তে জাগি উঠিল অন্তৰত এটি উদ্যম মিলন-আকাংক্ষা।

গা-ধোৱা হ'ল তিনিওজনী গাভৰুৰ। সাজু হ'ল ঘৰলৈ যাবলৈ। এনেতে দেখা দিলে তিনিও কলাকাৰে। যাদাগুং[৯] দেখি আচৰিত হ'ল— তিনিজনী গাভৰু। লজ্জিত হৈ থাকিল নীৰবে।

কলাকাৰ তিনিজনে সুধিলে অভয় দি—'তোমালোক দেৱী নে মানৱী?'— ভীত লজ্জিতভাৱে উত্তৰ দিলে গাভৰু তিনিজনীয়ে—'আমি মানৱী—ওকাল[১০] আমাৰ গাঁও। সিহঁতেও ক'লে—'আমিও মানুহ মাটিৰ পৃথিৱীৰ। নৃত্য-গীত

শিকাই ফুৰো পৃথিৱীৰ মানুহক।'

'আপোনালোক আহিছে ক'ৰপৰা?'—গাভৰু তিনিজনীয়ে সুধিলে।

বাটকুৰি বাই আহিছো চি[11]—বহু দূৰৈৰপৰা। ক্লান্ত-পৰিশ্ৰান্ত হৈছো আমি। আলহী হ'ব পাৰিমনে আজি নৰেং-ই[12] ঘৰত?'—কলাকাৰ তিনিজনে সুধিলে।

গাভৰু তিনিজনীয়ে সাহসেৰে উত্তৰ দিলে—মুখত মৃদু হাঁহি বিৰিঙাই—'কেলেইনো নোৱাৰিব? ৰিবা,[13] সৌৱা আমাৰ ঘৰ। পৰিচয় হ'ব পাৰিব— আমাৰ সকলোৰে লগত।'

গাভৰু তিনিজনীয়ে ঘৰ অভিমুখে খোজ ল'লে। সিহঁতেও লগতে অগ্ৰসৰ হৈছেহি। তৎক্ষণাৎ কোনো এক অদৃশ্য শক্তিয়ে উৰুৱাই নিলে সিহঁতক—আকাশৰ তিনিফালে। তিনিও বিকট চিঞৰৰ মাৰি উৰি গুচি গ'ল—সিহঁতৰ দৃষ্টিৰ অন্তৰালত। অবাক হৈ চিয়ে টংজো[14]—তিনিও গাভৰু স্বীৰ্গা-ই[15] পিনে। ক্ষণিক সময় ভেবা লাগি থাকিল বজ্ৰাহতৰ দৰে। সিহঁত কিৰ জো। কঁপিবলৈ ধৰিলে। এখোজ-দুখোজকৈ কম্পিত ভৰিৰে গৈ পালে ঘৰ। বহু সময়লৈকে প্ৰতিধ্বনিত হৈ আছিল সিহঁতৰ কৰ্ণ-কুহাৰত— সিহঁতৰ বিকট চিঞৰ। এই ঘটনাৰ কথা সিহঁতে বিৱৰি ক'লে ঘৰৰ আৰু গাঁৱৰ মানুহবিলাকক। কিন্তু কাৰণৰ সম্ভেদ নাপালে চাং-ও[16]।

ওৰং-ই[17] পাপ হ'ল— মৰ্ত্যৰ মানৱীৰ ৰূপ-লাৱণ্যত কাম মোহিত হোৱা বাবে। সেয়ে সৃষ্টিকৰ্তাই সিহঁতক ৰূপান্তৰ কৰি দিলে— নলুৱাক নলবাঁহৰূপে ৰাদাং পাহাৰত— চালুৱাক কাক বাঁহৰূপে কলা পাহাৰত আৰু গোন্ধশ্ৰীক গোন্ধশ্ৰী গছৰূপে নিৰ্গিনি-চিৰ্ গিনি পাহাৰত।

বন্দন-চন্দন দুই ককাই-ভাই। সিহঁত হৰিক্ষেত্ৰীৰ পুতেক। এদিন সিহঁত চিকাৰলৈ গ'ল— ৰাদাং পাহাৰলৈ। চিকাৰ বিচাৰি ফুৰিছে বনে বনে। পোৱা নাইকিয়া চিকাৰ। হঠাৎ বতাহত ছন্দযুক্ত সুমধুৰ ধ্বনি শুনিবলৈ পালে এচুপা নলবাঁহৰ পৰা। ধ্বনিটো হৈছে— 'পে পে পে........ পে পে পে....... বাঁহৰ চুপাৰ ওচৰলৈ গ'ল। আত্ম-বিভোৰ হৈ ধ্বনিটো শুনিবলৈ ধৰিলে সিহঁতে। তেতিয়া বাঁহচোপেই মাত লগালে— 'ডৰ তা-ছা[18]। মই নহওঁ নলবাঁহ। নৃত্য-গীত-কলাকাৰ দেৱ-যুৱক নলুৱা মই। পৃথিৱীত ৰিবা-বামুণ ১৯ মানুহক নৃত্য-গীত শিকাবলৈ সৃষ্টিকৰ্তাৰ আদেশ মতে। কিন্তু পৃথিৱীৰ গাভৰুৰ ৰূপত কাম মোহিত হোৱা পাপৰ ফলত ৰূপান্তৰ হৈছোঁ নলবাঁহৰূপে'— এইদৰে বিৱৰি ক'লে সকলো ঘটনা। স্মৃতি ৰক্ষাৰ বাবে শিকাই দিলে সিহঁতক বাঁহী তৈয়াৰ কৰা কৌশল আৰু তাৰ ধ্বনিৰ

সুৰবোৰ। এয়ে ৬/৭ ফুট দীঘল, বিন্ধাহীন 'কাৰা বাঁহী'। সিহঁতে চিন দিলে বাঁহচোপত আৰু বিদায় ল'লে তাৰপৰা।

সিহঁতে চিকাৰ বিচাৰি আহি পালে— কলা পাহাৰ। তাতো ৰতাহত এটি সুমধুৰ ধ্বনি শুনিবলৈ পালে— এচোপ কাক বাঁহৰপৰা ধ্বনিটো হৈছে— 'ধেত্তি হিহিটি হিট্... হিহি হিহিটি হিট্' ... একান্ত মনে ধ্বনিটো শুনিবলৈ ধৰিলে সিহঁতে। তেতিয়া বাঁহচোপাই মাত লগালে— 'সন্দেহ তা-খাৰ[২০]। মই ৰাজং-বা[২১] নহওঁ। মই ৰাং কাৰাং-ই[২২] নৃত্য-গীত-কলাকাৰ দেৱ-যুৱক চলুৱা। সৃষ্টিকৰ্তাই পঠাইছিল— পৃথিৱীৰ মানুহক নৃত্য-গীত কিত্ৰাং-না[২৩] । কিন্তু কামিনীৰ ৰূপত মোহিত হোৱা পাপৰ ফলত ৰূপান্তৰ হৈছোঁ— কাক বাঁহ ৰূপে।' এইদৰে বৰ্ণনা কৰি ক'লে ঘটনাৰ সবিশেষ। স্মৃতি ৰক্ষাৰ কাৰণে সিহঁতক শিকাই দিলে বাদ্যযন্ত্ৰ তৈয়াৰ কৰা কৌশল আৰু তাৰ ধ্বনিবোৰ। এয়ে এক পাব-যুক্ত 'বাডুং-ডুংপ্পা'। সিহঁতে চিন দিলে বাঁহচোপত আৰু বিদায় মাগিলে— ও-নি পাৰা[২৪]।

তাৰ পিছত সিহঁত আহিল নিৰ্গিনি-চিৰ্গিনি পাহাৰলৈ। তাতো ৰতাহত নায়া-জো[২৫] এটি সুমধুৰ ধ্বনি— এটি গোন্ধশ্ৰী গছৰপৰা ধ্বনিটো হৈছে— 'গিৰিম্ গিৰিম্ তান... তান গিৰিম্ গিৰিম্ তান... ' সিহঁতে শুনিবলৈ ধৰিলে ৰ লাগি। তেতিয়া গছজোপাই মাত লগালে— 'সন্দেহৰ কাৰণ নাই। মই নহওঁ গোন্ধশ্ৰী গছ। মই নৃত্য-গীত বিশাৰদ দেৱ-যুৱক গোন্ধশ্ৰী। আহিছিলো নৃত্য-গীত শিকাবলৈ পৃথিৱীৰ মানুহক—সৃষ্টিকৰ্তাৰ আদেশ মতে। কিন্তু পৃথিৱীৰ ধৰায় টাং-ই[২৬] ৰূপ-মাধুৰ্যত কাম মোহিত হোৱা পাপৰ ফলত ৰূপান্তৰ হৈছো— গোন্ধশ্ৰী গছৰূপে।' — এইদৰে ঘটনাৰ বিৱৰণ বিৱৰি ক'লে। তাৰ পাছত স্মৃতি ৰক্ষাৰ বাবে সিহঁতক শিকাই দিলে বাদ্য-যন্ত্ৰ তৈয়াৰ কৰা কৌশল আৰু তাৰ শব্দ— ধ্বনিবোৰ। এয়ে ৫/৬ ফুট বৌয়া[২৭] 'থাম' বা 'ঢাক' বাদ্য। সিহঁতে চিন দিলে গছডালত আৰু মেলানি মাগিলে তাৰ পৰা।

বন্দন-চন্দনে চিকাৰ মামা-চা-জো[২৮]এটিও। সিহঁত আহিল ঘৰলৈ। এই অভাৱনীয় ঘটনাৰ কথা জনালে— গাঁৱৰ মানুহবিলাকক। সিহঁত উদ্বিগ্ন হ'ল। বন্দন-চন্দনে গাঁৱৰ কায়-টাংয়া[২৯] লৈ গ'ল— সেই পাহাৰকেইখনলৈ আৰু তাতে বাবা-জো[৩০]— নল বাঁহ, কাক বাঁহ আৰু এটুকুৰা গোন্ধশ্ৰী গছ। সেইবোৰৰ দ্বাৰা তৈয়াৰ কৰিলে বাদ্য-যন্ত্ৰবোৰ— সিহঁতে শিকাই দিয়া কৌশলেৰে আৰু অনুশীলন কৰিলে বাদ্যৰ বোলসমূহ আৰু সুৰ-ধ্বনিবোৰ।

এয়ে ৰাভাসকলৰ প্ৰধান বাদ্য-যন্ত্ৰ— কাৰা বাঁহী, বাডুং ডুপ্‌পা আৰু খাম বা ঢাকৰ জন্ম-কাহিনী।

## ঃ অসমীয়া অৰ্থ ঃ

১. ওৰং— সিহঁত, ২. হা-দিগি-পৃথিৱীত, মাটিত, ৩. কায়নি— মানুহৰ, ৪. হাচুনি— পাহাৰৰ, ৫. মিল্লা ছং— সৰু গাঁও, ৬. তুংয়া— গৰম, ৭. ওৰং— ই বাদাং— সিহঁতৰ কাৰণে, ৮. এখ্ৰে— এনেকুৱা, ৯. যাদাগু— অকস্মাৎ, ১০. ও-কায়— সৌখনি, ১১. চিং— আমি, ১২. নাৰং-ই— তোমালোকৰ, ১৩. ৰিবা— আহক, ১৪. চিয়ে টংজো— চাই থাকিল, ১৫. স্বীৰ্‌গা-ই— আকাশৰ পিনে, ১৬. চাং-ও— কোনেও, ১৭. ওৰং-ই—সিহঁতৰ, ১৮. ডৰ তা-ছা— ভয় নাখাবা, ১৯. ৰিবা-বামুণ—আহিছিলোঁ, ২০. তা-খাৰ— নকৰিবা, ২১. বাজং-বা— কাক বাঁহ, ২২. ৰাংকাৰাংই-ই—স্বৰ্গৰ, ২৩. কিত্ৰাং-না— শিকাবলৈ, ২৪. ও-নি পাৰা— তাৰপৰা; ২৫. নায়া-জো— শুনিবলৈ পালে, ২৬. ধৰায়-টাং-ই— গাভৰুবিলাকৰ, ২৭. ৰৌয়া— দীঘল, ২৮. মানা-চা-জো— নাপালে, ২৯. কায়-টাং-য়া— মানুহবিলাকক, ৩০. তানে-ৰাব-জো— কাটি আনিলে।

# তগ্ৰায়ৰাজু-বসুন্দৰ

ক্ৰিমিচুং এজনা নেমছ্ পিয়ান[১] ঋষি। ইচ্ছা হ'ল তেওঁৰ সংসাৰ কৰিবলৈ। মিচিক-গাগুা[২] গ্ৰহণ কৰিলে— ততায়মাৰি জিমাৰীক। সময়ত ল'ৰা সন্তান এটি প্ৰসৱ কৰিলে। নাম থ'লে তাৰ বসুন্দৰ। ঋষিৰ পুনঃ বিতৃষ্ণা জন্মিল সংসাৰৰ প্ৰতি। সেয়ে বসুন্দৰৰ জন্মৰ পিছতে ঋষি গ'ল ঘোৰ তপস্যা কৰিবলৈ। বিদায়ৰ বেলিকা পত্নীক কৈ গ'ল— সন্তানটিক ভালদৰে প্ৰতিপালন কৰিবলৈ। লগতে কৈ গ'ল— কোনো বিপদ হ'লে তেওঁক স্মৰণ কৰিবলৈ।

মাক আৰু পুতেক। পৰিয়ালত কোনো নাই। এই বসুন্দৰৰ কালনৰা ৰিম্ জো[৩]। মাক ততায়মাৰি-জিমাৰী নিজই ওজানী। সেয়ে, তাই নিজেই পান্চাক[৪] বিচাৰিবলৈ গ'ল— 'ছিৰি' পাহাৰলৈ।

হান্দাৰচি-জিমাৰী বেলেগ গাঁৱৰ আন এজনী বিধৱা তিৰোতা। তাইৰো আছে একমাত্ৰ এজনী ছোৱালী। নাম তাইৰ তগ্ৰায়-ৰাজু। সেই সময়তে তগ্ৰায়-ৰাজুৰো জ্বৰ হ'ল। ছোৱালীজনীৰ বাবে তায়ো ঔষধ বিচাৰি গ'ল— সেই চিৰি পাহাৰলৈকে।

ততায়মাৰি-জিমাৰী সুললিত সুৰে বজাব জানে বুবুলেংকা[৫]। তাই থাকিব নোৱাৰে বুবুলেংকা বিনা। সেয়ে তাই ঔষধ বিচাৰি ফুৰিছে বুবুলেংকা বজাই। হান্দাৰচি-জিমাৰীও ঔষধ বিচাৰি আছে। বুবুলেংকাৰ সুমধুৰ ধ্বনি হান্দাৰচি জিমাৰী নায়া-জো[৬]। সেই সুৰধ্বনি অনুসৰণ কৰি তাই লগ পালে— ততায়মাৰি-জিমাৰীক।

সাক্ষাৎ প্ৰসংগত পৰস্পৰ পৰিচিত হ'ল— দুয়ো গৰাকী মিচা[৭] ব্যক্তিগত সাংসাৰিক জীৱনৰ কথা-বতৰাও হ'ল বহুতো। দুয়ো বিচাৰি পালে— নিজৰ নিজৰ ঔষধ। ৰেংবা পেকে[৮] উভয়ে কাথা-ৰাখু-জো[৯]— সিহঁতৰ ল'ৰা-ছোৱালীক টোডে একাম ৰাখু-না[১০]।

কিছুদিনৰ পিছত মাছান ছা-জো[১১]—ততায়মাৰি জিমাৰীক। বেচেৰা বসুন্দৰ ঘাট-মাউৰা হ'ল। সি তেতিয়াও নাবালক। উপায় নাপাই সি থাকিল—

কাঞ্চাবাকু-টিক্কৰ্-ৰাজু নামে এজনী তিৰোতাৰ আশ্ৰয়ত।

বসুন্দৰ যৌৱনত ভৰি দিলেহি— চন্দ্ৰকলাৰ দৰে লহ-পহকৈ বাঢ়ি। তাৰ সুঠাম দেহ-গঠন আৰু ৰূপ-সৌন্দৰ্যক নুক্‌বাৰ-জো[12] আশ্ৰয়দাত্ৰী কাঞ্চাৰাজু-টিক্কৰ-ৰাজুৱে। তাই এজনী নেম্‌-ছ্যা[13] প্ৰকৃতিৰ। টিক্কৰ[14] বিদ্যা আৰু নানা মায়া বিদ্যা জানে তাই সৰু কালৰেপৰা। সেয়েহে তাই বাধ্য হৈ আছে— অবিবাহিতা জীৱন-যাপন কৰিবলৈ।

ততায়মাৰি জিমাৰী আৰু হান্দাৰচি-জিমাৰীৰ প্ৰতিশ্ৰুতি মতে বসুন্দৰ আৰু তম্ৰায়ৰাজুৰ যে বিয়া হ'ব— ই সকলোৰে বিদিত। কিন্তু কাঞ্চাৰাজুৰ সহ্য নহ'ল। সেয়ে তাইৰ অন্তৰত এক অদম্য আখেচ[15]। বয়সত কনিষ্ঠ হ'লেও তাইৰ মন উদ্বিগ্ন হৈ মাংছা-জো[16]— বসুন্দৰক উম্বা-গাগুা[17] উপভোগ কৰিবলৈ।

বিয়াৰ নিৰ্দিষ্ট দিন থিৰ হ'ল— বসুন্দৰ আৰু তম্ৰায়-ৰাজুৰ। কাঞ্চাৰাজু হৈ পৰিল উপায়হীনা। তাই এক কৌশল কৰিলে। মায়া-বিদ্যাৰ বলেৰে পৰিবৰ্তন কৰিলে— বিয়াৰ দিনা। তম্ৰায়ৰাজুক তাইৰ ৰূপটো দিলে আৰু তাই নিজেই কন্যা সাজত বিয়াত বহিল— তম্ৰায়ৰাজুৰ ৰূপ লৈ। গম নাপালে কোনেও।

বিয়াৰ পিছদিনা— কাঞ্চাৰাজুয়ে নিজৰ প্ৰকৃত ৰূপ প্ৰকাশ কৰিলে কন্যা সাজত। সকলোৱে বিস্মিত হ'ল আৰু দুখ কৰিলে হুতভাগিনী তম্ৰায়-ৰাজুৰ বাবে। বিয়াৰ পৰা বঞ্চিত হ'ব লগা হোৱাত বাধ্য হৈ তম্ৰায়-ৰাজু বিৰহ-ব্যথিত অন্তৰে গুচি গ'ল— মাকৰ ঘৰলৈ। জঁয় পৰি গ'ল— তাইৰ জ্যক্‌ছাই চাৰপাক-নি[18] আশা-আকাংক্ষা।

মৰ্মাহত হ'ল বসুন্দৰো। তাৰো মন-প্ৰাণ কান্দি উঠিল তম্ৰায়ৰাজুৰ বিৰহ বিচ্ছেদত। তাৰ অন্তৰ্দ্বন্দ্ব হ'ল। সি চেষ্টা কৰিবলৈ ধৰিলে সেই দুশ্চৰিত্ৰা কাঞ্চাৰাজুৰপৰা চিৰ-বিচ্ছেদ হ'বলৈ। উপায় পাণ্ডিবলৈ ধৰিলে সি— ছান-ফা-য়ান[19]। ছান-ছ্য[20] বসুন্দৰে তুনকা-জো[21] বেমাৰ হোৱা বুলি শয্যাশায়ী হৈ থাকিল। বহুবিধ ঔষধ দিলে কাঞ্চাৰাজুয়ে; কিন্তু আৰোগ নহ'ল— বসুন্দৰৰ বেমাৰ। তাই আচৰিত হ'ল। বসুন্দৰে ক'লে— 'সৰু কালতো হৈছিল মোৰ এই বেমাৰ। গুৰফাং নামে এজনা ঋষি আছে ছিৰি পাহাৰত। মোৰ বেমাৰ আৰোগ্য হ'ব— তেওঁৰ পৰাই ঔষধ আনাগৈ— যদিহে তুমি কামনা কৰা— মোৰ আৰোগ্য।'

কাঞ্চাৰাজু সাজু হ'ল যাবলৈ। বসুন্দৰে তুনুকা-জো[20] বেঁকা বাম[24]। নিৰ্দেশ মতে যাত্ৰা কৰিলে তাই। তাই যোৱাৰ পিছতেই সিও আগে গৈ ছিৰি পাহাৰ

পালেগৈ পোন বাটেদি গৈ আৰু গুৰফাং ঋষি হৈ থাকিল ছদ্মবেশ ধাৰণ কৰি। বহি থাকিল— বৃহৎ পাখ্‌ৰি গছৰ তলত।

অলপ পিছত— ছিৰি পাহাৰ পালে কাঞ্চাৰাজুয়েও। উপস্থিত হ'ল ছদ্মবেশী গুৰফাং ঋষিৰ ওচৰত। ঋষিক সেৱা এটি জনাই ক'লে—

'প্ৰভু! নাংয়ি[25] ওচৰলৈ আহিছোঁ।'

'আনা[26] ৰিবিতা[27]?'

'আংয়ি[28] স্বামীৰ বেমাৰ হৈছে।'

'চাং[29]তোমাৰ স্বামী?'

'কোন বসুন্দৰ? চাংয়ি[30] পুত্ৰ?'

'ততায়মাৰি-জিমাৰীৰ পুত্ৰ।'

'অ, যিজনক তুমি ছলেৰে বিয়া কৰাইছা? মই সকলো জানিব পাৰিছোঁ।'— নিমাত হৈ থাকিল কাঞ্চাৰাজু।

ওনি চাবানি[31] ঋষিয়ে গদগদ সুৰে ক'লে— 'ধৰ্মতঃ বসুন্দৰ হান্দাৰচি-জিমাৰীৰ কন্যা তপ্ৰায়-ৰাজুৰহে স্বামী। তাক ছলেৰে স্বামীৰূপে গ্ৰহণ কৰা মহাপাপ হৈছে তোমাৰ। তোমাৰ মূৰত গ্ৰীক[32] হৈছে— বসুন্দৰৰ তৰোৱালত মামৰে ধৰিছে— বসুন্দৰৰ বেমাৰ হৈছে— তোমাৰ এই পাপৰ ফলতেই! ৰেং[33] দুয়ো স্নান কৰাগৈ— পবিত্ৰ ছিদৰাই নিজৰাত। তুমি তিকাম[34] ধুবা ঘিলাগুটিৰ সাহেৰে আৰু তোমাৰ স্বামীক ধাৰ দিবলৈ তাৰ মামৰে ধৰা তৰোৱালখন— এচটা শিলত। তেতিয়াই তোমাৰ স্বামীৰ বেমাৰ আৰোগ্য হ'ব, যেতিয়াই তোমাৰ মূৰৰ ওকণি নোহোৱা হ'ব আৰু তাৰ তৰোৱালখন নায়য়া[35] হৈ ধাৰ উঠিব। যোৱা, কোনো ঔষধ নাই তোমাৰ স্বামীৰ বেমাৰৰ।'

দুনাই ক'ব নোৱাৰিলে কাঞ্চাৰাজুৱে। নীৰৱে ঘৰলৈ খোজ ল'লে তাই। বসুন্দৰেও গুৰফাং ঋষিৰ ছদ্মবেশ এৰি পোন বাটেদি ঘৰলৈ আহিল— তাই আহি নৌপাওঁতেই। সি আগৰ দৰে বিছনাত পৰি থাকিল— বেমাৰী হৈ।

কাঞ্চাৰাজুৱে ঘৰলৈ আহি ঋষিৰ সকলো কথা জনালে স্বামী বসুন্দৰক। পিছদিনা ঋষিৰ পৰামৰ্শ মতে— দুয়ো গ'ল পবিত্ৰ ভাৱেৰে পবিত্ৰ ছিদৰাই নিজৰাত। কাঞ্চাৰাজুৱে ঘিলাগুটিৰ সাহেৰে ওকণিৰে পৰিপূৰ্ণ খোৰো-তাৰ[36] ধুবলৈ ধৰিলে। বসুন্দৰেও শিল এচটাত ধাৰ দিবলৈ ধৰিলে— মামৰে ধৰা তৰোৱালখন। ওকণি আছে নে নাই বুলি কাঞ্চাৰাজুৱে আলাসৰ লাক হৈ তাইৰ

চুলিকোচা যাদুং যাদুং[৩৭] দেখুৱায় তাইৰ স্বামীক। বসুন্দৰেও লিৰিকি-বিদাৰি চায় তৰোৱাল হাতত লৈ। তৰোৱালখনৰ ধাৰ উঠিল— চক্‌চকীয়া হ'ল। কাঞ্চাৰাজুৱে পিছৰ বাৰ চুলিকোচা দেখুৱাওঁতেই তাইৰ ডিঙিটো কেট্রাক-আনিং[৩৮] কৰিলে বসুন্দৰে। ডাইনী বিদ্যা জানে কাঞ্চাৰাজুৱে। সেয়ে তাই ছি-চা-জো,[৩৯] মূৰটো তক্রাঙিপাৰা[৪০] ছিঙি পৰিলেও। তৎক্ষণাৎ তাইৰ কটা মূৰটোৱে 'ম্যাও ম্যাও' শব্দ কৰি কাক্-না[৪১] খেদি গ'ল— বসুন্দৰক। বসুন্দৰ উপায়হীন হৈ দৌৰি গৈ মুংছা-জো[৪২]— বহু ডাল-পাতেৰে পৰিপূৰ্ণ এজোপা বৃহৎ পাখ্‌ৰি গছত। ঘিলা-লতাৰে আবৃত পাখ্‌ৰি গছজোপা। সেয়ে, কাঞ্চাৰাজুৰ কটা মূৰটোৱে তাক ছিমে-ৰেং-জো[৪৩]— ঘিলা লতাৰে বগাই।

বসুন্দৰ বিবুদ্ধিত পৰিল। হঠাৎ মনত পৰিল— মাকে কৈ যোৱা কথাষাৰ। সেইমতে সি স্মৰণ কৰিলে ঋষি বাপেকক। স্মৰণ কৰা মাত্রে—ঋষিয়ে জানিব পাৰিলে- পুতেকৰ বিপদৰ কথা। তৎক্ষণাৎ তেওঁৰ প্রধান শিষ্য ৰাম-পোৱাৰিক পঠালে পুতেকক বিপদৰ পৰা উদ্ধাৰ কৰিবলৈ। তাপ্-তাপ্ ৰিবা-জো[৪৪] 'ৰাম-পোৱাৰি'। সি বসুন্দৰক পৰামৰ্শ দিলে— ঘিলালতাডাল কাটি দিবলৈ। সি তাকে কৰিলে। লতাৰে সৈতে বাগৰি পৰিল কাঞ্চাৰাজুৰ কটামূৰটো। কিন্তু মাটিত পৰিলেও চকু টেলেকাকৈ চাই থাকিল বসুন্দৰৰ পিনে। সি নামিব নোৱৰা হ'ল। ভয়তে হাত-ভৰি লুকাল তাৰ। ৰাম-পোৱাৰিও বিবুদ্ধিত পৰিল।

বসুন্দৰে পুনঃ স্মৰণ কৰিলে বাপেকক। বাপেকে অৱস্থা বুজি এইবাৰ পঠাই দিলে দুটা দঁতাল ৰাক্[৪৫]। বাক্ দুটাই তৎক্ষণাৎ আহি খুন্দিয়াই খুন্দিয়াই চুৰমাৰ কৰি দিলে— কাঞ্চাৰাজুৰ কটা মূৰটো। বসুন্দৰ উদ্ধাৰ হ'ল বিপদৰ পৰা। নিষ্কণ্টক হ'ল সি।

বসুন্দৰ আহিল ঘৰলৈ। মাকৰ পূৰ্ব-প্রতিশ্রুতি মতে— সি বিয়া কৰিবলৈ মন মেলিলে তস্রায়ৰাজুক। সি গ'ল তস্রায়ৰাজুৰ ঘৰলৈ। প্রকাশ কৰিলে কাঞ্চাৰাজু বেমাৰত মৰা বুলি। সেয়ে বিয়া দিবলৈ সন্মত হ'ল— তস্রায়ৰাজুৰ মাকেও। সেইমতে বিয়া হ'ল সিহঁতৰ। অভিলাষিত দাম্পত্য-জীৱন লাভ কৰিলে দুয়ো।

দুয়োৰো অন্তৰত অশান্তি বিৰাজমান— জীৱনৰ মাধুৰ্য ভৰপূৰ। দিনবোৰ গৈ আছে। সময়ত বসুন্দৰে প্রকাশ কৰিলে তস্রায়াৰাজুক কাঞ্চাৰাজুৰ প্রকৃত মৃত্যু ছাথাৰ[৪৬]। তস্রায়ৰাজু হ'ল আচৰিত!

ছান-ছা[৪৭] তস্রায়ৰাজুৱে স্বামীক লৈ গ'ল মাকৰ ঘৰলৈ। কথা-প্রসংগত-তাই

কাঞ্চাৰাজুৰ প্ৰকৃত মৃত্যু-কাহিনী ক'লে মাঁকক। মাক হান্দাৰচি জিমাৰীৰ ৰাগ্ দং-জো[৪৮]— কানোংব্ৰা[৪৯] বসুন্দৰে মিছা কোৱা বাবে। তাই ভাবিলে, এনেকুৱা অন্যায় তাইৰ জীয়েককো কৰিব পাৰে। সেয়ে জোৱায়েকক এই অন্যায়ৰ এসেকা দিবলৈ ককায়েক মাৰাংগাক জনালেগৈ। 'মাৰাংগা' অতি খঙাল, কিন্তু সত্যৰ সেৱক আৰু দুষ্টৰ দমনকাৰী। এই কথা শুনি তাৰো খং উঠিল। সি ছিমে ৰিবা-জো[৫০] বসুন্দৰক এসেকা দিবলৈ। ভয়ত বসুন্দৰ পলাল— ঘৰৰ পিছ ফালেদি। দাৰঠুং-না[৫১] ধৰিলে। তস্ৰায়ৰাজুও দৌৰিবলৈ ধৰিলে— তাৰ পিছে পিছে। তাই অভয় দি মাতিবলৈ ধৰিলে— চিএঙৰি চিএঙৰি। কিন্তু নুশুনিলে সি। দ্ৰুত গতিৰে দৌৰিবলৈহে ধৰিলে। বসুন্দৰ আগে আগে তস্ৰায়-ৰাজু পিছে পিছে। ভুং— জো[৫২] তাক বহু দূৰৈত। বাৰে ৰিবা-না[৫৩] অমান্তি হ'ল বসুন্দৰ। তস্ৰায়ৰাজুও বাধ্য হ'ল— স্বামীৰ ঘৰলৈকে আহিবলৈ। শেহত— আহি আছে দুয়ো— ঝ্ৰিম্ ঝ্ৰিম্[৫৫]।

'সাৰাংগা' খঙত গাং-জো[৫৫] — বসুন্দৰক এসেকা দিবলৈ নাপায়। সি মায়াবী। সেয়ে পথ-ভ্ৰষ্ট কৰিলে সিহঁতক মায়াৰ বলেৰে।

সিহঁত অংদায়-জো[৫৬]। আহিবলৈ ধৰিলে বিৰিণাৰ মাজে মাজে। তাৰ মাজে মাজে ডাঙৰ সৰোবৰ। বুখি[৫৭] হৈ পৰিল বসুন্দৰ। তাঠেং[৫৮] অচল হ'ল। বিৰিণাৰ মাজত বহুত গুক্[৫৯]। সি ভোকতে খাবলৈ খুজিলে সেইবোৰকেই।

তস্ৰায়ে জানিলে— সকলো তাইৰ মামা-ব্ৰা-নি[৬০] ছলনা বুলি। তাই স্বামীক মানা-জো[৬১] জীয়া ফৰিংবোৰ নাখাবলৈ। গাঁও এখন দেখিলে চিপান-ঝান্বায়ী[৬২]। পুনঃ বাধা দি তাই স্বামীক ক'লে— 'তা-ছা[৬৩] এই জীয়া ফৰিংবোৰ। পুৰিহে খাব লাগিব এইবোৰ। মই জুই লৈ আহোঁগৈ— সৌ গাঁৱখনিৰ নক-ছা-নি-পাৰা[৬৪]; ধৈৰ্য ধৰি থাকা সিমান সময়লৈকে।'— এইবুলি কৈ তাপ্ তাপ ৰেং-জো[৬৫] — সেই গাঁও অভিমুখে। কিন্তু তাই পাহৰিলে। স্বামীক কানি-চা-জো জীয়া ফৰিং খোৱাৰ পৰিণাম।

পাপী স্বামী সংগিনী বুলি তাইকো মামাব্ৰা-য়ান[৬৭] আবৃত কৰিলে— মায়াৰ-দ্বাৰা। ৰেঙে ৰেঙে[৬৮] তস্ৰায়ে গাঁওখনি নাপায়। বহু সময়ৰ পিছত পালে— মায়াৰ গাঁওখনি। উপস্থিত হ'ল— এঘৰত। তাত ফুল বাছি আছে— কেইজনীমান শিপিনীয়ে। কাপোৰত নেম ছুকা নেম্ছুকা[৬৯] পাব[৭০] দেখি পাহৰি গ'ল তাই স্বামীৰ কথা— জুই নিয়াৰ কথা। মনত পৰিল ক্ষণিক পিছতে। দৌৰিবলৈ ধৰিলে গৃহস্থৰ পৰা জুইৰ আঙঠা এটি লৈ। কিছুদূৰ গৈ দেখে হাতত জুইৰ আঙঠা নাই—

কাঠশালাহে। উভতি চাই দেখে— নাই মায়াৰ গাঁওখনিও।

দুখে-ভাগৰে, উদ্বিগ্ন-চিত্তে দৌৰি গৈ গৈ পালে সৰোবৰ-তীৰ। দেখে— তাইৰ স্বামী নাই। বিৰাটাকায় পখীত ৰূপান্তৰ হৈছে— তাইক অপেক্ষা কৰি, ভোকত অস্থিৰ হৈ জীয়া ফৰিং খালে। সি এতিয়া আপোন-মনে মাছ-ফৰিং ধৰি খাই ফুৰিছে— বিৰিণাৰ কাষে কাষে— সৰোবৰৰ তীৰে তীৰে...

স্বামীৰ এই দুৰৱস্থা দেখি বিকট চিঞৰ মাৰি ছি-তই-জো[১১] হ'ল তাই... চেতনা পাই উঠি— 'স্বামী! স্বামী!— বুলি মাতি দৌৰি গ'ল তাক ধৰিবলৈ। কিন্তু তাইক ধৰা ৰাখু-চা[১২] পখী ৰূপী স্বামীয়ে ওচৰ পালেই— কিছুদূৰ উৰা মাৰি ধুপুহকৈ পৰে। তাইয়ো পিছে পিছে লৰ মাৰে— তাক ৰিম্-না[১৩]। সি আকৌ কিছুদূৰ উৰি মাৰি ধুপুহকৈ পৰে। এনেকৈ তাই পশ্চাদ্গমন কৰিলে বহুদূৰ... শেহত পখীৰূপী স্বামী বসুন্দৰ বিৰিণাৰ আঁৰে আঁৰে পুৰে জাৰ-ৰেং-জো[১৪]— তাইৰ চকুৰ দৃষ্টিৰ পৰা— দিগ্-দিগন্তলৈ...

তাই মাথোন অনিমেষ নয়নে চাই থাকিল কিছুক্ষণ... শেষত মূৰ্ছিতা হ'ল ধুপুহকৈ পৰি। কোনে জানে কিমান সময় থাকিল... চেতনা পাই উঠিল লাহেকৈ। অশ্ৰুধাৰাৰে পৰিপূৰ্ণ চকুৰে পিছফালে চাই দেখে— তাইৰ চিৰ-চিনাকি মাকৰ ঘৰলৈ যোৱা সেন্দুৰীয়া বাট। দুখে-ভাগৰে জৰ্জৰিতা, বিৰহ-ব্যথিত অন্তৰে আলুলায়িত বেশে— চকুলো টুকি টুকি এখোজ-দুখোজকৈ আগবাঢ়ি গ'ল— মাকৰ ঘৰলৈ।

তাইৰ দাম্পত্য জীৱন অপূৰ্ণ হৈ ৰ'ল। তাই অধবা হৈয়ে থাকিল।

**ঃ অসমীয়া অৰ্থ ঃ**

১. নেমছু পিয়ান্— ডাঙৰ, প্ৰধান
২. মিচিক-গাঙা— পত্নীৰূপে
৩. কালমৰা ৰিম্-জো— জ্বৰ হ'ল
৪. পাগ্চাক— ঔষধ
৫. বুবুলেংকা— মুখেৰে বজোৱা এবিধ তৃণ-বাদ্য
৬. নায়া-জো— শুনিলে
৭. মিচা— ভিৰোতা

৮. ৰেংবা পেকে— বিদায় বেলিকা
৯. কাথা-ৰাখু-জো— প্ৰতিশ্ৰুতি দিলে
১০. টোডে-একাম ৰাখু-না— বিয়া দিবলৈ
১২. মাছান ছা-জো— বাঘে খালে
১৩. নেম্-ছা— বেয়া, দুষ্টা
১৭. নুকবাৰ-জো— পছন্দ কৰিলে
১৪. টিক্কৰ— ডাইনী
১৫. আখেচ— হিংসা
১৬. মাংছা-জো— উঠিল
১৬. উম্বা-গাণ্ডা— পতিৰূপে
১৮. জ্যক্ছাই চাৰ্পাক-নি— দাম্পত্য জীৱনৰ
১৯. ছান-ফাৰ-য়ন— দিনে-ৰাতিয়ে
২০. ছান-ছা— এদিনাখন
২১. তুন্‌ক-জো— ভাও জুৰিলে
২২. আঙা— মোক
২৩. তুনুকা-জো— দেখুৱালে
২৪. ৰাম— বাট, পথ
২৫. নাংয়ি— আপোনাৰ
২৬. আনা— কেলেই
২৭. ৰিবিতা— আহিছা
২৮. আঙি— মোৰ
২৯. চাং— কোন
৩০. চাংয়ি— কাৰ
৩১. ও-নি চাবানি— তাৰ পিছত
৩২. ৱীক— ওকণী
৩৩. ৰেং— যোৱা
৩৪. তিকাম— মূৰ
৩৫. নায়য়া— চক্‌চকীয়া, উজ্জ্বল
৩৬. খোৰে-তাৰ— চুলিকোচা

৩৭. যাদুং যাদুং— মাজে মাজে
৩৮. কেট্ৰাক্-আনিং— দুটুকুৰা
৩৯. ছি-চা-জো— নমৰিল
৪০. তক্ৰাঙি-পাৰা— ডিঙিৰ পৰা
৪১. কাক্-না— কামুৰিবলৈ
৪২. মুংছুং-জো— উঠিল
৪৩. ছিমে ৰেংজো— খেদি গ'ল
৪৪. তাপ্ তাপ্ ৰিবা-জো—-বিদ্যুৎ বেগে আহিল
৪৫. বাক্— গাহৰি
৪৬. ছাথাৰ (ছাছ্তাৰ)— কাহিনী
৪৭. ছান-ছা— এদিনাখন
৪৮. ৰাগ্ দং-জো— খং উঠিল
৪৯. ঝানোং-ব্ৰা— জোৱায়েক
৫০. ছিমেৰিবা জো— খেদি আহিল
৫১. দাৰ্ঠুং-না— দৌৰিবলৈ
৫২. ভুং-জো— লগ পালে
৫৩. বাৰে ৰিবা-না— উভতি আহিবলৈ
৫৪. জিম্ জ্ৰিম্— লাহে লাহে
৫৫. গাং-জো— উত্তেজিত হ'ল
৫৬. আংদায়-জো— পথভ্ৰষ্ট হ'ল
৫৭. বুখি— ক্ষুধাৰ্ত, ভোকাতুৰ
৫৮. তাঠেং— ভৰি
৫৯. গুক্— ফৰিং
৬০. মামা-ব্ৰা-নি— মোমায়েকৰ
৬১. মানা-জো— বাধা কৰিলে
৬২. চিপান ঝান্‌বায়ী— অলপ দূৰৈত
৬৩. তা-ছা— নাখাবা
৬৪. নক্-ছা-নি-পাৰা— এঘৰৰপৰা
৬৫. তাপ্ তাপ্ ৰেং-জো— বেগেৰে গ'ল

৬৬. কানি-চা-জো— নক'লে
৬৭. মামা-ব্রায়ান্— মোমায়েকে
৬৮. ৰেঙে ৰেঙে— গৈ গৈ
৬৯. নেম্ছুকা নেম্ছুকা— সুন্দৰ সুন্দৰ
৭০. পাৰ— ফুল
৭১. ছি-তই-জো— মূৰ্ছিতা হ'ল
৭২. ৰাখু-চা— ধৰা নিদিয়ে
৭৩. ৰিম্-না— ধৰিবলৈ
৭৪. পুৰে-জাৰে-ৰেং-জো— উৰি গুচি গ'ল

# তস্ৰায়-ৰাজু-নালং

'ডবাইনাং-ডুবুনাং' প্ৰাকৃতিক সৌন্দৰ্যৰে পৰিপূৰ্ণ এটা পাহাৰ। এই হাচুনিং[১] দুয়ো কাষেদি কুল কুল সুৰে বৈ আহিছে— ৰংখনচি আৰু তুখুৰচি নামে দুটা নিজৰা আৰু দুয়োটাই ৰুবুঙেতা[২] পাহাৰৰ শেষ প্ৰান্তত।

এসময়ত ৰাভাসকলৰ এটি বাৰায়ৰ (গোত্ৰৰ) মানুহ বাস কৰিছিল এই পাহাৰৰ নামনিত। নালং নামে এজনা বীৰ-যোদ্ধা ওৰংয়ি[৩] ভিতৰত আছিল। তেওঁলোক আছিল নুমিল ঋষিৰ বংশধৰ। এই ঋষিৰ এজনী ভনীয়েক আছিল নাম তাইৰ 'হান্দাৰাচি-জিমাৰী'। ৰূপ সৌন্দৰ্যৰ ৰাণী। তস্ৰায়-ৰাজু তাইৰে জীয়েক। তস্ৰায়-ৰাজুৰ বিয়া হৈছিল বসুন্দৰ নামে এজন চেৰাং-নি পাকে[৪]। কিন্তু দৈব-দুৰ্বিপাকত বিচ্ছেদ ঘটে সিহঁতৰ দাম্পত্য-জীৱনৰ। বসুন্দৰ ৰূপান্তৰিত হয় এটা বিৰাটাকায় চৰাইৰ ৰূপত আৰু 'তস্ৰায়-ৰাজু' মাকৰ ঘৰলৈ আহি হৈ থাকে অধবা।

কোনোৱে নুই কৰিব নোৱাৰে যৌৱনক। তস্ৰায়ো জাংচা-জো[৫]। কোনো এক দুৰ্বহ মুহূৰ্ত্তত-গোপন মিলন হ'ল— তস্ৰায় আৰু নালঙৰ। যথা সময়ত গৰ্ভৱতী হ'ল তস্ৰায়। নিজৰ শাৰীৰিক অবয়ৱ অনুভৱ কৰি— তস্ৰায়ে প্ৰকাশ কৰিলে নালঙক।

তস্ৰায় ঋষি-বংশধৰ নালঙো বীৰ, বংশধৰ। পাপ হ'ল সিহঁতৰ লোক-চকুৰ অন্তৰালত। সেয়ে চিন্তান্বিত হৈ পৰিল দুয়ো। এপিনে সমাজত পাপৰ কলংক বহন কৰা— এই দুই চিন্তাত সিহঁত হৈ পৰিল আবেগিক। মৃতপ্ৰায় হ'ল সিহঁত। শেষত উভয়ে চূড়ান্ত সিদ্ধান্ত কৰিলে— মানুহৰ দৃষ্টিৰ অগোচৰে— মৃত্যুক বৰণ কৰিবলৈ।

ৰংখনচি আৰু তুখুৰচি নিজৰাৰ সংগম সোঁতৰ ভাটীৰ কিছু দূৰৈত এখনি অটব্য হাবি। হাবিখন শ্বাপদ-সংকুল, সেয়ে জনশূন্য। সেই নদীৰ পাৰতে এটি হাম্‌প্ৰেং— নক[৬] হাম জো[৭] — লোক-চকুৰ অন্তৰাল হৈ।

এদিন পবিত্ৰভাৱে ধাংজো[৮] খেৰি ঘৰটিৰ ভিতৰত। দুয়ো ভগৱানক একচিত্তে

ছাক্-জো[৯]— এই পাপৰ প্ৰায়শ্চিত্ত হৈ— পৰলোকত স্থান পাবলৈ। তাৰ পিছত জুই লগাই দিলে খেৰি-ঘৰটিত। জ্বলি উঠিল জুই দপ্‌দপ্‌কৈ। কিন্তু সহ্য নহ'ল সিহঁতৰ দাহন-জ্বালা। বাধ্য হৈ দোগোবা-ই[১০] লৰ মাৰিলে— দুয়োজনে বেৰ ভাঙি— দুয়োফালে। দাহনৰ জ্বালা উপশম কৰিবলৈ নালঙে জাঁপ দিলে— দাগুানি[১১] গভীৰ পানীত আৰু তম্রায়ে লৰ মাৰিলে— নিবিড় অৰণ্যলৈ। নালং— এবিধ মাছলৈ ৰূপান্তৰিত হ'ল— চিকানি[১২] তললৈ গৈ, আৰু তম্রায় এবিধ চৰাইৰ ৰূপ পালে গ্ৰিম্-নি[১৩] মাজলৈ গৈ।

এনেকৈয়ে অৱসান ঘটিল— সিহঁতৰ দাম্পত্য-জীৱন।

(ৰাভাসকলৰ মতে— এয়ে নালং মাছ আৰু তম্রায় চৰাইৰ জন্ম-কাহিনী। লোক-বিশ্বাস আছে যে যেতিয়া তম্রায় চৰায়ে মাতিবলৈ ধৰে— কোনো নদী, নিজৰা বা জলাশয়ৰ পাৰত, তেতিয়া নালং মাছবোৰ ওলাই আহে পানীৰ তলৰ পৰা)

## ঃ অসমীয়া অৰ্থ ঃ

১. হাচু-নি— পাহাৰৰ
২. ৰুবঙেতা— লগ লাগিছে
৩. ওৰংয়ি— সিহঁতৰ
৪. চেংৰানি-পাকে— ডেকাৰ লগত
৫. জাং-চা-জো— নোৱাৰিলে
৬. হাম্‌প্ৰেং-নক্— খেৰি ঘৰ
৭. হামা-জো— সাজিলে
৮. ধাং-জো— সোমাল
৯. ছাক্-জো— প্ৰাৰ্থনা জনালে
১০. দোগোবা-ই— ওলাই
১১. দাগুা-নি— নদীৰ
১২. চিকা-নি— পানীৰ
১৩. গ্ৰিম্-নি— হাবিৰ

# থোপে-নেচে

চিলংগতক পাহাৰ। নামনিত এখনি সৰু গাঁও। তাত আছিল এটা বুঢ়া। তাৰ নাম ফেদ্ৰা। সি অন্ধ। পৰিয়ালত তাৰ দুটা ল'ৰা, দুজনী ছোৱালী। ডাঙৰটো ল'ৰাৰ নাম থানা-আবুজা আৰু সৰুটোৰ নাম লোফা-বিবুজা। চুংকায়ান[১] ছোৱালীজনীৰ নাম থোপে, মৌলকায়ান-নি-নেচে; ল'ৰা দুটা সিহঁততকৈ ডাঙৰ।

অন্ধ বাপেক সদায় ঘৰ-ৰখীয়া। খেতি-পথাৰত কাম কৰে ল'ৰা দুটাই। ঘৰুৱা সকলো কাম কৰে ছোৱালী দুজনীয়ে। ছোৱালী দুজনীৰ আন দুটা প্ৰধান কাম হৈছে— খৰি-কটা আৰু মাছ-মৰা।

এদিন ৰাতিপুৱা। দুয়ো বাই-ভনীয়ে খোলা-চাপৰি বাম[৩] বনালে। বাপেকক খিছা-জো, ককায়েকহঁতক খিছা-জো[৪] আৰু সিহঁতো ছায়াজো[৫] । তাৰ পিছত ককায়েকহঁত গ'ল খেতিৰ কাম কৰিবলৈ। সিহঁতো গ'ল হাতত বাকেং[৬] লৈ হাবিত ভান[৭] কাটিবলৈ। সিদিনা সিহঁত নেম[৮] খৰি মানা-চা-জো[৯]। সেয়ে হাবিৰ মাজলৈ সোমাই গ'ল খৰি বিচাৰি।

খৰালি বতৰ। ৰ'দৰ খৰ তাপ। সিহঁত খৰি কাটি ঘামি-জামি পৰিছে। ক্লান্ত হৈ পৰিছে সৰ্ব-শৰীৰ। ভোকো লাগিছে সিহঁতৰ। হঠাৎ পিয়াহত আঁতুৰ হৈ পৰিল নেচে— 'উঃ! বাইদেউ, মই আৰু ৰ'ব নোৱাৰোঁ। বৰ পিয়াহ লাগিছে। শুকাই গৈছে মোৰ অণ্ঠ-কণ্ঠ। চিকাৰাবা-চিকাৰাবা[১০]। এনেকৈ কৈ নেচে বাগৰি পৰিল মাটিত। তাই অস্থিৰ হৈ পৰিল— পানীৰ পিয়াহত। বায়েকে ক'লে— 'আহোঁতে পানী খাবলৈ কৈছিলোঁ নহয়। চকো[১১] এটেকেলিও ল'ব কৈছিলোঁ নহয়। ইয়াত তৎক্ষণাৎ বিচিং[১২] পানী পাম? ওচৰত চিকাঝাৰা-বা[১৩] নাই। ছাম-চং[১৪] অস্থিৰ নহ'বি। ক'ৰবাত পানী পাওঁ নেকি চাওঁগৈ।

থোপে পানী বিচাৰি গ'ল। সৌভাগ্যবশতঃ পানীৰ কুৰ[১৫] এটা নুক্-জো[১৬]

ওচৰতে। কুণ্ডটিৰ নাম— চিছাৰি-চিমান্দি। ফটিকৰ দৰে নিৰ্মল কুণ্ডটিৰ পানী। জুই-টুং-এ[১৭] গৈ তাই নেচেক লৈ আহিল— পানী খাবলৈ। নেচে আঁজলি ভৰাই পানী খালে— কুণ্ডটিৰপৰা। পানীত ঢৌ উঠাত ৰং-বিৰঙৰ সৰু ডাঙৰ মাছ ওলাই আহিল— কুণ্ডটিৰপৰা। সিহঁতে ঢৌ খেলিব ধৰিলে— ফিচা লচ্‌পচ্ কৰি। সিহঁতৰ মনত আনন্দ লাগিল আৰু ভয়ো লাগিল— সেইবোৰ দেখি। দুয়ো একেথৰে চাই থাকিল সেইবোৰ— কুণ্ডটিৰ পাৰত থিয় হৈ।

হঠাতে বৌ-মাছ এটি ট্ৰকি-জো[১৮] — সিহঁতৰ আগত। উচপ খাই উঠিল দুয়ো। বেছিকৈ ভয় সোমাল সিহঁতৰ অন্তৰত। দুয়ো বাক্‌ৰুদ্ধ হৈ পৰিল তিলেক। ধৰ্‌ফৰ কৰি আছে বৌ-মাছটি।

ভয়ে ভয়ে নেচে লাহেকৈ মাছটি তুলি ল'লে হাতত। ক'বলৈ ধৰিলে মাছটিৰ গাত হাত বুলাই— 'হে মৰমৰ মাছটি! তুমি কাৰ সৃষ্টি? কোৱাচোন তোমাৰ জীৱন-কাহিনী— তুমি ভূত নে দেৱতা? নে কোনোবা মায়াধাৰী?— আমি নৰ-মনিচ। একো নাজানোঁ।'

সন্দেহতে থোপে বাধা দিলে নেচেক— মাছটি ল'বলৈ। কিন্তু নেচে নামানিলে। তাই মাছটি টোপোলা বান্ধি ল'লে— ওচৰতে থকা ওকচি গছৰ বহল পাতেৰে। খৰি কটা ঠাইলৈ আহিল। দুয়ো দুবোজা খৰি মূৰত লৈ ঘৰ অভিমুখে আহিবলৈ ধৰিলে।

বেলি ভাটী দিছে। ঘৰত অন্ধ বাপেক অকলে। সি বলকিব ধৰিছে থৰক-বৰক্‌কৈ উঠি— 'বুঢ়া হ'লো, কাণেৰেও নুশুনা হ'লো। ল'ৰা দুটিৰো মাত নাথাম-ছা[১৯]। বোধহয়, অহাই নাই কামৰ পৰা। ওৰে দিন কাম কৰে সিহঁতে, উনুৱা[২০] খাবলৈ নাটে। ভগৱানে মুখ তুলি নাচায় আমাক! অ' আই! থোপে? বেটী নেচে?— মাত নাই। সিহঁতো নাই যেন পাইছোঁ। বিচিনা-বা-ৰেংজো[২১] ? অজামং-জো-আন[২২] খৰি কাটিবলৈ নে মাছ মাৰিবলৈ যোৱা বুলি কৈছিল...'

ঘৰলৈ আহি পালে থোপে-নেচে। সিহঁত ক্লান্ত-পৰিশ্ৰান্ত। ঘামি-জামি পৰিছে— প্ৰখৰ ৰ'দত। মাটিত ধুপুহকৈ থ'লে খৰিৰ বোজা দুটা। বুঢ়াই চিঞৰি মাত লগালে আনন্দতে— 'অ' থোপে-নেচে? আহিলি আই?— এ খৰিহে কাটিবলৈ গৈছিলি? মাছ মাৰিবলৈ যোৱা নাই?'

বাপেকৰ ওচৰলৈ আহিল দুয়ো। ৰংমনে ক'লে— 'মাছ পাইছো বাবা, মাছ মাৰিবলৈ নগ'লেও। টোপোলাটো হাতত লৈ চাওকচোন— এইবুলি আনন্দ মনেৰে তুলি দিলে মাছৰ টোপোলাটো অন্ধ বাপেকৰ হাতত। উদ্‌গ্ৰীৱভাৱে হাতত টোপোলাটো লৈ বাপেকে পিটিকি চায়ে ক'লে— 'ক'তা, ইটো মাছ নহয়! শিলৰ দৰে ৰাক্‌কা[২৩]। এইয়া জানো মাছ?

সিহঁত আচৰিত হ'ল বাপেকৰ কথাত। টোপোলাটো ল'লে বাপেকৰ হাতৰ পৰা। খুলি চালে ততাতৈয়াকৈ। তিমানান্‌[২৪] বাপেকৰ কথাই ঠিক। ৰৌ মাছৰ আকৃতিৰ উজ্জ্বল বগা শিল এচটাহে। সিহঁত অবাক হ'ল। ভয়তে দিৰ্‌ দিৰান[২৫] কৰিবলৈ ধৰিলে সিহঁতৰ মনটো।

কম্পিত সুৰে দুয়োৱে বাপেকক ক'লে— 'বাবা! প্ৰকৃত মাছেই আছিল। নাজানো কিয় এনে হ'ল? ই ভূত নে দেৱতা? কি কৰিম এতিয়া? থৈ আহিম সেই কুণ্ডতেই নে পেলাই দিম ক'ৰবাত?' বুঢ়াই চিন্তা কৰিবলৈ ধৰিলে টলকা মাৰি।

এনে সময়তে আহিল দুই ককাই-ভাই—থানা-আবুজা আৰু লোফা-বিবুজা। বায়েক-ভনীয়েকে ককায়েকহঁতক বিৱৰি ক'লে দিম্‌দাক[২৬] ঘটনা। চিন্তা কৰিবলৈ ধৰিলে সিহঁতেও। এনে অপূৰ্ব ঘটনা দেখি ভয় উপজিল সিহঁতৰ মনতো।

বুঢ়া বাপেকে কিছু সময়ৰ পিছত ক'লে— 'কুণ্ডত থৈ আহিব নালাগে, পেলাই দিবও নালাগে। এয়া ভগৱানৰে মায়া। মায়া নহ'লে জানো মাছটোৱে শিল হ'ব পাৰে? ভগৱানৰ দান বুলি মায়-ঝাম্প-ঈ[২৭] নতুন পাজাল-পাকে[২৮] নেৰাই থৈদে সুন্দৰকৈ।

বাপেকৰ পৰামৰ্শ মতে স্নান কৰিলে— থোপে-নেচে। শিলচটা মেৰালে নতুন গামোচাৰে। তুলসী-পানী চতিয়াই তাক তুলি থ'লে ধানৰ ভঁৰালত। তাৰ পিছত চাকি-গছা জ্বলালে— ধূনা জ্বলালে।

লাংগ্ৰী[২৯] হ'ল। নক-পিমুং-ঈ[৩০] সোমাল থোপে-নেচে। ৰান্ধিলে বাঢ়িলে। খালে সকলোৱে। যেপ্ৰে[৩১] সময়ত শুলে। কিন্তু আগুৰি ধৰিলে সকলোকে— এটা অভাবনীয় চিন্তাই।

ফাৰ্‌-প্ৰাণ্ডান[৩২] সময়। কোনেও সাৰ পোৱা নাই টোপনিৰ পৰা। সাৰ পালে নেচে। অনুসন্ধিৎসু হৈ পৰিল— ধানৰ ভঁৰালত থোৱা শিল-চটা চাবলৈ।

ধান-ভঁৰালৰ দুৱাৰখন খুলি টিকাম[৩৩] দাঙি চালে— বাহিৰৰপৰা। দেখে যে শিলচতা নাই। দেখিলে— আতো-বা[৩৪] এটা যেন বহি আছে— তাৰ পৰিবৰ্তে। ধান-ভঁৰালৰ ভিতৰখন হৈ আছে তেতিয়াও অন্ধকাৰ। সেয়ে দেখা নাযায় স্পষ্টভাৱে। মতিভ্ৰম হোৱা যেন লাগিল তাইৰ। ক্ষণ-মুহূৰ্তে দেখিবলৈ পালে— এজনী ছোৱালী যেন। তাই চিঞৰি সুধিলে চাং নাং[৩৫] ? ভূত নে দেৱতা? কিয় ইয়াত সোমাইছা? বিচিনা পাৰা ৰিবা-ইতা[৩৬] ? আত না ৰিবা-ইতা[৩৭] ?' তাই নিমাত হৈ থাকিল বাৰে বাৰে সোধা সত্বেও। তেতিয়া তাই চিঞৰি মাতিলে— 'বাইদেউ! বাইদেউ! মাৰ্ মাৰ্ ৰিবা, মাৰ্ মাৰ্ ৰিবা[৩৮]। কোনোবা ছোৱালী সোমাই আছে আমাৰ ধান-ভঁৰালত।' থোপে উদগ্ৰীৱ হৈ 'আতো তোৱা? আতো তোৱা[৩৯]?' বুলি কৈ দৌৰি আহিল নেচেৰ ওচৰলৈ। দেখুৱাই দিলে নেচে। থোপেও সঁচাকৈ দেখিলে অপৰূপা সৌন্দৰ্যৰ গৌৰ-বৰণীয়া ছোৱালী এজনী। ত্ৰীপান[৪০] বহি আছে আমন-জিমনকৈ। ভয়তে দৌৰি আহিল দুয়ো তাৰপৰা। চোতালৰ মাজৰপৰা চিঞৰি চিঞৰি প্ৰাও-না[৪১] ধৰিলে— বুঢ়া বাপেক আৰু ককায়েকহঁতক। সিহঁতৰ চিঞৰত সাৰ পাই উঠিল সকলোৱে। ঘটনাৰ বিৱৰণ ক'লে বিবি-ব্ৰা-জিনং-ব্ৰায়ান[৪২] । ককায়েকহঁতো অনুসন্ধিৎসু হৈ পৰিল। উদগ্ৰীৱ চিত্তে দৌৰি ভঁৰালত চালে মূৰ দাঙি। কিন্তু একো দেখা নাপালে সিহঁতে— শিলচটাৰ বাহিৰে। আচৰিত হৈ থোপে-নোচেও ৰেং-জো[৪৩] পুনঃ চাবলৈ। কিন্তু সিহঁতেও দেখা নাপালে এইবাৰ। এই অপূৰ্ব ঘটনাত আচৰিত হ'ল সকলো।

অন্ধ বুঢ়াই নাথামএ[৪৪] আছে— সকলো ঘটনাৰ কথা। সি মাতি আনিলে পুতেক-জীয়েকহঁতক আৰু ক'বলৈ ধৰিলে পৰামৰ্শ দি— 'বোপাইহঁত! আইটিহঁত! আচৰিত নহ'বি। ভয় নকৰিবি। নিশ্চয় ভগৱান সুপ্ৰসন্ন হৈছে— চিং-য়ি[৪৫] দুঃখ-দুৰ্গতি দেখি। আমাৰ দুখমোচনৰ বাবে সেয়ে আহিছে মাছ ৰূপ লৈ, পিছত দেখুৱাইছে শিল-ৰূপ ধৰি, আৰু এল্লা[৪৬] দেখুৱাইছে মানুহ ৰূপ ধৰি। তেওঁৰ মহিমা অপাৰ। দেখুৱাব পাৰে নানা ৰূপ। তেওঁ অন্তৰ্যামী, সৰ্বব্যাপী, সৰ্বশক্তিমান। সেয়ে আচৰিত হোৱাৰ কাৰণ নাই। ভয় কৰাৰো কাৰণ নাই। আজিৰ পৰা অপ্ৰেয়ান্[৪৭] সন্ধিয়া চাকি-বন্তি জ্বলাবি, ধূনা জ্বলাবি— আমাৰ ধান-ভঁৰালত। অচলা ভক্তি জনাবি— এক মনে, এক প্ৰাণে! ভঁৰালৰ পৰা ধান নমাবি— স্নান কৰিহে। নতুন ধান ভঁৰালত থ'বি—

তেওঁক পূজা কৰিছে।'

বাপেকৰ সদ্ পৰামৰ্শ সাৰোগত কৰিলে— থোপে-নেচে। নিত্য-নৈমিত্তিক কাম কৰিবলৈ ধৰিলে নিষ্ঠাৰে। সঁচাকৈয়ে, সিহঁতৰ আৰ্থিক অৱস্থা ভাল হ'বলৈ ধৰিলে— দিনক দিনে। তেতিয়া বুঢ়াই ক'লে— 'এয়েই আমাৰ বায়-খো'।

'চাবেন[৪৮] — গাঁওৰ মানুহবিলাকেও ফামানা মান-জো[৪৯] — তাৰ মহিমা। সিহঁতেও পাহাৰৰ পৰা শিল এচটাকৈ আনি স্থাপন কৰিলে— নিজ নিজ ধান-ভঁৰালত। নিত্য-কৰ্ম কৰিলে— নিয়মিতভাৱে। পূজা-খাৰ-জো[৫০] বিশ্বাস আৰু ভক্তিৰে। আনাৰে আনাৰে সিহঁতৰো গুচিবলৈ ধৰিলে অভাৱ-অভিযোগ।

তিকাণ্ডি-পাৰা[৫১] — সামূহিক ৰূপ পালে এই পূজা। এয়ে ৰাভাসকলৰ প্ৰধান দেৱতা 'বায়-খো'[৫২] পূজাৰ জন্ম-কাহিনী।

## ঃ অসমীয়া অৰ্থ ঃ

১ চুংকায়ান— ডাঙৰজনী
২ মীলকায়ান-নি— সৰুজনীৰ
৩ বাম— পিঠা
৪ খিছা-জো— খুৱালে
৫ ছায়াজো— খালে
৬ বাকেং— কুঠাৰ
৭ ভান— খৰি
৮. নেম— ভাল
৯.মানা-চা-জো— নোপোৱা হ'ল
১০. চিকা ৰাবা— পানী আন
১১. চকো— মদ
১২ বিচি— ক'ত
১৩ চিকা-ঝাৰা-বা— নিজৰাও
১৪. ছাম চং— ৰবি
১৫. কুৰ— কুণ্ড
১৬ নুক-জো— দেখিলে
১৭. জুইটং-এ— দৌৰি
১৮. ট্ৰকি-জো— জঁপিয়াই পৰিল
১৯ নাথাম-ছা— নুশুনো
২০. উনুবা— তথাপি
২১. বিচিনা-বা-ৰেং-জো— ক'লৈনো গ'ল
২২ জামং-জো-আন— পাহৰিছোঁই
২৩ ৰাক্কা— টান, কঠিন
২৪ তিমানান— সঁচাকৈ

২৫. দিৰ্ দিৰান— থৰক-বৰক
২৬. দিম-দাক— সকলো
২৭. মায় ঝাম্প-ঈ— ধান-ভঁৰালত
২৮. পাজাল-পার্কে— গামোচাৰে
২৯. লাংশ্ৰী— সন্ধিয়া
৩০. নক-পিমুং-ঈ— পাকঘৰত
৩১. যেখ্রে— যথা
৩২. ফাৰ-প্ৰাঙান্— দোকমোকালি
৩৩. টিকাম— মূৰ
৩৪. আতো-বা— কোনোবা
৩৫. চাং-নাং— কোন তুমি
৩৬. বিচিনা পাৰা ৰিবা-ইতা— ক'ৰপৰা আহিছা
৩৭. আত্না ৰিবা-ইতা— কিয় আহিছা
৩৮. মাৰ্মাৰ ৰিবা— সোনকালে আহ
৩৯. আতো তোৱা— কি আছে?
৪০. ত্ৰীপান— নীৰৱে
৪১. প্ৰাও-না— মাতিবলৈ
৪২. বিবি-ব্ৰা-জিনংব্ৰায়ান— বায়েক-ভনীয়েক
৪৩. ৰেং-জো— গ'ল
৪৪. নাথাম-এ— শুনি
৪৫. চিং-য়ি— আমাৰ
৪৬. এল্লা— এতিয়া
৪৭. অপ্ৰেয়ান— সদায়
৪৮. চাবেন— শেহত
৪৯. ফামানা লান-জো— জানিবলৈ পালে
৫০. পূজা খাৰ-জো— পূজা কৰিলে
৫১. তিকাণ্ডি-পাৰা— কালক্ৰমে
৫২. বায়-খো— বায়ু (দেৱতা) খো (প্ৰধান)

# কুম্বায়-চুং

কুম্বায়-চুং আছিল এজন ধনী, কিন্তু বৰ কৃপণ। তাৰ আছিল— বাৰজন পুতেক, বাৰটা ধান-ভঁৰাল, বাৰ গোহালি মাছু[১]। একোৰে অভাৱ নাছিল তাৰ। অগাধ মাল-মাত্তা[২]।

সি আছিল নাস্তিক। বিশ্বাস নকৰিছিল ঈশ্বৰ, দেৱ-দেৱী, ভূত-প্ৰেতাদিক। কাৰো পূজা খাৰ-চা-জো[৩] সি। সি যোগদান নকৰিছিল ছুংনি[৪] কোনো সামুহিক পূজা-পাৰ্বণত বৰং সি নিন্দা আৰু ঘৃণা কৰিছিল— পূজা কৰা গাঁৱৰ মানুহবিলাকক। কোনো মানুহক বিপদৰ সময়ত সহায় নকৰিছিল। ভিক্ষাৰীকো নিদিছিল ভিক্ষা। তাৰ অন্তৰত নাছিল— দয়া, মায়া, ক্ষমা, সহানুভূতিৰ ভাব। গাঁৱৰ মানুহবিলাকে চেষ্টা কৰিছিল— তাক সৎপথত আনিবলৈ। কিন্তু গৰ্বিত, অহংকাৰী সি। সি অধৰ্মী আৰু স্বাৰ্থপৰ। সি অচল-অটল— নিজ বিবেচনাত। সেয়ে, তাৰ প্ৰতি আস্থা নাছিল— গাঁৱৰ মানুহবিলাকৰ। মাথোন শুকান সম্ভাষণ জনাইছিল— ধনী বুলিহে।

এদিন এটা বিকলাংগ ভিক্ষাৰী উপস্থিত হ'ল— কুম্বায়-চুঙৰ ঘৰত। সি ক্ষুধাৰ্ত। ভিক্ষা মাগিলে কান্দি কান্দি—

'বাব! ভিক্ষা অলপ দিয়া। ধৰ্ম হ'ব।'

ভিক্ষাৰীৰ কথা শুনি খৰো-নি[৫] আগ পালে কুম্বায়-চুঙৰ ৰাগ[৬]। সি ধমক দি উত্তৰ দিলে—

'ভিক্ষা টোংচা[৭]। নোৱাৰ নেকি কাম কৰিবলৈ? মই নকৰোঁ ধৰ্মক বিশ্বাস। মই বিশ্বাস কৰোঁ কৰ্মকহে। নাজানো মই পাপ-পুণ্য। নাই ভিক্ষা। যা ইনি-পাৰা[৮]।'

কাতৰ সুৰে ক'লে ভিক্ষাৰীয়ে— 'বাবা! বাবা! জক্‌ৰা[৯] ভাতকে দিয়া অলপমান। বৰ বুখি[১০] লাগিছে মোৰ।

'নাই নাই'। তা-মানা[১১] জক্‌ৰা ভাতো। সোনকালে যা ইয়াৰপৰা।'— ক্ৰুদ্ধ

হৈ উত্তৰ দিলে কুম্বায়-চুঙে।

'বাবা! অস্থিৰ হৈছোঁ ভোকত মই। কেনেকৈ যাম? দিয়া অলপমান জক্‌ৰাভাত।'— অতি কাতৰ সুৰে ক'লে ভিক্ষাৰীয়ে।

'নাই, নাই, নাপাবি কৈছোঁ নহয়। ৰেং, ৰেং[১২] সোনকালে ৰেং ইয়াৰপৰা'— এই বুলি কুম্বায়-চুঙে হাতত ধৰি উলিয়াই দিব খুজিলে ভিক্ষাৰীক। তেতিয়াই অৱশ হৈ মাটিত বাগৰি পৰিল ভিক্ষাৰী। সি হৈ পৰিল চেতনাহীন।

কুম্বায়-চুঙে ভিক্ষাৰী মৰিব বুলি ভাবিলে। আদেশ দিলে চাকৰবিলাকক— তাক উলিয়াই দিবলৈ। তাৰ নিৰ্দেশমতে চাকৰবিলাকে ভিক্ষাৰীক দাঙি নি থৈ আহিল— এটি গাঁৱলীয়া বাটত।

আন কোনো নহয়— এই বিকলাংগ ভিক্ষাৰী। এৱেঁই সৰ্বজান, অন্তৰ্যামী সংসাৰ-মাঠায়[১৩]। তেওঁ ভিক্ষাৰী ৰূপত আহিছিল— কুম্বায়-চুঙক পৰীক্ষা কৰিবলৈ। প্ৰমাণ পালে।

তাৰ পাছত তেওঁ ইচ্ছা কৰিলে— দৰ্পী কুম্বায়-চুঙৰ দৰ্প চূৰ্ণ কৰিবলৈ— তাক ঈশ্বৰ-বিশ্বাসী কৰিবলৈ। তেওঁ মায়াৰে আবৃত কৰিলে— কুম্বায়-চুঙৰ চকু আৰু অদৃশ্য কৰি দেখুৱালে— তাৰ অগাধ ধন-সম্পত্তি, ধানৰ ভঁৰাল, গোহালিৰ গৰু, স্ত্ৰী-পুত্ৰ-পৰিয়ালবৰ্গক।

আচৰিত হ'ল কুম্বায়-চুং। খাপ-না[১৪] ধৰিলে সি। সি বোবা হ'ল। কোনেও নুশুনে— তাৰ কথা, তাৰ খাপ-কায়[১৫]। মাত্ৰ দেখা পায়— ধাৰাসাৰে তাৰ অশ্ৰুজল। বলিয়াৰ দৰে হ'ল সি। গাঁৱৰ আৰু পৰিয়ালৰ মানুহবিলাকেও তাক বলিয়া বুলি ভাবি ল'লে।

এদিন ওলাই গ'ল ঘৰৰপৰা কুম্বায়-চুং। হাবি-বননিয়ে কান্দি কান্দি বিচাৰি ফুৰিবলৈ ধৰিলে পৰিয়ালবৰ্গক। গৈ পালে এক নিবিড় অৰণ্য। ভোকত, পিয়াহত, ভাগৰত জৰ্জৰিত হ'ল তাৰ শৰীৰ। বিশ্ৰাম ল'বলৈ বহিল— এটি ফেফাং-পাননি[১৬] শীতল ছাঁত। সেই গছডালৰ ডাল এটাত— বহি আছে এটা টোৰাং-গোদা[১৭] চৰাই। ইয়ো আন কোনো নহয়, চৰাইৰূপী সৃষ্টিকৰ্তাহে।

চৰাইৰূপী সৃষ্টিকৰ্তাই পাননি কাবাং-পাৰা[১৮] গদ্‌ গদ্‌ সুৰে কুম্বায়-চুঙক প্ৰাও-জো[১৯] — 'কুম্বায়-চুং! তুমি কিহৰ চিন্তা কৰিছা? কোনো কাৰণ নাই চিন্তা কৰিবৰ। তোমাৰ সকলো আছে। নাস্তিক হোৱা বাবে তোমাৰ আজি এই দুৰ্দশা। এয়া সকলো সৰ্বজান অন্তৰ্যামী সৃষ্টিকৰ্তাৰেই মহিমা।'

‘কোন তুমি? কোন তুমি?’— কাতৰ সুৰে কুম্বায়-চুঙে সুধিলে। চৰাইৰূপী সৃষ্টিকৰ্তাই উত্তৰ দিলে— ‘লব লাগি-চা[২০] মোৰ পৰিচয়। মই এটা চৰাইহে। বিশ্বাস কৰা মোৰ কথা। মই দেখি আছোঁ তোমাৰ সকলো দুৰ্দশা। মোৰ উপদেশ মতে কাম কৰা। সকলোকে তুমি পাবা।’

উৎকণ্ঠিতভাৱে সুধিলে কুম্বাযচুঙে— ‘কানি, কানি[২১]। কি উপদেশ— মই কাম কৰিম তোমাৰ উপদেশমতে?’

পুনঃ চৰাইৰূপী সৃষ্টিকৰ্তাই ক’লে গদ্ গদ্ সুৰে— ‘বিশ্বাস কৰা, ভক্তি কৰা, পূজা কৰা সৃষ্টিকৰ্তাক, পূজা কৰা সকলো দেৱ-দেৱী, ভূত-প্ৰেতক— বিশ্বাস আৰু ভক্তিৰে। গ্ৰহণ কৰা সত্য আৰু ধৰ্মপথ। তেতিয়া পুনঃ পাবা তোমাৰ হেৰোৱা সকলো ধন-সম্পত্তি, ধান ভঁৰাল, গোহালি-গৰু, পৰিয়ালবৰ্গক। শপত খোৱা— এই মতে কাম কৰিম বুলি।’

কুম্বায়চুঙে কিৰা— জো[২২] বিগলিত কণ্ঠে।

‘তেন্তে, সোনকালে ঘৰলৈ যোৱা। উদ্বিগ্ন হৈ আছে তোমাৰ পৰিয়ালবৰ্গ। কাম কৰা শপত খোৱামতে। মনত ৰাখিবা— মই আন কোনো নহয়। মই ঈশ্বৰ, ময়ে সেই বিকলাংগ ভিক্ষাৰী।’— এই বুলি চৰাইৰূপী সৃষ্টিকৰ্তাই বিৰাট শব্দ কৰি উৰি গুচি গ’ল— ক’ৰাবলৈ।

কুম্বায়চুং ঘৰ আহি পালে ধলং-পলংকৈ। আহি দেখে তাৰ পৰিয়াবৰ্গ, ধান-ভঁৰাল, গোহালি-গৰু, ধন-সম্পত্তি সকলো ঠিকেই আছে। ঠিকভাৱেই চলি আছে ঘৰৰ যাৱতীয় কাম। কুম্বায়চুঙে বিৱৰি ক’লে পৰিয়ালবৰ্গক— তাৰ সকলো ঘটনাৰ কথা। আনন্দাশ্ৰু বৈ গ’ল সকলোৰে।

কুম্বায়চুঙৰ চৰিত্ৰৰ পৰিবৰ্তন হ’ল। ও-নি দিন পাৰা[২৩] হৈ পৰিল আস্তিক-নাস্তিকৰ পৰিৱৰ্তে। সেইদিনাই সি মাতি আনিলে গাঁৱৰ মানুহবিলাকক। পূজা দিগাপ-না[২৪] দিলে সকলো দেৱ-দেৱীৰ। গাঁৱৰ মানুহবিলাক আচৰিত হ’ল— তাৰ এনে আকস্মিক পৰিৱৰ্তনত। সিহঁত খুচি দংজো[২৫]— অকস্মাৎ তাৰ চৰিত্ৰ পৰিৱৰ্তন দেখি লগতে সিহঁতৰো গাঢ় বিশ্বাস জন্মিল— ঈশ্বৰ, দেৱ-দেৱী আৰু ভূত-প্ৰেতৰ প্ৰতি।

শেষত কুম্বায়চুঙ হৈ পৰিল— গাঁৱৰ এজন সংগঠক, সংস্কাৰক আৰু জননেতা। তেওঁৰ প্ৰতি সকলোৱে ভক্তি আৰু শ্ৰদ্ধা জনালে। সুখ-শান্তি

বিৰাজ হ'ল গাঁওখনিত।

(আজিও কুম্বায়চুঙৰ জীৱন-কাহিনী সাধুকথাৰূপে ৰাভাসকলৰ মাজত প্ৰচলিত।)

## ঃ অসমীয়া অৰ্থ ঃ

১. মাছু— গৰু
২ মাল-মাত্তা— ধন-সম্পত্তি
৩ খাৰ-চা-জো— নকৰিছিল
৪ ছুং-নি— গাঁৱৰ
৫ খৰো-নি— চুলিৰ
৬ ৰাগ— খং
৭ টোংচা— নাই
৮. ইনি-পাৰা— ইয়াৰ পৰা
৯. জক্‌ৰা— বাহী
১০. বুখি— ভোক
১১. তা-মানা— নাপাবি
১২. ৰেং, ৰেং—যা, যা
১৩. সংসাৰ-মাণ্ঠায়— সৃষ্টিকৰ্তা
১৪. খাপ-না— কান্দিবলৈ
১৫. খাপ-কায়— কান্দোন
১৬. ফেফাং-পান্‌-নি— পাখৰি গছৰ
১৭. টোৰাং-গোদা—ডাঙৰ বিধ হুদু
১৮. পান-নি-কাৰাং-পাৰা— গছৰ ওপৰৰ পৰা
১৯. প্ৰাও-জো— মাত লগালে
২০. লাগি-চা— নালাগে
২১. কানি— কোৰা
২২. কিৰা-জো— শপত খালে
২৩. ও-নি-দিন-পাৰা— সেইদিনৰ পৰা
২৪. দিগাপ-না— আয়োজন কৰিবলৈ
২৫. খুচি-দংজো— আনন্দিত হ'ল

# মইৰা-মইৰী

ছাংগুৰা এজনী ভাটীবয়সীয়া বিধবা। তাইৰ এটি মাত্র ল'ৰা। নাম তাৰ জাম্বা। যৌৱনত ভৰি দিছেহি। ল'ৰাটো লাকৰ[১]। সি মাছু[২] চৰাই মানুহৰ। বিনিময়ত যি মায়[৩] পায়, তাৰেই জীৱিকা নির্বাহ কৰে জিব্রা-নি-পাকে[৪]। পূর্ব-পুৰুষ ধৰি এই কামেই সিহঁতৰ পেশা। সিহঁত অতি দুখীয়া। খেতিৰ মাটি নাই— ভেটি মাটিৰ বাহিৰে।

নিতৌ ৰাতিপুৱা নিজৰ মাছু-বিজান[৫] উলিয়াই লৈ যায় জাম্বাই- চৰণীয়া পথাৰলৈ আৰু একেলগে গৰু চৰাইয়া[৬] — আন আন লাকৰ-টাং পাকে[৭]। সিহঁতে চৰণীয়া পথাৰত চৰাই-ফান্দ পাতে একেলগে। যি কোনো টৌ[৮] পায় নিতৌ। সকলোৱে মাংছিং[৯] ভগাই লয়— চৰাইবোৰ কাটি-কুটি। অজলা ধৰণৰ জাম্বা ল'ৰাটো। সেয়ে কমকৈ মাংস ভাগ দিয়ে তাক। সি বুজি পায়। কিন্তু প্রকাশ কৰিব নোৱাৰে। সেইকাৰণে তাৰ মনত দুখ। পেটে পেটে সিহঁতৰ ওপৰত খং।

এতিয়াৰ পৰা জাম্বাই তাৰ গৰু-পাল, বেলেগ চৰায়, বেলেগ গিয়ে বাথান[১০]। চৰাই-ফান্দ পাতে অকলে। চৰাই পালে আনি দিয়ে মাকক। মাংস ৰাঁমিতা মাকে। সি খায় আনন্দ মনে।

এখন চৰণীয়া পথাৰ। তাত সি গৰু পাল মেলি দিলে— ঘাঁহ খাবলৈ। কাষতে এখন বিল। তাত মাছ আছে বহুত। সি চৰাইৰ ফান্দ এখন পাতি থ'লে বিলত। অলপ পিছতে সাতজনী বগলী উৰি আহি নামিল ফান্দৰ ওচৰত। সিহঁতে মাছ বিচাৰিবলৈ ধৰিলে।

ফান্দত এজনী বগলী পৰিল। তাই ধৰফৰ কৰিবলৈ ধৰিলে। জাম্বাই দৌৰি গ'ল— বগলীজনী ধৰিবলৈ। তাকে দেখি উৰি গ'ল— ছজনী বগলী। সি ফান্দেৰে সৈতে ধৰি ল'লে বগলীজনী।

তেতিয়া আবেলি। সন্ধিয়া হ'লহি— গৰু পাল চপাওঁতে। ঘৰ আহি

পালে সি। আনন্দমনে মাকক ক'লে— 'আই! আজি মানিতা[১২] এজনী বগলী। ৰাতি হ'ব, নালাগে মাৰিব। গাফু[১৩] খাম বান্ধ দিফৰ সাজত। ভালকৈ ৰীম-নো[১৪]।— এইবুলি সি প্ৰসন্নমনে মাকৰ হাতত তুলি দিলে— বগলীজনী।

মাকে বগলীজনী হাতত তুলি ল'লে। আলফুলকৈ তাইৰ গাত হাত বুলাই ক'লে— 'আই ঐ দেহি! কি সুন্দৰ চিক্চিকীয়া ৰায়া[১৫] বক্কা[১৬] পাখিৰ বগলীজনী! মৰম লাগে! কেনেকৈনো মাৰিম! চাচোন বোপা! কেনেকৈ পানী ওলাব ধৰিছে চকু দুটিৰে।

ল'ৰাটোৱে ক'লে— 'থৈ দে আই, তোৰ মৰমকণ! বৰ্ণাব নালাগে সেইবোৰ! আমি ছিয়া-চা-নো[১৭] জানো?' 'হয়তো হয়'— এইবুলি কৈ মাকে এটা ঠেঙত জৰী লগাই বগলীজনীক বান্ধি থ'লে— ঘৰৰ কোণ এটিত।

পিছদিনা ৰাতিপুৱা। মায়া-আম্ভা[১৮] খালে জাম্বাই। পুনঃ সোঁৱৰাই দিলে বগলীজনীৰ কথা। তাৰ পিছত সি গ'ল— গৰু চৰাবলৈ।

যথা সময়ত শাক-পাচলি আদি সকলো যোগাৰ কৰি ল'লে মাকে। তাৰ পিছত তাই বগলীজনী উলিয়াই চোতাললৈ আনিলে। বগলীজনী মাৰিব। এনেতে তাই আতংক-বিতংকৈ করুণ সুৰে মাত লগালে— গাভৰু ছোৱালীৰ দৰে। — 'আই! আই! দোহাই দিছোঁ, কাবৌ কৰিছোঁ— তা-ককা[১৯] মোক। মই বগলী নহওঁ— সৰগৰ দেৱীহে।'

মাক অবাক। তাই কিৰ্-জো[২০] —বগলীজনীয়ে কথা কোৱা দেখি। মুখৰ মাত হেৰাল তাইৰ। পুনৰ ক'বলৈ ধৰিলে বগলীজনীয়ে— 'আই! আমি টো-জো[২১] —সাতজনী বাই-ভনী। আটাইতকৈ সৰু মই। সৰগৰ দেৱৰাজ ইন্দ্ৰৰ পৰা অনুমতি লৈ এই পৃথিৱীত ফুৰিবলৈ ৰিবা-বামুণ[২২] — বগলীৰূপী হৈ। কিন্তু, মই অকলে বন্দী হৈ ৰ'লোঁ— আপোনাৰ ল'ৰাৰ ফান্দত, আৰু মোৰ ছজনী বাইদেউ মোক এৰি উৰি গুচি গ'ল। পুনঃ— কাবৌ কৰিছোঁ আই! মোক নামাৰিব। মোক এৰি দিয়ক। মই আৰু নাযাওঁ ক'লৈকো। মই আপোনাৰ ল'ৰাৰ সৈতে বিয়া হ'ম। আপোনাৰ বোৱাৰী হৈ থাকিম চিৰদিন।'— এইদৰে সাইলাখ গাভৰু ছোৱালীজনীৰ দৰে ফেঁকুৰি-ফেঁকুৰি খাপ-না[২৩] ধৰিলে বগলীজনীয়ে। দুধাৰি তপত চকুলো পৰিল— তাইৰ ভৰিত। ভৰিত মূৰটো দোঁৱাই সেৱা জনালে।

এনেয়ে তিৰোতাৰ মন, তাতেই আকৌ এনে অভাৱনীয় ঘটনা।

বগলীজনীৰ মৰ্মন্তুদ্ কাহিনী শুনি তাইৰ হৃদয় মমৰ দৰে গলি গ'ল। তাই ভয় খালে দেওঁ নে ভূত বুলি। তাইৰ বাক্‌ৰুদ্ধ হ'ল। থৰ্ থৰকৈ কঁপিবলৈ ধৰিলে। শেষত তাই বগলীজনীক হাতৰ পৰা এৰি দিলে। তথাপি ক'লৈকো উৰি গুচি নগ'ল।

দুপৰীয়া। জাম্বাই গৰু পাল খা-জো[২৪] বাথানত ঘৰলৈ ভাত খাবলৈ আহিল। মাকে ঘটনাৰ সকলো কথা জনালে— আহি পোৱামাত্ৰকে। শুনি আচৰিত হ'ল সি। সিয়ো দেখিলে— সঁচাকৈয়ে বগলীজনী পোহনীয়াৰ দৰে ঘূৰি-পকি আছে— ঘৰৰ কাষে কষে।

'বগলী জানো মানুহ হ'ব পাৰে'— এই কথা চিন্তা কৰিলে জাম্বাই। সি বিশ্বাস কৰিবলৈ টান পালে মাকৰ কথা। সি মাথোন গুণি-জো[২৫] যে মৰমতে বগলীজনীক বধ কৰা নাই— তাৰ মাকে। শেহত সি মাকক ক'লে— 'আই! পোহনীয়া কৰি ৰাখা তোমাৰ চিক্‌চিকীয়া বগলীজনীক। মাৰিব নালাগে বাৰু!'

দিন গৈছে, ৰাতি হৈছে। বগলীজনী ৰেংচা[২৬] ক'লৈকো। তাই য'তেই কাম কৰে তাতেই থাকে বগলীজনী— শৌচ কৰা, স্নান কৰাৰ বাহিৰে। তাই বগলীজনীক ফাৰ[২৭] ৰাখে— তাই থকা ঘৰটিতে। বগলীজনীয়ে মানুহৰ ৰূপ ধৰে— তাইৰ দৃষ্টিৰ অগোচৰে আৰু সহায় কৰিবলৈ ধৰে তাইৰ কামত।

ঘৰুৱা কাম কৰি থাকে তাই। তাইৰ ওচৰতে বহি থাকে বগলীজনী। কথা পাতি থাকে— জুয়োৱে। যা-জোগাৰ কৰি দিয়ে— ঠোঁটেৰে আনিব পৰা বস্তুবোৰ। খুব আনন্দ তাইৰ মনত। কিন্তু নিৰানন্দ এই কাৰণেই— বগলীজনী যদি ছোৱালী চাং-নোমুণ[২৮]— ল'ৰাটোৰে সৈতে বিয়া পাতি ৰাখু-নোমুণ[২৯]। তাই অব্যাহতি মান-নোমুণ[৩০]— ঘৰুৱা কামৰ পৰা। লাভ খাৰ-নোমুণ[৩১] — ঘৰুৱা কামৰপৰা। লাভ খাৰ-নোমুণ[৩১] অনাবিল শান্তি।

বগলীজনীয়ে যে মানুহৰ দৰে কথা পাতে তাইৰ লগত— প্ৰকাশ কৰা নাই কাকো। এদিন প্ৰকাশ কৰিলে ল'ৰাটোক। তেতিয়াৰ পৰাই অনুসন্ধিৎসু হৈ পৰিল ল'ৰাটো।

এদিনাখন জাম্বাৰ মাক গ'ল—তাইৰ বুঢ়ীমাকৰ ঘৰলৈ। এই অবসৰতেই জাম্বাই এবেলাৰ বাবে তাৰ গৰুপাল চৰাবলৈ দিলে আনক। সি ঘৰৰ ওচৰত বগলীজনীৰ ৰেহ-ৰূপ চাবলৈ লুকাই থাকিল। দেখিলে— বগলীজনীয়ে

তৎক্ষণাত ৰূপ সলালে— এজনী দীপ্‌লিপ গাভৰুৰ ৰূপত। কাম-বন কৰিবলৈ ধৰিলে— আপোনমনে। তাৰ সাহস নহ'ল— তাইক দেখা দিবলৈ। মাথোন ভেবা লাগি চাই থাকিল— তাইৰ অনুপম ৰূপ-সৌন্দৰ্য। তাৰ মাক অহাৰ আগমুহূৰ্তেই— তাই পুনৰ বগলীৰ কালিৰ ৰূপ ল'লে।

জাম্বাই প্ৰমাণ মান-জো[৩৬] — মাকে প্ৰকাশ কৰা কথা সকলো সত্য। তদুপৰি সি চাক্ষুষভাৱে দেখিলে যে বগলীজনীয়ে মানুহৰ ৰূপ ধৰে— যিটো মাকেও দেখা নাই। তাইক কেনেকৈ পত্নীৰূপে মান-নো[৩৬] — তাৰ এতিয়া একমাত্ৰ চিন্তা। ক্ৰমে সি শুকাই-ক্ষীণাই যাবলৈ ধৰিলে— এই কাল্পনিক চিন্তাত।

এদিন সন্ধিয়াবেলিকা। পূৰ্ণ জোনাক নিশা। হঠাৎ মনত পৰিল— তাৰ বুঢ়ী বিড়িব্ৰা-নি[৩৬] কথা। তাৰ মাকৰ মাক। নাম তাইৰ 'বায়গুৰা'। তাইৰ ঘৰ আন এটা চুবুৰীত। বেছি দূৰ নহয়— তাইৰ ঘৰৰ পৰা। তাই এজনী ওজানীও। জৰা-ফুকা মন্ত্ৰ আদিও জানে। বয়স বহুত হৈছে, সেয়ে প্ৰায় অচল অৱস্থা। ঘটনাৰ সকলো কথা সি গৈ আবুয়েকক ক'লে। লগতে নিলাজভাৱে তাৰ উদ্দেশ্যটিও ক'লে।

তেতিয়া আবুয়েকে তাক ক'লে— 'এঃ! কিনো কথা! কোৱা নাই কিয় ইমানদিনে? উ-দিনা[৩৬] আহিছিল— তোৰ মায়েৰ। তথাপি নক'লে দেখোন? বাৰু, এটা কাম কৰিবি তই। জোগাৰ কৰি ৰাখিবি— এবাত্তি এৰী গাখীৰ, নিজ হাতে বুটি ৰাখিবি— এবাটি ছৰ ছিয়া,[৩৬] আৰু ঠিক কৰি ৰাখিবি— একোছা ছুৱা নৰেক[৩৭]। তাৰ পিছত তই লুকাই থাকিবি— ঘৰৰ এচুকত। যেতিয়া কাম কৰি থাকিব বগলীজনীয়ে গাভৰু ৰূপ ধৰি তৎক্ষণাৎ পিছ ফালেদি গৈ তাইৰ গাত কোব মাৰিবি— ছুৱা বাঢ়নি-কোছাৰে। সেই মুহূৰ্তে মাটিত বাগৰি পৰিব তাই। তেতিয়া তই বুটা সৰিয়হেৰে তাইৰ মূৰত খুবকৈ মালিচ কৰিবি আৰু এৰী-গাখীৰখিনি খুৱাই অলপ সুস্থ হ'লেই। তেতিয়া আৰু তাই বগলী হ'ব নোৱাৰিব। এনে অৱস্থাত তাই বাধ্য হ'ব— তোক বিয়া কৰাবলৈ। তয়ো সুখৰ সংসাৰ কৰিব পাৰিবি— তাইৰ লগত। তই ইমানেই অজলা! ইয়াকো নাজান! যা— অ' আহিবলৈ কানি-নো[৩৬] তোৰ মাকক।'

'হ'বনে আবু?'— উদ্‌গ্ৰীৱ হৈ জাম্বাই সুধিলে।

'হ'ব-হ'ব-হ'ব, যা'

সি অদম্য উৎসাহ, আশা-আকাংক্ষা লৈ ঘৰলৈ আহিল। আবুয়েকৰ পৰামৰ্শমতে সি যোগাৰ কৰি ল'লে— সকলো বস্তু।

এদিন ৰাতিপুৱা, মায়-মাচি[৩৯] খালে দুয়ো। মাক গ'ল মাকৰ ঘৰলৈ, সি গ'ল গৰু চৰাবলৈ। অসুখৰ অজুহাত তুনুকে[৪০] — সি সিদিনাখন ভাৰ দিলে— গাঁৱৰে এটা ল'ৰাক গৰু চৰাবলৈ। তাৰ পিছত— আগতে যা-জোগাৰ কৰা সকলো বস্তু লৈ— সি চম্-জো[৪১] — ঘৰৰ এচুকত।

কিছুসময়ৰ পিছতে বগলীজনী ৰূপান্তৰিত হ'ল— ছোৱালীৰ ৰূপত আৰু একান্তমনে কৰিবলৈ ধৰিলে ঘৰুৱা কামবোৰ। সি পোৱা নাছিল চেলু। পাকঘৰত ধাং-জো[৪২] ছোৱালীজনী। ৰন্ধনৰ কাম কৰিবলৈ ধৰিলে। এই অৱসৰতে পিছফালৰপৰা তাইৰ গাত ছুৱা বাঢ়নিকোছাৰে কোব মাৰিলে— হাতত সাৰে ভৰিত সাৰে গৈ। ধুপুহকৈ বাগৰি পৰিল— ছোৱালীজনী। মূৰটোত ধৰি খুবকৈ মালিচ কৰি দিলে— বুটা সৰিয়হেৰে। অলপ সুস্থ হ'লত এৰাঁ গাখীৰখিনি খিছায় ৰাখু-জো[৪৩]। স্বাভাৱিক ছোৱালী হ'ল। হুক্ হুক্কৈ কান্দিবলৈ ধৰিলে—তাইৰ জীৱন-কাহিনী কৈ। সি সান্ত্বনা দিলে তাইক। শেহত প্ৰতিশ্ৰুতি হ'ল— দাম্পত্য জীৱন-যাপন কৰিবলৈ।

মাক আহিল। মাকৰ মাকো আহিল। সমাজকো মাতিলে। সকলো বৃত্তান্ত জনালে। সমাজে স্বীকৃত দিলে— সিহঁতৰ পাৰস্পৰিক প্ৰতিশ্ৰুতিক... লগে লগে সিহঁতৰ শুভ-পৰিণয় হৈ গ'ল— সমাজ বিধিমতে।



ইফালে, উৰি গৈ এচোপা বাঁহৰ ওপৰত বহিলগৈ— বগলীৰূপী ছয়জনী দেৱকন্যাই। সিহঁতে আলোচনা কৰিবলৈ ধৰিলে- ঝিন্ ব্ৰা-না[৪৪] উদ্ধাৰ কৰিবলৈ। সিহঁত পুনঃ বিলৰ কাষলৈ গ'ল। দেখে, ফান্দো নাই, ভনীজনীও নাই। সিহঁত মৰ্মাহত হ'ল। থিৰাং কৰিলে— তাইক বিচাৰি উলিয়াব, উদ্ধাৰ কৰিব— যিকোনো প্ৰকাৰে।

বিচাৰিবলৈ ধৰিলে— চাৰিওফালে। বহুদিন বিচাৰিলে। তাইক এদিন দেখিলে জাম্বাৰ ঘৰত। সিহঁতে বুজি পালে— তাৰ লগত তাইৰ বৈবাহিক

সম্বন্ধ ঘটা বুলি। তাইক উদ্ধাৰ কৰিবলৈ চেলু বিচাৰিলে—যিকোনো উপায়ে। কন্যাজনীয়েও দেখিলে—তাইৰ ছজনী বায়েকক। তাইৰো বুজিবলৈ বাকী নাথাকিল—সিহঁতৰ অভিপ্ৰায়।

বায়েকহঁতে জানে—নানা মায়াবিদ্যা। সিহঁতে তাইক নিবলৈ আহে মইনা, বাটো,[৪৫] বগিল,[৪৬] ঘৰটিকি,[৪৭] ছছা,[৪৮] লৌগ্ৰি[৪৯] আদি ৰূপ ধৰি। সেয়ে তায়ো পুহিলে—কেইটামান কুকুৰ আৰু কেইটামান মেংকু[৫১]। কুকুৰৰ দ্বাৰা খেদি দিয়ে—পশুৰূপ ধৰি আহিলে আৰু মেকুৰীৰ দ্বাৰা খেদি দিয়ে—চৰাই ৰূপ ধৰি আহিলে। বায়েকহঁত উপায়হীন হৈ পৰিল তথাপি চেষ্টা নেৰিলে।

তায়ো কম নহয়। তায়ো জানে সকলো মায়াবিদ্যা। তাই জানে—বায়েকহঁতে কি ৰূপত, কি পৰিকল্পনাত নিবলৈ আহে তাইক। তাই অৱগত কৰিলে গিৰিয়েকক এইবোৰ কথা আৰু পৰামৰ্শও দিলে সাৱধানে চলিবলৈ।

এদিন দুপৰীয়া। প্ৰখৰ ৰ'দ। ওচৰতে আছে এটা বিল। মাছ মাৰিবলৈ ওলাইছে—ছুংনি[৫২] তিৰোতাবিলাকে চৰেং-খক্‌দুৰ[৫৩] লগত লৈ। তায়ো ওলাল মাছ মাৰিবলৈ। সিদিনা শাহুয়েক ঘৰত নাছিল। সেয়ে যাবৰ সময়ত সাৱধান কৰি কৈ গ'ল গিৰিয়েকক—'আজি হ'ব পাৰে শুকান পাৰ্চুং[৫৪]। শুকাবলৈ দিয়া হৈছে—'মোৰ কাম্বং,[৫৫] ৰিফান[৫৬] আৰু খদাবাং[৫৭]। সেইবোৰ আপুনি নচপাব—ধুমুহাত নষ্ট হ'লেও বা উৰি গ'লেও।'—কিন্তু নক'লে তাই পৰিণামৰ কথা।

তাই বিলত মাছ মাৰি আছে—মিচা-টাংয়ি পাকে[৫৮]। হঠাৎ শুকান ধুমুহা। এই ধুমুহা বায়েকহঁতৰে সৃষ্টি। গিৰিয়েক জাম্বাই পাহৰি গ'ল —ঘৈণীয়েকৰ সাৱধানবাণী। ইয়ো বায়েকহঁতৰে মায়া। ধূলি-মাকতি লাগিব, ক'ৰবালৈ উৰুৱাই নিব— এই ভাৱ হ'ল তাৰ। সেয়ে লৰালৰিকৈ চপাবলৈ গ'ল—ঘৈণীয়েকৰ কাপোৰ তিনিখন। তিনিওখন কাপোৰ স্পৰ্শ কৰাৰ লগে লগে সি ৰূপান্তৰ হ'ল—এটা ময়ূৰ চৰাইলৈ। উৰি গুচি গ'ল —ঘৈণীয়েকে মাছ মৰা বিললৈ। বিলৰ পাৰত থকা এজোপা গছত পৰি ফেছেক-জো[৫৯]—'পেং-গো' বুলি।

ঘৈণীয়েকে মূৰ দাঙি চাই দেখে—ময়ূৰ চৰাই। বুজিবলৈ তাইৰ আৰু বাকী নাথাকিল। মূৰত বজ্ৰাঘাত হ'ল তাইৰ। সেই মুহূৰ্তেই—বিলৰ মাছ বিলতে পেলাই থৈ তাই দৌৰি আহিল ঘৰলৈকে।

অবাক হ'ল তিৰোতাবিলাক। কাৰণ বুজি নাপালে। বেদনাত জৰ্জৰিত হৈ তাই ময়ূৰী ৰূপত ৰূপান্তৰিত হ'ল—গিৰিয়েকৰ পাজাল[৬০] খনি গাত মেৰিয়াই লৈ আৰু উৰি গুচি গ'ল—তাইৰ স্বামী ময়ূৰৰ কাষলৈ। সিহঁত টোং-জোং[৬১] চিৰদিন— ময়ূৰ-ময়ূৰীৰূপে।

(ময়ূৰৰ পাখিত ফুল বেছি—গিৰিয়েকৰ ঘৈণীয়েকৰ ফুলাম কাম্বং ৰিফান, খদাবাং স্পৰ্শ কৰা বাবে। ময়ূৰীৰ পাখিত ফুল নাই—ঘৈণীয়েকে গিৰিয়েকৰ ফুলবিহীন পাজালখনি গাত মেৰিয়াই লোৱা বাবে। এয়ে ময়ূৰ-ময়ূৰীৰ জন্ম কাহিনী।)

## ঃ অসমীয়া অৰ্থ ঃ

১ লাকৰ—গৰখীয়া
২. মাছু—গৰু
৩ মায়—ধান
৪ জিব্রা-নি-পাাকে—মাকৰ সৈতে
৫ মাছু-বিজান—গৰুবিলাক
৬. চাবাই-য়া— গৰু চৰাই
৭. লাকৰ-টাং-পাকে—গৰখীয়াবোৰৰ লগত
৮. টৌ—চৰাই
৯ মাংছিং—মাংস
১০. বাথান—গৰু ৰখা ঠাই
১১. মানিতা—পাইছোঁ
১২. গা-ফুং—কাইলৈ
১৩. দিফৰ—দুপৰীয়া
১৪. ৰীম-নো—বান্ধিবি
১৫. ৰায়া—নৰম
১৬. বৰকক্কা—বগা
১৭ ছিয়া-চানো—নমৰিম
১৮. মায়-আস্তা—বাহী ভাত
১৯. তা-ককা—নামাৰিব
২০. কিৰ-জো—ভয় খালে
২১. টো-জো—আছিলো
২২. ৰিবা-বামুণ—আহিছিলো
২৩ থাপ্‌না—কান্দিবলৈ
২৪. খা-জো—বান্ধিলে
২৫ গুণি-জো—ভাবিলে
২৬ ৰেং-চা—নাযায়
২৭. ফাৰ—ৰাতি
২৮. চাং-নোমুণ—হ'লহেঁতেন
২৯. ৰাখু-নোমুণ—দিলেহেঁতেন
৩০. মান-নোমুণ—পালেহেঁতেন
৩১. খাৰ-নোমুণ—কৰিলেহেঁতেন
৩২. মান-জো—পালে

৩৩. মান-নো—পাব
৩৪. বিডিব্ৰা-নি—আবুয়েকৰ
৩৫. উ-দিনা—সিদিনাখন
৩৬. ছৰছিয়া—সৰিয়হ
৩৭. নৰেক—বাঢ়নি
৩৮. কানি-নো—কবি
৩৯. মায়-মাচি—মাৰযুক্ত নৰম ভাত
৪০. তুনুকে—দেখুৱাই
৪১. চম-জো—লুকাল
৪২. থাং-জো—সোমাল
৪৩. খিছায় ৰাখু-জো—খুৱাই দিলে
৪৪. ঝিম্-ব্ৰা-না—ভনীয়েকক
৪৫. বাটো—ভাটৌ
৪৬. বগিল—বগলী
৪৭. ঘৰটিকি—ঘনচিৰিকা
৪৮. ছুছা—শহা
৪৯. লৌগ্ৰি—শিয়াল
৫০. মচোত—এন্দুৰ
৫১. মেংকু—মেকুৰী
৫২. ছুং-নি—গাঁৱৰ
৫৩. চৰেং-খকদুৰ—জাকৈ-খালৈ
৫৪. পাংচু—ধুমুহা
৫৫. কাম্বং—কঁকালত পিন্ধা কাপোৰ
৫৬. ৰিফান—বুকুত মেৰিয়াই লোৱা কাপোৰ
৫৭. খদাবাং—মূৰত বন্ধা কাপোৰ
৫৮. মিচা-টাং-য়ি পাকে—তিৰোতাবিলাকৰ লগত
৫৯. ফেছেক-জো—মাত লগালে
৬০. পাজাল—গামোছা
৬১. টোং-জো—থাকিল।

# ছিছু-গিনাল

লেলুৱা এজনা ঋষি। তেওঁৰ আছিল এজনী নামচা-ত্ৰা। নাম তাইৰ ছাংখায় মাৰি-জিমাৰী। তাই বাস কৰি আছিল ছাংখিচূড়া-ডেক্-ডুগা পাহাৰত। এই পাহাৰটো আছিল পাকান চুয়া[২] আৰু চুংয়া[৩]। ছাংখায়মাৰি-জিমাৰীৰ আছিল এজনী জীয়েক। মুং[৪] তাইৰ ছাংখিৰা। তাই আছিল অপৰূপা। ৰূপৰ বৰ্ণনা অবৰ্ণনীয়।

দেৱী ছুছাৰি টোং-বামুণ[৫]—ৰাভা ৰজা দদানৰ বংশধৰ। তাই আছিল এজনী বীৰাংগনা। দদানৰ পতনৰ পিছত তেওঁৰ অনুগামীসকলৰ এটি দলক কিছুদিনৰ বাবে তাই আত্মগোপন কৰিবলৈ দিছিল এই ছাংখি চূড়া পাহাৰতেই। এই দলৰ নেতা আছিল—দুজন ডেকা বীৰ—নাম ছিছু আৰু গিনাল আৰু বীৰাংগনা আছিল সন্ধ্যাচা আৰু ৰাতাচা। লগত আছিল অনুগামী কায়টাং[৬]।

অতিবাহিত হ'বলৈ ধৰিলে সিহঁতৰ দিনবোৰ। ছিছু আৰু গিনালৰ এদিন ইচ্ছা হ'ল—পাহাৰ বগাবলৈ। মনত অনুসন্ধিৎসু জন্মিল হাচু-নি[৭] ওখ চূড়াত নো কি আছে? পাহাৰ বগাবলৈ ধৰিলে দুয়ো। বগাই থাকোঁতে প্ৰাও-জো[৮] ৰিণিকি ৰিণিকি এটি সুমধুৰ সুৰ। চূড়াৰ কাষলৈ যিমানেই চাপি গৈছে—বতাহত ভাহি আহিছে—সিমানেই এটি স্পষ্ট সুমধুৰ সুৰ। তদুপৰি চৌ-দিশে আমোলমোল হৈছে—বিচিত্ৰ পাৰ-নি[৯] গোন্ধেৰে।

সিহঁত গৈ আছে আগুৱাই। চূড়া মানা-জো[১০] দেখিলে বহি আছে এজনী দীপলিপ কন্যা ধাপা ৰংকো[১১] এচটাত আৰু আপোন বিভোৰ হৈ বজাই আছে—বুবুলেংকা। কন্যাজনীৰ দৃষ্টি গোচৰ হোৱা নাই সিহঁতক। সিহঁতে মন্ত্ৰমুগ্ধ হৈ শুনি আছে— বুবুলেংকাৰ সমধুৰ সুৰ আৰু দেখি আছে তাইৰ অপৰূপ সৌন্দৰ্য।

বুবুলেংকা বজোৱা শেষ হ'ল তাইৰ। তৎমুহূৰ্তে সিহঁত ৰিবি-জো[১২] তাইৰ সন্মুখত। চক খালে তাই আৰু সিহঁতক দেখি অবাক হ'ল। তাইৰ ছিংগেছি-

জো[১৩] সিহঁতে—

'তুমি কোন? পৰিচয় দিয়া।'

কন্যাজনীয়ে উত্তৰ দিলে—মধুৰ শান্তভাৱে—

'এই পাহাৰৰ অধিষ্ঠাত্ৰী দেৱী মোৰ মাতৃ—ছাংখায়মাৰি জিমাৰী। মোৰ নাম ছাংখিৰা।'

ছাংখিৰা নৃত্য-গীত পটীয়সীও আছিল। সিহঁতে সুধিলে—'তুমি নৃত্য-গীতো জানানে?'

'জানো।' —মিচিকি হাঁহিৰে উত্তৰ দিলে ছাংখিৰাই।

সিহঁতৰ অনুৰোধ মতে ছাংখিৰাই সুমধুৰ গীতৰ মূৰ্ছনাৰে বিভিন্ন লয়লাসেৰে এটি ফিছা-কায়[৪] পৰিৱেশন কৰি দেখুৱালে—সেই শিলচটাৰ ওপৰতে।

সিহঁত তাইৰ ৰূপ-সৌন্দৰ্যত মোহিত হৈ আছিল—দৃষ্টিনিক্ষেপ হোৱাৰ পৰাই। আকৌ ওৰং-য়া[১৫] বিমুগ্ধ আৰু আকৰ্ষিত কৰি তুলিলে তাইৰ সুমধুৰ গীতৰ মূৰ্ছনা আৰু লয়লাস গতি-ছন্দ নৃত্যাই।

ছিছুই গিনালক কানি-জো[১৬] 'ভাই গিনাল! শ্ৰেষ্ঠ মই বীৰৰ মাজত। বিচাৰি পাইছো আজি—উপযুক্ত বীৰৰ উপযুক্তা পত্নী। টোডে-একাম্ খাৰ্-নো[১৭] মই—এই অপৰূপা কন্যাক।

গিনালে ঘপৰাই উত্তৰ দিলে—'নহয়, নহ'ব সেয়া। মই আগেয়ে দেখিছোঁ এই অপৰূপা কন্যাক। ময়ো এজনা বীৰ। এই কন্যা মোৰেই অধিকাৰ—মোৰহে প্ৰাপ্য। বিয়া কৰিম মইহে—এই কন্যাক।'

এনেকৈ সিহঁতৰ মাজত আৰম্ভ হ'ল —ভীষণ বাক-বিতণ্ডা। চূড়ান্ত সিদ্ধান্তত নহ'ল উপনীত। শেহত সন্মতি বিচাৰিলে দুয়ো কটাক্ষৰে। উত্তৰ দিলে প্ৰেম আবেগেৰে—

'যেয়ে শ্ৰেষ্ঠ বীৰ-গাওা[২০] হ'ব পৰিচিত, তাকেই কৰিম মই পতিৰূপ বৰণ।'

দুয়ো চং-জো[২১] মল্লযুদ্ধ—সেই শিলচটাৰ ওপৰত। কন্যাজনী দৰ্শক-ৰূপে হাঁহি থাকিল খিল্‌খিল্‌কৈ।

ছিছু-গিনালৰ প্ৰত্যাবৰ্তন নেদেখি মানুহবিলাক হৈ পৰিল উদ্বিগ্ন। চিপান্[২২] পিছতে—সন্ধ্যাচা, ৰাতাচাৰ সৈতে সিহঁতক অন্বেষণ কৰি মানুহবিলাক উপস্থিত হ'ল সেই পাহাৰৰ চূড়াত—সেই মুহূৰ্তে ছিছু-গিলান দুয়ো যুদ্ধৰত অৱস্থাত বাগিৰ কি-জো[২৩] সেই শিলচটাৰপৰা আৰু পৰি গ'ল ওখ পাহাৰৰ

তলত থকা—গভীৰ জলাশয় এটাত।

ছাংখিৰাও ও-জ্যাও-ইয়ানি[২৪] অন্তৰ্ধান হ'ল। মানুহবিলাকে চাক্ষুষভাৱে এই ঘটনা দেখিলে। সিহঁত উদ্বিগ্ন, আৰু ক্ষিপ্ৰতাৰে পাহাৰ বগাই নামি আহিল জলাশয়ৰ কাষলৈ। কিন্তু উদ্ধাৰ কৰিব নোৱাৰিলে সিহঁতক। পানীত পৰাৰ লগে লগে ছিছু ৰূপান্তৰ হ'ল—শিহুৰূপে আৰু গিনাল ঘঁৰিয়ালৰূপে।

সিহঁতৰ অনুগামী সকলো উদ্বিগ্ন আৰু ব্যথিত-অন্তৰে আহিল—জলাশয়ৰ কাষলৈ। কিন্তু জলাশয়ৰ পানী স্পৰ্শ হোৱাৰ লগে লগে—সিহঁত সকলো ৰূপান্তৰিত হ'ল—শিহু আৰু ঘঁৰিয়ালৰূপে।

[বাভাসকলৰ মতে—এয়ে শিহু আৰু ঘঁৰিয়ালৰ জন্ম-কাহিনী। সেইকাৰণে —ৰাভাৰ ছংদাম, ছন্দুক, মাজাৰ আৰু বাণ্ঠো বাৰায়ৰ (গোত্ৰৰ) মামা-দাদা জল-জন্তু শিহু আৰু ঘঁৰিয়াল]।

## ঃ অসমীয়া অৰ্থ ঃ

| | |
|---|---|
| ১ নামচা-ব্ৰা—ভাগিনীয়েক | ২ পাকান-চুযা—অতি উচ্চ |
| ৩ চুংয়া—ডাঙৰ | ৪ মুং—নাম |
| ৫ টোং-বামুণ—আছিল | ৬ কায়-টাং—মানুহবিলাক |
| ৭ হাচু-মি—পাহাৰৰ | ৮ প্ৰাও-জো—শুনিলে |
| ৯ পাৰনি—ফুলৰ | ১০. মানা-জো—পালে |
| ১১. ধাপা ৰংকো—চেপেটা শিং। | ১২. ৰিবি-জো—উপস্থিত হ'ল |
| ১৩ ছিংগেছি-জো—সুধিলে | ১৪. ফিছা-কায়—নৃত্য |
| ১৫. ওৰং-য়া—সিহঁতক | ১৬ কানি-জো—ক'লে |
| ১৭ টোডে-একাম্ খাৰ-নো—বিয়া কৰিম | ১৮. ধৰায়-টাং-য়ি-পাৰা—কন্যাজনীৰ পৰা |
| ১৯ মিনি-জো—হাঁহিলে | ২০. বীৰ-গাণ্ডা—বীৰৰূপে |
| ২১. চং-জো—আৰম্ভ কৰিলে | ২২ চিপান্—অলপ |
| ২৩ কি-জো—পৰিল | ২৪. ও-জ্যাও-ইয়ানি—তৎমুহূৰ্তে |

# জাগ্লাং-মেমাং

এজনী নিঃসন্তান লাৰী[1]। নাম তাইৰ খচেং। গাঁৱৰ এচকুত তাইৰ ঘৰ। গিৰিয়েকৰ নাম আছিল 'পেণ্টা'। নিচেই দুখীয়া আছিল সি। সি গৰখীয়াৰ কাম কৰিয়েই জীৱিকা নিৰ্বাহ কৰিছিল —গোটেই জীৱন।

এটি মাত্ৰ হাম্‌প্ৰেংয়ি-নক[2] আছে বিধবাজনীৰ। খিৰিকী বিহীন। এটি মাত্ৰ নক্-ৰাম[3] আনফালে বাখানক[4]। দীঘলীয়াকৈ ঘৰটিৰ আধা অংশ বালাম[5]। দুখ-ছাতা[6] নাই—বাৰাণ্ডাৰ সন্মুখত। ঘৰটিৰ চাৰিওফালে মুকলি, বেৰ নাই—আছে—হাম্‌প্ৰেং-ছানি[9], হামপ্ৰেং জাতি[10]।

ঘৰটিৰ অলপ জানবাঙ্গৈ[11] এটি সৰু পাহাৰ। পাহাৰৰ দাঁতিতে গাঁৱলীয়া মাংখ্ৰাম্‌দাম[12]। তাতেই কৰা হৈছিল—তাইৰ স্বামীৰ শৱ-দাহ। অলপতে সমাধা হৈ গৈছে— তাৰ ফাৰ্ কান্তি[13]। বিধবাজনীৰ একমাত্ৰ লগৰী এজনী আক্‌কা মেংকু[14]। বৰ শান্ত, চিকাৰী তাই—চুৰুণী নহয়।

অমাৱস্যা ৰাতি। ঘোৰ অন্ধকাৰ। ৰাতি নিতৌ দোভাগলৈকে তাই টাংয়া[15] যঁতৰত। সিদিনাখনো খিৰিকিবিহীন ঘৰটো কাণি দুৱাৰ কৰি ঢিমিক-ঢামাককৈ টিনৰ চাকি এটি সন্মুখত জ্বলাই নেনটাং কাটি আছে যঁতৰত।

প্ৰায় ফাৰ্-মাজাৰ। হঠাৎ তাপ্ তাপ্[17] দৌৰি সোমাল দুৱাৰেদি তাইৰ নাছিকায়-নি[18] ক'লা মেকুৰীজনী আৰু কঁপিবলৈ ধৰিলে তাইৰ ওচৰতে বহি। লগে লগে শব্দ শুনিলে যেন এদল মানুহ আহিছে—তাইৰ চোতাললৈকে। কাণি-দুৱাৰেদি চাই দেখে —সঁচাকৈয়ে মানুহ সদৃশ ক'লা ক'লা, ডাঙৰ ডাঙৰ। তাই চাকিটো নুমাই দিলে ভয়তে। পূৰাকৈ জপালে কাণি-দুৱাৰখন আৰু নিঃশব্দে খা-জো[19] টানকৈ।

দুৱাৰখনৰ ফাঁকেদি দেখে—ভয়ানক দৃশ্য। বিধবাজনীয়ে ভাবিলে জাগ্লাং মেমাং[20] নিশ্চয়— এইবিলাকেই। মুখে মুখে কয় সকলোৱে— ভূত-প্ৰেতৰ কথা। কিন্তু কালিফালি[21] দেখাটো নাই কোনেও। সিহঁতে কথা কয়—পিং-

পাংকৈ, কিন্তু বুজা নাযায়। বাৰাণ্ডাৰ এটি কোণত আছে—এটা আধাফটা খায়া-শ্বাম[২২]। দুটা পেটাল ভূতে দাঙি নিলে উৰলটো আৰু ওপৰমুৱাকৈ ৰাখি দিলে চোতালৰ একাষত।

অলপ পিছতে আৰু এদল ভূত-প্ৰেত আহিল—পিং-পাংকৈ কথা কৈ। খুব শকত-আৱত ভূত এটা সিহঁতৰ মাজত। ৪/৫ টা ভূতে গাত ধৰি তাক বহুৱাই দিলে—ওপৰমুৱাকৈ ৰখা আধাফটা পুৰণি উৰলটোত।

চূৰ্তি হেৰাল বিধবাজনীৰ। হাতত দা আৰু খাপৰ লৈ মৰোঁ-জীউ-সোঁ-আধিকৈ চাই আছে—দুৱাৰৰ ফাঁকেদি। সিহঁতৰ পিং-পাং মাতৰ মাজেদি বিধবাজনীয়ে শুনা পালে—তাইৰ মৃত স্বামীৰ মাত যেন। কিন্তু স্পষ্ট নহয়—সাইলাখ ধ্বনি। কিছুমান মানুহে হঁহাৰ দৰে উচ্চ ধ্বনি।

বিধবাজনীয়ে দেখি আছে, শুনি আছে—কঁপি, কঁপি। কেইটামান ভূত-প্ৰেত উঠিছে, বহিছে, পদ-চালনা কৰিছে হেং-ফালাং-হং-ফালাং[২৩]। তাইৰ বাৰাণ্ডাত আহিও নুয়িতা[২৫]—কেইটামান ভূত-প্ৰেতে। তাইৰ হাত-ভৰি লুকাইছে ভয়তে।

ৰাতি ফৰকাল। সেয়ে জ্যোৎস্না নহ'লেও—স্পষ্টকৈ দেখা যায়—সিহঁতৰ আকৃতি-প্ৰকৃতি। দেখে—কিছুমানৰ মূৰ ডাঙৰ—লাউ টোকোৰাৰ দৰে, কিছুমানৰ সৰু—বেলটিৰ দৰে। কিছুমানৰ চুলি দীঘল, কিছুমানৰ কেকোঁৰা-কেঁকৰি। কিছুমানৰ কুম্পাকক্ ডাঙৰ-দীঘল। কিছুমানৰ চেপেটা। কিছুমানৰ বুকুত ফাকাম্[২৬] গজা। কিছুমানৰ দাঁত ওখঙা। কিছুমানৰ পেটাল। কিছুমান বাওনা। কিছুমানৰ তাছি[২৭] ৰৌয়া[২৮]। কিছুমানৰ ছ্‌ংয়া[২৯] কিছুমানৰ শিং আছে—কিছুমানৰ নাই।

কিছুমানৰ ফায়দাপ্[৩০] ওফন্দি উঠা, কিছুমানৰ সোমাই যোৱা। কিছুমানৰ নেকেন্[৩১] টেলেকা, কিছুমানৰ ম্লিল্লা[৩২]। সকলোৰে গাত আছে মিন্[৩৩]। সকলোৰে চাচকৰ্[৩৫] দীঘল দীঘল —হাপাক[৩৬] ধাপা[৩৭]। সকলোৰে বৰণ ক'লা ক'লা। মতা তিৰোতা দুয়োবিধেই আছে ভূত-প্ৰেত। সিহঁত সকলো অলং[৩৮] ইত্যাদি—

শেষ ৰাতি। চৰে[৩৯] মাত দিলে। সিহঁত গুচি গ'ল দিহাদিহি, পিং-পাং শব্দ কৰি। ভয়তে তাইৰ টোপনি নহ'ল। সেই ৰাতি।

পিছদিনা গাঁৱৰ কায়-টাংয়া[৪০] জনালে—এই ঘটনাৰ কথা। সকলোৱে

মিনি-জো[৪১]—ভূত অহাৰ কথা শুনি। কাৰণ—কোনেও বিশ্বাস নকৰে ভূত-প্ৰেতৰ কথা। মৃত স্বামীৰ চিন্তাত তাই ভাবি ল'লে—সমাজিক দেখা বুলি। তাই সহায় বিচাৰিলে—ৰাতিৰ কাৰণে। কিন্তু গুৰুত্ব ৰাখু-চা-জো[৪২] কোনেও। উৰুৱাই দিলে তাইৰ কথা—মিনিকিচি[৪৩] কৰি। বিবুদ্ধিত পৰিল তাই।

পিছদিনাখনো। আকৌ মেল কৰিলে— ভূত-প্ৰেতবিলাক আহি। সেই ৰাতিও তাইৰ টোপনি নহ'ল ভয়তে। ৰাতিপুৱা পুনঃ তাই জনালে—গাঁৱৰ মানুহবিলাকক। তথাপি গুৰুত্ব নিদিলে কোনেও, এইবাৰো উৰুৱাই দিলে তাইৰ কথা মিছা বুলি। মহা বিপদত পৰিল তাই।

কান্দি-কাতি বাৰাং[৪৪] জনালে তৃতীয় দিনা। এইবাৰ আগবাঢ়ি আহিল কেইজনমান ডেকা ল'ৰা—তাইক সহায় কৰিবলৈ। প্ৰত্যেকেই দা-খাপৰ লৈ নিশাতেই আহি থাকিল —তাইৰ ঘৰত।

যথা সময়ত—আগৰ দৰে ভূত-প্ৰেতবিলাকে মেল বহিবলৈ আহিল— পিং পাং শব্দ কৰি তাইৰ চোতালত। দেখি ভয়তে পেঁপুৱা লাগিল ডেকা ল'ৰাবিলাকে। হাত-ভৰি লুকাল সিহঁতৰ ভূত-প্ৰেতবিলাকৰ কিম্ভুতাকাৰ আকৃতি প্ৰকৃতি দেখি। কঁপিবলৈ ধৰিলে সিহঁত।

শেষৰাতি। কুকুৰাই মাত দিয়াৰ সময় হ'লহি। হঠাতে কাঁহ এটা ওলাই ডেকা ল'ৰাৰ। ভূত-প্ৰেতবিলাক ত্ৰ্যস্তমান হ'ল—সেই কাঁহ শুনি। থিয় হ'ল সকলোৱে। ছত্ৰভংগ দিবলৈ ধৰিলে পিংপাং শব্দ কৰি। উঠিব পৰা নাই কিন্তু —পুৰণি ফটা উৰালত বহি থকা ৰজা ভূতটো। সি বিকট চিঞৰ মাৰিব ধৰিলে—হাত-ভৰি ধাপলি মাৰি। কেইটামান ভূত-প্ৰেতে তাৰ ভৰি-হাতত ধৰি জোৰকৈ টানি নিলে ঢেৰ্ ঢেৰকৈ। বিকট চিঞৰ মাৰি পলাল সিহঁত— হাবি-বন কঁপাই।

চুৰ্তি হেৰাল—ডেকা ল'ৰাবিলাকৰ আৰু বিধবাজনীৰ। ভয়ত কঁপিবলৈ ধৰিলে সকলোৱে। মুখৰ ৰাও[৪৫] হেৰাল সিহঁতৰ চোতালত ওলাবলৈ। সিহঁত চোতাললৈ ওলাল—সম্পূৰ্ণ পোহৰ হোৱাতহে।

চোতালত ওলাই দেখে—বাগৰি আছে পুৰণি আধা ফটা উৰালটো। ওচৰলৈ গৈ দেখে—তেজৰ সৈতে টাপ্ৰাক্-ছা[৪৬] কোমল মাংসপিণ্ড লাগি আছে—উৰালৰ ফটা তলীত। দীঘল দীঘল নোমেৰে ভৰা মাংসপিণ্ডটো। সিহঁতে থিৰাং কৰিলে—সেয়া ৰজা ভূতটোৰ তপিনাৰ কোমল মাংস

পিগুহে।

ৰাতিপুৰা গাঁৱৰ সকলো মানুহেই গোট খালে—এই ঘটনাৰ খবৰ পাই। বিতং ঘটনা জানিব পাৰি, পৃথিৱীত ভূত-প্ৰেত থকা বুলি সকলোৱে বিশ্বাস কৰিবলৈ ধৰিলে—সেই দিনাৰ পৰাই।

(অতীজতে ভূত-প্ৰেতক বিশ্বাস নকৰিছিল হেনো ৰাভাসকলে। তেওঁলোকে নানা ভূত-প্ৰেতৰ পূজাৰম্ভ কৰা আৰু জন্মান্তৰবাদ স্বীকাৰ কৰা বুলি প্ৰবাদ আছে—এই ঘটনাৰপৰাই। তেওঁলোকে জন্মান্তৰবাদ স্বীকাৰ কৰিলেও কিন্তু বিশ্বাস কৰে—জীৱাত্মাই মৃত্যুৰ পিছত—কিছুদিনৰ বাবে ভূত-প্ৰেতাদিৰ ৰূপত থকা বুলি।

## ঃ অসমীয়া অৰ্থ ঃ

১ লাৰী—বিধৱা

২ হাম্‌প্ৰেংয়ি-নক—খেৰৰ ঘৰ

৩ নক-ৰাম—ঘৰৰ দুৱাৰ

৪ নখ্ৰং—ঘৰৰ চালি

৫. তন্‌হৰ—হাঁহ-কুকুৰাৰ খোঁৱাৰ

৬. বাখান্‌ক—খৰি থোৱা ঘৰ

৭. বালাম—বাৰাণ্ডা

৮. মুখ-ছাতা—বাৰাণ্ডাৰ সন্মুখত দিয়া বেৰ

৯. হাম্‌প্ৰেং-ছানি—উলু বন

১০. হামপ্ৰেং-জাতি—বাৰেঙা খেৰ

১১ জানবা-ঈ—নিলগত

১২ মাংখ্ৰাম্‌দাম্—শ্মশান

১৩ ফাৰকান্তি—শ্ৰাদ্ধ

১৪. আক্‌কা মেকু—ক'লা মেকুৰী

১৫. টাংয়া—সূতা কাটে

১৬ নেন্‌টা—সূতা

১৭ তাপ্‌তাপ্—বেগাই

১৮. নাছিকায়-নি—মৰমৰ

১৯ খা-জো—বান্ধিলে

২০. জাগ্লা-মেমাং—ভূত-প্ৰেত

২১. কালি ভালি—

২১. খায়া-স্বাম্— পুৰণি উৰাল্ কোনোদিন

২২. হেং-ফালাং-হং-ফালাং— ইফালে-সিফালে

২৩. নু-য়িতা—বহিছে

২৪. কুমপাক—নাক

২৫. ফাকাম্—দাঁত

২৭. ভাজি—হাত

২৮. ৰৌয়া—দীঘল

| | |
|---|---|
| ২৯. ছুংয়া—চুটি | ৩০. ফায়দাপ্—গাল |
| ৩১. নেকেল্—চকু | ৩২. মিল্লা—সৰু |
| ৩৩. মিন্—নোম | ৩৪. জিপ্থায়—তপিনা |
| ৩৫. চাচকৰ—নখ | ৩৬. হাপাক—বুকু |
| ৩৭. ধাপা—বহল | ৩৮. মলং—উলংগ |
| ৩৯. চবে—কুকুৰা | ৪০. কায়-টাংয়া—মানুহবিলাক |
| ৪১. মিনি-জো—হাঁহিলে | ৪২. ৰাখু-চা-জো—নিদিলে |
| ৪৩. মিনিকিচি—উপহাস, ঠাট্টা | ৪৪. বাৰং—পুনঃ |
| ৪৫. ৰাও—মাত | ৪৬. টাপ্রাক্ছা—এডোখৰ |

# আমাৰ এষাৰ ঃ কৃতজ্ঞতা

'সোণোৱালৰ সাধু' বিষয়ক এখন গ্ৰন্থ যুগুত কৰি দিবৰবাবে অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে আমাক কৰা অনুৰোধত এই পুথিৰ জন্ম।

ইয়াত সন্নিবিষ্ট সাধুবোৰ কছাৰী সমাজৰ হাবিতে ফুলি হাবিতে মৰহি মূল হেৰাই যোৱা অৱস্থাত লোক-সাহিত্যৰ সমল হিচাপে উক্ত সমাজৰ কথাপ্ৰেমী বৃদ্ধলোকৰ মুখৰপৰা আজি বহুদিন ধৰি সংগ্ৰহ কৰা শ্ৰমৰ গুটি। কোনোটোকে সাধু বুলি কোৱা বা লিখাৰ সাহস আমাৰ নাই। দাবীও নকৰোঁ। কাৰণ, জন-মানসৰ হৃদি-ফুলনিত লুকাই-চুৰকৈ ফুলি থকা ভাৱমূৰ্তিক ছিঙি আনি অপৈণত হাত, জ্ঞান আৰু অভিজ্ঞতাৰে বাণী সেৱাৰ আমন্ত্ৰণ ৰক্ষাৰ— এয়া হৈছে অলীক কল্পনা আৰু কথা প্ৰয়াস।

আজি শ্ৰদ্ধাৰে সুৱৰিছোঁ— তাহানিৰ 'ৰংঘৰ'ৰ সম্পাদক বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে আলোচনীত আমাৰ সাধু প্ৰকাশ কৰি আৰু পূজ্যপাদ গুৰুদেৱ ড° প্ৰফুল্লদত্ত গোস্বামীদেৱৰপৰা মাজে-সময়ে পোৱা উৎসাহ-উদগনিৰ উপৰিও শিক্ষাগুৰু অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীৰ সু-পৰিমৰ্শই আমাক এই কামত যথেষ্ট উৎসাহিত কৰি আহিছে। তেখেতসকলৰ ওচৰত আমাৰ আন্তৰিক কৃতজ্ঞতা থকাৰ উপৰিও যিসকল কথাপ্ৰেমী, মৃত আৰু জীৱিত ব্যক্তিয়ে আমাৰ কথা সংগ্ৰহত সহায় কৰি আহিছে তেখেতসকলৰ ওচৰতো ঋণী হৈ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

সীমিতভাৱে ইয়াক দিবলগীয়া হোৱাত আমাৰ বহুতো কথা স্থান, সময়ৰ আৰু সুযোগৰ অভাৱত অনিচ্ছাকৃতভাৱে বাদ দিবলগীয়া হোৱাত সকলোৰে ওচৰত ক্ষমা বিচাৰিছোঁ।

সৰ্বশেষত অসম সাহিত্য সভাই আমাক এই পুথি লিখাৰ দায়িত্ব দিয়াৰবাবে সভাৰ সকলোকে আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

গগন চন্দ্ৰ সোণোৱাল

১৮ ছেপ্টেম্বৰ, ১৯৭৭ চন
কাকপথাৰ

# নুমলীয়া কোঁৱৰ

তাহানিখন আমাৰ দেশত এজন ৰজা আছিল। ৰজাৰ সাতজন পুতেক। মৰিবৰ সময়ত ৰজাই সাতোজন পুতেককে ৰাজ্যভাৰ গতাই এই বুলি এষাৰ উপদেশ দি গ'ল— 'বাছি খাবা, জাগি শুবা।'

ৰজাৰ পুতেকহঁতে চিকাৰ বৰ ভাল পাইছিল; কিন্তু বিধিৰ কি বিপাক, চিকাৰ কৰোঁগৈ বুলি গৈ এজন এজনকৈ ছজন কোঁৱৰ চিকাৰৰ পৰা ঘূৰি নাহিল। অৱশেষত একমাত্ৰ নুমলীয়া কোঁৱৰেও নিজ ককায়েকহঁতক বিচাৰি ওলাই গ'ল। চিকাৰ খেদি খেদি কোঁৱৰ এখন গহীন হাবিৰ মাজত সোমাই পৰিল। ইফালে লগৰ সৈন্য-সামন্ত, পালি-পহৰীয়া ক'ৰবাতে এৰি থৈ আহিল। হাবিৰ মাজত কোঁৱৰে এটা অট্টালিকা দেখি তাৰ কাষতে থাকিবলৈ ল'লে। ৰাতিটো কটাবৰ বাবে তেওঁ একুৰা ডাঙৰ জুই ধৰি অলপ নিলগতে ঘোঁৰাটো বান্ধি দিনটোৰ ভোক-ভাগৰ আৰু চিন্তা-ভাৱনাৰে বহি থাকিল। এইদৰে ভাবি-গুণি বহি থাকোঁতে তেওঁৰ পিতৃ বুঢ়া ৰজাই কৈ যোৱা 'বাছি খাবা, জাগি শুবা' বচনফাকিলৈ মনত পৰিল। তেতিয়া তেওঁ নুশুই জাগি থাকিবলৈ স্থিৰ কৰিলে।

ৰাতিটো বহি বহি কোঁৱৰৰ নাযায়-নুপুৱায় যেন লাগিল। অৱশেষত 'বাছি খাবা, জাগি শুবা' কথাষাৰকে সাৰোগত কৰি কাষত থকা তৰোৱাল আৰু ওচৰত বান্ধি থোৱা ঘোঁৰাটোক তেওঁৰ একমাত্ৰ লগৰীয়া কৰি সেউজীয়া বননিৰ ওপৰত কোঁৱৰ দীঘল দি শুই পৰিল।

দুপৰ নিশা হ'ল। দুৰ্ঘোৰ বন নীৰৱ-নিতাল। তেতিয়াও কোঁৱৰ সাৰে আছে। দুপৰ নিশাৰ নীৰৱতা ভেদ কৰি যেতিয়া অট্টালিকাৰ খট্-খটীয়েদি খট্ খট্ শব্দৰে হঠাৎ কিবা এটা নামি অহা তেওঁ গম পালে আৰু টোপনিৰ ভাও জুৰি চাই থাকিল। ক্ষন্তেক পিছতে কোঁৱৰে দেখিবলৈ পালে বগী ছাগলী এজনীয়ে আহি তেওঁৰ বান্ধি থোৱা ঘোঁৰাটোৰ ডিঙিত কামুৰি তেজ পিবলৈ ধৰিছে। বিষম বিপদ জানি লাহেকৈ তেওঁ শোৱাৰ পৰা উঠি হাতত সাৰে, ভৰিত সাৰে চোকা

তৰোৱালখন লৈ ছাগলীজনীৰ ওচৰলৈ গৈ ছেগ চাই তাইৰ ডিঙিত ঘাপ বছৱাই দিলে; লগে লগে ছাগলীজনীৰ মূৰটো মাটিত সৰি পৰিল; কিন্তু ছাগলীজনী থিতাতে এজনী কাউৰীত পৰিণত হ'ল। ই যে কোনোবা ৰাক্ষসৰ ছলনা তাক বুজিবলৈ কোঁৱৰৰ আৰু বাকী নাথাকিল।

হাতৰ তৰোৱালখন আৰু জ্বলি থকা জুইকুৰাকে আশ্ৰয় কৰি ৰাতি পুওৱাৰ পিছতে কোঁৱৰে যেনিয়েই দুচকু যায় তেনিয়েই যাবলৈ আৰম্ভ কৰিলে; কিন্তু নিশাৰ কাউৰীজনীয়ে কোনোপধ্যে লগ এৰিব নোখোজে। লঘোণে-ভোকে কেইবাদিনো খোজ কঢ়াৰ পিছত তেওঁ এখন ৰাজ্যত ওলালগৈ আৰু ৰজাৰ আগত নিজৰ বিপদৰ কথা জনালে। ৰজাই তেওঁক আশ্ৰয় দিলে। ইফালে কাউৰীৰূপে ৰাক্ষসিনীয়েও এই ৰাজ্যৰ সীমাৰপৰাই তেওঁৰ পাছ ল'বলৈ এৰি দিলে। এইদৰে ভালেমান দিন গ'ল। আশ্ৰয়ত থাকি কোঁৱৰো ৰজাৰ মৰমৰ পাত্ৰ হ'ল। এই কালছোৱাৰ ভিতৰতে কাউৰীৰূপী ৰাক্ষসিনীয়েও ৰাজ্যৰ এচুকত এটা চকুত লগা ঘৰ সাজি এজনী দীপ্‌লিপ গাভৰুৰ বেশ ধৰি থাকিবলৈ ধৰিলে। মাজে-সময়ে ৰজাই এই গাভৰুবেশী মায়াবিনীৰ কাষেদিয়েই চিকাৰ কৰিবলৈ যায়। ৰজাই গাভৰুক এদিন বিয়া কৰালে। এইদৰে ভালেমান দি গ'ল। ৰাক্ষসিনী ৰাণী হ'ল। কেঁচু খান্দোতে সাপ ওলাল। কোঁৱৰেও ৰজাৰ বিয়াৰ মতি-গতি আগৰেপৰা লক্ষ্য কৰি ৰাণীৰ আলেখ-লেখ চাই নুবুজাকৈ নাথাকিল যে আনৰ কাৰণে নহ'লেও তেওঁৰ কাৰণে তাইৰ এটা বেলেগ মোহদৃষ্টি আছে। সাত-পাঁচ গুণি নিজক নিজে আগন্তুক বিপদসমূহৰপৰা ৰক্ষা কৰি থাকিবৰ কাৰণে ঈশ্বৰক চিন্তি বুকুত সাহ বান্ধি কোঁৱৰ সাজু হৈ থাকিল। ইফালে ৰাণীৰূপী ৰাক্ষসিনীয়েও কোঁৱৰক যিকোনো উপায়ে প্ৰাণে মাৰিবলৈ অশেষ চেষ্টা আৰু চিন্তা কৰি আছে। কোঁৱৰো ইমান সাৱধান যে তেওঁৰ মৰমৰ ঘোঁৰাটোক বধ কৰাৰ দিনৰেপৰা পিতাকৰ শেষ বাণী সাৰোগত কৰি কঠোৰভাৱে বিপদৰপৰা নিজকে ৰক্ষা কৰি আহিছে। তেওঁৰ এনে জাগি থকা শক্তিৰ কাৰণেই তাই নানা চেলুলও কোঁৱৰক বধিব পৰা নাই।

আয়ুসত চাউল থাকিলে কোনে কাক মাৰে? কোঁৱৰক বধিবৰ নানান চেলু উলিয়াই ফল নধৰাত তাই এইবাৰ এটা নতুন ফন্দী জুৰিলে। নৰিয়াৰ ভাও জুৰি ভাত-পানী এৰিলে। ৰজাই ৰাজ্যৰ বেজ, জ্ঞানী সকলোকে লগায়ো বেমাৰ ভাল কৰিব নোৱাৰিলে। ৰজা নিৰাশ হ'ল। ৰাণীয়েও তাকে কামনা কৰিছিল। এনে

অৱস্থাত তাই ৰজাক জনালে যে কেনেবাকৈ ৰজাই যদি টিলিকী নাদৰ পানী এটোপা অনাই তাইৰ মুখত দিব পাৰে তেতিয়াহে তাইৰ জীৱনৰ আশা আছে। এই কামটোৰ বাবে যে ৰাজ-আশ্ৰিত কোঁৱৰেই যোগ্য তাকো ৰজাক জনালত, ৰজাই কোঁৱৰক ততালিকে পানী বিচাৰি যাবলৈ আদেশ কৰিলে।

ৰাজ-আজ্ঞা শিৰত লৈ কোঁৱৰে টিলিকী নাদৰ পানী বিচাৰি ৰাজধানীৰ বাহিৰ হৈ গৈ ভাবিলে— তেওঁ ক'লৈ যাব? ৰাজ্যৰ কোনোৱে দেখোন এই পানীৰ নাম-গোন্ধকে পোৱাৰ কথা নকয়। কাক সুধিব, কাক ধৰিব? ই তেওঁক প্ৰাণে মৰাৰ ছলনা নেকি? জন্মিলে এদিন মৰিবই লাগিব। পুৰুষৰ জন্ম লৈ মৰণলৈ ভয় কৰিলে নচলিব। জ্বলা ভোটা তৰাৰ উজ্জ্বলতা জানো কোনো কালে কমে? এটা কঠোৰ সংকল্প লৈ নিজ ভাই-ককাইক হেৰুৱাই ৰাজ্য-প্ৰজা সকলোকে এৰি যি স্থলত উপনীত হৈছেহি তাৰ শেষ সমাধানৰ পথ অনুসন্ধানেই মোৰ জীৱনৰ লক্ষ্য।

নিঃসহায়ৰ ঈশ্বৰেই একমাত্ৰ সহায়। সিজনকেই বাটৰ সাৰথি কৰি তেওঁ গাঁও-ভূঁই, নগৰ-চহৰ, নদ-নদী, পৰ্বত-পাহাৰ আৰু হাবি-বন অতিক্ৰম কৰি দিনে-নিশাই যাবলৈ ধৰিলে। বাটৰ অন্ত নাই। টিলিকী নাদৰ পানীৰো আশা নাই। গৈয়েই আছে। এইদৰে গৈ থাকোঁতে ভাগৰ লগতা এজোপা গছৰ ছাঁয়াত জিৰণি ল'বলৈ বহিলত এজোপা গছৰ ওপৰত কেইটামান নোদোকা চৰাই পোৱালিয়ে বৰকৈ কান্দি থকা দেখি ওপৰলৈ চাই দেখিলে যে এটা সাপে সিহঁতক ধৰিবলৈ ওপৰলৈ উঠিব ধৰিছে। কোঁৱৰে ততালিকে খাপৰ পৰা তৰোৱাল উলিয়াই সাপটো কাটি বপুৰা পোৱালিকেইটাকে তাৰিলে। কিছু সময়ৰ পিছত মাকে পোৱালিকেইটাৰ কাৰণে টোপ লৈ আহি দেখে আনদিনাৰ দৰে সিহঁতে টোপ খাবলৈ নিবিচাৰি বহপৰ তললৈকে চাই চঁ-চিঞৰাই আছে। তাই দেখেযে তলত এজন মানুহ আৰু তাৰ ওচৰতে এটা সাপ দোছোৱা হৈ পৰি আছে। তাইৰ বুজিবলৈ বাকী নৰ'ল যে অলপ আগতে পোৱালিকেইটাই কি ভয়ানক বিপদৰ সন্মুখীন হৈছিল। যিয়েই নহওঁক, সিহঁতক বুজাই-মেলি টোপ খুৱোৱাৰ পিছত কোঁৱৰৰ পৰিচয় আৰু আগমনৰ বাতৰি সুধি জানিব পাৰিলে যে তেওঁ টিলিকী নাদৰ পানী বিচাৰি আহিছে। চৰাইজনীয়ে ক'লে যে সেই নাদ আছে ৰাক্ষসৰ ৰাজ্যত। ৰাক্ষসৰ পালি-পহৰীয়াই ইয়াক ৰাতিয়ে-দিনে চোকা দৃষ্টি ৰাখি পহৰা দি থাকে আৰু তাক

অনাটো দুৰূহ কাম; জীৱন নাশ হোৱাৰো ভয় আছে। তথাপি বিপদৰ বন্ধুক উপকাৰ কৰাটোৱে জ্ঞানীৰ কাম বুলি মৰণত শৰণ দি তেওঁ টিলিকী নাদৰ পানী আনি দিবলৈ গাত ল'লে।

তাৰ পিছদিনা পুৱাতে উঠি চৰাইজনীয়ে পোৱালিকেইটাৰ কাৰণে যত হয় মানে পুৱাৰপৰা গধূলিলৈকে পোক-পৰুৱা, কীট-পতংগ আৰু পৰুৱা-পিপৰা বিচাৰি আনি বাহত থ'লেহি। কিয়নো টিলিকী নাদৰ পানী আনোতে কিমান দিন লাগে কোনে জানে? তাতে ই হ'ল মায়াবী ৰাজ্যৰ কথা। আহাৰ সংগ্ৰহ কৰাৰ উপৰি নাদৰ পৰা পানী লৈ আহিবৰ কাৰণে কোঁৱৰক দুটা বজাল বাঁহৰ চুঙা কাটি তুলা হেম্ম পাতল কৰি চাঁচি থ'বলৈ ক'লে। পিছদিনা পুৱাতে শুভ লক্ষণ চাই পোৱালিকেইটাৰ ভাৰ তেওঁৰ ওপৰত দি চাঁচি থোৱা চুঙা দুটা কোঁৱৰৰ হতুৱাই দুখন ডেউকাত আলফুলকৈ বন্ধোৱাই লৈ টিলিকী নাদৰ পানীৰ কাৰণে যাত্ৰা কৰি মুকলি আকাশেদি উৰি গ'ল।

চৰাইজনীয়ে উৰি গৈ গৈ আবেলি পৰত যি ৰাক্ষসৰ ৰাজ্যত টিলিকী নাদৰ পানী আছে তাৰ ওপৰত উৰিবলৈ ধৰিলে। তাই ওপৰৰ পৰা চাই দেখে যে নাদৰ পানী লৈ অহাটো অসম্ভৱ। কিয়নো আগেয়ে জনা আৰু শুনামতে তাৰ চাৰিওফালে -পালি-পহৰীয়াই চোকা দৃষ্টি ৰাখি পহৰা দি আছে। তথাপি তাই মৰণত শৰণ দি বহু ওপৰলৈ উৰি গ'ল আৰু চিলনীৰ দৰে পৃথিৱীলৈ চোঁ মাৰি টিলিকী নাদলৈ সোমাই বুৰ মাৰি নিমিষতে চুঙা দুটিত পানী ভৰাই ওপৰলৈ উৰি আহিল; কিন্তু হ'লে কি হ'ব, ওলাই আহোঁতে শেন চকুৱা পহৰীয়াৰ চোকা তৰোৱালৰ কোবত বেচেৰী চৰাইজনীৰ চুঙাৰে সৈতে এখনি ডেউকা নাদ পালেগৈ।

এখন দেউকাৰে তাই কেইবাদিনৰ মূৰত নিজ বাহ, মৰমৰ পোৱালি আৰু নুমলীয়া কোঁৱৰৰ আগত হাজিৰ হ'লহি। বপুৰীৰ এই অৱস্থা দেখি কোঁৱৰৰ চকুপানী ওলাল। পিছত চৰাইজনীৰ দুঃসাহসিকতাৰ প্ৰতি কৃতজ্ঞতা জনাই কোঁৱৰে টিলিকী নাদৰ পানীচুঙা লৈ সেইদিনাই ৰজাৰ ঘৰলৈ যাত্ৰা কৰিলে। যথাসময়ত তেওঁ ৰাজ্যত প্ৰৱেশ কৰি ৰজাৰ হাতত টিলিকী নাদৰ পানী অৰ্পণ কৰিলে। তেৰোঁ সেই পানী ৰাণীক দিয়াত নিজ ৰাজ্যৰ এই টোপালচেৰেক পানী দেখা পাই ৰোগ উপশম হোৱা যেন দেখুৱাই কিছুদিন শান্তিৰে কাল কটালে।

টিলিকী নাদৰ পানী লৈ ৰাক্ষসিনী ৰাণীৰ চিৰবৈৰী নুমলীয়া কোঁৱৰ যেতিয়া সোঁশৰীৰে ঘূৰি আহিল, তেতিয়া তাই তেওঁৰ দুঃসাহসিকতাৰ বাবে আচৰিত হ'ল; তথাপি পুনৰ কেতিয়াবা তেনে কামতে নিয়োগ কৰি কোঁৱৰক আৰু জীৱন্তে ঘূৰি আহিব নোৱৰাৰ এক অভিসন্ধিৰ কথা চিন্তি কিছুদিনলৈ নীৰৱে থকাটোকে থিৰাং কৰিলে।

বাঘে-ছাগে একে ঘাটে পানী নাখায়। কেইদিনমান যোৱাৰ পিছতে ৰাক্ষসিনী ৰাণীয়ে পুনৰ নৰিয়াৰ ভাও জুৰিলে। ইতিমধ্যে টিলিকী নাদৰ পানীও অন্ত হৈ আহিছিল। গতিকে পুনৰবাৰ এই অমৃত যেন টিলিকী নাদৰ পানীৰ দৰকাৰ হ'ল।

আগৰদৰে এইবাৰো কোঁৱৰক টিলিকী নাদৰ পানী আনি দিবৰ কাৰণে পচা হ'ল। তেওঁ ৰজাৰ কথামতে ৰাজ্যৰপৰা ওলাই গৈ আগৰ চৰাইজনীৰ বাহৰ তলত উপস্থিত হ'লগৈ। তেওঁক দেখিয়েই চৰাইজনীয়ে কুশল বাতৰি লৈ তেওঁৰ আগমন-বাৰ্তা সুধিলত, কোঁৱৰে এইবাৰ আদিৰ পৰা অন্তলৈকে জীৱনৰ সকলো কথা বিৱৰি ক'লত, চৰাইজনীয়ে কিছুপৰ টলকা মাৰি থকাৰ পিছত ক'লে— 'তুমি ভাল মায়াবিনীৰ কৱলতেই পৰিছা দেখিছোঁ। তোমাৰ আয়ুসত চাউল আছে বুলিহে জীয়াই আছা। এতিয়া মোৰ অনুমান হৈছে, তুমি এক ৰাক্ষসিনী বুঢ়ীৰ জীয়েকৰ কৱলত পৰিছা। তুমি জানি থোৱাটো ভাল যে তোমাৰ ছয়োটি ককায়েৰাই এইৰ কৱলত পৰিয়েই একেখন বনতে প্ৰাণ হেৰুৱাইছে। তোমাকো তাই নিজ হাতেৰে প্ৰাণে মাৰিব নোৱাৰি ছলে-বলে-কৌশলে টিলিকী নাদৰ পানীৰ উঁহ বিচৰাই মৰাৰ ফাং পাতিছে। এই পানী নৰলোকৰ নহয়, ৰাক্ষস ৰজাৰহে। ৰাক্ষস ৰাজ্যৰ এই পানীয়ে অমৃতৰ নিচিনা গুণ দিয়াত ৰাক্ষস, দেৱতা সকলোৱে অতিপাত লোভ কৰাৰ হেতুকে ইয়াৰ ওপৰত দিনে-ৰাতি সশস্ত্ৰ চোকা দৃষ্টি ৰাখি থোৱা আছে। ৰাক্ষসৰ বাহিৰে নৰ-মনিচৰ এই ৰাজ্যত পশিবৰ সাধ্য নাই। বাট-পথো বহু দূৰ আৰু দুৰ্গম। আগৰদৰে মোৰ অৱস্থা থকা হ'লে, মৰসাহ দি ময়েই পুনৰ চেষ্টা কৰিলোহেঁতেন। ইফালে তোমাৰ মতি-গতি মই বুজিছো যে কৰ্তব্যত জয়যুক্ত নোহোৱালৈকে তুমি কেতিয়াও নোভতা। বাৰু ভগবান তোমাৰ সহায় হওক। এটা উপায় দিওঁ তেনেহ'লে। মই জনাত সেই ৰাক্ষসৰ ৰাজ্যলৈ যোৱা এটি গোপন পথ আছে। সেই পথ ইয়াৰপৰা উত্তৰলৈ। তাৰ উপৰি নৰদেহ ধৰি

তাঁলৈ যোৱাটো দুৰাশা। গতিকে তুমি দিনে-ৰাতিয়ে বোকাত লেটি লৈ আৰু গাত গাহৰিৰ নোম লগাই নিজকে কুৎসিৎ কৰি ল'ব লাগিব। মই যি পথৰ সন্ধান দিম সেই পথেদি গৈ সন্মুখত পোৱা গুহাইদি নামি নিজৰা এটি পাৰ হোৱাৰ পিছত এটি জুপুৰি ঘৰ পাবা। তাতে থাকে এজনী বুঢ়ী ৰাক্ষসিনী। তাইৰ নাম হ'ল আলতী আৰু জীয়েকৰ নাম মালতী। জীয়েকক বিয়া দিনা অনেক দিন হ'ল। গতিকে জীয়েক মালতীৰ পুতেক বুলি পৰিচয় দি টান নৰিয়াৰ খা-খবৰ জনাই সোমাই পৰিবা। তাৰ পিছত বুঢ়ীৰ লগত মিতিৰালি পাতি বুকুত সোমাই সময় আৰু সুযোগমতে তোমাৰ উদ্দেশ্য সাধন কৰিবা।'

চৰাইজনীৰ দিহামতে নুমলীয়া কোঁৱৰে হাবিত থকা গাহৰিৰ দৰে লেটি-বাগৰি পুনৰ ৰ'দত গাটো শুকুৱাই লৈ চৰাইজনীৰ বাহৰ তলতে থাকেহি। তাইৰ দিহা আৰু বুদ্ধিমতে এটা গাহৰি মাৰি তাৰ নোমেৰে তেওঁৰ দেহাটো বোকা আৰু নোমেৰে পূৰাই লোৱাত তেওঁক আৰু কোঁৱৰ বা মানুহ বুলি চিনাটোৱেই টান হৈ পৰিল।

কেইদিনমান যোৱাৰ পিছত এদিনাখন চৰাইজনীৰ দিহামতে কোঁৱৰে ৰাক্ষসৰ ৰাজ্যলৈ যাত্ৰা কৰিলে। বহুদিন যোৱাৰ পিছত যথাস্থানত উপস্থিত হৈ বুঢ়ী ৰাক্ষসিনীৰ ঘৰত প্ৰৱেশ কৰি ক'বলৈ ধৰিলে ঃ

'মালতী মাক আলতী ঐ<br>
জীয়েৰৰ নৰিয়া টান;<br>
মালতীৰ একে পো জীৱন<br>
তাঁলৈকো কৰি চোৱা কাণ।'

বুঢ়ীয়ে ভালেমান দিন জীয়েকৰ খা-খবৰ নোপোৱাত বেজাৰ কৰি আছিল। নাতিয়েকক পাই ততালিকে সাবটি ধৰিলে আৰু লাহে-ধীৰে অইন খা-খবৰো সুধিলে।

বুঢ়ীৰ পুতেক তিনিটা। এদিন কোঁৱৰে বুঢ়ীৰ লগত কথা পাতি থাকোঁতে পুতেককেইটা ঘৰলৈ অহাত তাই ততালিকে তেওঁক এটা ডাঙৰ পেড়াৰ ভিতৰত সুমুৱাই থ'লে। পুতেকহঁতে আহিয়েই মাকক মানুহৰ গোন্ধ পোৱা বুলি ক'লত, মাকে ভেকাহি মাৰি সিহঁতে নিজে নিজে খাই অহা বুলি উপলুঙা কৰি খোৱা-বোৱাৰ দিহা কৰিলে। সিহঁতে খাই-বৈ দিহাদিহি শুচি গ'ল।

এইদৰে ভালেমান দিন পাৰ হোৱাত নুমলীয়া কোঁৱৰে জীয়েকৰ নৰিয়াৰ

কথা জনাই ৰাজ্যলৈ ঘূৰি যোৱাৰ কথা জনালে। কথা শুনি বুঢ়ীয়ে তেওঁক অন্য এটা কোঠালিৰ ভিতৰ সুমুৱাই পাঁচোটা জাতি লাউ দেখুৱাই প্ৰত্যেকটো লাউৰে পৰিচয়ত ক'লে যে লাউকেইটা থাকেমানে সিহঁতৰ জীৱন-পতনৰ আশংকা নাই। কোঁৱৰৰ মহা ফূৰ্তি। গাখীৰতে ম'হৰ খুঁটি। এইবাৰ বুঢ়াৰ হাতত চেঙেলী পৰিছেহি। তেওঁক আৰু পায় কোনে?

আন এদিনৰ কথা। বুঢ়ী ৰাক্ষসিনী সেইদিনা ঘৰত নাই। এই সোণালী সুযোগতে কোঁৱৰে লাউ থকা কোঠালিটোলৈ সোমাই বুঢ়ীৰ আৰু তিনিটা পুতেকৰ জীউ-লাউকেইটা থিতাতে ভাঙি পেলোৱাত সকলোৱে নিজ নিজ আকৃতিৰে মৰি থাকিল। বাকী থকা লাউটো লৈ কোঁৱৰে বেগাই তাৰপৰা বাহিৰ হৈ আহিল।

এতিয়া নুমলীয়া কোঁৱৰক পাই কোনে? তেওঁৰ জীৱন-বৈৰী ৰাক্ষসিনীৰ আয়ুস এতিয়া কোঁৱৰৰ হাতৰ মুঠিত। উভতি আহোঁতে কোঁৱৰে চৰাইজনী আৰু পোৱালিকেইটাক সকলো কথা জনাই ৰজাৰ ৰাজ্যত প্ৰৱেশ কৰিলেহি। এইবাৰ কিন্তু কোঁৱৰ ৰজাৰ আশ্ৰয়ত নাথাকি মন্ত্ৰীৰ তাতহে থকিবলৈ ল'লে। ইকাণ-সিকাণ বাগৰি টিলিকী নাদৰ পানীৰ পৰিৱৰ্তে কোঁৱৰে লাউ এটাহে লৈ অহা কথাটো ৰাক্ষসিনী ৰাণীৰ কাণত পৰাত তাই আৰু বিতত হৈ পৰি শীঘ্ৰে কোঁৱৰৰ হাতৰ লাউটো আনি দিবলৈ ৰজাক নেৰানেপেৰাকৈ খাটিলে।

ৰজাই কোঁৱৰৰ ওচৰত বহু অনুনয়-বিনয় কৰাতো তেওঁ ৰজাক লাউটো দিবলৈ সন্মত নহ'ল।

ইফালে ৰাক্ষসিনী ৰাণীৰ চিন্তাও দিনকদিনে বেছি হৈ গৈছে। প্ৰকৃততে তাইৰ জীৱন এতিয়া কোঁৱৰৰ হাতৰ মুঠিত। কোন মুহূৰ্তত কি ঘটে কোনে জানে?

শেষত এদিন নুমলীয়া কোঁৱৰে মন্ত্ৰীৰ হতুৱাই ৰজাক জনালে যে ৰজাই যদি ৰাজ-দৰবাৰত ৰাজ্যৰ বিষয়া, প্ৰজা সকলোকে মাতি ৰাজসভা পাতে তেনেহ'লে ৰাজসভাতহে কোঁৱৰে লাউটি ৰজাক দিব; নৰিয়া পৰি থকা তেওঁৰ ৰাণীয়েও আৰোগ্য লাভ কৰিব। ৰজায়ো তেওঁৰ কথামতে ৰাজসভা পাতি তাত সকলোকে উপস্থিত থাকিবলৈ ঢোল পিটাই জাননী দিয়ালে।

সভাত প্ৰজা, বিষয়া, পাৰিষদ সকলো গোট খালে। নিজ নিজ আসনত ৰজা, মন্ত্ৰী, পাৰিষদসকল। সন্মুখত প্ৰজাসকল। বহু বেলি হ'ল, অথচ

কোঁৱৰৰ দেখাদেখি নাই। সকলোৱে অধৈৰ্য হৈ পৰিছে। এসময়ত কোঁৱৰ আৰু লাউৰ চিন্তাসাগৰত ডুব গৈ থকা ৰজাঘৰীয়া, প্ৰজাঘৰীয়া সকলো ৰাইজ অতিষ্ঠ হৈ পৰিল। এনে এটি ক্ষণতে কোঁৱৰ ৰাজসভাত উপস্থিত।

ৰাজ-আজ্ঞা অমান্য কৰি নুমলীয়া কোঁৱৰে ৰাজসভাত পলমকৈ উপস্থিত হোৱাৰ অপৰাধত অপৰাধী হ'লেও তাৰ বাবে সকলোৰে ওচৰত সানুনয়ে ক্ষমা ভিক্ষা কৰিলে। তাৰ পিছত হাতত লাউটি লৈ ৰজাৰ ওচৰত লাউ অৰ্পণ কৰাৰ আগতে সভাত কিছু ক'বলৈ ৰজাৰ অনুমতি লৈ তেওঁৰ পিতৃৰ পৰা আৰম্ভ কৰি ছজন ককায়েকে চিকাৰত এক ৰাক্ষসিনীৰ মুখত পৰি প্ৰাণ হে'ৰুৱা দুখজনক কথা, নিজেও সেই একে অৱস্থাত পৰি এই ৰাজ্যত আশ্ৰয় লোৱাৰ কথা ক'লে। ৰাজ ৰাণীৰ আৰোগ্যৰ অৰ্থে প্ৰথমবাৰ এজনী চৰাইৰ সহায়ত ৰাক্ষসৰ ৰাজ্যৰপৰা টিলিকী নাদৰ পানী অনা আৰু পুনৰ দ্বিতীয়বাৰ নাদৰ পানী আনিবলৈ গৈ চৰাইজনীৰ উপদেশ অনুযায়ী নৰৰ সাধ্যাতীত ৰাক্ষস ৰাজ্যত প্ৰৱেশ কৰি পানীৰ পৰিবৰ্তে লাউ লৈ অহাৰ কথা সভাত বিৱৰি কোৱাত সকলোৱে আচৰিত মানিলে।

অৱশেষত হিয়াবিদৰা ৰাক্ষস ৰাজ্যৰ কথাৰ ছলতে সমবেত ৰজা, মন্ত্ৰী, পাৰিষদ আৰু প্ৰজাক জনালে— 'মই যি ৰাক্ষসিনীৰ কথা কৈছোঁ তাইক আমাৰ এই ৰাজ্যতে গাখীৰ খুৱাই সাপ পোহাদি পুহি ৰখা হৈছে। মোৰ পৰম হিতৈষী সেই চৰাইজনীৰ অনুগ্ৰহৰ বলতে এই অভাগাই ৰাক্ষস ৰাজ্যত পশি মায়াবীৰ মাক আৰু তিনিজন ৰাক্ষস ককায়েকক বধি তাইৰ দেহলাউ অৰ্থাৎ এই লাউটি লৈ আহিছো। সভাসদে ভুল নুবুজিলে, আচৰিত নেমানিলেই হয়; যিহেতুকে এই মায়াবিনী ৰাক্ষসীয়ে আমাৰ ৰাজ্যৰ ৰাজ-অট্টালিকাতে ৰাণীৰূপে বসবাস কৰি আছেহি; ৰজা আৰু প্ৰজাৰ চকুৰ আঁৰ লৈ কিমান মানুহ-পশু নিধন কৰি ৰাজ্যত অঘটন ঘটাইছে, সেয়া মোৰ বিনে কোনেও নাজানে। অৱশ্যে এইটোও সঠিক যে ৰাক্ষসিনীৰ মায়াবিনী ৰূপৰ অন্তৰালত তাইৰ প্ৰাণৰ পিয়াহ আছিল মোৰ জীন-বস্তি শেষ কৰা; কিন্তু ছলনাময়ীৰ সেই আশা পূৰণ নহ'ল। এশ গৰু মাৰিলে বাঘৰো মৃত্যু। তাইৰ মৃত্যু পৰমেশ্বৰে মোৰ হাততেই দিছে। সমাজ বিদ্যমান মই এই ৰাক্ষসিনীৰ সকলো শেষ কৰিবলৈ আগবাঢ়িছো।'

'এই চাওক'— এই বুলি কোঁৱৰে হাতত থকা লাউটোৰ ডিঙিত টানকৈ

খামোচ মাৰি ধৰি তৰোৱালৰ গদিৰে লাউটোত মাৰ শোধাই দিলত ৰাজকাৰেঙৰ পৰা ৰাণীয়ে আহি তাতে ৰাক্ষসিনীৰ ৰূপ লৈ দেখা দিলেহি। তাৰোৱালৰ আঘাতত লাউটো ভগামাত্ৰেই ই এজনী শালিকীত পৰিণত হ'ল। তাৰ পিছত কোঁৱৰে চৰাইজনীৰ এখন ডেউকা ভঙাত ৰাক্ষসিনীৰো এখন হাত, ঠেং ভঙাত তাইৰ এখন ভৰি ভাগি পৰিল। অৱশেষত কোঁৱৰে চৰাইজনীৰ ডিঙিটো মুচৰি মাৰি পেলোৱাত ৰাক্ষসিনীৰো ডিঙিটো মোচৰ খালে আৰু লগে লগে সেই সভাতে মাটিত বাগৰি পৰি মৰি থাকিল।

ৰাক্ষসিনী ৰাণীৰ কাৰ্য-কলাপত ৰজা-প্ৰজা সকলোৱে অবাক মানিলে আৰু এই কালনাগিনীৰ মৃত্যুত সকলোৱে নথৈ আনন্দ পালে।

নুমলীয়া কোঁৱৰৰ কাৰ্য আৰু সাহস দেখি ৰজা-প্ৰজা সকলোৱে 'ধইন্ ধইন্' বুলি আশীৰ্বাদ দি ঘৰাঘৰি গ'ল। সময়ত ৰজাই নুমলীয়া কোঁৱৰকে তেওঁৰ সিংহাসনত বহুৱালে।

# দুটি হাঁহি

## প্ৰথম খণ্ড

তাহানিখন আমাৰ দেশত এখন নগৰমুখী গাঁৱত এহাল ব্ৰাহ্মণ-ব্ৰাহ্মণীয়ে বাস কৰিছিল। তেওঁলোকৰ মাত্ৰ একেটি পুতেক। ব্ৰাহ্মণ আছিল মহাপণ্ডিত। শিক্ষাদান আৰু পাণ্ডিত্যত তেওঁৰ যশস্যা দেশে-বিদেশে এনেধৰণেৰে বৈ বৈ গৈছিল যে মৰ্ত্যলোকৰ উপৰি স্বৰ্গ আৰু পাতালৰ দেৱ-দেৱতাৰো কাণত এই কথা নপৰাকৈ নেথাকিল। দেশ-বিদেশৰ বহু ছাত্ৰই তেওঁৰ ওচৰত শিক্ষা লাভ কৰিবলৈ আহিল। স্বয়ং ধৰ্ম বা যমৰজায়ো তেওঁৰ একেটি মাত্ৰ পুতেককো ব্ৰাহ্মণৰ ওচৰত শিক্ষা লাভ কৰিবলৈ পঠিয়াই দিলে।

পিতৃৰ আজ্ঞানুযায়ী ধৰ্মৰাজ পুত্ৰই এক সুন্দৰ বালকৰ বেশ ধৰি ব্ৰাহ্মণ পণ্ডিতৰ ঘৰত আশ্ৰয় লৈ তেওঁৰ পুত্ৰৰ সৈতে শিক্ষা গ্ৰহণত মনোনিবেশ কৰিলে। দিন যোৱাৰ লগে লগে ব্ৰাহ্মণ-পুত্ৰ আৰু যমৰজাৰ পুত্ৰৰ মাজত বন্ধুত্ব হ'ল। তেওঁবিলাক দুয়ো এনে নলে-গলে লগা বন্ধু হৈ পৰিল যেনিবা ছাঁয়াৰ লগৰ কায়াহে।

শিক্ষা শেষ কৰালৈকে যমৰজাৰ পুতেক ভালেকেইবছৰ ব্ৰাহ্মণৰ ঘৰত থাকিবলগীয়া হ'ল। এই কালছোৱাত গুৰুৰ ওচৰত সকলো শাস্ত্ৰ জ্ঞানেৰে পৰিপুষ্ট হৈ তেওঁ আজি বাদে কালিলৈ গুৰু পৰিয়ালৰপৰা বিদায় লৈ স্বদেশলৈ প্ৰত্যাৱৰ্তন কৰিব।

যমৰাজ-পুত্ৰ আজি বাদে কালিলৈ প্ৰস্থান কৰিব— এই ভাবিয়েই আজিৰ দিনটোতে তেওঁৰ অভিন্ন হৃদয়স্বৰূপ বান্ধৱ গুৰুপুত্ৰৰ সৈতে মুকলিমূৰীয়াকৈ ফুৰা-চকা আৰু আলাপ-আলোচনা কৰাত ধৰ্মৰাজপুত্ৰ ব্যস্ত হৈ পৰিছে। কথা-বতৰা পাতি পাতি দুয়ো ব্ৰাহ্মণৰ ধাননিৰ ওচৰ পালেগৈ। তেতিয়া আঘোণ মাহ। পথাৰত চেকুৰা চেকুৰে সোণহালধীয়া সোণ চপৰাই জিকমিকাই আছে।

নিলগৰপৰাই পকাধানে সকলোকে হাত বাউলি দি মাতিছে। ধাননি চেৰাই তেওঁলোকৰ পথাৰ পোৱাগৈয়ে টান হৈছে। তথাপিও 'সেৱ হৈ পৰিলে পকাধানেও বাট দিয়ে' এই চহা বচনকে সাৰোগত কৰি আই লখিমীৰ ওচৰত খোজেপতি লগোৱা অপৰাধৰ বাবে তুতি কৰি দুয়ো যথাস্থানত ভৰি দিলেগৈ। তেওঁলোকৰ চকুত ধান ভালেই দেখিছে। চৌসীমা ঘূৰি-পকি চাওঁতে হঠাতে ব্ৰাহ্মণ-পুত্ৰৰ এডৰা পানীয়ে মৰা ধাননিলৈ চকু পৰাত তেওঁ কৈ উঠি 'আৰু বেলিলৈ চাম বাৰু। পানীয়ে ডোবাৰ আলি ভাঙি কেনেকৈ ৰোৱা নষ্ট কৰে। অহাবাৰলৈ আলিটো ইয়াতকৈ শকত কৰি বন্ধোৱাব লাগিব।'

বন্ধুৰ কথা শুনি যমৰাজ-পুত্ৰই মিচিকীয়া হাঁহি এটি মাৰিলে। বন্ধুৰ হাঁহিত ব্ৰাহ্মণ পুত্ৰ আচৰিত হ'ল। কোনোদিনে নহঁহা বন্ধুৰ ওঁঠত তেওঁ আজিহে হাঁহি বিৰিঙা দেখিছে। গতিকে সন্দেহ হোৱাত বন্ধুৰ হাঁহিৰ কাৰণ সুধিও তেওঁ উত্তৰ হ'লে একো নেপালে।

ঘৰতো সেই একেই প্ৰশ্ন। বন্ধুৰ মুখত হাঁহি। শিষ্যৰ মুখত হাঁহি? আচৰিত কথা। মনত সন্দেহৰ বোজা লৈ ব্ৰাহ্মণ পিতা-পুত্ৰ আৰু যমৰাজ-পুত্ৰ তিনিও সময়ত ভাতৰ পাতত বহিলগৈ। খোৱাৰ মাজতে ব্ৰাহ্মণে তেওঁৰ শিষ্যৰ একমাত্ৰ হাঁহিৰ কাৰণটো জানিবলৈ বিচাৰিলে আৰু ভাল-বেয়া যিহলৈকে নহওক তাক ব্যক্ত কৰিবলৈ নেৰানেপেৰাকৈ খাটনি ধৰিলে।

নক'লেও নেৰা দেখি যমৰাজ-পুত্ৰই ধীৰে ধীৰে  ক'বলৈ আৰম্ভ কৰিলে, 'গুৰুদেৱ, মোৰ এই  হাঁহিৰ বিষয়েনো কি ক'ম? আজি বাদে কালিলৈ আজি অতদিনৰ মূৰত আপোনালোকৰ মাজৰ পৰা গুচি যাম। আপোনালোকৰ মৰম চেনেহ, আদৰ-সম্ভাষণক নেওচা দি যাবলগীয়া হোৱাত মই ব্যথিত হোৱাৰ উপৰি অথনিৰ পথাৰৰ এটা ঘটনাই মোৰ হৃদয়ত এক মৰ্মান্তিক আঘাত দিয়াত মই সেই হাঁহিটোক আদৰি লৈছিলোঁ। ই জীৱনৰ সুখ-ফূৰ্তি বা আনন্দৰ হাঁহি নহয়, বিষাদৰহে। আপোনালোকৰ আগত ইয়াক প্ৰকাশ কৰিব নোৱৰা বাবে ক্ষমা কৰিব। ঈশ্বৰে কৰিলে আজিৰ নিশাটো কটাই কালিলৈ পুৱাতে মোৰ এই হাঁহিৰ অৰ্থ কৈ বিদায় লম।'

নিশা সকলোটি নিদ্ৰাদেৱীৰ কোলাত। ব্ৰাহ্মণ-ব্ৰাহ্মণী এটা কোঠাত আৰু দুই বন্ধুক এটা কোঠাত। ব্ৰাহ্মণ-ব্ৰাহ্মণীৰ মনত চিন্তা; দিনৰ হাঁহিয়ে বা কি

সুচায়। এই চিন্তাত পৰিয়েই চকুৰ টোপনি চকুতে মাৰি তেওঁলোক দুয়ো সাৰে থাকিল।... তেতিয়া দুপৰ নিশা। বাহিৰৰ পৃথিৱীত অকণিও হাই-উৰুমি নাই। কেউফালে নিমাত-নীৰব। বাহিৰৰ গহীন পৃথিৱী আৰু ভিতৰৰ নীৰৱতাৰ মাজতো নীৰৱতা ভেদ কৰি অহা এক কণ্ঠস্বৰ তেওঁবিলাকৰ কাণত পৰিল— 'হে ধৰ্মৰাজ পুত্ৰ, তুমি বাট এৰি এই ব্ৰাহ্মণ পুত্ৰৰ জীৱাত্মা লৈ যোৱাত মোক সহায় কৰা, কাবৌ কৰিছো এই কামত বিধি-পথালি নিদিবা।' দুয়ো সচকিত হৈ উঠিল। হিমচেঁচা জাৰতো জ্বৰ ঘমাদি দুয়ো ঘামিল; আমঠু ক'লা পৰি গ'ল আৰু বিছনাত উঠি বহিল।

কিছুপৰৰ মূৰত পুনৰ তেওঁলোকে দুয়োৰে কাণত পৰিল— 'মই কোনোমতে বাট দিব নোৱাৰো। মোক ডেই তোমাৰ কৰ্তব্য কৰা। ইয়াত মই অপৰাধো নধৰোঁ, আপত্তিও নকৰো।

সেয়া হ'ল—ধৰ্মৰাজ বা যমৰজাৰ মৃত্যুৰ হিচাপ ৰখা আমোলা চিত্ৰগুপ্তৰ নিৰ্দেশানুযায়ী পৃথিৱীৰ নৰ সমাজৰ জীৱাত্মা নিবলৈ অহা বিষ্ণু (ধৰ্ম)দূত আৰু ব্ৰাহ্মণ শিষ্য যমৰাজ-পুত্ৰৰ মাজত হোৱা কথোপকথন। ধৰ্মৰাজ বা যমৰাজে মানুহৰ পাপ-পুণ্যৰ বিচাৰ কৰে। কাকতি চিত্ৰগুপ্তই লেখ ৰাখে আৰু জগত পালনকৰ্তা বিষ্ণুৰ অনুচৰ বিষ্ণুদূতে ভকত-সজ্জনক ৰক্ষা কৰে আৰু মৰিলে তেওঁলোকৰ পুণ্যাত্মা স্বৰ্গলৈ নিয়ে। বিষ্ণুদূতৰ দৰেই যমৰ টেকেলা যমদূতনামী একশ্ৰেণী দূতে পাপী, অনাচাৰী, পাতকী আদিৰ জীউ যমপুৰীলৈ লৈ যায়। সেইদিনা বিষ্ণুদূতৰ ওপৰতে যমৰাজ-পুত্ৰৰ বান্ধৱ ব্ৰাহ্মণ-পুত্ৰৰ অকাল মৃত্যুত তেওঁৰ আত্মা নিয়াৰ ভাৰ পৰে। তাৰ কৰ্তব্য পালনত তেওঁ এই স্থানত উপস্থিত। যমৰাজ পুত্ৰই আবেলিতে পথাৰত গুৰুপুত্ৰৰ আগন্তুক বিপদৰ সংকেত পাই তাৰ প্ৰতি সজাগ হৈ তেওঁৰ বন্ধু ঘোৰ টোপনিত পৰাৰ লগে লগে ঘৰৰ কাণি-দুৱৰীকৈ মেলি থোৱা দুৱাৰমুখত পথালি হৈ পৰি থাকেহি। এনেদৰে পৰি থাকোঁতে দুপৰ নিশা বন্ধুৰ আত্মা নিবলৈ স্বয়ং দূত তাত উপস্থিত হয়হি।

তেওঁলোকৰ কথোপকথনত ব্ৰাহ্মণ-ব্ৰাহ্মণীয়ে হাততসাৰে-ভৰিতসাৰে জালিকটা বেৰে দি ভুমুকিয়াই চালে। বাহিৰত সেইদিনাৰ আকাশত পূৰ্ণিমাৰ জোন। তেওঁলোকৰ চকুত পৰিল বাহিৰৰ দুৱাৰমুখত শৰীৰৰ অংগে-অংগে দেৱশোভা প্ৰকাশিত শুভ্ৰ বস্ত্ৰ পৰিহিত এক সুশ্ৰী পুৰুষ। ভিতৰত পথালি

কোমোৰাটো হেনকৈ পৰি আছে তেওঁবিলাকৰ প্ৰিয় শিষ্য যমৰাজ পুত্ৰ।

তাৰ পিছত?

'হে ৰাজপুত্ৰ, তুমি আঁতৰি দি মোৰ কৰ্তব্য পালন কৰিবলৈ দিয়া। ব্ৰাহ্মণ-পুত্ৰৰ মৰ্ত্যলোকৰ চাউল আধ্যা পৰিছে। তাক তুমি জানিও এই কামত ব্যাঘাত জন্মোৱাটো তোমাৰ উচিত হোৱা নাই। তুমি জানাই— ধৰ্ম তথা যমৰাজৰ আজ্ঞাবহ ভৃত্য হিচাপেহে মই এই কামত অগ্ৰসৰ হৈছো। কাবৌ কৰিছো, হে ধৰ্মৰাজপুত্ৰ, মোৰ কৰ্তব্য সমাপন কৰিবলৈ দিয়া'— বুলি কোৱা কথা তেওঁলোকৰ কাণত পৰিল।

তেতিয়া ধৰ্মৰাজ-পুত্ৰই ক'লে— 'হে অনুগত দূত, ধৰ্মৰ দোহাই তুমিও জানা। ধৰ্মৰাজৰ পুত্ৰ হৈ বেদজ্ঞান লাভ কৰিবলৈ এই মৰ্ত্যলোকৰ পণ্ডিত প্ৰবৰৰ কাষ চাপিলোঁহি। জ্ঞান লভিলোঁ। অপাৰ জ্ঞানৰ গৰাকী গুৰুদেৱৰ কৃপাত মই যি জ্ঞান লভিছো তাক দোহাৰিবৰ প্ৰয়োজন নাই, তদুপৰি ত্ৰিজগত জোৰা লোক-খ্যাতিমান গুণী গুৰুৰ সুশীতল ছত্ৰ-ছায়াত শিক্ষা লভাত দ্বিগুণ সাৰ্থকতা আছে। সেয়েহে যিজোপা জ্ঞান বৃক্ষৰ সুশীতল ছাঁয়াত আজি অতদিনে জিৰণি লৈ জ্ঞানামৃত পান কৰি আহিছো সেই গুণীজন আৰু গুৰুপত্নীৰ সংসাৰত কোনটো সাহসেৰে বাৰু এই বিনা মেঘৰ বজ্ৰপাত সৃষ্টি কৰোঁ? তেওঁবিলাকৰ হৃদয়ত এই অনাহূত আঘাত দিবৰ মোৰ সমুলি ইচ্ছা নাই। সহ্যও নহয় অৱশ্যে। কাৰ্যতঃ যদি সেয়ে হয় তেন্তে এখন সুখৰ সংসাৰ বিষতুল্য হৈ পৰিব আৰু দুটি প্ৰাণীৰ জীৱন বন্তিয়েই চিৰদিনৰ বাবে নিষ্প্ৰভ আৰু ম্লান হৈ যাব। দোষ যদি হৈছে ক্ষমা কৰিবা। গুৰু-পুত্ৰৰ সলনি মোকেই গ্ৰহণ কৰি তোমাৰ উদ্দেশ্য সাধি কৰ্তব্য পালন কৰা।'

দূতে ক'লে— 'আঃ ৰাজ-পুত্ৰ, ই কি শুনিলো, ইয়ো জানো সম্ভৱ দেৱতাৰ যে মৰণ নাই। তাতে তুমি হৈছা হৰ্ত-কৰ্তা বিধাতা আমাৰ স্বয়ং ধৰ্মৰাজ-পুত্ৰ। তোমাৰ পিতৃ নালাগে দেৱলোকৰ দেৱ-দেৱতাসকলে শুনিলে বা কি বুলিব? সুদাই জানো এৰিব? গতিকে আজি জোন-বেলি, জড়-জীৱ, বিশ্ব চৰাচৰ সৃষ্টি হোৱা দিন অবধি আজ্ঞাবহ ভৃত্যৰূপে যি কৰ্তব্য পালন কৰি আহিছো তাক পালনত তুমি মোক সহায় কৰা এয়ে মোৰ অনুৰোধ।'

তেতিয়া যমৰাজ-পুত্ৰই ক'লে 'নাই, গুৰু ভক্তিৰ দোহাই ক্ষমা কৰিবা। তোমাৰ অনুৰোধ ৰাখিব নোৱাৰিম। দেৱতাই বোলা, দানৱ ৰাক্ষস নাইবা

মানৱেই বোলা, সকলোৰে জীৱনত জন্মগুৰু, শিক্ষাগুৰু আৰু দীক্ষাগুৰু এই তিনিটা ধাৰ আছেই। ইয়াৰ পৰা মুক্তি লভিবলৈ বিচৰাটোৱেই হ'ল বিবেকীৰ কৰ্তব্য। এই ব্ৰাহ্মণ পণ্ডিতৰ ওচৰত শিক্ষা গ্ৰহণ আৰু সাং কৰি আৰু এদিনতে গুৰুগৃহ ত্যাগ কৰি গুচি যাম; কিন্তু গুৰুদেৱক এনে এটি মহা বিপদত পেলাই থৈ যাবলৈ মোৰ সমূলি ইচ্ছা নাই। গতিকে হে ধৰ্মদূত, গুৰু আৰু শিষ্যৰ সম্বন্ধ অংগাংগী, তেজ-মঙহৰ নিচিনা। দেখদেখকৈ গুৰুৰ বিপদ-আপদ, মনোকষ্ট কোনো প্ৰকৃত শিষ্যই বাঞ্ছা নকৰে, কাম্যও নহয়। হেজাৰ হেজাৰ বিপদ-আপদ শিৰত লৈ জীৱন বিপদাপন্ন কৰি হ'লেও বিপদৰ মুহূৰ্তত গুৰু আৰু প্ৰকৃতজনক ৰক্ষা কৰাই প্ৰকৃত শিষ্যৰ ধৰ্ম। মোৰো সেয়ে। অচলা গুৰুভক্তিৰ চিনস্বৰূপে যি কৰিবলৈ লৈছো তাত মোৰ জীৱন গ'লেও যাওক, তাৰবাবে কোনো খেদ নাই। আজি মই এই ব্ৰতধাৰী— 'মৃত্যু কিম্বা জয়। হয় গুৰুপুত্ৰৰ জীৱন, নহয় মোৰ পতন।'

'প্ৰভু-পুত্ৰ, তুমি সকলো জানা।' বিষ্ণুদূতে উত্তৰ দিলে। 'তোমাক বুজাবলৈ যোৱাটো মোৰ ধৃষ্টতা মাত্ৰ। এই পৃথিৱীৰ সকলোৱেই অস্থায়ী, স্থায়ী মাত্ৰ কীৰ্তি। ইয়াৰ মানুহ জড়, জীৱ তথা সৃষ্টিৰ পৰশ পোৱা বস্তুমাত্ৰেই অস্থায়ী মৰণশীল। 'লাগিলে সৰে আৰু জন্মিলে মৰে— ই জগতৰ চিৰন্তন ৰীতি। এনে স্থলত কিবা জানো উপায় আছে।'

তেতিয়া ধৰ্মৰাজ-পুত্ৰই ক'লে— 'হে দূত, তোমাৰ আনুগত্যত মই অত্যন্ত সুখী। পাৰ্থিৱ জগতৰ সম্ভাৰ মাত্ৰেই অস্থায়ী সঁচা। কিন্তু কোনো বিঘিনি নোহোৱাকৈ গছত লগা গুটি জানো অকালতে সৰে? মোৰ অকৃত্ৰিম স্নেহৰ বন্ধু শিক্ষাই-দীক্ষাই পৰিপূৰ্ণ হৈ উঠিছেহে মাত্ৰ-সেয়েহে তেওঁৰ অকাল বিয়োগ ঘটাই ব্ৰাহ্মণ পিত-মাতৃৰ হৃদয়ত আঘাত দিয়াটো মই কামনা নকৰোঁ। বন্ধুৰ জীৱন ৰক্ষাই মোৰ আজিৰ ব্ৰত। দ্বিৰুক্তি নকৰিবা।'

দূত মহাবিপাঙত পৰিল। ল'ৰালিৰেপৰা ধৰ্মৰাজ-পুত্ৰ এই আঁকোৰ-গোজ স্বভাৱ তেওঁৰ জনা আছে। এফালে প্ৰভু পুত্ৰৰ দৃঢ় প্ৰতিজ্ঞা, গুৰু পুত্ৰৰ জীৱন আৰু আনফালে কৰ্তব্য পালন। কাকেইবা ৰাখিব? কাকেইবা এৰিব?

বিষ্ণুদূতে যমদূতক স্মৰণ কৰিলে। যমদূত তেওঁৰ আগত হাজিৰ হ'লত দুয়ো গোপনে আলোচনাত বহিল আৰু ভালেমান বেলিৰ মূৰত ধৰ্মদূতে ক'লে— 'পানীত পৰা মানুহে সাধাৰণ কুটা এগচিকে ধৰি ৰক্ষা পাবলৈ

বিচৰাৰ দৰে মোৰ মূৰতো এটা বুদ্ধি খেলাইছে। শুনা, সেই যে গো, মানুহ, ব্ৰহ্ম, মাতৃ হত্যাকাৰী, অনাচাৰী, মহাপাতকী আৰু মহা অঘাইতং গহীনা চোৰটো আছে সি এই ব্ৰাহ্মণ-পুত্ৰৰ জন্মৰ দিনাই এই সংসাৰৰ মুখ দেখে। সি শতায়ুস। জীৱনত কৰা পাপ আৰু দুষ্কাৰ্যৰ হেতু তাৰ পৱিত্ৰ আত্মাই ক্ষণে ক্ষণে মুক্তি বিচাৰিছে। বসুমতীয়েও এই মহা পাতকীৰ ভাৰ সহিবলৈ টান পাইছে আৰু তাৰ পিতৃ-মাতৃ, ভাতৃ-ভগ্নী, পুত্ৰ-পৰিবাৰ আৰু বংশ-পৰিয়াল সকলোৱে অসহ্য আৰু অতিষ্ঠ হৈ পৰিছে। গতিকে তাৰ জীৱনৰ অৱশিষ্ট আয়ুসখিনি ব্ৰাহ্মণ-পুত্ৰৰ আয়ুসৰ লগত সংযোগ কৰি তেওঁক জীৱন দান দিয়াৰ বাহিৰে আমাৰ অন্য হ্ক পথ নাই।'

তাৰ পিছত দুই দুত আৰু যমৰাজ-পুত্ৰৰ মাজত খোলাখুলিভাৱে আলোচনা কৰি তাকে উত্তম বিবেচনা কৰি তিনিওজনে কামত দিহাদিহি লাগি গ'ল। যমদূতে টোপনিত লালকাল দি থকা কুখ্যাত গহীনা চোৰৰ আত্মাটি তৎক্ষণাৎ লৈ আহি প্ৰভু-পুত্ৰ আৰু দেৱদূতৰ সন্মুখত থাপিলেহি। ধৰ্মৰাজ-পুত্ৰই জপ মন্ত্ৰৰ জৰিয়তে ইমানদিনে মহাপাতকীৰ দেহাত শোভা পাই থকা অবিনাশ আত্মাক পৱিত্ৰ কৰাই আগবঢ়াই দিলে আৰু তৃতীয়লোক ধৰ্মদূতে তাক সাদৰেৰে তুলি নি ব্ৰাহ্মণপুত্ৰৰ হৃদয়ত স্থাপন কৰি তেওঁক পুনৰজীৱন দি পূৰ্বৰ আত্মাক লৈ স্বৰ্গলৈ গতি কৰিলত বাকী দুজনো তাৰপৰা আঁতৰিল।

এইবোৰ কাৰ্য শেষ হোৱাৰ লগে লগে ৰাতিও পুৱাল। নিশাৰ ঘটনাই ব্ৰাহ্মণ-ব্ৰাহ্মণীক আচৰিত কৰাই নহয়, তেওঁৰ পৰিচয় জানিবৰ কাৰণেও উদগ্ৰীব হৈ পৰিল। ইফালে ধৰ্মৰাজপুত্ৰৰো বিদায়ৰ ক্ষণ চমু চাপি আহিল আগদিনাৰ হাঁহিৰ কাৰণ, তেওঁৰ পৰিচয় দি আৰু শ্ৰদ্ধেয় গুৰু, গুৰু-পত্নী আৰু সহৃদয় বন্ধুৰ ওচৰত অজানিতে কৰা দোষ-ত্ৰুটীৰ বাবে সবিনয়ে ক্ষমা প্ৰাৰ্থনা কৰি বিদায় মাগিলে।

(২)

ধৰ্মৰাজ বা যমৰাজে মানুহৰ পাপ-পুণ্যৰ বিচাৰ কৰে। সত্যবাদী যুধিষ্ঠিৰে জীৱনত এবাৰ মিছা কথা কোৱাৰ কাৰণে নৰক দৰ্শন কৰিবলগীয়া হৈছিল। গতিকে পৃথিৱীত থকা কালছোৱাত তেওঁৰ পুত্ৰই কি পাপ-পুণ্য আৰ্জি আহিছে তাৰ বিচাৰ কৰি পালে যে তেওঁ তিনিটা ধান গচকি আহিছে।

ধৰ্মৰাজ নিজেই পাপ-পুণ্যৰ বিচাৰকৰ্তা যেতিয়া যি আহাৰে মৰ্ত্যলোকৰ জীৱ-তৰাই জীৱন দিছে, যি আহাৰে সৃষ্টিকৰ্তাৰ নিৰ্দেশত উৰণ, বুৰণ, গজন, ভ্ৰমণ এই চাৰি মুঠি জীৱ তৰিছে, তেনেস্থলত স্বয়ং ধৰ্মৰাজৰ ঔৰসজাত পুত্ৰ হৈ জীৱৰ প্ৰাণস্বৰূপ লক্ষ্মীক পদাঘাত কৰিছে তাৰ পাপ খণ্ডনৰ হেতু তেওঁৰ পুত্ৰই পূৰ্বৰ ব্ৰাহ্মণ গুৰুৰ ঘৰত গৰুৰূপে তিনিটা খেতি পাৰ কৰি থৈ আহিব লাগিব।

ধৰ্মৰক্ষা আৰু পিতৃ-আজ্ঞা পালনকল্পে নিজৰ অজ্ঞানিতে দোষ স্বীকাৰ কৰি ধৰ্মৰাজ-পুত্ৰই গোৰূপে পুনৰ পৃথিৱী পালেহি।

এটিৰ পিছত এটিকৈ ব্ৰাহ্মণৰ হালোৱা গৰু হিচাপে যমৰাজ-পুত্ৰই তিনিটা খেতি পাৰ কৰিলে যদিও ব্ৰাহ্মণৰ ন-খোৱা উৎসৱটিৰ সময়লৈকে অপেক্ষা কৰি থাকিবলগীয়া হ'ল।

খেতিৰ ন-চাউল একঠা আৰু বাৰীৰ ন-তামোল, পুখুৰীৰ মাছ-পুঠিৰে গঞা-জ্ঞাতি, ভকত-সজ্জন, ঘৰুৱা-পৰুৱা, গোটেই গাঁওখনকে এসাঁজ খুৱাই ন-মুঠি পুৰণি কৰাৰ পিছতহে বলধৰূপী যমৰাজ-পুত্ৰই ভোগ কৰা দোষৰ পৰা সাৰিব পাৰিব। গঞা সমাজত গভীৰ বিশ্বাস আছে— কাছ কাটি কুটা-বছা কৰি ৰান্ধি-বাঢ়ি খাই বৈ খোৱা পাত চুৰা পাতনিত নেপেলোৱালৈকে কাছৰ জীৱ নোযোৱাৰ দৰে ব'হাগৰ খেতি আৰম্ভণিৰপৰা আঘোণৰ ন-নোখোৱা পৰ্যন্ত খেতিয়ক আৰু গৰু-ম'হৰ গাৰ বোকা আৰু ভাগৰ নুগুচে।

গো-লক্ষ্মী মহালক্ষ্মী। সেয়েহে বছৰটোৰ খেতি জুৰিবৰ সময়ত গৰু-ম'হৰহে ঠেং আগবঢ়াৰ দৰে ন-মুঠি পুৰণি কৰাৰ ক্ষেত্ৰতো ইহঁতকে নৱান্ন আগবঢ়াই খুৱাই-বুৱাই লৈহে বাকী ৰাইজে গ্ৰহণ কৰে। গঞা সমাজত ইয়াৰ ব্যতিক্ৰম নাই। যমৰাজ-পুত্ৰয়ো সেইদিনলৈ অপেক্ষা কৰি থাকিবলগীয়া হ'ল।

সময়ত ব্ৰাহ্মণৰ ন-খোৱা পৰ্বটি পাৰ হ'ল। যমৰাজ পুত্ৰৰো পাৰৰ বোকা আৰু সৰ্ব দেহ-মনৰ ভাগৰ পলাল। তেওঁৰ যাত্ৰাৰ শুভমুহূৰ্তত উপস্থিত হ'লেই স্বৰাজ্যলৈ গমন কৰিব।

সেইদিনা আঘোণ মাহৰ দুপৰীয়া। ঘাঁহ-পানী দি বলধৰূপী যমৰাজ-পুত্ৰক গোহালিত বান্ধি থোৱা আছে। ব্ৰাহ্মণে খাই-বৈ বিছনাত পৰি ভাগৰ শতাইছে। ব্ৰাহ্মণীও ভিতৰত। ইফালে বাহিৰৰ চোতালত ৰ'দাই থোৱা ধানৰ

ওপৰত আকাশৰ দুপৰীয়া সূৰ্যৰ মিঠা ৰ'দ মুঠিয়ে মুঠিয়ে পৰিছে। বাহিৰত কোনো নাই।

এইখিনি সময়তে এজনী মাগনী বুঢ়ী আহি তেওঁবিলাকৰ চোতাল পালেহি। উপস্থিতিৰ সঁহাৰি দি মাতিলে। সঁহাৰি নাই। তাই ইফালে সিফালে চাই কাকো নেদেখিলে; ওচৰত কাৰো ঘৰ নাই। প্ৰাণী বুলিবলৈ আছে মাথোন গোহালিত ঘাঁহ পাগুলিয়াই পাগুলিয়াই মনৰ আনন্দেৰে শুই থকা গৰু এটি। এনে সঁহাৰিবিহীন অৱস্থাত তাই মনতে পাঙিলে যে ভিক্ষা দিলে দিবই বা কি? এমুঠি চাউল নতুবা দুই-চাৰিঅনা পইচা। ইয়াৰে যদি দোণচেৰেক ধান জোলোঙাত ভৰাই লৈ যোৱা হয় তেতিয়াতো বহু লাভ হ'ব আৰু অন্ততঃ দুদিনমান পৰৰ পদূলিয়ে পদূলিয়ে ফুৰা কষ্টৰ পৰাও ৰেহাই পাম। এই ভাবি তাই চাপৰি ধান জোলোঙাত ভৰাবলৈ লোৱা মাত্ৰকে গোহালিত জিৰণি লৈ থকা গৰুটিয়ে হাঁহি দিলে— 'হিঃ হিঃ হিঃ।'

বপুৰীৰ মেলা হাত মেলা ভাগেই থাকিল। ভয়ে-ভীতে তাই ধানৰ কাষতে বহি পৰিল। অলপ পিছতে ব্ৰাহ্মণো উঠি আহিলত লাজ-অপমান কাতি কৰি তাই তাইৰ অপকৰ্মৰ বাবে ব্ৰাহ্মণৰ ভৰিত দীঘল দি পৰাৰ লগতে গোহালিৰ গৰুৰ হাঁহিৰ কথাও জনালে। 'এবাৰ সাপে খালে লেজুলৈও ভয়'; তেওঁ আগৰ হাঁহিৰ কথাকে পাহৰা নাই। তাতে পুতেকো নাই, বিদেশত আছেগৈ।

বুঢ়ীৰ কথা শুনি ব্ৰাহ্মণ-ব্ৰাহ্মণী তৎক্ষণাৎ গোহালি পালেগৈ। গোহালি সাৰি, লিপি মচি নাদৰ পানীৰে বলধৰ গা-মুৰ ধুৱাই আগলটি কলপাত এখন কাটি আনি কেঁচা তামোল-পাণৰ লগত কিঞ্চিৎ অৰিহণা আগবঢ়াই হাঁহিৰ কাৰণ বিচাৰি দায়-দোষ মাৰ্জনাৰে দুয়ো বলধৰ সমুখত দীঘল দি পৰিল। বলধৰূপী যমৰাজ-পুত্ৰয়ো তেওঁলোকৰ আগত নিজৰ পৰিচয় দিলে আৰু লগতে ক'লে— শিক্ষা গ্ৰহণৰ 'কালছোৱাত পৃথিৱীত তিনিটা ধানি গচকি লখিমীৰ দোষ লগোৱাৰ ফলতে পুনৰ তিনিবছৰ গৰুৰ জনম ধৰিব লগা হোৱাৰ উপৰি ধান চুৰ কৰা, গচকা, নদবদ বা আলাই-আথানি কৰিলে যে পৰজন্মত শাস্তি খাব লাগে, গো-জনম ধৰি পাপ খণ্ডাব লাগে, ইয়াকে সূচাই এই বেচেৰী বুঢ়ীয়ে ধানলৈ হাত মেলোঁতেই মই দ্বিতীয় হাঁহিটো মাৰো।'

তাৰ পিছত নিজৰূপ ধাৰণ কৰি যমৰাজ-পুত্ৰ স্বৰাজ্যলৈ গমন কৰিলে।

# বাসুকীৰ আঙঠি

তাহানিখন এখন ৰাজ্যত এজন ৰজাৰ সাতজন পুতেক আছিল। তেওঁবিলাকৰ মাজত বৰ মিলা-প্ৰীতি। কোনেও কাকো এখন্তেক নেদেখাকৈ থাকিব নোৱাৰে। এবাৰ ৰজা-ৰাণীৰ বুকু উদং কৰি নোযোৱাৰ মনেৰে ছয়োটি ককায়েকে সৰু ভায়েকক নজনোৱাকৈ বিদেশত বেহা-বেপাৰ কৰিবলৈ গ'ল। ইফালে ককায়েকহঁতক নেদেখি তেওঁ পিতৃ-মাতৃক এই বিষয়ে সোধাত চিকাৰলৈ যোৱা বুলি কোৱাত চিকাৰৰ সা-সঁজুলি, অস্ত্ৰ-শস্ত্ৰ, ঘোঁৰা আদি সকলো চকুত পৰাত মিছা বুলি জানিব পাৰি ৰোহঘৰত সোমায়। পিছত আচল কথা কৈহে ৰজা-ৰাণীয়ে কোঁৱৰক ৰোহঘৰৰ পৰা আঁতৰাই আনিলে।

ককায়েকহঁতক অনুসৰণ কৰিয়েই ৰাজ পিতৃ-মাতৃৰ হেজাৰ হাক-বচনকো আওকাণ কৰি নুমলীয়া কোঁৱৰো তেওঁলোকৰ পৰা বিদায় লৈ মাত্ৰ সাতকুৰি টকা লৈ ৰাজকাৰেঙৰপৰা বাজ হ'ল। ইখনৰ পিছত সিখন কৰি তেওঁ কেইবাখনো ৰাজ্য পাৰ হোৱাৰ অন্তত এখন সদাগৰী নাৱেৰে যাত্ৰা কৰি থাকোঁতে সাগৰৰ পাৰৰ এঠাইত কোঁৱৰে ছয়োটি ককায়েকক লগ পালেগৈ। তেওঁবিলাকে বেহা-বেপাৰ সামৰি-সুতৰি ঘৰলৈ উভতিবৰ বাবে যো-জা কৰিছিল। তাতে সৰু ভায়েককো আজি অতদিনৰ মূৰকত পাই তেওঁবিলাকে ভালেই পালে আৰু তেওঁকো লগতে ঘৰমুৱা হ'বৰ বাবে ধৰিলে; কিন্তু ভায়েক কোঁৱৰে তেওঁক এৰি অহাৰ বাবে তেওঁবিলাকক নেপাৰিবলগীয়া গালিৰ লগতে এনে কটু কথা শুনালে, যাৰ ফলত তেওঁবিলাকে অসহ্যবোধ কৰি মৰমৰ ভায়েকক বহুদূৰৰ এটা পাহাৰৰ দাঁতিত খেদি থৈ আহিলগৈ।

কোঁৱৰ এতিয়া অকলশৰীয়া। খোৱা-থকাৰ কোনো থানথিত নাই। ইচ্ছানুযায়ী ফুৰি থাকি সময় কটোৱাৰ বাহিৰে কাম-বন নাই। এইদৰে ভৰুঙ্গ দি থাকোঁতে এদিনাখন সাত গঞা ৰাইজে সাতখন গাঁৱত উৎপাত কৰি ফুৰা এটা বিৰাট এন্দুৰ ধৰি-বান্ধি চোঁচৰাই ৰজাৰ ওচৰলৈ লৈ অহা পাই তেওঁ সিহঁতক এইবুলি কৈ এন্দুৰটো কিনি ল'লে।

'ৰজাইনো বাৰু ইয়াক কি কৰিব? মাৰি পেলাব নাইবা এৰি দিব। তাৰ সলনি মোকে দিয়া, মই কিনি লওঁ আৰু এয়া সাত টকা চিকাৰূপ নিয়া।' তাৰ পিছত তেওঁ এন্দুৰৰ বান্ধ খুলি দি তেওঁৰ লগৰীয়া কৰি ল'লে।

এন্দুৰটোৰ দৰেই সাত ৰাজ্যত উৎপাত কৰি ফুৰা এটা বোন্ধা মেকুৰীকো সাত ৰাজ্যৰ প্ৰজাই ৰজাৰ ওচৰলৈ ধৰি-বান্ধি অনা পাই তাকো সাত ৰজাৰ প্ৰজাক সাত টকা ৰূপ দি কিনি ৰাখি কোঁৱৰে নিজৰ লগৰীয়া কৰিলে।

এন্দুৰ আৰু মেকুৰী দুয়োৰে সাপ-নেউল সম্বন্ধ। ইফালে দুয়ো হ'ল কোঁৱৰৰ কিনা গোলাম- এই মেৰপাকত দুয়োৰে মাজত মিলা-প্ৰীতি গঢ়ি উঠিল। এন্দুৰ, মেকুৰী আৰু সিহঁতৰ প্ৰভু নুমলীয়া কোঁৱৰ তিনিও এতিয়া একে পৰিয়াল হৈ পৰিল।

আন এদিনাখনৰ কথা। কোঁৱৰে এন্দুৰ আৰু মেকুৰী দুয়োকে লগত লৈ ঘূৰি ফুৰোঁতে এটি বগলীক কেইজনমান মানুহে ধৰি লৈ আহোঁতে লগ পাই সিহঁতৰ পৰা জানিব পাৰিলে চিলনীয়ে থপিওৱা দি এই বগলীজনীয়ে ৰজাৰ পালি-প্ৰহৰীৰদ্বাৰা ৰক্ষিত পুখুৰীৰপৰা দিনৌ মাছ খাই অন্ত কৰিছে। শেষত যেনিবা গোটেই পুখুৰীত জাল তৰি এই মাছখোৱা টেটোন বকক ধৰিব পৰা হ'ল। এতিয়া বঁটা-বাহন বিচাৰি ৰজাৰ ওচৰলৈ লৈ অহা হৈছে। তেতিয়া তেওঁ ইয়াকো আগৰদৰে টকা দি কিনি ৰাখিলে!

এয়াও এদিন। কোঁৱৰে তেওঁৰ লগৰীয়া প্ৰাণীকেইটাৰ সৈতে ঘূৰি ফুৰোঁতে দেখিলে যে এজন মানুহে এটা সাপ মাৰিবলৈ সাজু হৈছে। তেতিয়া তেওঁ ততালিকে লৰি গৈ তেওঁৰ হাতত ধৰি সাপটোক মাৰিবলৈ মানা কৰি ক'লে — 'দেউ, মোৰ শপত তাক নবধিবা।' 'ইয়ে মোৰ একমাত্ৰ ল'ৰাটিক খুঁটিয়াই মাৰিছে? নবধিম কিয়?' মানুহজনে উত্তৰ দিলে।

'সাপটো মাৰি ল'ৰাটো মৰাৰ প্ৰতিশোধ ল'লে। তোমাৰ মৰা ল'ৰাটো জানো জী উঠিব? মই বাৰু ল'ৰাটো জীয়াই দিয়াৰ ভাৰ লৈছো। সাপটো মোক দিয়া আৰু তাৰ বাবদ মই তোমাক এয়া সাত টকা চিকা ৰূপ দিছো। 'এইবুলি কোঁৱৰে মানুহজনক কৈ সাপটোক মৃত্যুৰ মুখৰপৰা ৰক্ষা কৰি তাৰ হতুৱাই সি খুঁটিওৱা ল'ৰাটোৰ বিহ টনাই ল'ৰাটোক পুনৰ জীয়াই তুলি সাপটোক তেওঁৰ লগত লৈ আহিব।

কোঁৱৰক এতিয়া পাই কোনে? ৰজাই ৰাজ্যৰ সুখ-সম্পদ লৈ গৌৰৱ

কৰাৰ দৰে কোঁৱৰে ভাগ্যৰ বলত লাভ কৰা বাটৰ লগৰীয়া এন্দুৰ, মেকুৰী, বগলী আৰু সাপকে লৈ নিধনীৰ ধনস্বৰূপে সাবটি লৈছে।

বেহা-বেপাৰ, পিতৃ-মাতৃ আৰু ককায়েক সকলোৰে কথা তল পেলাই লগৰীয়া জীৱকেইটিকে লৈ কোঁৱৰে মহাস্ফূৰ্ত্তিৰে দিন কটাবলৈ ধৰিলে। এদিন লগৰীয়া সাপটোৱে তেওঁক ক'লে যে সি পাতালৰ নাগৰাজ বাসুকীৰ পুত্ৰ। তেওঁক কৰা উপকাৰৰ বাবদ তেওঁৰ প্ৰভু কোঁৱৰকো এটি উপকাৰ কৰিবলৈ বিচাৰি তেওঁক পাতালৰ পিতৃৰাজৰ ওচৰলৈ লৈ যাবলৈ বিচাৰে। তেওঁ যেন তাত অসম্মত নহয়। কোঁৱৰো সম্মত হোৱাত এন্দুৰ, মেকুৰী আৰু বগলীৰ থকা-মেলাৰ সুদিহা কৰি নাগৰাজ বাসুকীৰ পুত্ৰ সাপ কোঁৱৰে তেওঁক লৈ পাতালত প্ৰৱেশ কৰিলেগৈ। যাওঁতে বাটত সৰ্পকোঁৱৰে তেওঁক শিকাই-বুজাই লৈ গৈছিল যে তেওঁৰ পিতৃ নাগৰাজ বাসুকীৰ পুত্ৰৰ জীৱন ৰক্ষাৰ বাবে কোঁৱৰক ৰাজ্য, হস্তী, নিজকন্যা, মৃতসঞ্জীৱনী তাবিজ আৰু ধন-দৌলত ইত্যাদি আগবঢ়োৱাৰ কথা ক'ব আৰু আগবঢ়াব; কিন্তু কোঁৱৰে যেন সেই সকলোবোৰৰ আশা এৰি দিয় মাত্ৰ পিতৃ বাসুকীৰ হাতৰ সামান্য আঙঠিটিকে কৃতজ্ঞতাৰ দানস্বৰূপে পাবলৈ বিচাৰে। যথাসময়ত তেওঁলোকে নাগপুৰী পালেগৈ আৰু তাত সৰ্পৰজাৰ পুত্ৰই পিতৃ বাসুকীৰ আগত কোঁৱৰৰ পৰিচয় কৰাই দি কোঁৱৰেই যে তেওঁক এদিন মৃত্যুৰ মুখৰপৰা ৰক্ষা কৰিলে তাকো ক'লে। তেতিয়া কোঁৱৰৰ প্ৰতি কৃতজ্ঞ হৈ পূৰ্বে বৰ্ণোৱা সকলো দানকে নাগৰাজে তেওঁক যাচিলত তেওঁ মাত্ৰ ৰজাৰ হাতত থকা আঙঠিটিহে অনুগ্ৰহৰ চিনস্বৰূপে বিচৰাত ৰজাই তাক হাঁহিমুখে দান কৰিলে। নাগলোকত কেইবাদিনো কটোৱাৰ পিছত কোঁৱৰৰ বন্ধু সৰ্পৰ পিঠিত উঠি এদিন কোঁৱৰ পুনৰ পৃথিৱী পালেহি। কোঁৱৰক থৈ নাগৰাজ বাসুকীৰ পুত্ৰই তেওঁৰ ওচৰৰ পৰা বিদায় ল'বৰ আগমুহূৰ্ত্তত আঙঠিৰ গুণৰ কথা কৈ গ'ল— 'এখন পানীগামোচা পাৰি লৈ আঙঠিটো তাতে ৰাখি ক'ব-আঙঠি, আঙঠি'। তেতিয়া উত্তৰ পাব— 'কি?'

'আগেয়ে কাৰ আছিলি?'— আপুনি প্ৰশ্ন কৰিব।

'বাসুকীৰ'— উত্তৰ পাব।

'এতিয়া কাৰ?'— বুলি সোধাৰ লগে লগে আপোনাৰ কথা কৈ— 'কি লাগে?' এই প্ৰশ্নৰ শেষত ইচ্ছানুযায়ী যিহকে আশা কৰিব তাকে পাব।

পাতালৰ কোঁৱৰৰ সত্যাসত্য জানিবৰ মনেৰে কোঁৱৰে এখন পানী-গামোচা পাৰি লৈ তাৰ ওপৰত আঙঠিটো ৰাখি এখন সৰু-সুৰা বজাৰ সৃষ্টি কৰি তাৰপৰা যাৱতীয় বস্তু-বাহানি কিনি লৈ এন্দুৰ, মেকুৰী আৰু বগলীৰ লগ লাগিলহি। নাগৰাজ বাসুকীৰ আঙঠিৰ গুণ তেওঁ হাতে হাতে পালে।

বাসুকীৰ মহিমাময়ী আঙঠিটি পাই কোঁৱৰে তেওঁৰ সংগীকেইটিক লৈ বহু দূৰৰ এখন অটব্য অৰণ্যত থাকিবলৈ গ'ল; কিন্তু কি আচৰিত, এই গহীন অৰণ্যৰ মাজতো এটা ভগা পঁজাত বুঢ়ীক লগ পালে। তেওঁ তাতে থাকিবলৈ আশ্ৰয় বিচৰাত বুঢ়ীয়ে অলপ নিলগতে বাস কৰি থকা নাতিনীয়েকৰ তালৈকে লৈ গ'ল আৰু থকা-মেলাৰ সকলো বন্দৱস্ত কৰি দিলে। নাতিয়েকৰ ঘৰ পাই কোঁৱৰে দোকান-পোহাৰ আদিৰ কথা সুধি একো নথকাৰ কথা গম পায়ো বস্তু-বাহানিৰে ঘৰ সোমালহি। এইদৰে কিছুদিন যোৱাৰ পিছত কোঁৱৰে তাইক নিজৰ কৰি ল'লে। আজি ইবিধ, কালি সিবিধ কৰি নাতিয়েকৰ ঘৰ জিলিকাই তাইক ৰাজ-ৰাণীৰ দৰে সুখত ৰখাটো বুঢ়ীয়ে সহ্য কৰিব নোৱাৰি উভয়ৰে অহিত চিন্তা কৰিবলৈ ধৰিলে। ইফালে দিনকদিনে নাতিনীয়েকৰ ঘৰৰ চকুত লগা পৰিৱৰ্তন হৈ থকা দেখি তাইৰ বুজিবলৈ বাকী নাথাকিল যে নাতি জোঁৱাইৰ ওচৰত নিশ্চয় কিবা গুণ মন্ত্ৰ নতুবা কোনো মায়াবী কৱচ আছে।

সেয়েহে এদিন বুঢ়ীয়ে কোঁৱৰৰ হাতত কিবা আছে নেকি বুলি সোধাত নাতিনীয়েকে মাত্ৰ হাতত দেখা আঙঠিৰ কথাহে ক'লে। বুঢ়ীৰ চিন্তা হ'ল— কোঁৱৰৰ হাতৰ আঙঠি কেনেকৈ হাত কৰে? তাৰ উপায়ো পালে-তাই এদিন নাতিনীয়েকক ক'লে যে তাইৰ গিৰিয়েক যেতিয়া কামত ঘৰৰ পৰা ওলাই যাব তেতিয়া তাই হিয়া ধাকুৰিয়াই চোতালত পৰি পৰি কান্দিব। গিৰিয়েকে ইয়াৰ কাৰণ সুধিলে তাই তেওঁক ক'ব যে তাই তেওঁৰ ধৰ্মপত্নী। ধৰ্মপত্নীৰ চিনস্বৰূপে আজিয়েই তেওঁৰ হাতত থকা আঙঠিটি নিদিলে তাই প্ৰাণ ত্যাগ কৰিব। পিছদিনা পুৱা নাতিনীয়েকে সেইমতে কোঁৱৰৰ চকুত ধূলি দি আঙঠি সৰকালে। বপুৰীয়ে বুঢ়ী আইতাকে পানীৰ তলত পুতিবলৈ পঙা কাঁইটৰ একো গম-গতি নাপালে।

বাসুকীৰ মহিমাময়ী আঙঠি বুঢ়ীৰ হাতত পৰিল।

বুঢ়ীয়ে নাতিনীয়েকৰ হাতৰ পৰা আঙঠিটি নিজৰ হাতলৈ আনি তাৰ

গুণ মন্ত্র জানিবৰ বাবে— 'আঙঠি, আঙঠি' কৰি কোঁচত লৈ লাৰি-পিটিকি থাকোঁতে হঠাতে কি?' বুলি আঙঠিয়ে মাত লগোৱাত সিহঁত দুয়োকে বহু নিলগৰ এখন চহৰলৈ থিতাতে লৈ যাবলৈ আদেশ দিলত আঙঠিয়ে সেইমতে কাম কৰিলে। আইতাক বুঢ়ীৰ ফন্দী তাই এতিয়াহে বুজিলে। এই কামত তাই মৰ্মান্তিক আঘাত পালে আৰু তাই গিৰিয়েকৰ চিন্তাতে আঙঠি বিচাৰি ৰাউচি জুৰি কান্দোনত গছৰ পাত সৰুৱালে। বুঢ়ীয়ে ঘূৰিও নাচালে।

কোঁৱৰে পিছত নিজৰ মূৰ্খামী বুজিব পাৰি নিজকে নিজে ধিক্কাৰ দি আমন-জিমনকৈ বহি পৰিল। এদিন নহয়, দুদিন নহয়, এইদৰে কেইবাদিনো তেওঁ নেখাই-নবৈ মন মাৰি থকা দেখি কোঁৱৰৰ বৰ্তমান সুখ-দুখৰ লগৰীয়া এন্দুৰ, মেকুৰী আৰু বগলীয়ে হাতে-ভৰিয়ে ধৰি নেৰোপানীকৈ সোধাত সিহঁতৰ কথা পেলাব নোৱাৰি নিজৰ দোষৰ বাবেই বাসুকীৰ আঙঠি বুঢ়ীহঁতৰ হাতলৈ যোৱাৰ কথা কৈ বেজাৰ কৰিবলৈ ধৰিলে। তাকে জানিব পাৰি সিহঁতে সিহঁতৰ প্ৰভুক অভয় দি ক'লে যে আঙঠি সৰকোৱা চুৰুণীহঁত পৃথিৱীৰ য'তেই নাথাকক সিহঁতৰ হাতৰ পৰা আঙঠি উদ্ধাৰ কৰি আনিবই আনিব।

যেই কথা, সেই কাম। কোঁৱৰৰ পৰা বিদায় লৈ তেতিক্ষণে বুঢ়ী আৰু নাতিনীয়েকৰ অনুসন্ধানত সিহঁত বাহিৰ হ'ল। এন্দুৰ আৰু মেকুৰীক পিঠিত তুলি লৈ বগলী পৃথিৱীৰ বিভিন্ন গাঁও-ভূঁই, নগৰ-চহৰৰ ওপৰেদি ভ্ৰমি ফুৰিবলৈ ধৰিলে। এইদৰে কেইবাদিনো ভ্ৰমি ফুৰাৰ পিছত এদিনাখন এখন চহৰৰ এক নিৰ্জন অঞ্চলত এটি পঁজা ঘৰৰ চোতালত বুঢ়ী আৰু নাতিনীয়েকক কথা পাতি বহি থকা দেখিবলৈ পোৱাত সিহঁতকেইটিৰ মুখলৈ পানী আহিল। বগলীয়ে লগৰীয়া দুটিক ওচৰৰে এজোপা গছৰ তলত নমাই দি এজোপা বাঁহ গছত জিৰণি ল'লেগৈ, ইফালে এন্দুৰ আৰু মেকুৰী দুয়ো একেচাটে বুঢ়ীৰ পঁজা পালেগৈ। সিহঁতৰ অনুমান সঠিক হোৱাত ঘৰৰ এচুকত দুয়ো লগ লাগি আনন্দৰ হাঁহি একোটা মাৰি স্বস্তিৰ নিশ্বাস পেলাই বুঢ়ীহঁতৰ আলেখ-লেখ চাবলৈ ধৰিলে। সিহঁতৰ বুজিবলৈ বাকী নাথাকিল যে প্ৰভু-পত্নীৰ আগৰ কান্তি হেৰাই যাব লাগিছে— চিন্তাত কাল কটাইছে। এই বিষয়ে সিহঁতৰ বুজিবলৈ বাকী নাথাকিল। সিহঁতে দেখিলে কোঁৱৰৰ মহানিধি আঙঠিও বুঢ়ীৰ আঙুলিতহে শোভা কৰি আছে।

কিবা ভাবি কুঁৱৰী ভিতৰলৈ সোমাই গ'ল আৰু পিছে পিছে মেকুৰীজনীয়েও ভিতৰলৈ সোমাই গৈ তাইৰ সমুখত ৰ'ল আৰু ঘৰৰ চ'টিত বগাই ফুৰা এন্দুৰেও এই ছেগতে দেখা দিয়াত তিনিওৰে ক্ষন্তেকৰ কাৰণে মিলন হ'ল। মৰমৰ আদান-প্ৰদান হ'ল; কথাৰ বিনিময় হ'লত কুঁৱৰীৰ শেঁতা ওঁঠত হাঁহি বিৰিঙি উঠিল। তাইৰ মুখৰ পৰাই গম পালে যে বুঢ়ী আইতাকে আঙঠিটো দিনত হাতত পিন্ধি থাকে আৰু ৰাতি শোওঁতে মুখত ভৰাই শুই থাকে। বহু চেষ্টা কৰিও তাই আঙঠি সৰকাব পৰা নাই। এতিয়া সিহঁতৰ ওপৰতহে সকলো ভাৰসা। বুঢ়ীৰ চকুত ধৰা পৰাৰ ভয়তে এইখিনি কথাকে সিহঁতে বৰ গোপনে পাতিবলগীয়া হৈছিল। মেকুৰীকো পৰাপক্ষত তাৰ পৰা আঁতৰি থাকিবলৈ দি এন্দুৰ আৰু বগলীক বুঢ়ীৰ চকুত নপৰাকৈ থাকিবলৈ কৈ তিনিও দিহা-দিহি গ'ল। ঘৰে-বাহিৰে মেকুৰীজনীয়ে বুঢ়ীৰ ভৰিৰ তলে-তলে সৰকি ফুৰা আৰু পিছে-পিছে ঘুৰি ফুৰা দেখি তাই নাতিনীয়েকক সিটো ঘৰত লগ পোৱা মেকুৰীজনীৰ কথা ক'লত তাই, সিনো কেনেকৈ ইয়ালৈ আহিব বুলি বন-বাৰী কৰাত লাগিল আৰু বুঢ়ীও মনে মনে থাকিল।

বেলি লহিয়ালে। সন্ধ্যা ভাগিল, নিশা সোমাল। মেকুৰীক পেট ভৰাই মাছে-ভাতে খাবলৈ দিয়াত তায়ো চৌতে খৰ মাৰি খোৱাৰ আধিকাখিনি ভাতে-পাতে উঠাই আনি এন্দুৰ আৰু বগলীকো খাবলৈ দি গ'লহি। তাৰ পিছত সিহঁতৰ চিন্তা বুঢ়ীৰ হাতৰ পৰা কেনেকৈ আঙঠি সৰকায়? এইলৈ সিহঁতৰ মাজত এখন সৰু-সুৰা মেলেই বহিল? আঙঠি পাৰ কৰাৰ ভাৰ পৰিল সিহঁত দুটা এন্দুৰ আৰু মেকুৰীৰ ওপৰত। মেকুৰীয়ে তাহাঁতৰ লগতে থাকি বুঢ়ীয়ে আঙঠি ক'ত থয় তালৈ চকু ৰাখিব আৰু এন্দুৰে আৱশ্যক হ'লে তাক সহায় কৰি যেনে-তেনে ৰাতিটোৰ ভিতৰতে আঙঠি সৰকাব।

নিশা ভালেমান পৰত বুঢ়ী আৰু নাতিনীয়েক বিছনাত পৰিল; লগে লগে মেকুৰীয়েও কুঁৱৰীৰ বুকুৰ মাজত সোমাই আঙঠিৰ অপেক্ষাত ৰ'ল আৰু এন্দুৰেও এক উদ্দেশ্যতে ঘৰৰ ইফালে-সিফালে বগাই ফুৰিছে। দিনত কুঁৱৰীয়ে কোৱা মতেই বুঢ়ীয়ে টোপনি যোৱাৰ আগতে আঙঠিটো মুখত ভৰাই থ'লে।

এতিয়াহে মেকুৰী নিৰুপায়ত পৰিল। হাতত থকা হ'লে ছেগ চাই মাৰি দিলেহেঁতেন, লাগে আঙুলিয়ে ছিগি যাওক। সি এন্দুৰক লৈ পুনৰ বগলীৰ

কাষ পালেহি। তিনিওৰে ভিতৰত আলোচনা চলিল। বহুপৰ আলোচনাৰ অন্তত বগলীৰ মগজুত এটা বুদ্ধি খেলোৱাত সেই বুদ্ধিকে লৈ দুয়ো বুঢ়ীহঁতৰ লগলৈ আহি এন্দুৰে তাৰ টান খৰিকা যেন নেজডাল বুঢ়ীৰ নাকৰ ভিতৰলৈ সুমুৱাই সুৰসুৰাই দিয়াত বুঢ়ীৰ এনে জোৰে হাঁচি আহিল যে তাইৰ মুখৰ আঙঠি উফৰি পৰিল। শেন চকুৱা মেকুৰীয়ে থিতাতে আঙঠিটো বুটলি একে লৰে বগলীৰ ওচৰ পালেহি। আঙঠি সিহঁতৰ হাতলৈ অহাত তাক সযত্নে নিয়াৰ কথা লৈ সিহঁতৰ অৰিয়াঅৰি লাগিল। শেহত বগলীকে এই ভাৰ দি মেকুৰী আৰু এন্দুৰ দুয়ো বগলীৰ শুকুলা পিঠিত উঠি ওভতনি যাত্ৰা কৰিলে।

বগলীয়ে সিহঁতক পিঠিত আৰু নাগৰাজ বাসুকীৰ আঙঠি মুখত ভৰাই উৰি গৈ থাকোঁতে ফৰিংফুটা জোনাকৰ পোহৰত তলৰ বিল এখনৰ পানীত মাছে জঁপিয়াই ফুৰা দেখি মাছৰ লোভ সামৰিব নোৱাৰি 'ৰ'বি' বুলি ঠোঁট মেলোতেই মুখৰ আঙঠি পানীত পৰিলগৈ। তাৰ পিছত তিনিও বিলৰ পাৰতে নিশাৰ বাকী সময়খিনি কটালে।

পূব আকাশত হেঙুলীয়া বেলিয়ে হাঁহি মৰাৰ লগে লগে মেকুৰীয়ে বগলীক ক'লে— 'আঙঠিৰ কাৰণে বিশেষ চিন্তা কৰিবলগীয়া নাই। ভাই বগ, মোক তোমাৰ ডেউকাৰ নিচিনা এখন চেলেং আৰু এডাল ৰাজদণ্ড বা ৰাজ লাখুটি যোগাৰ হ'লেই ই সুকলমে হৈ যাব।'

কথা অনুযায়ী বগলীয়ে দিন দুপৰতে এজন ধোবাই ধুই-মেলি শুকুৱাই থোৱা এখন শুকুলা চেলেং থাপ মাৰি লৈ উৰি আহিল। সেইদিনাই বহা এখন ৰাজসভাৰ একাষত আওজাই থৈ দিয়া এডাল ৰাজ লাখুটিকো তাই ঠোঁটেৰে কামোৰ মাৰি আনি মেকুৰী আৰু এন্দুৰৰ ওচৰত হাজিৰ হ'লহি।

তাৰ পিছত মেকুৰীয়ে মূৰত চেলেংখনেৰে এটা পাগুৰি মাৰি ৰাজ লাখুটিডাল বাই বাই বিললৈ গ'লত মাছবোৰ বামলৈ উঠি আহিল। উঠি নাহিল মাত্ৰ এটা ৰাঘ বৰালি। সি গোটেই বিলখনতে জপিয়াই টিঘিল-ঘিলাই ফুৰা দেখি মেকুৰীয়ে তাক বামলৈ খেদি নি তাৰ চোকা দাঁতেৰে কামুৰি চোঁচৰাই পাৰত উঠালেহি আৰু অন্য মাছবোৰক পুনৰ বিললৈ খেদি দিলে।

প্ৰকাণ্ড বৰালি মাছ এটা কামুৰি চোঁচৰাই লৈ অহা দৃশ্যটো গৰু চৰাই থকা এজাক গৰখীয়া ল'ৰাৰ চকুত পৰাত হাই-উৰুমি কৰি মেকুৰীৰ পৰা

মাছটো কাঢ়ি নি বিলৰ পাৰতে কুটা-বছা কৰাত লাগি গ'ল। মেকুৰী-এন্দুৰহঁতলৈ আকৌ বিপদ নামি আহিলত সিহঁতে এইবাৰ একমাত্ৰ ঈশ্বৰৰ ওপৰত ভাৰসা কৰি সবিনয়ে প্ৰাৰ্থনা জনালত ভগৱান তুষ্ট হ'ল—গৰখীয়া ল'ৰাহঁতে মেকুৰীক মাত্ৰ পেটু-ভুৰুসোপা দলিয়াই দি প্ৰত্যেকে মাছৰ ভাগ লৈ দিহাদিহি তাৰপৰা আঁতৰি গ'ল।

মেকুৰীয়েও এতপৰে চকুদি পৰম আশাৰে বাট চাই থকা আঙঠিময় পেটু পাই তাক কামুৰি বগলীৰ কাষলৈ ভিৰাই লৰ মাৰিলে। পেটু আমঠুৰ পৰা আঙঠি বাহিৰ কৰি লৈ মেকুৰী, এন্দুৰ আৰু বগলীৰ তিনিও চিন্তাৰ সাগৰত ডুবগৈ থকা সিহঁতৰ প্ৰভু নুমলীয়া কোঁৱৰৰ হাতত যাদুলগা আঙঠিটো চমজাই দিলেহি। লগৰীয়া জীৱকেইটিৰ কথা আৰু অনুৰোধ মতে কুঁৱৰীকো লগলৈ আনিলে।

তাৰ পিছত কোঁৱৰ-কুঁৱৰী, লগৰীয়া এন্দুৰ, মেকুৰী, বগলী সকলোটিয়ে কোঁৱৰৰ ৰাজপিতৃ-মাতৃৰ ওচৰ চপাত তেওঁলোকে হেৰোৱা নিধি ৰাজকোঁৱৰক পাই বিধি-বিধানমতে লগাত নিয়া কুঁৱৰীৰ সৈতে ধুমধামেৰে বিয়া পাতি দিলে।

সময়ত নাগৰাজ বাসুকীৰ যাদুকৰী আঙঠিৰ যহত তেওঁ এখন বিশাল ৰাজ্যৰ অধিপতি হৈ তেওঁৰ পিতৃ-মাতৃ, পুত্ৰ-পৰিবাৰ আৰু লগৰীয়া বগলী, এন্দুৰ আৰু মেকুৰীসহ মহাসুখেৰে কাল কটাবলৈ ধৰিলে।

# মাউৰী টেঙৰ

এহাল ডেকা-গাভৰুৰ সংসাৰ যুঁজৰ কাৰণে ওলোৱা কথাৰ জুমুঠি এটা হ'ল ঃ

'এজাৰ নিজাৰ পৰিব,
বুঢ়া গৰুৰ ছালে মাত লগাব,
বাটে পোৱালি মেলিব;
নিলগৰ বাট ওচৰ হ'ব
আৰু পুঠি মাছে সেন্দূৰৰ ফোঁট ল'ব।'

তেতিয়াহে এই (বিয়া) কথালৈ আহিবি। আকৌ আহিবিহে আহিবি ঃ

'হিত্ কৰি দি যাম
চিত্ কৰি বহিবি;
(পিছে) এই কথা বুজিব নোৱাৰিলে
পিছ দুৱাৰেদি ওলাই যাবি।'

এয়া সেই তাহানিখনৰ স্বাধীন অসমৰ কোনোবা জকাইচুকীয়া গাঁৱৰ বাপেকৰ উম লৈ লৈ (উঠন) ডাঙৰ-দীঘল হোৱা এজনী মাউৰী গঞা জীয়ৰী ছোৱালীয়ে তাইক চাবলৈ অহা দুই সখিয়েকৰ আগত বাপেকৰ সাক্ষাতত সগৰ্বে দিয়া উত্তৰ।

তাইৰ উত্তৰত দুই সখিয়েকে স্ব-স্থানলৈ প্ৰস্থান কৰিলে যদিও তাইৰ আদৰ-অভ্যৰ্থনা আৰু ৰূপ-যৌৱনত দুয়ো মুগ্ধ হ'ল; কিন্তু কথা হ'ল, কথাৰ মূৰ ভাঙিয়েবা দিয়ে কোনে? ইফালে তাইৰ কাৰণে দুয়ো লালায়িত। বুকুভৰা আশা। কথাৰ ভেদ কোনেও নাভাঙি মনৰ কথা মনতে ৰাখি দিহাদিহি আঁতৰিল। এজনে পাণ্ডি থ'লে বতৰ চাই কঠীয়া পাৰিবলৈ আৰু আনজনে তাইৰ কথাৰ একো তলা-নলা নেপাই 'বলে নোৱৰা শিলক পৰি নমস্কাৰ' কৰি আশাৰ মূৰত পানী ঢালিলে এই ভাবি ঃ

'আহক বাৰিষা কাটক পাত,
বৈ যা ভিনীহি খাই যা ভাত।'

সময়ত প্ৰকৃতিয়ে পূৰ্বৰ ৰূপ সলাই ভৰ-যৌৱনা হ'ল। প্ৰকৃতিৰ বিশ্ব বিমোহিনী ৰূপ। এজাৰ নিজাৰ পৰিল। বুঢ়া গৰুৰ ছালে মাত লগালে। বাট-পথে পোৱালি মেলাত নিলগৰ বাট ওচৰ হ'ল। ন পানী পাই পুঠি মাছেও সেন্দূৰৰ ফোঁট ল'লে। এনে সুযোগ হাতলৈ অহাত বতৰৰ ভুৰখা, বতৰ চাই কঠীয়া পাৰিম বুলি পূৰ্বতে পাঙি থোৱা সখিয়েকে প্ৰজাপতিৰ আশীৰ্বাদ বিচাৰি, সিদ্ধিদাতা গণেশৰ চৰণ চিন্তি ঘৰৰ দুৱাৰমুখৰ পিৰালিৰ মাটিৰ কপালত ফোঁট লৈ লগত এটা জাপি, এযোৰ ফানটি আৰু এডাল লাখুঁটি সহিতে ঘৰৰ পৰা বাহিৰ হ'ল।

ৰ'দ আৰু বৰষুণ তাৰ গাৰ ওপৰেদি পাৰহৈ যোৱাৰ পিছত নাইবা গছৰ ছাঁত জিৰণি লোৱাৰ সময়ত সি ব্যৱহাৰ কৰে জাপিটো আৰু ফানটি? বোকা আৰু পানী পাৰ হোৱাৰ ক্ষেত্ৰতহে ই তাৰ পদযুগলত শোভা পায়।

তাৰ এনে ধৰণ-কৰণত চেৰাবলিয়া ভাবি বাটে-পথে লগ পোৱা কেৱেঁ তাৰ কাষকে নাচাপে, চাটকে নল'লে; কিন্তু হাট বেহাবলৈ গৈ বহুদূৰ বাটকুৰি বাই বাই তাক অনুসৰণ কৰি আলেখ-লেখ চাই আহি থকা জীয়ৰী ছোৱালীজনীৰ বাপেকে তাৰ এই কাণ্ড-কাৰখানাৰ মোহ এৰিব নোৱাৰি তাৰ লগলৈ আহি সেই বিষয়ে সুধিলত সি প্ৰথমে আৰম্ভ কৰিলে ঃ

'বাৰীৰে চকুৰে জাতি-বাঁহজুপী<br>
সিও মোৰ সোদৰৰ ভাই;<br>
জীয়াই থাকোঁ মানে চুও কাঠী কামী<br>
মৰিলে লগতে যায়।<br>
হেনোৱা সমলেৰে মোৰ জাপি তৈয়াৰী<br>
তাকে ফুৰোং মই ৰ'দে-বৰষুণে ল'ই।'

এই জাপিয়েই হৈছে আমাৰ ৰ'দ-বৰষুণৰ লগৰীয়া। মোৰ গাত বৰশক্তি আছে কাৰণে এই বয়সত এইবোৰে মোক টলাব নোৱাৰে। তাতে মোৰ কথা সুকীয়া। মই হৈছোঁ সামাজিক ৰীতি-নীতি, ধুতি-নীতি মতে চলা লোক। সেয়ে গছৰ তলত বহোঁতে যদি কাউৰী-শগুণ এই চুৱা জাতিয়ে পানী ছুই, লাদি দিয়ে তেন্তে মই নিগমে নুডুবিলোঁ জানো? তেহেলৈ চাই-চিক্যৰ নামত কত যে কি কৰিব নালাগিব, আমাৰ কৌলিক প্ৰথানুযায়ী চুৱা-চিটা গুচোৱাৰ নামত বেহাৰী হ'লে সুৰাপানী আৰু সজৰ (ভকতীয়া) মাহ-চাউল, কল-

পিঠা, গোটেই গুৰু-ভকত দুই-এজনক মাতি মুখ-হাত ধুৱাব লাগিব। সেইখিনিকে বাৰু মই অকলশৰীয়াজনে কৰোঁ কেনেকৈ? কথাতে কৈছে ঃ

'আগ নুগুণি গুণে পাছ
লোভত মৰে বৰশীৰ মাছ।'

দ্বিতীয়তে, পানীৰ তলৰ কাঁইট হুল, জোং ইত্যাদিৰ মহিমা পায় কোনে? আমাৰ নিচিনা পথালিচকুৱা নৰমনিচৰ দৃষ্টি আক বামে বামেহে। তাকে বুজি-বাজি বোকা পানীত ফান্‌টি ব্যৱহাৰ কৰোঁ।

তাৰ পিছত এই যে লাখুঁটি, ইয়াৰ বিষয়েনো কম কি? বচনে কৈছেই ঃ

'গুণ গুণ গুণ লাখুটিৰ ন গুণ
আকৌ
লাখুঁটি লাখুঁটি
লাখুটি এমন বীৰ
যৈতে মাৰোং তৈত থিৰ
ইহ কৰমে কাটিলো গুৰি
বিহ কৰমে ল'লোঁ,
হেনোৱা লাখুটিক মই
জীৱনে-মৰণে লৈ ফুৰোঁ।

এয়েই— 'হেৰালেও বিচাৰোতা আৰু মৰিলেও কান্দোতা' নাইকিয়াৰ জীৱন মৰণৰ সম্বল। যেয়ে যিহকে নাভাবক, মোৰ বুদ্ধিয়েই শিলৰ খুঁটি।

সেয়েহে ঃ 'মোৰ বাটে মই যাম ধন
সোণ পাই যাম।'

বুঢ়াৰ অন্তৰত তাৰ প্ৰতি দয়া উপজিল। পুতৌ জন্মিলত তেওঁৰ একমাত্ৰ জীয়েকৰ কথা জনাই তাক ঘৰলৈ লগ ধৰি মাতিলত সি ক'লে— 'আপুদৌ (শহুৰ বা পিতৃস্থানীয় লোকক কৰা সম্বোধন) আপোনাৰ কথা বাৰু মানিছোঁ। আপুনি জনাৰ উপৰি আপোনাৰ বয়সো হৈছে ঃ

'চেপা চোৰা লাজ নাই'?
ছোৱালী খোজাও লাজ নাই।

পিছে আক'— যাঁচি দিলে নাই হেনো সুৱৰ্ণৰো দৰ'-এই জানিয়ে অভাগাই কিছু হেলেম-হেতেম কৰিবলগীয়াত পৰিছোঁ। তদুপৰি মই এনে

ঘৰৰ ছোৱালীকহে বিয়া কৰাম পুলি পাণ্ডি থৈছোঁ,... মোৰ মনে বিচৰা যিজনী ছোৱালীয়ে পদূলিৰ পৰা ৰাজবাটলৈকে বগলী হেন বগা ধূলিৰে পদূলি শুৱনি কৰি আমাৰ পদধূলি বিচাৰিব।

..... একে ওষধিৰপৰা পানী উলিয়াই মুখ-হাত ধোৱাৰপৰা ভাত-পানী ৰন্ধা-মেলা কৰাৰ উপৰি তাৰে আঞ্জা ৰান্ধি খুৱাব।

..... আৰু লগতে যমে আসে নোপোৱা তিনিবিধ বস্তুৰে চিনাকি কৰি একেজোপা গছৰে গুৱা-পাণেৰে আমাক আদৰ-আপ্যায়িত কৰিব পাৰিব তেনে জীয়ৰী ছোৱালীৰ পদূলিত আমি ভৰি পেলামগৈ।

বগলীৰ বগা পদূলি!

একে গছৰে জল আঞ্জা!!

যমে আসে নোপোৱা তিনিবিধ বস্তু

আৰু গুৱা-পাণ!!!

বপুৰা এতিয়াহে মহাবিপাণ্ডত পৰিল। মিছাতে জোকাই লোৱা হ'ল। তথাপি ওলাল কেঁচু সোমাবলৈ নাই। কোৱা কথা এৰিব নোৱাৰি। জন্ম, বিবাহ আৰু মৃত্যুৰ কথা কোনে জানে? যমে নিয়াও নিয়া, জোঁৱায়ে নিয়াও নিয়া; পোলৈ বোৱাৰী আৰু জী আছে জোঁৱাইলৈহে...। আজি বাদে কালিলৈ বুকু জুৰ কৰি জীক বেৰৰ মাটি গোৰ মাৰি এঘৰলৈ উলিয়াই দিবই লাগিব ইত্যাদি ভাৱ-চিন্তা কৰি কৰি আহি থাকোঁতেই তেওঁ নিজ ঘৰতেই সোমাই পৰিলহি।

ঘৰ পাই বুঢ়াই জীয়েকৰ আগত সকলো কথা বিৱৰি ক'লত তাই থিতাতে এপাচি চাউলৰ পিঠাগুড়ি খুন্দিলে, হাতত দাখন লৈ বাৰীৰপৰা এডাল গোট পচলা কাটি আনি তাৰপৰা টৌৰে টৌৰে পানী উলিয়াই খাবৰ বাবেও চুমই পচলা কুটি ল'লে। তাৰ পিছত খুন্দি থোৱা পিঠাগুড়িখিনি ঘৰৰ দুৱাৰমুখৰ পৰা পদূলিমুখলৈকে ছটিয়াই ধূলিময় বাট বগলী হেন বগা কৰি আলহীক মাতি আনিবলৈ পিতাকক পাচিলে। বুঢ়াই জীয়েকৰ কথা পাই তাক মাতি আনিলত সি অবাক হ'ল। সি ভবামতেই সকলো কৰা হৈছে।

পদূলি শুৱনি বগলী বগা পিঠাগুড়ি খচকাই অনাৰ পিছত পচলাৰ পানীৰে হাত-ভৰি ধুবলৈ দিয়া হ'ল। পিছত বহিবলৈ ভিতৰলৈ গৈ সি দেখিলে, বহা আসন (ঢৰাখন) ওলোটাই পাৰি থোৱা হৈছে। তেতিয়া তাৰ থিতাতে মনত খেলালে— 'হিতকৰি দি যাম চিতকৰি বহিবি'; সি তাকেই কৰিলে। আসনত

বহিব নজনাৰ দোষত পিছ দুৱাৰেদি ওলাই যাব নেলাগিল।

জা-জলপান খাবৰ কাৰণে তাক ভিতৰলৈ মতা হ'ল। সি গৈ দেখিলে তাক বহিবলৈ দিয়া হৈছে— এখন ঠেং খৰা পীৰা, খাবলৈ দিয়া হৈছে অ'দা ধানৰ চিৰা আৰু মুখ মোহাৰিবৰ কাৰণে দিয়া হৈছে এখনি থুপুৰীৰ গামোচা। মাতবোল নকৰি তাতে সুখী হৈ সি খাই-মেলি বাজলৈ ওলাই আহিল।

পিছফাল। ছোৱালীৰ পিছফাল। উলিয়াই দিবলগীয়া এজনী জীয়ৰী ছোৱালী থকা এখন ঘৰৰ কথাহে এইক্ষেত্ৰত কোৱা হৈছে। ভৱিষ্যত গৃহ-সংসাৰৰ বাবে এগৰাকী সুগৃহিণীৰ প্ৰকৃত পৰিচয় পোৱা যায় আগফালতকৈ পিছফালৰ ঘৰ এখনৰপৰাহে। আগফালটো সাৰিমুচি হাঁহি থকা কৰি পিছফালটো চাফ-চিকুণ কৰি শোতা-বাঢ়নিৰ পৰশ পেলাবলৈ নাপাহৰাটোৱেই হৈছে এজনী জীয়ৰী ছোৱালীৰ খোৱা-বোৱাৰ লক্ষণৰ চিনাকি। সকলো ঠিকেই পাইছে।

সময়ত সি ভাত-পানী গ্ৰহণ কৰিলে। কলগছৰ পানীৰে ৰন্ধা ভাত, পচলাৰ আঞ্জা সহিতে তাক কলপাত পাৰি খাবলৈ দিয়াৰ উপৰি দৰিকে-বেঙেনাই, ঔৱে-মৌৱে, হাঁহে-বাঁহে ৰন্ধা আঞ্জাও খাবলৈ আগবঢ়োৱা হৈছে। বাকী থাকিল মাত্ৰ একে গছৰে গুৱা-পাণ। তাইৰ কাৰণে ই একোৱেই নহয়।

এইদৰে কাউৰীতকৈ টেঙৰ মাউৰী ছোৱালীজনীয়ে তাক বশ কৰি সুধিলে— 'লেতেৰাৰ ভিতৰত আটাইতকৈ লেতেৰা বুলি আমাৰ যে বোলা বাইক আছে, সি বাৰু কি?' 'ইয়াৰ পৰীক্ষা দেখোন তুমি লৈয়েই থৈছা।' সি তপৰাই উত্তৰ দিলে। 'কেনৈ?—

বহিবলৈ লেতেৰা ঠেংখৰা পীৰা,<br>
খাবলৈ লেতেৰা অ'দা ধানৰ চিৰা,<br>
ল'বলৈ লেতেৰা থুপুৰীৰ গামোচা,<br>
নতুবা<br>
ব'বলৈ লেতেৰা বিহুচেৰা তাঁত।'<br>
'সমানে সমানে কৰিবা কাজ।<br>
হাৰিলে জিকিলে নাই লাজ।'

এইদৰে সংসাৰ-যুঁজৰ কাৰণে চলোৱা পৰীক্ষাত এইহাল যৌৱন গৰকা চহা ডেকা-গাভৰুৱে পৰস্পৰে পৰস্পৰক বুজি-মেলি শেষত দুয়ো মিলি পৰিল।

# লখিমীৰ পৃথিৱী

অতীজতে পৃথিৱীত খেতি-বাতি একো নাছিল। সেইদেখি ইন্দ্ৰই আই লখিমীক ধানৰ সঁচ লৈ যাবলৈ ক'লে। লখিমীয়ে ধান এমুঠি আনি নিজৰ বাৰীৰ এচুকত সিঁচি ৰাখিলে; কিন্তু লখিমীৰ ভনীয়েকে বায়েকৰপৰা ধানৰ সঁচ আনি ৰখা বুলি গম পাই এদিন ৰাতি বায়েকৰ বাৰীৰ পৰা ধানখিনি চুৰ কৰি নিলে। ধানখিনি তাই ছিৰি লুইতৰ সিপাৰে কোনেও গম নোপোৱা ঠাইত সিঁচি ৰাখিলে। ইফালে ধানৰ সঁচ হেৰুৱাই লখিমীয়ে বায়ু ৰজাক পুনৰ তুতি-নতি কৰিলে।

বায়ু ৰজাই তাইক ক'লে— 'ধানখিনি ক'ত হেৰাল তুমি বিচাৰি উলিওৱাগৈ।'

ইফালে লখিমীৰ ভনীয়েকে ছিৰি লুইতৰ সিপাৰত যিমানপাৰে ধান উৎপন্ন কৰি ভঁৰালত সাঁচি ৰাখিলে। এদিন আবেলি লখিমীয়ে চোতাল সাৰি থাকোঁতে ওপৰেদি উৰি যোৱা টোকোৰা চৰাই কেইটামানে ঠোঁটৰ পৰা ধান পেলাই গ'ল। সেইবোৰ দেখি লখিমীয়ে ধান বিচাৰি যাবলৈ থিৰ কৰিলে।

পিছদিনাখন ধানৰ সন্ধান নোপোৱালৈকে পুনৰ ঘূৰি নাহোঁ বুলি থিৰ কৰি তেওঁ ঘৰৰ বাহিৰ হ'ল। বহুত আপদ-বিপদৰ মাজেৰে গৈ ভোকে-পিয়াহে লখিমী এখন নৈৰ পাৰত উপস্থিত হ'লগৈ। নৈখন পাৰ হ'বলৈ একো উপায় নেদেখি তেওঁ কিছু সময় তভক দি ৰ'ল। এনেতে এটা ঘঁৰিয়াল দেখি লখিমীয়ে ঘঁৰিয়ালকে তেওঁক পাৰ কৰি দিবলৈ খাটিলত, ঘঁৰিয়ালে ক'লে— 'বাইদেউ, মোৰ এটা অনুৰোধ আছে, সেইটো ৰাখিলেহে মই আপোনাক পাৰ কৰি দিম।' লখিমীয়ে সুধিলে— 'বাৰু ক'চোন, কি অনুৰোধ?' ঘঁৰিয়ালে তেতিয়া ক'লে— 'বাইদেউ মহিমাময় ঈশ্বৰে আপোনাক সৃজন কৰিছে আৰু মোকে কৰিছে; কিন্তু মোৰ এয়ে ডাঙৰ দুখ যে মই পানীত ওপঙি থকাৰ বাহিৰে তললৈ বুৰ মাৰিব নোৱাৰোঁ। মোৰ এই বিকাৰটোৰ

ব্যৱস্থা এটা কৰি দিয়ক।'

উপায় চিন্তি লখিমীয়ে ক'লে— 'সেইটোনো কি কথা? ডাঙৰ চাই শিল এটা গিলি দিবি। তেতিয়া সহজে বুৰ মাৰিব পাৰিবি।'

ঘঁৰিয়ালে তেতিয়া লখিমীক নৈখন পাৰ কৰি দিলে। তাৰ পিছত কেইবাদিনো বাটকুৰি বাই তেওঁ ছিৰি লুইত পালেগৈ। লুইতখন পাৰ হ'বলৈ পাৰত মাথোন বৰকাছ এজনীহে দেখিলে। লখিমীয়ে তাইকে নদীখন পাৰ কৰি দিবলৈ অনুৰোধ কৰিলে। তেতিয়া কাছজনীয়ে ক'লে— 'মোৰ শৰীৰৰ তলেও মঙহ, ওপৰেও মঙহ। সেইকাৰণে মানুহে শেল মাৰি সহজে মোক মাৰি খাব পাৰে। মই যাতে ইয়াৰপৰা ৰক্ষা পাওঁ, তাৰ কিবা এটা উপায় কৰি দিলে পৰম কৃতজ্ঞ হ'ম।'

লখিমীয়ে তাইক বৰ দি ক'লে—'বাৰু, তোৰ পিঠিখন লোৰ দৰে টান হ'ল।' তেতিয়া কাছই তেওঁক পাৰ কৰি দিলে।

ছিৰি লুইতৰ সিপাৰে লখিমীৰ ভনীয়েকৰ সোণালী ধাননি পথাৰ। তেওঁ ধানৰ সঁচ লৈ শেষ কৰিব নোৱাৰি কপৌ, টোকোৰা আদিক বিলাই দিলে। ধান গিলোঁতে গিলোঁতে এইবিলাক চৰাইৰ গলধনত একোখন মোনা হ'ল। সেই মোনাতে ধান ভৰাই সিহঁতে লখিমীক ধানৰ সঁচ অনা কামত সহায় কৰিলে। লখিমীয়ে সিহঁতৰপৰা আকৌ ধানৰ সঁচ ল'লে।

উভতি আহোঁতেও লখিমীয়ে কাছৰ পিঠিত উঠি ছিৰি লুইত পাৰ হ'ব লগা হ'ল; কিন্তু বিশ্বাসঘাতকী কাছজনীয়ে পানীৰ মাজ পাওঁতে পানীত বুৰ মাৰি দিলে। কাছজনীৰ এনে কাণ্ডত লখিমীয়ে খং কৰি তাইক শাও-শপনি দি ক'লে— 'যদিও তোৰ পিঠিখন লোৰ নিচিনা হ'ব, তথাপি তোক লোৰে তৈয়াৰী শেলেৰে হানি-খুঁচি হ'লেও মানুহে তোৰ মঙহ খাইহে এৰিব।' তেতিয়াৰেপৰা কাছৰ পিঠিখন টান হ'ল যদিও মানুহে কাছ মাৰি খাব পাৰে।

# চেঙেলী টেটোন

তাহানিখন অসমৰ উত্তৰ-পূব সীমাৰ বৰ্তমান অৰুণাচল ৰাজ্যৰ হালালীত এঘৰ মানুহৰ এটা বৰ ধূৰ্ত ল'ৰা আছিল। তাৰ ধূৰ্তালিৰ অতপালিত কি ঘৰ, কি পৰ সকলোৱে অসহ্য বোধ কৰিছিল। নিজৰ ঘৰ, চুবুৰি, গাঁও (ওচৰৰ কি দূৰৰ) সকলোৱে তাৰ চতুৰালিৰ হেতালিৰ উৎপাতত স্বাভাৱিকতে অতিষ্ঠ হৈ পৰিছিল। চকুৰ কুটা, দাঁতৰ শালস্বৰূপ কাৰো চকুত ৰাহি নহা ল'ৰাটোক মাক-বাপেকে মৰিয়াই কিলাই, গালি-শপনি পাৰি এদিন ঘৰৰপৰা খেদি উলিয়াই দিলে।

চেঙেলী মাছক হাতেৰে সতকাই ধৰা টান আৰু ধৰা পৰিলেও সি হাতৰপৰা পিছলৈ যায়, জঁপিয়াই জঁপিয়াই থাকে। এই শিয়ালটেঙৰ ল'ৰাটিয়েই অ'ত ত'ত টেঙৰালি কৰি আক-তাক হাৰাশাস্তি খুৱাই নহঁহাক হঁহুৱাই , নকন্দাক কন্দুৱাইছিল। সেইবাবেই সি নামো পাইছিল চেঙেলী। তাৰ চেঙেলী নামটো শৰদ-ফুটা। চেঙেলী যাৰ ঘৰলৈ যাওঁক গিৰিহঁত সচেতন। তথাপি এই সচেতনতাৰ মাজেদি সি নাকটি মোহাৰি বুধি এটা উলিয়াই গিৰিহঁতৰ কিবা নহয় কিবা এপদ সৰকাইহে এৰে। সি নাতঁৰে মানে গিৰিহঁতৰ ৰক্ষা নাই। গালে-মূৰে হাত দিয়ে। সি চেঙেলীয়ে বা কিহেৰে মাৰে কি বুদ্ধি, কি কথা আৰু কি কাম।

ঘৰৰ পৰা খেদা খাই চেঙেলীয়ে ঘৰ, জাতি, ৰাজ্য এৰি চুতীয়া, মৰাণ আৰু বৰাহী ৰাজ্য অতিক্ৰম কৰি আহোম ৰাজ্যৰ অন্তৰ্গত শিৱসাগৰ জিলাত সোমালহি। ইজন-সিজন, আক-তাক, ঠগি-মেলি সি যি পা-পইচা গোটাইছিল, আজি অতদিনে বাটকুৰি বাই খাই-মেলি ৰাজ্য বাগৰোতে সাং হোৱাত টকা বিচাৰি সি এটা উপায় উলিয়ালে। এজন বুঢ়াই ঘৰৰ পৰা অলপ আঁতৰত হালবাই থকা দেখি তাৰ গাৰ চেলেংখন গৰু এটাৰ গাত উৰাই দি ওচৰতে এটা গাঁত খান্দিবলৈ ধৰিলে। লগে লগে বুঢ়াৰ ঘৰুৱা কথা, হাল-গৰুৰ কথা

আদায় কৰিলে। সি গাঁত খান্দিয়েই থকা দেখি বুঢ়াই তাক সুধিলে— 'হেৰৌ বোপাই, পথাৰত এইদৰে গাঁত খান্দি তই কি কৰিবলৈ লৈছ?' সি ক'লে— 'দেউতা, মই পিয়াহত আতুৰ হৈছোঁ। পিয়াহ পলুৱাই পানী খাবৰ বাবে এয়া গাঁত (পুখুৰী) খান্দিছো।'

তাকে শুনি বুঢ়াই ক'লে— 'খৰাং বতৰ, তাতেই চ'ত মাহ। এনেহেন বনজুই লগা খৰাং বতৰৰ পথাৰত এইদৰে গাঁত খান্দিলে জানো পানী ওলাব? নেদেখিছ নৈ-বিল, জান-জুৰি, খাল-ডোং গোটেইবোৰতে পানী শুকাই গৈছে আৰু মাটি তেনেই কৰাল বান্ধিছে। ছিটাছিটে ফাটি গৈছে। মিছাতে কষ্ট নকৰি, সৌ আমাৰ ঘৰলৈকে গৈ আবৈয়েৰাৰপৰা পানী এটুপি খুজি খাই আহগৈ। যা, বোপাই যা।'

সি ইয়াকেহে বিচাৰিছিল। য'ৰে কাপোৰ ত'তে এৰি সি বুঢ়াৰ ঘৰলৈ গৈ বুঢ়ীক ক'লেগৈ— 'আবৈ (আবু), সৌযে দৌতাই হাল বাই আছে, তাৰ সেই চেলেংখন পেলাই থোৱা হালোৱা গৰুটো আমাৰপৰা অনা। ঘৰত অসুবিধা হোৱাৰ হেতুকে পিতায়ে বাকী থকা ঋণ দুকুৰি দিবলৈ পঠিয়াই দিছে। বুঢ়া দৌতাই হাল এৰি আহিবলৈ টান পাই আপোনাক টকাখিনি মোৰ হাতত উলিয়াই দিবলৈ কৈছে আৰু লগতে চা-চিনাকি হৈ জা-জলপান খাই পাৰিলে তেখেতৰ চাহ-জলপানফেৰিও মোকেই দি যাবলৈ কৈ পঠিয়াইছে।'

চেঙেলীৰ কথাত বুঢ়ী পতিয়ন নোযোৱাত সি বুঢ়াক চিঞৰি চিঞৰি ক'লে— 'অ' দৌতা, আপোনাৰ কথামতে আহিলোঁ। কিন্তু আবৈয়ে নিদিয়ে।'

বুঢ়াই তাকে শুনি ৰিঙিয়াই ক'লে, 'হেৰৌ বুঢ়ী, দিবলৈ কিছোঁ নিদিয় কিয়।'

বুঢ়ীয়ে বুঢ়াক শুনাই ক'লে— 'দিবলৈ কৈছ, দিছো বাৰু। পিছত মোৰ পিঠিত ঔ কিল পৰিলে নহ'ব একা দেই।' 'দে, দে'। সিফালৰপৰা বুঢ়াই পুনৰ চিঞৰিলে।

তাৰপিছত বুঢ়ীয়ে তাক ভিতৰলৈ নি বহিবলৈ দি জা-জলপান, তামোল-ছালি খুৱাই ভিতৰৰ পৰা নগদ দুকুৰি ঋণ উলিয়াই দিলে। বুঢ়াৰ চাহ-জলপানভাগো সিয়েই নি খুৱাই-বুৱাই সন্তুষ্ট কৰি বিদায় ল'লে। গৈ গৈ

সি আহোম ৰাজ্যৰ ৰাজ-নগৰী ৰংপুৰত সোমাল। সি ৰংপুৰ নগৰৰ কথা অহকাণে, পহুকাণে শুনিবলৈ পাইছিল।

'ৰংপুৰৰ পিছল বাট,
খোজেপতি লাখুঁটিপাট।'

এতিয়া এনে ৰংপুৰত সোমাই হাটৰ পোহাৰী এগৰাকীৰ মুখত এইদৰে গাই কল বেচি থকা দেখিবলৈ পালে—

'কড়ি কড়ি দিবি
কল আষি খাবি
বুকুত গোৰ মাৰি
গুচি যাবি।।'

চেঙেলী আচৰিত হ'ল। সি ভাবিলে— ৰংপুৰৰ কথা সঁচাই বেলেগ নেকি? কড়ি-কড়ি দি কল ল'ম, কল লৈ আকৌ বুকুত গোৰ মাৰি গুচি যাব লাগে। বাৰু ময়ো চেঙেলীহে তেওঁ। কামে নতৰালেও নাৰে (নামে) মোক তলাব। এই ভাবি সি খোঁচনিৰ পানী-গামোচাৰ পৰা কড়ি একড়া উলিয়াই কল এআষি তুলি ল'লে আৰু তাইক সেইখিনি দি বুকুত ভালকৈ গোৰ এটি সোধাই দিলে। গোৰৰ লগে লগেই বপুৰী পোহাৰী বাই বহি থকা ভাগেই ঢলি পৰিল। নগৰৰ হাট, তাতে দিন দুপৰীয়া। তাৰ কথা-কাণ্ড কেউফালৰপৰা মানুহ চাপি-ধামি আহিল আৰু তাৰ চেলেংখনেৰে তাক কঁকালে-হাতে বান্ধি ৰজাৰ ওচৰত বিচাৰৰ বাবে লৈ যোৱা হ'ল।

বিচাৰ চ'ৰাত সি ৰাজ-মন্ত্ৰী সকলোৰে আগত আঠুকাঢ়ি মূৰ দোঁৱাই সবিনয়ে জনালে যে পোহাৰীৰ কথা মতে চলাৰ বাহিৰে একো অধিক কৰা হোৱা নাই। কাৰণ বায়ে কলৰ মেলি থোৱা পোহাৰ লৈ সকলোৱে শুনাকৈ গাই আছিল—

'কড়ি কড়া দিবি,
কল আষি নিবি,
বুকুত গোৰ মাৰি,
গুচি যাবি।'

স্বৰ্গদেউ ঈশ্বৰ, বন্দীক কাটকেই বা মাৰকেই তাই বিচৰাতকৈ মই মনে জানি একো বেছি কৰা নাই। তাইৰ মতেহে মই কৰিছো। লগে লগে পোহাৰী

বাইক সোধক আৰু বাইৰ লগত অহা মানুহকেইজনক সোধক।

ৰজাই পোহাৰী বাই আৰু লগৰ মানুহকেইজনৰপৰা একে ধৰণৰ কথাই পাই তাৰ প্ৰতি সন্তুষ্ট হৈ তাক ক'লে— 'সজ, সজ। এইটো জানিবা হাজাৰটকীয়া কথা।'

চেঙেলী বিচাৰৰ পৰা খালাচ পাইহে লাগে, ইতিমধ্যে ৰূপ দুকুৰি সৰকাই অনা বুঢ়াও ৰাজচ'ৰাত উপস্থিত হ'লহি আৰু তাক ৰজাৰ ভিতৰ-চ'ৰাত হাতে হাতে ধৰা পেলাই সেই গোচৰো বুঢ়াই ৰজাৰ ওচৰত নিবেদন কৰিলে। ৰজাই চেঙেলীক সোধাত সি হাতযুৰি আঁঠু লৈ ক'লে— 'স্বৰ্গদেউ ঈশ্বৰ, সইতে কৈছোঁ, কথাটো সঁচা। আক-তাক ঠগি-মেলি মোৰ যি সাঁচন-সাঁথন আছিল তাৰ কণকঠীয়া মৰাত পইচা দুটামান অনাৰ বাট বিচাৰোঁতে এওঁক পাই বুদ্ধি-ফন্দী কৰি টকা সৰকাই আনিছো।' এই বুলি কৈ লগে লগে সি কঁকালৰ খোচনাৰপৰা ৰূপ দুকুৰি উলিয়াই দিলে।

'এইটো শ টকীয়া কথা'— বুলি ৰজাই চেঙেলীক দুয়োটা গোচৰৰপৰা মুক্তি দিলে।

বিচাৰৰ কেইদিনমানৰ পিছত এদিন দোক্‌মোকালিতে কান্ধত এডাল কাণমাৰি, এমুঠি কৌপাতসহ দুটা টোম লৈ চেঙেলী ৰজাৰ আগত উপস্থিত। ৰজাই সি অহাৰ কাৰণ সোধাত সি ক'লে যে অলপতে হৈ যোৱা বিচাৰত স্বৰ্গদেৱে তাক হাজাৰ আৰু শ টকাৰ কথা কৈছিল। সিদিনা স্বৰ্গদেৱৰ ব্যস্ততা, পাত্ৰ-মন্ত্ৰী, পালি-পহৰীয়াৰ চকু পোৰাৰ ভয়ত আপুনি অনুগ্ৰহ কৰি দিম বোলা ধন নিনি আজি নিবলৈ আহিছোঁ। তাৰ কথা তেনেই গাত নলগা; হাঁহি উঠা। সেইবুলি তাক বিমুখ নকৰি ৰজাই ৰাজ-ভঁৰালীৰ হতুৱাই তাৰ প্ৰাপ্য ধন এশ আৰু একহাজাৰ চিকাৰূপ দিয়ালে।

এশ আৰু একহাজাৰ টকাৰ ভাৰখন লৈ চেঙেলীয়ে ৰজাৰ কাৰেংঘৰৰ ৰাজআলিয়েদি চিঞৰি যাবলৈ ধৰিলে—

'যেয়ে, নোধোওঁ বোলা ভৰি ধুৱাব<br>
নবহা পীৰাত বহাব<br>
নেখাওঁ বোলা ভাতক খুৱাব<br>
সেয়ে এশ আৰু এহাজাৰ ৰূপ পাব।'

এই কথা ৰাজকুঁৱৰীৰ এগৰাকী লিগিৰীয়ে শুনিবলৈ পাই দৌৰি কুঁৱৰীক

জনালেগৈ। কুঁৱৰীয়েও বাটচ'ৰালৈ ওলাই আহি সেই কথা নিজ কাণে শুনি তাক ৰাজ-কাৰেঙলৈ মতাই নিয়ালে। 'এশ আৰু একহাজাৰ টকা লাভ। তাকো বিনাকষ্টে ধুৱাই, বহাই আৰু খুৱাই। বাঃ। কম কথা জানো? ভাগ্যৰ বলতহে ই সম্ভৱ। লিগিৰীজনীয়ে ৰাজকুঁৱৰীক বুজাই ক'লে।

ৰাজকুঁৱৰীয়ে চেঙেলীয়ে বিচৰামতে কোনোদিনে চুই নোপোৱা চেঙেলীৰ ভৰি হাতেৰে চুই সুশীতল পানীৰে ধুৱাই দিলে। তামুলীপীৰাত বহিবলৈ দি জা-জলপান খুৱাই দিলে। তাৰ পিছত চাংমাই-শাললৈ নি বৰপীৰাত বহাই মাইহাঙৰপৰা নেখাওঁ নেখাওঁ বোলা ভাতক খুৱাই থুৰীয়া তামোল যাঁচিলে।

কুঁৱৰীৰ হাতত এশ আৰু এক হাজাৰ টকা গতাই দি পুনৰ ৰাজচ'ৰাৰ অভিমুখে যাত্ৰা কৰিলে।

তাক পুনৰ ৰাজচ'ৰাত দেখি ৰজাই প্ৰমাদ গণিলে— দেশৰমানে প্ৰজাক ঠগি আহিছে। ই এইবাৰ তেওঁক ঠগত নেপেলালেহে ৰক্ষা।

তাক দেখি ৰজাই আগধৰিয়েই সুধিলে— 'এইবাৰ কি সকামত বা আহিলা চেঙেলী?'

চেঙেলীয়ে ক'লে— 'স্বৰ্গদেউ ঈশ্বৰে এই বন্দীৰ দুটামান কথাৰ আউল মাৰি দিব লাগে আৰু থোৰতে সেই কথাকেইটা হ'ল—

'নোধোওঁ বোলা ভৰিক কোনে ধুৱায়?
নবহা পীৰাত কোনে কাক বহায়?
নেখাওঁ বোলা ভাতক কোনে কাক খুৱায়?
আৰু কোনে বাৰু কাৰ ধন ৰাখে?'

ৰজাই তাৰ উত্তৰত ক'লে— 'ভয়ো এটা আও গৰু অ', ইয়াকো জানিবলৈ আহ? তোৰ কথাকেইটা সচৰাচৰ ঘৈণীয়েকে গিৰিয়েকক কৰে আৰু ধনো ৰাখি ধনৰ গৰাকিনী হয়। অৱশ্যে এইটো ঠিক 'নতে ন অড়া, পুৰণি হ'লে ছঅড়া।' কেলৈ? তোক আক' এইবোৰ কিয়?'

চেঙেলীয়ে সভয়ে ক'লে— 'স্বৰ্গদেউ ঈশ্বৰ, দণ্ড আৰু কটা যোৱাৰ ভয়ত সেইকথা ক'বলৈ যে বন্দীৰ সাহে নুকুলোৱাত পৰিছে। জানোছা বন্দীৰ মুখৰপৰা সেই কথা ৰেকত হোৱাৰ লগে লগে অভাগাৰ জীৱন...।'

'মই অভয় দিছোঁ। তোৰ যি ক'বলগীয়া আছে নিৰ্ভয়ে ক'ব পাৰ। চেঙেলীক?'— ৰজাই ক'লে।

ৰজাৰপৰা নির্ভয় পাই সি ৰজাৰ আগত সবিনয়ে জনালে— 'শতকোটি অপৰাধ যেন ক্ষমা কৰে। সইতে সইতে তিনি সইত খাই ধৰম ধিয়াই বিধাতা পুৰুষক সাক্ষী কৰি কৈছোঁ, জয়-জয়তে স্বর্গদেউৰ ওচৰত অৱতাৰণা কৰা বিষয়াৰ মেৰপাকত পৰি স্বর্গদেউৰ কন্যা আই কুঁৱৰীয়ে বন্দীৰ ওচৰত এইখিনি অপৰাধ লগাই থৈ এশ আৰু একহাজাৰ টকাও ৰাখিছে।'

কথা শুনি ৰজাই যেনিবা দিনতে সপোন দেখিলে। তথাপি দূৰদর্শী আৰু বিবেকী ৰজাই জন্ম, বিবাহ আৰু মৃত্যুত যে কাৰো হাত নাই এই জানি নিজৰ দুর্বলতা লুকুৱাই থৈ চেঙেলীক ক'লে— 'হ'বলগীয়া হৈ গ'ল। প্রজাপতিৰ নির্বন্ধক অস্বীকাৰ কৰিবৰ আমাৰ শক্তি নাই। মোৰ জীক তোমাক দান কৰিলো। আৰু শুনা, যৌতুকৰূপে নামদাং খাটখন তোমালোকক দিলোঁ। তাকে চলাই-মেলি খাবা।'

তাৰপিছত ৰজাই ৰাজকুঁৱৰীক মতাই আনি তাইক চেঙেলীৰ হাতত অর্পণ কৰিলে। ভাগ্যৰ ফেৰত কুণ্ডিলৰ আগাৰিৰ হালালি ৰাজ্যৰ এক উতনুৱা ডেকা চেঙেলী (টেটোন) আজি ৰংপুৰ ৰজাৰ জোঁৱায়েক। খাটৰ লগত এশ, একহাজাৰ টকাৰ গৰাকী হ'ল। এতিয়া তাক পাই কোনে?

নামদাং ৰংপুৰীয়া ৰজাৰ নিজৰ খাট। পিছে, বর্তমান খাটৰ গৰাকী চেঙেলীয়ে 'কার্যৰো বুজিবা ভাও, ছাগৰো পখালিবা পাৱ' হেন জানি এদিন খাটৰ গতি-বিধি বুজিবৰ বাবে খাটত উপস্থিত থাকি কামিলাৰ ভাওত কাম কৰি গৈ আছে। ঘাই খাটোৱালৰ নির্দেশানুযায়ী শ শ মানুহে নিজৰ নিজৰ কামত ব্যস্ত। কাৰো কামত হেমাহি নাই।

দিনৰ দুপৰ হ'ল। সকলো কামিলা-বিষয়া দুপৰীয়াৰ আহাৰত বহিল। লগ-লগৰীয়াই তাকো লগে ভাগে খাবলৈ লগ ধৰাত সি ক'লে— 'সাদিনীয়া কৰ্‌কৰানো ৰজাৰ জোঁৱাই হৈ মই খামনে? মই যদি ৰংপুৰৰ ৰজাৰ জোঁৱায়েক হওঁ, ৰজাৰ জীয়েকে লিগিৰী সহিতে বকুলবৰা ধানৰ চিৰা, জা-জলপান আৰু মাণিকীমধুৰী জহা চাউলৰ তপত ভাত-আঞ্জা লৈ ইয়ালৈ আহিব। তেহে মই খাম।'

সেইমতে কিছু সময়ৰ পিছতে দুজনী লিগিৰীসহ ৰাজকুঁৱৰীৰ সাক্ষাতত চেঙেলীৰ ওচৰত উপস্থিত। তাকে দেখি খাটৰ পৰিচালক ঘাই খাটোৱালকে ধৰি এজনক স্বয়ং ৰাজকুঁৱৰীয়ে আহাৰ যোগাবলৈ অহাটো নাভূত-নাশ্রুত

কথা। তৎক্ষণাতে গোটেই খাটখনতে বি বি, বা বা লাগি পৰিল। বিষয়া-কাজুৱাসকলো ভেবা লাগিল। চাঁদ সূৰুযৰ ছাঁতো ভৰি নিদিয়া ৰাজকাৰেঙৰ ডেম-ডেউকা আজি মুকলি আকাশলৈ ওলাই অহাটো বাস্তৱিকতে এক আচৰিত ঘটনা। এই বাতৰি জনাবলৈকে ঘাই খাটোৱাল ডাঙৰীয়াই খাটৰ সকলো কাম পেলাই খাটৰ গৰাকী ৰজাৰ ওচৰলৈ ঢাপলি মেলিলে।

ফোপাই-জোপাই খাটোৱাল ৰাজপৰী পাই তেওঁ খাটত দেখা সকলো কথা ৰজাৰ আগত বিৱৰি ক'লত ৰজাই তেওঁক লাহেকৈ বুজাই ক'লে— 'এৰা খাটোৱাল, কিনো ক'বা ইয়াকে বোলে— 'কালৰো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল।' অদৃষ্ট, বুজিছা অদৃষ্ট। সি হালালি ৰাজৰ চেঙেলী ডেকাই আমাৰ ৰাজ্যৰ ৰজা, প্ৰজা, বিষয়াকে কেৱল ছলা' নাই; সি মুঠতে— ক'লেনো হ'ব কি।

'মোক (ৰজাক) ছলিলে মাতত,
জীক (কুঁৱৰীক) ছলিলে ভাতত,
তোমাকো ছলিলে নামদাং খাটত।

বুলি সকলো কথাৰে আঁতিগুৰি মাৰি খাটোৱালক বিদায় দিলে।

কালত চেঙেলীয়ে নামদাং খাট সুন্দৰৰূপে চলাই মাক-বাপেকহঁতকো নিজৰ লগলৈ আনি সুখে-সন্তোষে দিন কটাবলৈ ধৰিলে।

# মৰণৰ মহামেলা

সেই তাহানিৰ কথা। তেতিয়া জাৰকালি। ৰ'দাবলৈ বুলি এটা বৰ ডাঙৰ ৰৌমাছ বিলৰপৰা উঠি আহিল। বিলৰ পাৰতে আছিল এজোপা ঔটেঙা। জাৰকালি যেনেকৈ গছৰ পাত সৰি পৰে, ঠিক তেনেকৈয়ে ৰঙচুৰা ঔটেঙাও মাটিত পৰেহি। সেইদিনাখন ৰৌমাছটোৱে ঔজোপাৰ তলত নিফুটে ৰ'দাই আছিল। জাৰকালি সচৰাচৰ শ্যাল, শ'ল, ৰৌ, বৰালি ডাঙৰ-সৰু সকলো মাছেই ঠাই আৰু ছেগ বুজি ৰ'দায়। এইদৰে ৰ'দ লৈ থাকোঁতে এটা পকা ঔটেঙা ৰৌমাছটোৰ পিঠিতে পৰিলহি; লগে লগে ৰৌমাছেও সিপুৰীলৈ যাত্ৰা কৰিলে।

ৰৌ মছটো আছিল বৰ ডাঙৰ। মৰি থকা ৰৌটো লাহে লাহে লৰিবলৈ ধৰিলে। তাকে দেখি ওপৰেদি উৰি যোৱা কুৰুৱা চৰাই এটাই তাক খাবলৈ নামি পৰিলহি। খাই থাকোঁতে কুৰুৱা চৰাইটোৰ ঠেংকেইটা ৰৌ মাছৰ কাঁইটৰ মাজত সোমাই পৰিল। কুৰুৱাটোৱে লৰচৰ কৰিভ নোৱাৰি তাতেই বন্দী হৈ থাকিবলগীয়া হ'ল।

তাৰে এদিন পিছত কুৰুৱা চৰাইটোৰ এনেদৰে লাগি থকা অৱস্থা দেখিবলৈ পালে বিলৰ পাৰেদি যোৱা তিনিজন ভকতে। তেওঁলোক তিনিওজনে চৰাইটোৰ ওচৰ চাপিবলৈ বিলৰ পিনে নামি গ'ল। ঔজোপাৰ তলত থকা চৰাইটোৰ ওচৰ পাই তিনিওজনে চৰাইটোক মাছটোৰ বুকুৰ পৰা দাঙি তুলিবলৈ চেষ্টা কৰিলে। ইফালে চৰাইটোৰ ঠেং দুটা মাছৰ পিঠিত বেয়াকৈ সোমাই পৰাত তেওঁলোকে তাক কোনোমতে দাঙি তুলিব নোৱাৰিলে। বৰঘণ্ড টনা-আজোৰা কৰোঁতে তেওঁলোক তিনিওজন কাষৰ বিলৰ বোকাত এনেধৰণে সোমাই পৰিল যে বোকাৰ পৰা ওলাই অহাটোৱেই তেওঁলোকৰ পক্ষে টান হ'ল। এনেদৰে বিলৰ বোকাতে মৰণৰ মহামেলাৰ সৃষ্টি হৈছিল। সেয়ে কথাতে কয়—

'পিঠিত ঔ পৰি ৰৌ মৰিল,
কুৰুৱা মৰিল লগত
তিনি ভকত মৰি গ'ল
একেখন বনত।'

কথাৰ ইমানতে ওৰ নপৰাত গঞা ৰাইজে পুনৰ কৈছে—

'গপত মৰিল গজ হস্তী
ফোঁপত মৰিল গোম,
শৰ খাওঁতে শগুণ মৰিল
আজুৰি মৰিল কোন?'

বিলৰ বোকাত ৰৌ, কুৰুৱা আৰু তিনি ভকতৰ মৰণৰ শোকাৱহ দৃশ্যটি দেখি বাটেদি হাতীত উঠি অহা এজন ডাঙৰীয়াৰ চকুত পৰাত পহু মাৰি আনিব নোৱৰি মানুহকেইজন বিলত বৈ থকা যেন ভাবি হাতীটোক বিললৈ নমাই পঠালে। সিয়ো কোনোৰকমে গৈ সেই ঠাই পালেগৈ।

ঔজোপাৰ ফোঁপত এটি ফেঁটীগোম আছিল। সি হাতীটোক খুঁটিয়াই মাৰিবলৈ বিচাৰি বাৰুকৈয়ে খোঁট মাৰিলে। হাতীয়েও 'মৰিও যাওঁ মৰিও যাওঁ' ভাবি মৰো-জীওঁ অৱস্থাৰে তাৰ দাঁত এটিৰে সাপটিক খুঁচি সিফলীয়া কৰাৰ লগে লগে নিজেও সিফলীয়া হ'ল।

হাতী মৰাৰ খবৰ মাখিয়ে থিতাতে শগুণক দিলেগৈ। পায়েই দিনে দিনে, জাকে জাকে শগুণ আহি তাক পিছফালৰ পৰা খাই যাবলৈ ধৰিলে। এইদৰে খাই যাওঁতে হাতীৰ উৰ্ব্বলি যোৱা এচপৰা মাংসই এজাক শগুণক পেটৰ ভিতৰতে মাখি মৰাদি আৱৰি মাৰি পেলালে।

মাহচেৰেক এইদৰে যোৱাত এহাল পোহাৰ-পোহাৰণীৰ মৰি থকা হাতীটোৰ দাঁতযোৰালৈ চকু গ'ল। সিহঁত দুয়ো চিকচিকীয়া দাঁতৰ মোহ এৰিব নোৱাৰি বিললৈ নামি গ'ল আৰু গিৰিয়েকৰ সৰ্বশক্তিৰে তাক উলিয়াই আনিব নোৱাৰাত ঘৈণীয়েকেও তাক সেই কামত সহায় কৰা সত্ত্বেও দাঁত ওলাই নাহিল। অৱশেষত মৰসাহু দি চেষ্টা কৰাৰ ফলত দাঁতযোৰ ওলাই আহিলত দুয়ো উফৰি পৰিল।

কিন্তু দাঁতযোৰে পোহাৰ-পোহাৰণীক এনেভাৱে পেটে-পেটে বিন্ধিলে যে দুয়োৰে তাক চিৰকালৰ বাবে বুকুত সাৱটি ল'ব লগা হ'ল।

*(কিম্বদন্তিৰ সাধু)*

# কেতেকী আৰু কুলি

বসন্তকালৰ আগমনৰ লগে লগেই শুনা যায় কেতেকী চৰাইৰ বিননি। সেই সময়ত পৰ্বত-পাহাৰ, হাবি-বননি, নগৰ-চহৰ, গাঁও-ভূঁই আৰু আকাশ-পাতালত নিনাদিত হয় এই কেতেকীৰ মাত। মাজনিশা কেতেকীৰ করুণ সুৰ— 'মই কেতেকী'। পুৱতি নিশা, ভৰ দুপৰীয়া আৰু আবেলিও এই চৰাইজনীৰ সেই একেই বিননি 'মই কেতেকী'। সময়-অসময় নাই, কাৰোবাৰ সন্ধানত ই যেন চিৰসন্ধানী। কাৰোবাৰ বিৰহত যেন ই চিৰবিৰহী।

যুগ যুগ আগৰ কথা। খেনোৱে কয়— কছাৰীসকলৰ পূৰ্বপুৰুষসকল বোলে সুদূৰ চীন দেশৰ পৰা ব্ৰহ্মদেশ পাৰ হৈ এই অসম দেশলৈ আহে। এই দেশত থিতাপি লোৱাৰ আগলৈকে তেওঁবিলাকে বহু পৰ্বত-পাহাৰ, উপত্যকা-ভৈয়াম, নদ-নদী, হাবি-বননি পাৰহৈ আহিবলগীয়াত পৰিছিল। তদুপৰি এই যাত্ৰাৰ পথত তেওঁবিলাকৰ সমুখত নানা বিপদ-আপদেও দেখা দিছিল; যি বিপদ-আপদত তেওঁলোকৰ বহুতেই মৰণকো বৰণ কৰিব লাগিছিল। শুনা যায় সৰগৰ দেৱতা ইন্দ্ৰ, দেৱাদিদেৱ মহাদেৱ আদি দেৱতাসকলো তেওঁবিলাকৰ জ্ঞাতে-অজ্ঞাতে পৰম সহায়ক আছিল। এইদৰে যাত্ৰা কৰোঁতে তেওঁবিলাকে এবাৰ ভীষণ পানীৰ আকালত পৰে। আহি থকা পথত হ্ৰদ-সৰোবৰ, নৈ-জান-জুৰি একোৱেই নোহোৱাত পানী খাবলৈ নাপাই সকলো যাত্ৰী পিয়াহত তেনেই আতুৰ হয়। আনকি হাবি-বননিত পচলা, পানীলতা, টেঙালতা আদিয়েও কাৰো পিয়াহ গুচাব নোৱাৰিলে। শেষত উপায় নাপাই সকলোৱে পানীৰ কাৰণে দেৱতাসকলৰ অধিপতি ইন্দ্ৰ দেৱতাক স্তুতি-নতি কৰিলত তেওঁৰ বাহন ঐৰাৱতত উঠি আহি দেখা দি তেওঁৰ প্ৰিয় আৰু অনুগামী লোকসকলৰ প্ৰাৰ্থনাৰ আঁতিগুৰি ল'লেহি।

লোকসকলৰ আশা পূৰণৰ কাৰণে অলপ দূৰত থকা এটি প্ৰকাণ্ড শিলত ঐৰাৱতক তাৰ শুকুলা দাঁতযোৰেৰে ঘৰ্ষণ কৰিবলৈ আদেশ কৰিলে। যেই আদেশ, সেই কাম। ঐৰাৱতে তাৰ দাঁতযোৰ শিলত ঘহোঁৱাৰ লগে লগেই এক ভীষণ গিৰ্জৰণি উঠিল আৰু চকুৰ পচাৰতে এক সাপ সদৃশ সৰোবৰ সৃষ্টি হ'ল। এই বিৰাট সৰোবৰৰ পৰা এসুঁতি পানী দক্ষিণলৈ বৈ গৈ সাগৰৰ বুকুত মিলিলগৈ। সৰদৰ দেৱতা ইন্দ্ৰৰ বাহন ঐৰাৱতৰ পৰা উৎপন্ন হোৱা সাগৰ সদৃশ সৰোবৰেই হ'ল ঐৰা আৰু ইৰা হ্ৰদ আৰু সাগৰমুৱা সৰোবৰ বা পুখুৰীৰ পৰা বৈ যোৱা পানীধাৰাই হ'ল ঐৰাৱতী বা ইৰাৱতী।

এই সৰোবৰ সৃষ্টি হোৱাৰ বহুত দিনৰ পিছৰ কথা। এটি কছাৰী পৰিয়ালে মাউৰী ছোৱালী এজনীৰ কাৰণে এজন কেলেহুৱা খেচেৰা ল'ৰা চপাই লৈছিল আৰু সময়মতে সিহঁতৰ বিয়াখন পাতি দিয়াৰ বন্দবস্তও কৰি থোৱা হৈছিল। বছৰচেৰেক পাৰ হ'ল। মানুহে বোলে জীৱনত কেইবাধৰণেও শিকিব পাৰে পঢ়ি-শুনি আৰু ভ্ৰমি। আটাইতকৈ সহজ উপায় হৈছে দেখি আৰু ঠেকি শিকাহে। সেই কাৰণে ছোৱালীজনীৰ পিতাকে ল'ৰাটোক উপযুক্ত ল'ৰা কৰি গঢ়ি তোলাৰ বিষয়ে সদায় চিন্তা কৰিলে আৰু কথাই-কামে, দেখি-শুনি বুজন হোৱাৰ নানা উপদেশ দি যাবলৈ ধৰিলে।

আজি বাদে কালিলৈ জীয়েকক উলিয়াই দিব লাগিব। সেইদৰে ভাবী জোঁৱায়েকো ঘৰৰে নিচিনা হৈ সকলো কামতে পাকৈত হৈ পৰিছে। ল'ৰা আৰু ছোৱালীৰ ভালপোৱা ভাৱকণো দিনক দিনে গভীৰ হৈ পৰিছে যেতিয়া জী-জোঁৱায়ে ভৱিষ্যতে সুখেৰে থাকিব পৰাকৈ ঘৰৰ পৰা অলপ নিলগত এটি সুকীয়া ঘৰ সাজি দিবৰ সকলো যা-যোগাৰ কৰা হ'ল। সময়ত সকলো কামেই হৈ উঠিল, মাত্ৰ ৰুৱা, চ'তি, খেৰৰ মুঠিচেৰেক চাই-মেলি ল'লেই সকলো হৈ যায়। সেয়েহে এনিশা খাই বৈ উঠাৰ পিছত ভাবী-শহুৰেকে পুতেক, জীয়েক আৰু ভাবী জোঁৱায়েকক বহুৱাই লৈ তেওঁবিলাকৰ মাজলৈ অহা বিয়াখনৰ কথা উলিয়ালে। কথাৰ চলতে বুঢ়াৰ মুখেদি এই কথাও ওলাই আহিল যে, এই কেইদিনৰ ভিতৰতে সি এটি কাম দেখুৱাব লাগিব— তেহে তেওঁ উপযুক্ত জোঁৱাই হ'ব আৰু সেয়ে হ'ল এবছৰৰ খেতি (কাম) এদিনতে সমাপন কৰা। তাৰ পিছত সকলো শুবলৈ গ'ল।

'বছৰ দিনৰ খেতি এদিনত? ইটো নেদখা-নুশুনা কথা।' ডেকা মহাচিন্তাত

পৰিল। চিন্তাতেই তাৰ টোপনি নধৰা হ'ল। গোটেই নিশাটোৱেই তাৰ চিন্তা—

'বছৰ দিনৰ খেতি বা কাম এদিনত?

(তাৰবাবে তাৰ) গৰুৱেই বা ক'ত?

মাটি ক'ত?

আৰু

নাঙল-যুঁৱলিয়েই বা ক'ত??

নিশাটো কোনোমতে কটাই কাহিলী-কাহিলী পুৱাতে ডেকা ঘৰৰ পৰা ওলাল। সি যি গ'ল আৰু উলটি নাহিল। সিহঁতৰ কাৰণে কৰা ঘৰ-দুৱাৰ, যা-যোগাৰ আৰু ভৱিষ্যতৰ আশা-ভৰসা সকলো তল পৰিল।

সি গৈ গৈ তাহানিখনতে ইন্দ্ৰ দেৱতাৰ অনুগ্ৰহত সৃষ্টি হোৱা সৰোবৰৰ পাৰত ওলালগৈ। সি স্বজাতিৰ মাজত সেই সাধুকথা সাধুকথা লগা সৰোবৰৰ উৎপত্তিৰ কথা শুনিছিল আৰু শুনিছিল সেই দেওলগা পুখুৰীৰ কথা— য'লৈ মানুহ গ'লে আৰু ঘূৰি আহিব নোৱাৰে। সি দেখিলে তাত নানাধৰণৰ চৰাইবিলাকে ৰংমনে জলক্ৰীড়া কৰি ৰঙত মতলীয়া হৈ পাৰৰ গছ-গছনিত পৰি নানা সুৰৰ কলৰৱ কৰি মিঠা মিঠা ৰ'দ ল'বলৈ ধৰিছে। জাকে-জাকে বনৰীয়া জীৱ-জন্তুবোৰো আহিছে। মুঠতে তাৰ চকুত পৰিল ৰাতি-দিন নাই, সময়-অসময় নাই— এই সৰোবৰৰ যেন বনৰীয়া পশু-পক্ষী, জীৱ-জন্তুৰ এক অভয়াৰণ্য আৰু মুক্ত বিহাৰস্থলী। সকলোৰে পৰা ইহঁত যেন চিৰমুক্ত আৰু সদা-সৰ্বদায় সুখী। এই দৃশ্যই সংসাৰৰ প্ৰতি মোহ থকা ডেকাৰ মন তেনেই সলাই পেলালে। সিহঁতৰ মুকলিমূৰীয়া পৰিবেশে তাকো তেনেই মুকলিমূৰীয়া কৰি তুলিলে। সিহঁতৰ সুখত সি আত্মহাৰা হৈ সিহঁতৰ দৰে ৰূপ লৈ উদং উদংভাৱে জীৱন-যাপন কৰিবলৈ তাৰো মন গ'ল আৰু মনে মনে ভগৱানৰ ওচৰত প্ৰাৰ্থিলে— 'এই বন বিহাৰিণী পক্ষীবিলাকৰ দৰে ময়ো যদি জীৱন কটাব পাৰো, হে কৰুণাময় পৰমেশ্বৰ, মোকে যেন এই জীৱন দিয়া।'

দেৱতাৰ মহিমা বুজা টান। তেওঁৰ মহিমাৰ গুণত চাওঁতে চাওঁতে তাৰ ইচ্ছানুসৰি সি এটা কলীয়া চৰাইলৈ ৰূপান্তৰিত হ'ল। দেওলগা পুখুৰীত দেৱতাৰ বৰ আছে। ইয়াত সকলোৰে ইচ্ছা পূৰ্ণ কৰা হয়। সেয়েহে সি চৰাইৰ

ৰূপ পালে আৰু মনৰ ইচ্ছানুযায়ী সুনীল আকাশত সি তেতিয়াৰ পৰা বিচৰণ কৰিব পৰা হ'ল। কিন্তু চৰাইৰ ৰূপ ল'লেও সি মানৱী জন্মৰ কথা পাহৰিব পৰা নাই; আনকি তাৰ বাকদত্তা কন্যাৰ লগতে সেই পৰিয়ালটো, গঞা-জাতি আৰু গাঁওখনৰ কথা তাৰ অন্তৰৰ পৰা মচ খোৱা নাই।

উৰি উৰি এদিন সি দেৱৰাজ ইন্দ্ৰৰ ওচৰ পালেগৈ। দেৱৰাজৰ ওচৰত সি সকলো কথা জনালত তেওঁ তাক বুজাই ক'লে যে— 'বুঢ়াই (ভাবী শহুৰেকে) একো কৰিব নোৱাৰে কামৰ কথা কোৱা নাছিল, ভৱিষ্যতে সি যাতে সমুখত থিয় কৰি থৈ দিয়া আধা কৰা ঘৰটোৰ কামখিনি পূৰা কৰি জীয়েকক বিয়া কৰাই সুখেৰে ঘৰ-সংসাৰ কৰে তাৰেহে ইংগিত দিছিল। তোমাৰ কথাকে তেওঁলোকে আজিও ভাবি আছে। বিশেষকৈ বুঢ়াৰ জীয়েকে তোমাক ভাল পাইছিল। তাৰ জ্বালাতেই তাই আজি জ্বলি-পুৰি মৰিব লাগিছে।'

সি তেতিয়া ক'লে— 'বাৰু দেৱৰাজ, শহুৰে দেখোন মোক এদিনতে বছৰ দিনৰ খেতি কৰাৰ কথাহে কৈছিল। তাত দেখোন ঘৰৰ কথা উল্লেখেই নাছিল।'

দেৱৰাজ ইন্দ্ৰই ক'লে— 'কথা কোৱাৰো দুই-এটি ধৰণ আছে। এদিনতে জানো বছৰ দিনৰ খেতি সম্ভৱপৰ? আৰু দুই এদিন থকা হ'লেহে এই বুজিব নোৱৰা সাঁথৰটিৰ সমাধানৰ উপায় বুঢ়াই তোমাক ঠাৰে-চিয়াঁৰে নিশ্চয় দিলিহেঁতেন। তুমি চোৱাঁ, তোমালোকৰ কাৰণে এটি ঘৰ হৈ উঠিছে আৰু যি ঘৰৰ কাম অলপমান পূৰা কৰিলেই এটি বছৰৰ বাবে নিশ্চিন্ত হ'ব পাৰি। ইয়ো বাৰু এবিধ খেতি নহৈ কি হ'ব পাৰে।'

'মোৰ মহাভুল হ'ল দেৱৰাজ, খেতিৰ কথাত সঁচাকৈ মই তেনেই শোৱাসেৰেলুৱা। ইয়াৰ মেৰপাকত পৰাৰ ভয়তেই গৃহত্যাগী হৈ মই আজি এই অৱস্থাত পৰিছোঁহি। যিয়েই নহওঁক দেৱৰাজৰ ওচৰত আজি মোৰ এয়েই প্ৰাৰ্থনা। মই দেখিছোঁ, খেতিৰ বতৰ বুজিবৰ বাবে পৃথিৱীত ইংগিত বা সংকেতৰ অভাৱ আজিও আছে। শীতৰ পিছত বসন্তৰ আগমন। পৃথিৱীৰ নৰ-নাৰীয়ে এই বসন্তকালত উৎসৱ-আনন্দতেই বিভোৰ হৈ থাকে। সুখৰ দিনবোৰ পাৰ হ'বলৈ সৰহ দিন নালাগে। কাজেই মানুহৰ খেতিৰ দিনবোৰ টুটি আহে। ৰং-ৰহইচতে লাগি নাথাকি যাতে তেওঁলোকে খেতিৰ প্ৰতিও

কাণসাৰ দিয়ে তাৰ কাৰণে আমাক যেন বাৰ্তাবাহী দূত কৰে। পুনৰ মোৰ প্ৰাৰ্থনা, খেতিৰ কথা ভাবিহে মই অঘৰী হৈ ওলাই আহিলো।'

'শেষত দেৱৰাজৰ ওচৰত আমাৰ এয়েই প্ৰাৰ্থনা-মৰ্ত্যবাসী মানৱৰ খেতি বিশেষকৈ ধান খেতিৰ সময়খিনি তেনেই চুটি; তাতে বৰুণ দেৱতাৰ কোপদৃষ্টি-বানপানীৰ তাণ্ডৱনৃত্য, খৰাং বতৰ, প্ৰাকৃতিক দুৰ্যোগ সৰ্বদায় আছেই। তদুপৰি ধানৰ বিভিন্ন বেমাৰ-আজাৰ, গো-ম'হৰ চবকা, গৰল আদি ৰোগ আৰু কৰ্মী কৃষকসকলৰ বেমাৰ আজাৰ ইত্যাদি কাৰণে বতৰত খেতিৰ কাৰ্য সুকলমে হৈ নুঠে। গতিকে শেষ বতৰত ৰুলেও সিবোৰেও যেন আপোনাৰ যহতে আই লখিমীৰ সোণালী হাতৰ পৰশ পায় আৰু চাৰিমুঠি জীৱও ৰক্ষা পৰি থাকে।' চৰাইৰূপী ডেকাই দেৱৰাজ ইন্দ্ৰৰ ওচৰত কৰযুৰি প্ৰাৰ্থনা কৰিলে। 'তথাস্তু' বুলি দেৱৰাজে শলাগিলে।

জাৰকালি অন্ত হ'লেই বসন্তকাল আহে। বসন্তকালৰ আগমনৰ লগে লগেই গছ-গছনি, জীৱ-জন্তু তথা প্ৰাকৃতিৰ প্ৰাণলৈ এক সজীৱতা আহি পৰে। গছ-গছনিত বিকশিত হোৱা প্ৰত্যেক ফুল আৰু পাতেই সৃষ্টিকৰ্তা পৰমেশ্বৰৰ মহিমা ঘোষণা কৰে। চক্ৰবৎ পৰিবৰ্তন হোৱা প্ৰকৃতিৰ এই শ্যামলী সাজৰ লগে লগে নানা ধৰণৰ চৰাই-চিৰিকতিবো আবিৰ্ভাৱ হয় আৰু হাবিয়ে-বননিয়ে, পৰ্বতে-ভৈয়ামে, নগৰে-চহৰে, গাঁৱে-ভূঁঞে ইহঁতৰ নানা বিধৰ সুললিত সুৰৰ ধ্বনিয়ে গোটেই জগত মুখৰিক কৰি তোলে। এই সময়ত জড়-জীৱ সকলোৰে প্ৰাণলৈ আহে আনন্দ আৰু উল্লাস।

এনে বসন্তৰ এটি সুদিনত প্ৰকৃতিৰ উলাহ-আনন্দৰ মাজতেই দেখা দিলেহি সংসাৰৰ বুজ ল'ব নোৱাৰা (ক'ত কি কৰিব) সেই কেতেকী চৰাইৰূপী যৌৱন-গৰকা ডেকাটি তাৰ পূৰ্বৰ চিনাকি গাঁৱত। পূৰ্বৰ চিনাকি ঠাইৰ পাটনাদৰ পাৰৰে এজোপা গছৰ ডালৰ পাতৰ আঁৰত বহি লৈ মাতিবলৈ লাগিল— যেন ই চৰাইৰ মাত নহয়; চৰাইৰ মাতত প্ৰকাশ পোৱা চিনাকি মানুহৰ করুণ আৰ্তনাদ—

'মই কেতেকী।'
'মই কেতেকী।'
'মই তচাপো।'* (তোমাৰ চপনীয়া পো)

---

* *উড়িয়াসকলে কেতেকী চৰাইক 'তচাপো' বোলে।*

'মোক নাঙল দে।'

'মোক যুঁৱলি দে।'

'মোক হাল বাবলৈ দে।'

'মই খেতি কৰো।'

গাঁৱৰ ল'ৰা-ছোৱালীবোৰে তাৰ মাত বুজিব পাৰি যেনিবা তাক জোকাবলৈ ধৰিলে—

'অ' ককাই, বৌ কাকা ক'ত ঔ"

'অ' ককাই, বৌ কাকা ক'ত ঔ?'

তাৰ মাতক খোনোৱে আকৌ ইতিকিং কৰি তাক শুনায়—

আক' পাক',

পিপল পাক,

দুদু দিয়ে

খকা কান্দে,

'খকা মা'গ।'

সংসাৰৰ ভাও বুজিবা নোৱৰা চৰাইৰূপী ডেকাৰ মাত বুজিব পাৰি গাঁৱৰ জীয়াৰী-বোৱাৰীবোৰে তাক হেকানপাৰি থু পেলায় আৰু কয়—

'এদিন খেতি

বুজি ল'ব নোৱাৰিলি

থুই কতা!

থুই!!

থু....ই!!!'

কেলেহুৱা (পৰৰ ঘৰত চপনীয়া) খেচেৰা (ডেকা বয়সলৈ আগবাঢ়ি অহা ল'ৰাজনে কামৰ ভাও বুজিব নোৱাৰি কি কৰোঁ, নকৰোঁ ভাবি নিজৰ প্ৰেয়সীক এৰি চৰাইৰ জীৱন ধৰিলগৈ আৰু মাতে-বোলে সি সময়ত পৰিচিত হ'ল কেতেকী চৰাইৰূপে। আৰু ক'লে?

বুঢ়াৰ জীয়ৰী ছোৱালীজনীয়ে তাইৰ ভৱিষ্যতৰ জীৱন সংগীক হে'ৰুৱাই মহা চিন্তাত পৰিল। লগে-ভাগে থাকোঁতে তাই ভাবিছিল জনমে জনমে যেন স্বামীৰূপে তেওঁৰে চৰণ সেৱিবলৈ পায়; কিন্তু বিধিৰ বিপাকত তাই সেইখিনিৰ পৰাও বঞ্চিত হ'ল। তথাপিও মনত তাইৰ গভীৰ আশা, তাইৰ

ভালপোৱা প্ৰাণৰ দেৱতাজন এদিন নিশ্চয় আহিব, তেতিয়া তাইৰ আশা পূৰিব।

বছৰ কেইবাটাও বাগৰিল। ঘৰুৱা বন-বাৰী আৰু ঘৰখনৰ আলপৈচান ধৰাই তাইৰ একমাত্ৰ কৰ্তব্য হৈ পৰিছে। তাইৰ চিন্তা, ঘৰখনৰ ভাৰ কোনোবা এগৰাকীক অৰ্পণ কৰিব পাৰিলেই এই সংসাৰৰ আলৈ-আহুকালৰ পৰা নিজকে বচাই ·কোনোবা দিক্‌চৌ বনলৈ উধাও হ'ব।

তাই এজনী বৌৱেক পালে। বৌৱেকৰ পৰা পাবলগীয়া সকলোখিনি মৰমেই তাই পালে। এটিৰ পিছত ইটি-সিটিকৈ কেইবাটাও ল'ৰা-ছোৱালী ঘৰখনলৈ আহিলত, আগেয়ে জোৰা ভাত-কাপোৰে এতিয়া নোজোৰা হ'ল। অভাৱ-অনাটনে ঘৰখনক হেঁচি ধৰিলেহি। এইবিলাকে ঘৰখনৰ প্ৰতি থকা মৰমবোৰ দিনক দিনে আঁউসীৰ জোনৰ দৰে কমাই আনিবলৈ ধৰিলে। সংসাৰৰ নানান চিন্তাই তাইক দিনৌ আৱৰি ধৰিলেহি।

গাভৰু ছোৱালীজনীয়ে চিন্তা কৰিলে-সংসাৰ আমাৰ কাৰণে এইখনেই, য'ত আছে জৰা, ব্যাধি আৰু মৃত্যু, অভাৱ-অনাটন, সমস্যাৰ উপৰি সমস্যা, ধনী-দুখীয়া, উচ্চ-নীচ আৰু সৰু-বৰৰ ভেদাভেদ, আপোনপৰ ভাব; কোনো যেন কাৰো আপোন নহয়।

এদিন সঁচা-সঁচিকৈ তাই ঘৰৰ পৰা ওলাই গ'ল। গৈ গৈ তায়ো সেই সৰোবৰৰ পাৰ পালেগৈ সৰোবৰৰ মোহময়ী দৃশ্য আৰু চৰাইবোৰৰ মুকলিমূৰীয়াভাৱে তাইকো এজনী চৰাইৰ জীৱনলৈ পাৰ কৰি লৈ গ'ল। আগতেই চৰাইৰূপে জীৱন লাভ কৰা তাইৰ প্ৰেমিকে এই আলেখ-লেখ দেখি তৎক্ষণাৎ তাইৰ ওচৰত পৰিলহি, লগে লগে চৰাইৰূপেই সিহঁতৰ চাৰিচকুৰ মিলন ঘটিল আৰু দুয়োৰে চকুৱেদি আনন্দৰ চকুলো নিগৰি পৰিল৷

তাৰপিছত সিহঁত দুয়ো দেৱৰাজ ইন্দ্ৰৰ ওচৰ পালেগৈ। দুয়ো দেৱতাৰ চৰণত ঢলি পৰিলত চৰাইৰূপী দুই প্ৰেমিক-প্ৰেমিকাৰ গুণত তেওঁ মুগ্ধ হ'ল আৰু ক'লে— 'এক প্ৰেমিকে প্ৰেমিকাৰ বিৰহত কত বসন্ত চিঞৰি চিঞৰি দিন অতিবাহিত কৰি মোৰেই আজ্ঞাবহ দূত হৈ বিৰহ জীৱন-যাপন নকৰিলে আৰু এক অবলাই নিজৰ হিয়াৰ আমঠুক হেৰুৱাই সংসাৰৰ সকলো সুখকো আওকাণ কৰি বিৰহিনীৰূপে নকটালে। শেষান্তৰত আজি ইটো-সিটোৰ লগ লাগিছাহি, ই সঁচাকৈ পৰম সুখৰ বিষয়। তোমালোকৰ এই মিলন স্বৰ্গীয়

হৈ চিৰকলীয়া হওঁক।'

চৰাইৰূপী গাভৰুগৰাকীলৈ চাই দেৱৰাজে পুনৰ ক'বলৈ ধৰিলে— 'কৰ্মময় স্বাধীন বৃত্তিত আত্মহাৰা হৈ থকাৰ প্ৰকৃত অৰ্থই হৈছে 'কুলি'। কৰ্মৰ একান্ত দাসীৰূপে কৰ্তব্য পালন কৰিও নিজৰ ভালপোৱাজনক লাভ কৰিবলৈও যেতিয়া আকাংক্ষা নেৰিলা তাৰ বাবেই মই তোমাৰ এই নতুন জীৱনক 'কুলি' এই নামেৰে অভিহিত কৰিলোঁ। তোমাৰ এই গুণ মৰ্ত্যবাসী নৰৰ আদৰ্শ হওঁক আৰু তোমাৰ কুকিল কণ্ঠেদি স্বৰ্গীয় সুৰৰ নিজৰা বৈ তাপিত পৰাণতো তোমাৰ কৰ্মৰ বাণী 'কু-উ'ৰ সুৱদি সুৰত মানুহ আৰু দেৱতা মোহ গৈ শান্তিৰ নিজৰা বোৱাওঁক—এই কামনাৰে মই তোমালোকৰ সুখৰ জীৱন, ভৱিষ্যতৰ বৰ দিলোঁ।

ডেকা-গাভৰু হালৰ চৰাইৰূপেই পুনৰ মিলন হ'ল আৰু সিহঁত দুয়োৱে নিজ বংশবৃদ্ধি কৰি বহুকাল বৰ সুখেৰে জীৱন কটালে।

# শিয়ালৰ বুদ্ধিত বাঁৰীৰ ল'ৰা ৰজা

এসময়ত এজন ৰজা আছিল। ৰজাৰ এজনী দীপ্‌লীপ্ জীয়েক আছিল। জীয়েকক বিয়া দিয়াৰ উপযুক্ত বয়স হ'লত ৰজাই পাত্ৰমন্ত্ৰীসকলৰ লগত আলোচনা কৰি থিৰাং আৰু ঘোষণা কৰিলে যে তেওঁৰ ৰাজ্যত থকা অতিপাত চেঁচা পানীৰ পুখুৰীটোত যি এনিশা এবুকু পানীত নামি থাকিব পাৰিব-ৰাজকুমাৰীক তেওঁৰ লগতে বিয়া দিয়া হ'ব। সেইমতে বহুত ৰাজকোঁৱৰ, ৰজা আহি উপস্থিত হ'লহি; কিন্তু পুখুৰীৰ পানীত নামি এনিশা কটোৱাৰ সাহ কোনো এজনেও কৰিব নোৱাৰিলে।

অৱশেষত এগৰাকী বাঁৰী মানুহৰ এটি ল'ৰা আহি ৰজাৰ আগত উপস্থিত হৈ তাৰ উদ্দেশ্য জনালেহি। তেতিয়া ৰজাই তাক ক'লে যে সি যদি অপাৰগ হয় তেন্তে তাক মাৰি পেলোৱা হ'ব। ৰজাৰ কথাত সিয়ো মান্তি হ'ল।

সন্ধ্যাৰ লগে লগে বাঁৰীৰ ল'ৰাই হাড় কঁপোৱা হিমচেঁচা পানীত এবুকুলৈকে নামিল আৰু গোটেই নিশাটো কটালে। ৰজা, মন্ত্ৰী সকলো আচৰিত হৈ সি কেনেকৈ এনে পানীত থাকিলে বুলি কৰা প্ৰশ্নৰ উত্তৰত সি ক'লে যে বৰ দূৰৰ পৰ্বতত সি এটা জ্বলি থকা শিল দেখা পায় আৰু তাৰেই তাপত সি থাকে। শিলৰ তাপত সি জীয়াই থকা জানি ৰজাই তালৈ ছোৱালী দিব নোৱাৰো বুলি তাক বিমুখ কৰি খেদাই পঠালে। যাওঁতে সি নিজৰ ভাগ্যক ধিয়াই গাই গ'ল—

'দুখৰে আলৈ দুখৰে বিলৈ
দুখৰে নুগুচে কাল,
দুখৰে দিনতে ফটাকৈ চুৰিয়া
পাতো হৰিণালৈ জাল।
দুখৰে আলৈ দুখৰে বিলৈ
দুখৰে নুগুচে দুখ,

দুখৰে দুদিনত ফুৰোঁ মই বাগৰি
ক'তো নিমিলে সুখ।'

এইদৰে বিনাই-বিনাই গৈ থাকোঁতে সি এটা শিয়ালক লগ পাই তাৰ আগনিশাৰ লগতে সকলো কথা জনালত শিয়ালে তাক পুনৰ ৰজাৰ ওচৰত তাৰ কথা জনাই বিচাৰৰ বাবে আপত্তি জনাবলৈ পঠিয়ালে। ৰজা মান্তি হ'ল— পিছদিনা বিচাৰৰ কথা দি। সেইমতে বিচাৰ চ'ৰা বহিল। বাঁৰীৰ ল'ৰা হাজিৰ; কিন্তু শিয়ালৰ হ'লে দেখাদেখিয়েই নাই। বহু পলমকৈ গায়ে-মূৰে ছাই, ধূলি-মাকতি সানি এক কিম্ভুত-কিমাকাৰ মূৰ্তি ধৰি ৰজাৰ বিচাৰ চ'ৰাত উপস্থিত। তাক দেখিহে বাঁৰীৰ ল'ৰাৰ মুখলৈ পানী আহিল।

ৰজাই শিয়ালক ৰাজসভাৰ চ'ৰাত বিলম্বৰ কৈফিয়ৎ তলব কৰিলত শিয়ালে ক'লে— 'মহাৰাজ, কাহিলিপুৱাৰে পৰা মই কামকে কৰি আছো, কামৰ অন্ত নাই। কি ক'ম, এইদৰে কামত লাগি থাকি থাকি তিনিডাল কাকিনী তামোলৰ ওপৰত চৰু বহাই দুববি বনৰে জুই জ্বলাই আহাৰ মুঠি বাঢ়ি খাই বৈ আহোতে পলম হ'ল।'

তাকে শুনি ৰজাই ক'লে— 'কাকিনী তামোলৰ ওপৰত চৰু বহাই দুৱৰি বনেৰে জুই জ্বলাই ৰান্ধি-বাঢ়ি খোৱটো জানো সম্ভৱ? চৰুৱে জানো জুইৰ তাপ পাব। তাতে আকৌ দুৱৰি বনৰ জুই; অতি আচৰিত কথা।'

তেতিয়া শিয়ালে ক'লে— 'এজনে যদি বহু দূৰৰ শিলৰ তাপ পাই ঠেঁটুৱৈয়ে ধৰা জাৰৰ পানীতো জীয়াই থাকিব পাৰে, তেন্তে ইয়াক কেনেকৈ আপুনি অসম্ভৱ বুলিব? গতিকে আমাৰ বিচাৰৰ এটা উচিত বিচাৰ কৰক।'

শেহত শিয়ালৰ বুদ্ধি আৰু যুক্তি অনুযায়ী বাঁৰীৰ ল'ৰাই ৰাজকুঁৱৰীক লাভ কৰি কোঁৱৰ হৈ সময়ত ৰাজ্যৰ অধিপতি হ'ল।

# মাণিকৰ কথা

এসময়ত এখন গাঁৱত মাণিক নামৰ এজন ল'ৰা আছিল। দুখীয়া ঘৰখনত সি আৰু মাকেই মাথোন আৰু গাঁওখনৰ ভিতৰত সি এটা অতিপাত চহা ল'ৰা। সি সৰু হৈ থকা অৱস্থাতে কিবা এক গুৰুতৰ অপৰাধত তাৰ পিতাকে জনমফাটেক খাটিবলগীয়া হয়। সি এদিন তাৰ বাপেকক ফাটেকৰপৰা মুকলি কৰি আনিবৰ উদ্দেশ্যে ঘৰৰ বাহিৰ হ'ল। মাণিকে গৈ ৰজাৰ আগত উপস্থিত হৈ নিজৰ পৰিচয় দিলে— মহাৰাজ,

'যাৰ দিনত যি কথা
মাণিকে নেজানে মূল,
পুতেকে বাপেকৰ
জনমফাটেক
খুলিবলৈ যায়
তাৰো চিন-ৰান নাই।
পাছে, মাকৰ দিনৰ
শটকীয়া বিহাখন নলৈ
লয় বনকড়িলাৰ ফল।
বিৰিণাৰ আগৰে পানী
লাখুটিৰ মুৰত
চিৰা ভিয়াই খাওঁ আমি।'

ৰজাই তিয়ঁহৰ জালিহেন মোহ লগা আৰু ওঁঠ চেপিলেই গাখীৰ ওলোৱা ফুকলীয়া ল'ৰাটোৰ কথা ধৰিব নোৱাৰাত তাৰ ভেদ ভাঙি দিবলৈ কোৱাত সি ক'বলৈ আৰম্ভ কৰিলে— 'মহাৰাজ মোৰ নাম মাণিক। আই-বোপাইৰ ময়েই বুকুৰ একমাত্ৰ সন্তান, মোৰ কেঁচুৱা কালতেই কিবা অপৰাধত মোৰ

পিতা আপোনাৰ ফাটেকত জনমভৰ ফাটেক খাটি আছে। কি অপৰাধত, কেতিয়া আৰু কোন ৰজাৰ দিনত ৰাজদোষত পৰে তাকো নেজানি-নুবুজি, দেখিলেও পিতাক চিনি নোপোৱাকৈ জনমভৰ ফাটেকৰ পৰা খুলি নিবলৈ আহিছোঁ। মহাৰাজ, আমাৰ দুখৰ কথা কি ক'ম—

'কাৰ আগত ক'ম কোনে পতিয়াব
যাৰ আগত ক'ম সিয়ে লঠিয়াব।'

গাঁওখনত আমিয়েই আটাইতকৈ দুখীয়া। আমাৰ দুখ, আপদ-বিপদ, অভাৱ-অভিযোগৰ অন্ত নাই। দুখৰ মাজতেই আমাৰ জীৱন। ধন-ধানৰ মুখ চকুভৰি দেখাৰ ভাগ্য আমাৰ নাই আৰু জীৱনত নহ'বও। তদুপৰি উমলি-জামলি থকা লগৰ লগৰীয়াসকলৰ মাজত পিতৃহীনতাৰ বাবে মই যি পুতৌৰ পাত্ৰ হৈ পৰিছো তাকেনো মহাৰাজৰ আগত কি জনাম। সেয়েহে 'মৰণক আগ, জীৱনক পাছ' কৰিও চেনেহী আইৰ বুকু উদং কৰি আইৰ হাজাৰ হাক-বচনকো আওকাণ কৰি, আইৰ সোণোৱালী (মুগা) ৰিহাখনকে একমাত্ৰ সম্বল হিচাপে লৈ আহিছোঁ।'

এইদৰে আহি থাকোঁতে বাটত এখন বৰ ডাঙৰ নৈ পাৰ হ'বলগীয়া হোৱাত হঠৎ এজন নাৱৰীয়াই মোক নদীখন পাৰ কৰি দিয়েহি। তাৰ প্ৰতি কৃতজ্ঞ হৈ মই তাক মোৰ আইৰ ৰিহাখনকে যাচোঁ; কিন্তু সি এই দামী শটকীয়া ৰিহাখন নলৈ মোৰ লগত থকা, বাটত পাই বুটলি অনা বনকড়িলাৰ ফুলকেইটামানহে মোৰ পৰা খুজি ল'লে। তাৰ পিছত আমি দুয়োৱে মোৰ বাটৰ সাৰথি লাখুটিৰ মূৰত টোপোলা বান্ধি বিৰিণা গছৰ আগৰ নিয়ৰৰ পানীত তিয়াই অনা চিৰা ভগাই খাওঁ আৰু সৰ্বশেষত অজান-অচিনভাৱে মহাৰাজৰ কাষ পাওঁহি। তাৰ উপৰি আমাৰ লোক-সমাজত আছে—

'ৰজা হয়া নকৰে ৰাইজে বিচাৰ
বেটা হয়া নকৰে বাপেৰ উদ্ধাৰ
মাইয়া হয়া নকৰে পুৰুষক ভক্তি
এই তিনিয়া জীৱ যায় অধোগতি।'

মাণিকৰ পিতৃ ভক্তি, সাহস আৰু বুদ্ধি দেখি ৰজাই নথৈ সন্তোষ লভিলে আৰু বাপেককো আজীৱন ফাটেকৰ পৰা মুকলি কৰি দিলে। পুতেকতকৈ

বাপেক আগতে ঘৰ পাই তেওঁৰ ফাটেকিয়াল জীৱন অৱসানৰ মূলতে যে পুতেক মাণিক, এই কথা জানিব পাৰি তাক হিয়াভৰি আশীৰ্বাদ দিলে।

দুই এদিনৰ পিছত ৰজাৰ বিষয়া, লগুৱাসহ বহুতো ধন-সোণ, কাপোৰ-কানিৰে সি ঘৰ সোমালহি। দুখৰ দিনৰ অন্তত মাণিকৰ যহতে এই পৰিয়ালত সুখৰ সূৰ্য উদয় হ'বলৈ ধৰিলে।

# শিপিনীৰ ফুল

শাওণৰ দুপৰীয়া। মূৰৰ ওপৰৰ বেলিটোৰ খাওঁ খাওঁ একেবাৰে ৰুদ্ৰমূৰ্তি। উত্তাপত কাৰো ৰক্ষা নাই। ৰ'দৰ এই প্ৰচণ্ড তাপকো আওকাণ কৰি এজনী গাঁৱলীয়া ছোৱালীয়ে কঠীয়াতলিত কঠীয়া তুলি আছে। পথাৰৰ হাল-কোৰৰ কামত লাগি থকা তাইৰ বাপেক আৰু ককায়েকক পুৱাৰ জা-জলপানখিনি দি আহি ঘৰৰ মৰণাৰ আল-জালবোৰ মাৰিবলৈ লওঁতে কৰ্তব্যত হেলা কৰা বুলি মাৰিবলৈ বাকী ৰাখিলে যদিও গালি পাৰিবলৈ মাহীমাকে অলপো বাকী নেৰাখিলে। 'ভাতৰ তিতা খাব পাৰি; কিন্তু মাতৰ তিতা সহিব নোৱাৰি।' মাহীমাকৰ এই তিতা মাত-কথা আৰু অসৎ ব্যৱহাৰ-পাতি তাইৰ এদনীয়া। জীৱনৰ সৈতে গঁথা। সকলোকে নীৰৱে সহ্য কৰি পুৱাৰ কাম-বন সকলো শেষ কৰি পুনৰ কঠীয়াত ধৰিছেহি। মূৰ নদঙাকৈ তাই সমুখৰ কঠীয়া তুলি গৈছে। আহৰি নাই, আজৰিও নাই। ভৰি-হাঁত, গা-মূৰে মনৰ ফাঁকে ফাঁকে অবিৰাম গতিত চকুৰ আগৰ কামখিনি সমাধা কৰি গৈছে। দেহাৰ বল টুটিছে যদিও মনৰ বল দুগুণে বাঢ়িছে। এইৰো দেহা-মন শিলেৰে বন্ধোৱা। নেখাইয়ো শক্তি পাবৰ ক্ষমতা অসমৰ সতি-সন্ততিক প্ৰকৃতি দেৱীয়ে দিছে।

মূৰৰ বেলিয়ে ভাঁজ লোৱাত মাহীমাকে ফটা গামোচাৰে মেৰিয়াই ভাতৰ টোপালো এটা আৰু এলোটা পানী তাইক দিলেহি। শাওণৰ ৰ'দৰ তাপত অতিষ্ঠ হোৱা জীয়ৰীগৰাকীয়ে মাহীমাকৰ হাতৰ পানীলোটা হাতৰপৰা লৈ কট্ কট্কৈ পানীখিনি পি থ'লে। এনেয়ওে তাইৰ সাতো সাগৰৰ জলকো সুহি খাবৰ মন; তাতে এই পানীলোটাৰ পানীকণ তাইৰ কি পানীৰ পিয়াহ গুচাব। লোটাৰ পানী শেষ হৈ গ'ল। মাহীমাকেও তাকেই বিচাৰিছিল। কিয়নো সতিনী জীয়েকৰ অহিত চিন্তি তাই এডাল চুলি-সাপ পানীলোটাত ভৰাই আনিছিল পানীৰ লগতে সাপডালো তাইৰ পেট পালেগৈ।

গাভৰুজনীৰ পেটলৈ সোমাই যোৱা চুলি-সাপে দিনক দিনে ডাঙৰ হৈ

তাইৰ গা জিলিকা হেন কৰিলত মাহীমাকে সহোদৰ ককায়েক-ভনীয়েকৰ মাজত বদনাম ৰটি দুয়োকে ঘৰৰপৰা উলিয়াই দিয়ালে। ককায়েক-ভনীয়েকেও এই বিষয়ে এাকো দায়-দোষৰ ভাগী নহয় যদিও মাহীমাকৰ অত্যাচাৰ আৰু কেট্‌কেটনিৰপৰা একপ্ৰকাৰ ৰক্ষা পোৱা বুলি ওলাই আহি গাঁৱৰপৰা বহুদূৰ এখন হাবিৰ কাষতে থাকিবলৈ ল'লে। ককায়েকে মাজে-সময়ে ঘৰৰপৰা আঁতৰি ওচৰৰ গাঁৱৰ দুই-এঘৰত ইটো-সিটো বন-বাৰী কৰি য়িাৰ বাহিৰেও উঘা-চেৰেকী, তাঁতশালৰ বিধে বিধে সঁজুলি আদি সাজি, পাচি-খৰাহি আৰু ঢাৰি-পাটী তৈয়াৰ কৰি বেচি পেট প্ৰবৰ্তায়। এইদৰে সিহঁতৰ দিনবোৰ একপ্ৰকাৰ ভালেৰে অতিবাহিত হৈ গৈছে। দিনক দিনে জিলিকি অহা গাটোৱেহে ককায়েক-ভনীয়েক দুয়োকে মহা চিন্তাত পেলাইছে। এই বিষয়ে দুয়ো একোকে নেজানে। একমাত্ৰ ভগৱানৰ ওপৰতে দুয়ো ভৰসা।

দিন বাগৰে। সুখে-সন্তোষেৰে সিহঁতৰ দিনবোৰ গৈ আছে। এদিন ভনীয়েকে ককায়েকক ক'লে যে সিহঁতে খাই বৈ থৈ দিয়া ভাত-পানী সোপাকে প্ৰতিদিনে কোনোবাই খাই থৈ যায়। কথাটোৰ অলপ গমগতি লোৱা ভাল; কিন্তু তত ল'বই বা কেনেকৈ? ভনীয়েক দিনত জাগি থাকিলে কোনো নাহে। নেথাকিলে খাই থৈ যায়হি। ইফালে প্ৰতি নিশাৰ ভাত-শাক পুৰালৈ নেথাকে। ককায়েক কামৰ মানুহ। পৰদি থাকিবলৈকো আজৰি নাই।

তথাপি এদিন ভনীয়েকক নজনোৱাকৈ হাতত এখন চোকা দা লৈ ৰান্ধনীঘৰৰ এচুকত লুকাই থাকিল। ইফালে দিনৰ সাঁজ ভাত-পানী খাই ভনীয়েকে তাঁতশালত বহাৰ আগতে ভাত-ঘুমটি মাৰিবৰ মনেৰে ঘোৰ টোপনিত পৰিল। হঠাতে সি দেখা পালে যে ধীৰে ধীৰে এডাল সাপে আহি ঢাকি থোৱা ভাত-আঞ্জাত মুখ দি পৰম তৃপ্তিৰে খাব লাগিছে। সি আৰু ৰ'ব নোৱাৰি এখুজি-দুখুজিকৈ আগবাঢ়ি হাতৰ দাখনেৰে তাক দুছেও কৰি সিপুৰীলৈ পঠিয়ালে। কাণ্ড দেখি সিহঁতে দুয়ো আচৰিত হ'ল। ভনীয়েকৰ গা শাঁত পৰিল। উজনি থকা পেটৰ চিন তেতিয়াৰেপৰা নাইকিয়া হ'ল।

ভনীয়েকৰ তাঁতশালৰ কিছু দূৰতে সাপটো পুতি থোৱা হ'ল; কিন্তু কি আচৰিত। কেইদিনমানৰ পিছত সাপটো পুতি থোৱা ঠাইত এজোপা ধুনীয়া ফুল জাতীয় গছ গজি উঠিল আৰু তাত পুৱা-গধূলি বিধে বিধে ফুল

ফুলিবলৈ ধৰিলে আৰু শিপিনী গাভৰুগৰাকীয়ে সেইবোৰ শালৰ কাপোৰত তুলি তুলি থ'লে। ফুলৰ চানেকিয়ে এইদৰে সেই তাহানিতে শিপিনীৰ চকুৰ দৃষ্টি, সোণ-হাতৰ পৰশ আৰু মনোৰাজ্যৰ সৰোবৰত জনম লভিলে।

এই ঘটনাৰ পিছৰেপৰা ককায়েক ভনীয়েকৰ মনৰ আশংকা আঁতৰিল। ঘৰ-দুৱাৰো সুন্দৰকৈ সাজি সিহঁতে সুখে-স্বচ্ছন্দে থাকিবলৈ ধৰিলে। পেটৰ শত্ৰু আৰু মনৰ চিন্তা আঁতৰ হোৱাত তাইৰ চেহেৰাপাতিৰো দিনক দিনে সলনি হৈ সাইলাখ সৰগৰ অপেচৰীৰ চেহেৰাৰে ৰূপ চৰি গৈছে 'শামুকৰ পেটৰ মাণিক হেন'। এতিয়া ককায়েকৰ চিন্তা, চেনেহৰ আদৰুৱা ভনীয়েকক এজন সৎপাত্ৰত কেনেকৈ অৰ্পণ কৰে।

সিহঁতৰ মাজলৈ সেই সুযোগ আহিবলৈ সৰহ দিন নালাগিল। এদিন চিকাৰ কৰিবলৈ অহা এজন ৰাজকুমাৰ কেনেবাকৈ আহি সিহঁতৰ তাত ওলালহি। সিহঁতৰ আদৰ-অভ্যৰ্থনাত আপ্যায়িত আৰু গাভৰু ছোৱালীজনীৰ ৰূপ-লাৱণ্যত তেওঁ মোহ গ'ল। নিশাটো ৰাজকুমাৰে তাতে আলহীহৈ থাকি সিহঁতৰ সকলো কথা জানিব পৰাত সিহঁতৰ প্ৰতি স্বাভাৱিকতে আপোন-আপোন ভাব জাগি উঠিল। ভৱিষ্যতে তাইক আপোন কৰি লোৱাৰ কথা জনাই ৰাজকুমাৰে নিজৰ স্থানলৈ গমন কৰিলে।

সময়ত ৰাজকুমাৰ আৰু গাভৰুৰ মাজত বিয়াখন ধুমধামেৰে হৈ যোৱাত ককায়েকৰ হিয়া আনন্দেৰে নধৰা হ'ল। বিয়াৰ পিছতে ৰাজকুঁৱৰী গাভৰুৰ নিৰ্দেশমতে আগৰ ঠাইৰপৰা ফুলজোপা খান্দি তাইৰ তাঁতশালৰ সমুখত সযত্নে ৰুই দিয়া হ'ল। এই ফুলজোপাই হেনো তাহানিৰ অসমীয়া শিপিনীৰ প্ৰথম ফুলৰ আৰ্হি।

# মিত্ৰদ্ৰোহীৰ পৰিণাম

এসময়ত এটা শিয়াল, এটি হৰিণা আৰু এজনী কাউৰী বৰ মিলা-প্ৰীতিৰে বাস কৰিছিল। এই তিনিপ্ৰাণীৰে স্বভাৱ-চৰিত্ৰও কাৰো লগত মিল নহয়। শিয়াল হ'ল জন্তুৰ ভিতৰত মহাটেঙৰ, সেইদৰে হৰিণা হ'ল অজলা আৰু পক্ষীৰ ভিতৰত কাউৰীও হ'ল মহাচতুৰ।

নোম আৰু পেট-টেঙৰ শিয়ালৰ চিন্তা হ'ল কেনেকৈ সখিয়েকৰ তেজাল মঙহ এফেৰি মুখত দিব পাৰে আৰু কাউৰীৰ চিন্তা হ'ল সখিয়েক হৰিণা, যাৰ 'গাৰ মঙহেই শতৰু'ক নিৰাপদে ৰাখিব পাৰে। অজলা সখিয়েকক শিয়ালৰ কথাত ভোল নেযাবৰ বাবেও কাউৰীয়ে সাৱধান কৰি দি সকলো আলেখ-লেখ দিনৌ চাই ফুৰে।

কাউৰীয়ে সাৱধান কৰি দিয়া সত্ত্বেও শিয়ালৰ মিঠা ফুচুলনিত পৰি ন-ভাঙনি লহপহীয়া ধাননি এডৰা কেইদিনমান খোৱাৰ পিছত এদিন গিৰিহঁতে পাতি থোৱা জালত হৰিণা বন্দী হ'ল। ওৰে নিশাটো সি বন্দী অৱস্থাতে কটোৱাৰ পিছত পুৱাৰ লগে লগে সখিয়েক শিয়াল তাত সৌশৰীৰে উপস্থিত। শিয়ালক দেখি সি তাক জালখনৰপৰা এৰুৱাই দিবলৈ পাৰেমানে খাটনি ধৰিলত শিয়ালৰপৰা এফেৰিমানো সঁহাৰি নেপাই হৰিণাই তাৰ অসহায় অৱস্থা জানি তাক উদ্দেশ্যি সুধিলে—

> 'হায় সখি, কি কৰিলা মনৰ আশা মাৰি দিলা
> আমাৰ জীৱন আজি হয় নিৰ্বাপিত
> কমলীয়া ধান পাই পৰম তৃপ্তিৰে খাই
> বন্দী হ'লো আজি মই তোমাৰে ফন্দীত।'

তাকে শুনি শিয়ালে খেঁজালনি মাৰি ক'লে—

> 'তোমাৰ অগা-পিছা চালোঁ ঐ সখিদেউ,
> আমাৰ অগা-পিছা চোৰাঁ,

গৰু ছালৰ বৰটি কুটিম কেনে কৰি
ভকতৰ ৰান্ধনি মই।'

(সখিদেউ, আজি অতদিনে তোমাক বিপদে-আপদে ৰক্ষা কৰি ফুৰিলো। এতিয়াও যদি কিবা উপায় থাকিলহেঁতেন তেতিয়াহ'লে নিশ্চয় তোমাক এই মহাবিপদৰপৰা ৰাখিলোহেঁতেন। পিছে আজি মই নিৰুপায়। যিহেতুকে মই আমাৰ সমাজৰ ৰাইজৰ এজন সিজোৱা-পকোৱা, সামাজিক কামৰ আল-পৈচান ধৰা ৰান্ধনি আৰু তাতে তুমি লাগি থকা জালখন গৰু ছালৰ বৰটিৰ। ৰাইজ-ভকত ৰান্ধনিৰ বাবে লৈ এই বৰটিবোৰ খেৰে কামুৰি কুটিলে মই আমাৰ সমাজত জগৰীয়া হৈ উদ্ধাৰ-পৰাচিত হ'ব লাগিব। গতিকে মই তোমাক সহায় কৰিবলৈ অপাৰগ)

এইবুলি কৈ শিয়াল সখিয়েক আঁতৰ হ'ল। তাৰপিছত—

'ওপৰে উৰি যায় চিলিম ধোঁৱাখোৱা
'এৰুৱা সখিদেউ মোক'?

তাকে শুনি কাউৰীয়ে হৰিণাক ক'লে—

'হাতে নাই মুৰে নাই কেনেকৈ এৰুৱাম
নিজে ভাবি-গুণি চোৱা
(পিছে সখি) চকুকেইটা খুঁটি খাওঁ কাণে-মূৰে হাগি থওঁ
মৰা ভাও জুৰিবি তই।'

(চিলিম বা ধোঁৱাখোৱাৰ সৈতে একে বৰণীয়া ক'লা কাউৰীক দেখি তাক জালৰ পৰা এৰুৱাই দিবলৈ ক'লত তাই সখিয়েক হৰিণাক নিজৰ অসমৰ্থতা জনাই ক'লে— 'সখিদেউ, তোমাক জালৰপৰা এৰুৱাব যে লাগে সেইটো ঠিকেই; কিন্তু জালৰ জৰীবোৰ মোৰ শকতিৰ তুলনাত ইমানেই শকত যে মোৰ হাত-ভৰি-মূৰৰ তুলনাত একোটি পৰ্বতৰ নিচিনা, কেনেকৈ এৰুৱাম ভাবিবই পৰা নাই। তুমিও হয়তো মোৰ শক্তিৰ গম পাইছা। মৰসাহস কিয়— আমাৰ গোটেই পক্ষীজাতিৰ বলেৰেও ই সম্ভৱ হৈ নুঠিব।

পিছে সখি, জনা লোকে বলেৰে কৰিব নোৱৰা কামক বুদ্ধিৰে কৰিবলৈ কৈছে— 'বুদ্ধি যস্য বলং তস্য।' এটা বুদ্ধি মোৰ মগজুত খেলাইছে। বুজিছা সখি, মই তেমাৰ চকু দুটা খুঁটি খাই থোৱা হেন কৰি তেজেৰে ৰাঙলী কৰি থওঁ আৰু কাণে-মূৰে হাগি ওপচাই দিওঁ, তাৰপিছত তুমি মৰা ভাও জুৰি

পৰি থাকা। কৰুণাময় ঈশ্বৰ যদি তোমাৰ প্ৰতি সদয় হয় তেন্তে তুমি বাচি যাবা। আমাৰ বন্ধুত্ব ৰক্ষা পৰে)।

'কিন্তু সাৱধান, জালৰ গিৰিহঁতে আহি তোমাক জালখনৰপৰা এৰুওৱা হ'লেই মই 'কা', 'কা' কৰি দিয়া মাত্ৰকেই উঠি ল'ৰ মাৰিবা।'

সখিয়েক কাউৰীয়ে সেইমতে কামবোৰ কৰি শেষ কৰাত হৰিণাও মৰা ভাও জুৰি পৰি থকা অৱস্থাতেই জালৰ গিৰিহঁত আহি পালেহি। হৰিণাৰ অৱস্থা দেখিয়েই সি দুখেৰে ক'লে—

'কাহানি লাগিলি অজলা হৰিণা
কাহানি গেলিলি তই?
তেলতো নহলি লোণতো নহলি
মেচাণ্ডি মেজেঙা হলি।'

(জালত লাগি হৰিণা গেলি-পচি আছে। হায় হায়! এইহেন বিৰাত পছু এটা ভোজনত নলগাকৈ, তেল-নিমখৰ মুখ নেদেখাকৈ হাবিৰ মেচাণ্ডি মেজেঙা (দুবিধ বনৰীয়া তেলেতীয়া শাক আৰু মচলা জাতীয় গছ)ৰ দৰে য'ৰে বস্তু ত'তে শেষ হৈ গ'ল। এই অজলা হৰিণাটোৱে বাৰু এইদৰে গেলি-পচি মাখিয়ে ভেনভেনাই যোৱাকৈ কাহানি জালত পৰিছিল)।'

পছুৰ আশা এৰি দি মানুহজনে জালখনৰপৰা তাক এৰুৱাই জালখন ঠিকঠাক কৰি থ'বলৈ ধৰোঁতে গছৰ ডালত পৰি থকা কাউৰীজনীয়ে কা কা কৰি ৰমলিয়ালত হৰিণা উঠি ল'ৰ মাৰিলে।

হৰিণা উঠি লৰ মাৰিলত 'হাতীৰ পিছত তৰা ফৰ্মুটিওৱাদি' মানুহজনে হাতত থকা দাখনকে পছুলৈ বুলি দলিমাৰি পঠিয়ালত দাখনে গৈ সখিয়েক হৰিণাৰ মঙহলৈ বুলি জোপ লৈ থকা বন্ধুবৈৰী বিশ্বাসঘাতক শিয়ালৰ মূৰত পৰিলগৈ আৰু সেই দাৰ কোবতে বেচেৰা শিয়াল সিফলীয়া হ'ল। মৰিবৰ সময়ত শিয়ালে কৈ গ'ল—

'শতৰুক মাৰোঁতে মিতৰুক লাগিলে
বাপৰ কালৰ ধৰুৱা মই।'

(মই মোৰ মিত্ৰ হৰিণাক শতুৰালি কৰাৰ ফল হাতে হাতে পালোঁ। মিত্ৰদ্ৰোহীৰ সাৰণ নাই। তাৰ উপৰি জালৰ গিৰিহঁতৰ হাঁহ-কুকুৰা আদি খাই যি ধাৰ লগাই আহিছিলোঁ, আজি তাৰো ধাৰ সুজা হৈ গ'ল। 'লোভেই পাপ, পাপেই যে মৃত্যু সঁচা।'

# সন্ধ্যাৰ আগমনত আন্ধাৰৰ সৃষ্টি

অতীজতে ৰাতি নাছিল, কেৱল দিনহে আছিল। বেলি আৰু জোনে এটিৰ পিছত এটিকৈ পাল সলনি কৰি জগতত পোহৰ বিলাইছিল। পুৱা বেলিৰ কোমল মিঠা পোহৰ, দিন দুপৰীয়া আমনি লগা ভীষণ তাপ আৰু আবেলিৰ জুৰ লগা সোণোৱালী পোহৰৰ অৱসানৰ লগে লগেই সন্ধিয়া জোনৰ স্নিগ্ধ পোহৰৰ আবিৰ্ভাৱে গোটেই জগতখন পোহৰাই থয়। বেলিৰ পোহৰ আৰু জোনৰ জোনাকৰ ব্যতিক্ৰম জগতত নাছিল।

কিন্তু এদিন এইখন জগতলৈ আন্ধাৰ নামি আহিল। একালত সৰগৰ এগৰাকী অপেচৰীৰ গৰ্ভত ব্ৰহ্মাৰ ঔৰষত এগৰাকী কন্যাৰ জন্ম হয়। পিতাক ব্ৰহ্মাৰ অজ্ঞাতে কন্যাটি চন্দ্ৰকলা বঢ়াদি বাঢ়ি ৰূপে-গুণে চৰি উঠি সৰগৰ দেৱী-অপেচৰী সকলোকে চেৰ পেলালে। সৰগৰ সকলো দেৱ-দেৱতা তাইৰ ৰূপত মোহ গ'ল। আনকি কন্যাটিৰ পিতৃ ব্ৰহ্মাও ইয়াৰপৰা বিৰত থাকিব নোৱাৰিলে।

এদিন কাম বিমোহিত হৈ তেওঁ জীয়েকৰ কাষ চাপিল। তাই বাপেকৰপৰা নিজক ৰক্ষা কৰিবৰ বাবে পলাই দৌৰ দি সাৰিবই বা ক'ত? এইদৰে দিনটো তাই দৌৰিছে, অ'ত ত'ত লুকুৱাইছে। পাছে পাছে ব্ৰহ্মা। তাই ভাগৰি পৰিল, হাত-ভৰি নচলা হ'ল। তাই নিজৰ পৰিচয় দিও পিতাকৰপৰা সাৰিবলৈ চালে; কিন্তু কাণকলা ব্ৰহ্মাই একো নুশুনিলে। ধৰি কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈহে উদ্যত। গাভৰু জীয়েক পাছফালে, সোঁফালে, বাওঁফালে লুকুৱাই সাৰিবলৈ চোৱাত তিনিওফালে মুখ বাঢ়ি তেওঁ চাৰিমুখীয়া হ'ল। পিতৃ-কন্যাৰ খেদাখেদিতেই বেলি লহিয়ালে। অৱশেষত উপায়হীন আৰু অসহায় অৱস্থাত পৰি তাই ধৰা দিলে। লগে লগে ব্ৰহ্মাৰ পাঁচখন মুখ হ'ল আৰু এই মুখেৰেই তেওঁ জীয়েকৰ লগ লাগিল। ইতিমধ্যে সৰগত পোহৰ বিতৰণ কৰি থকা বেলিৰো অন্তৰ্ধান আৰু জোনৰো আবিৰ্ভাৱৰ সময় হোৱাত জোন-বেলিয়ে ব্ৰহ্মাৰ এই অপকৰ্মত চকু মুদি দিলে আৰু এই সুযোগতে আন্ধাৰৰ আঁৰ

লৈ তেওঁ তেওঁৰ অভিলাষ পূৰণ কৰিলে। এই অপমুহূৰ্তৰপৰাই জগতত সন্ধ্যাৰ আগমন আৰু আন্ধাৰৰ সৃষ্টি হ'ল। লগে লগে মানৱ আৰু দেৱ সমাজত এই আন্ধাৰৰ বুকুতেই যতমানে দুষ্কৰ্মই স্থান লভিলে।

পিছত নাৰদ আদি কৰি চাৰিসিদ্ধই ব্ৰহ্মাৰ পাঁচমুখৰ কাৰণ সুধিলত তেওঁ ক'লে— 'চাৰি-মুখ, চাৰি-বেদৰ বাণী আৰু পঞ্চমুখে প্ৰকৃতি বিষয়ক অয়াবয়া গীতৰ সৃষ্টি।'

সৃষ্টিকৰ্তা ব্ৰহ্মাই হেনো জগতৰ শ্লীল-অশ্লীল (অয়া-বয়া) বিভিন্ন গীতপদৰো জনক।

# বৰ চৰাইৰ সাধু

এজনী বাঁৰীৰ সাতটা ডেকা পুতেক আছিল। সিহঁত বলী আৰু সাহিয়াল আছিল। এদিন মাকে ভাত ৰান্ধিবৰ বাবে চাউল ধুই আহোঁতে এজনী চৰায়ে চাউলৰ খৰাহিতে ওপৰৰপৰা লাদি দিলে। মাকে পুনৰ ধুই-মেলি সেই চাউলৰে ভাত ৰান্ধি দিয়াত সি ইমান সোৱাদ হ'ল যে তাক পুতেকহঁতে টকালি পাৰি পাৰি খালে। ভাতখিনি খাই অতি সোৱাদ পাই সিহঁতে মাকক সুধিলে— 'আজি ভাতত কি দিছা যে ইমান সোৱাদ হ'ল।'

মাকে ক'বলৈকো টান পাইছে; আনহাতেদি নক'লেও পুতেকহঁতে নেৰা দেখি ক'লে— 'বোপাইহঁত, আজি চাউলখিনি যেতিয়া ধুই উলটি আহোঁ, তেতিয়া এজনী বৰ চৰায়ে চাউলখিনিতে হাগি দিলত। তাক পুনৰ ভালকৈ ধুই-মেলি ৰান্ধো। তাৰবাবেই ভাতখিনি ইমান মিঠা হৈছে নেকি?

তেতিয়া পুতেকহঁতে ক'লে— 'চৰাইজনীৰ লাদেই যদি ইমান মিঠা আৰু তেলেতীয়া হয় তেন্তে তাৰ মঙহ খাবলৈ আৰু কিমান ভাল লাগিব। তাৰ মঙহ আমি খাবই লাগিব।'

দিনক দিনে চৰাইজনীৰ প্ৰতি সিহঁতৰ হেঁপাহ বাঢ়ি গ'ল। এদিন মাকৰপৰা অনুমতি লৈ সিহঁত সাতোটিয়ে বৰ চৰাইক বিচাৰি ঘৰৰপৰা বাহিৰ হৈ গ'ল। সিহঁতে গৈ গৈ এজনী তাঁত বোৱা মানুহৰ ঘৰত প্ৰথমতে উপস্থিত হ'লগৈ। মানুহগৰাকীৰ আগত সিহঁতে বৰ চৰাই বিচাৰি অহাৰ কথা ক'লত তাই সিহঁতক এখনি ছিগা তাঁত জোৰা লগাবলৈ দিলত সিহঁতে নোৱাৰিলে। তাকে দেখি তাই সিহঁতক বৰ চৰাই মাৰিব যে নোৱাৰে, তাকো বুজাই ঘৰমুৱা হ'বলৈ উপদেশ দিলে।

দ্বিতীয়তে, সিহঁতে এজন সৰিয়হ বুঢ়া লগ পালেগৈ। এই বুঢ়ায়ো সিহঁতৰ উদ্দেশ্য জানিব পাৰি বহুতো সৰিয়হ ছটিয়াই দি সিহঁতক বুটলিবলৈ দিয়াত তাকো সিহঁতে নোৱাৰিলে।

তৃতীয়তে, সিহঁতে গৈ গৈ এহাল ঘুণ বুঢ়া-বুঢ়ীৰ ওচৰ পালেগৈ আৰু

বুঢ়া-বুঢ়ীৰ মুখৰপৰা জানিব পাৰিলে, বৰ চৰাইজনী ওচৰতে আছে। কিন্তু এতিয়া চৰিবলৈ ওলাই গৈছে। পুৱাহে লগ পোৱা যাব। নিশাটো সিহঁতে বুঢ়া-বুঢ়ীৰ ঘৰতে কটালে।

পুৱা সাতো ভাই-ককায়ে বৰ চৰাইক মাৰিবলৈ গৈ বৰ চৰাইক লগ পাই কয়— 'তোমাৰ সোৱাদ লগা লাদৰ জুতি পাই আমি তোমাক বধিবলৈ আহিছোঁ। আমি তোমাৰ মঙহ খাম, তুমি মৰিবলৈ সাজু হোৱা।' চৰাইজনীয়ে ক'লে— 'বোপাইহঁত, মোৰ মঙহৰ হেঁপাহ হৈছে যেতিয়া খাব পাৰ; কিন্তু তহঁতে মোক বধিব নোৱাৰ। গতিকে তহঁতে বৃথা চেষ্টা নকৰি ঘৰৰ ল'ৰা ঘৰলৈ যাগৈ। নহ'লে আটাইকেইটি মোৰ পেটত সোমাবহি লাগিব।' বাঁৰীৰ ল'ৰাহঁতে চৰাইজনীৰ কথাত লাজ পাই নিজ নিজ শক্তি দেখুৱাই চৰাইজনীক বধিবলৈ ধনু-কাঁড় যুৰিলে; কিন্তু কাঁড় টোৱাওঁতেই প্ৰত্যেকৰে ধনু মাজতে ভাগি থাকিল। নিশা ঘূণ বুঢ়া-বুঢ়ীয়ে সিহঁত প্ৰত্যেকৰে ধনুত বিন্ধি ধনুবোৰ যে অকামিলা কৰি থৈছিল সিহঁতে গমেই পোৱা নাছিল। তাৰপিছত চৰাইজনীয়ে উৰি আহি এটা এটাকৈ সাতোটিক গিলি থ'লেহি।

এইদৰে ভালেমান দিন পাৰ হ'লত বাঁৰী মাকৰ বুজিবলৈ বাকী নাথাকিল যে, পুতেকহঁতৰ নিশ্চয় কিবা অঘটন ঘটিল। পুতেকহঁতৰ চিন্তাতে বিভোৰ হৈ তাই দুৱাৰমুখত বহি থাকোতে ওপৰৰ সৰগৰপৰা এটা তামোল সৰি পৰাত তাক বুটলি থলে। এই তামোলটোৰপৰাই কেইদিনমানৰ পিছতে এটা নোদোকা ল'ৰা উপজিল। তাই তাৰ নাম থলে বেটু কোঁৱৰ।

ল'ৰাকালতে বেটু কোঁৱৰৰ গাত ঐশ্বৰিক লক্ষণ দেখা পোৱা গ'ল। এদিন কথাই কথাই মাকে বেটু কোঁৱৰৰ আগত বৰ চৰাই বিচাৰি গৈ উলটি নহা তাৰ সাতজন ককায়েকৰ কথা কোৱাত তাৰো সিহঁতক লগ পাবৰ প্ৰবল ইচ্ছা জন্মিল। কিন্তু মাকে অজান বালক হিচাপে তাক কোনোপধ্যে এৰি নিদিয়াত সি মাকক বুজাই ক'লে— 'আই তুমি নাজানা যে মই দেৱতাৰ বৰত জন্মলাভ কৰিছো আৰু মোৰ দেহত সৰগীয় শক্তি বিদ্যমান। কোনেও মোৰ অনিষ্ট সাধন কৰিব নোৱাৰে। মনেজানি যি কামতেই আগবাঢ়ো, তাতেই ঈশ্বৰ সহায় হৈ বাট দেখুৱাই তেওঁ মোক লৈ যায়। আই তুমি মন মাৰি থাকিব নেলাগে। মই মোৰ ককাইহঁতক বৰ চৰাইৰগৰাহৰ পৰা লাগে সিহঁতৰ যিয়েই নহওক উদ্ধাৰ কৰি আনিমেই। সেয়াই নহয়, লগতে বৰ চৰাই

মঙহো। তুমি মোক বাধা নিদিবা।'

দিনটোৰ ভিতৰতে সৰগৰ ৰজা ইন্দ্ৰদেৱতাৰ অনুগ্ৰহত বৰ চৰাইক বধিবৰ কাৰণে ধনু-কাঁড় যোগাৰ কৰি ককাইয়েক আৰু চৰাইৰ অনুসন্ধানত বেটু কোঁৱৰে মাকৰ ওচৰৰ পৰা বিদায় লৈ বাহিৰ ওলাল। কোঁৱৰে গৈ গৈ আগেয়ে ককায়েকহঁতে লগ পোৱাৰ দৰে তাঁত জোৰা লগাবলৈ দিয়া তিৰোতাগৰাকী, সৰিয়হ বুঢ়া আৰু ঘূণ বুঢ়া-বুঢ়ীক লগ পালেগৈ। সিহঁতৰ কোনোৱে যেতিয়া বেটু কোঁৱৰক পৰীক্ষাত চেৰ পেলাব নোৱাৰিলে, তেতিয়া কাৰোৱেই বুজিবলৈ বাকী নেথাকিল যে তাৰ হাতত বৰ চৰাইৰ মৰণ নিশ্চিত।

সি বৰ চৰাইক লগ পালেগৈ, কিন্তু চৰাইজনীক বধ কৰালৈহে মহা সমস্যা হৈ পৰিল। কাৰণ ডিঙিৰপৰা আৰম্ভ কৰি চৰাইজনীৰ সৰ্বদেহতে তাৰ সাতোজন ককায়েক আছে। মই কেৱল চকু দুটাতহে। সেইকাৰণে শ্ৰীহৰিৰ চৰণ চিন্তি স্বয়ং ইন্দ্ৰদত্ত ধনু-কাঁড়েৰে বৰ চৰাইজনীৰ চকু ভেদ কৰি চৰাইজনীক বধ কৰি তাৰ ককায়েকহঁতক উদ্ধাৰ কৰিলে। সিহঁতে বৰ চৰাইজনীৰ পেটৰপৰা উদ্ধাৰ পাই লৰালৰি কৰি মঙহ ভাগ কৰি মাকৰ ওচৰলৈ যাবলৈ যো-জা কৰিছে। কিন্তু কি আচৰিত, সিহঁতৰ প্ৰত্যেকৰে মঙহ ভাগৰ উপৰি এভাগ মঙহ বেছি হয়। বোৰ দুবাৰ বাৰম্বাৰ ভাগ কৰাৰ পিছতো সি বেছি হোৱাত সিহঁত আচৰিত হ'ল। ইতিমধ্যে বেটু কোঁৱৰে সিহঁতৰ আগত নুমলীয়া ভায়েক বুলি পৰিচয় দি আগৰ সকলো কথা জনালত সিহঁতে তাক ইতিকিং-উপহাস কৰি ওচৰৰপৰা খেদি দি মঙহ লৈ ঘৰ পালেহি।

ইফালে ঐশ্বৰিক শক্তিৰ প্ৰভাৱত বেটু কোঁৱৰে ককায়েকহঁততকৈ আগেয়ে মাকৰ ওচৰ পালেহি। মাকক চৰাইৰ মঙহেৰে ককায়েকহঁতলৈকো ভাত ৰান্ধি থ'বলৈ কয়। পিছত সিহঁতে ভাতৰ লগত মঙহৰ কথা শুনি সেই মঙহ যে সিহঁতৰ নুমলীয়া ভায়েকে আনিছে তাক জানিব পাৰি ভায়েকৰ সৈতে মাককো সিহঁতে খেদি দিলে।

মাক আৰু পুতেক বেটু কোঁৱৰৰ লগত একেলগে ভালেমান দিন থকাৰ পিছত কোঁৱৰে নিজৰ অৱস্থা জনাই মাকৰ থকা-খোৱাৰ সকলো দিহা লগাই নিজ পুৰী সৰগলৈ গমন কৰিলে। ককায়েকহঁতে নুমলীয়া ভায়েকক ভাই

বুলি গ্ৰহণ যে নকৰিলেই আনকি মাকৰ লগত থাকোঁতেও নানান অত্যাচাৰ কৰি তাক সুখেৰে থাকিবলৈ নিদিছিল। যাবৰ সময়ত সি মাকৰ আগত নিজক সৰগৰ অধিপতি দেৱতাবিলাকৰ ৰজা ইন্দ্ৰৰ অংশ বুলি পৰিচয় দি ইন্দ্ৰ দেৱতাৰ পূজা বা সৰগদেউ পূজাৰ জ্ঞান দি কৈ যায়—

'বেহাৰীৰ সৰগদেউ
হিন্দুৰ বৰ-সবাহ
যেই কৰে সেই,
অপুত্ৰকে পুত্ৰ পায়
নিৰ্ধনী ধনী হয়,
খোৰায়ে পৰ্বত বগায়
কাঠবাঁজীয়ে ল'ৰা পায়,
আঙুলি নাইকিয়া মাদল কোবায়,
বোবাও চাতুৰ হয়।'

লগতে মাকক সান্ত্বনা দি ক'লে— 'আই তুমি মোৰ বাবে চিন্তা নকৰিবা, মোক ভাবি সৰগলৈ চালেই মই বিজুলীৰ ৰূপত দেখা দি তোমাৰ মুখত হাঁহি বিৰিঙাম।'

সেইদিনা ধৰি কছাৰী সমাজত সূৰ্য, ইন্দ্ৰ, বায়ু, বৰুণ, হাঁতে, বুঢ়া-বুঢ়ী, সাত ভাই-ককাই, বেটু কোঁৱৰ, ভৰলী, আই, নভনী, লখিমী নভনীকে আদি কৰি বিভিন্ন দেৱ-দেৱতাৰ নামেৰে পূৰ্ণ পয়োভৰৰ মাজত সামাজিক আৰু ব্যক্তিগতভাৱে সৰগদেউ বা ইন্দ্ৰদেৱতাৰ পূজাৰ প্ৰচলন হ'ল।

# এক আছিল বাঘকোঁৱৰ

অতি পুৰণি কালত এখন গাঁৱত অতি দুখীয়া এহাল বুঢ়া-বুঢ়ী আছিল। সিহঁত অপুত্ৰক আছিল। তাৰবাবে সিহঁতৰ কোনো বেজাৰ নাছিল। কাৰণ সিহঁত ইমানেই সম্বলহীনা যে ওচৰ-চুবুৰীয়াৰ পৰা খুজি-মাগি আৰু হাবিত থকা বনৰীয়া শাক-পাচলি, বনৰ আলু-কচুৰ ওপৰতে জীৱনকেইটা পাৰ কৰি আহিছে। যিদিনাই বুঢ়া নাইবা বুঢ়ীয়ে মাগিবলৈ অথবা হাবিৰ আলু-কচু বিচাৰি নেযায়, সেইদিনাই সিহঁতৰ টেকেলি কাতি, মজিয়া মুকতি।

এদিনাখন বুঢ়া-বুঢ়ীয়ে হাবিৰ আলু-কচু বিচাৰি হাবিৰ গভীৰ অঞ্চলত সোমাল। গভীৰ অৰণ্যৰ মাজতে বুঢ়ীৰ হঠাৎ প্ৰসৱ বেদনা উপশম হ'ল আৰু তাই এটি সন্তান প্ৰসৱ কৰিলে। কথা-কাণ্ড দেখি বুঢ়া-বুঢ়ী দুয়ো মহা বিপাঙত পৰি দুয়ো আলোচনা কৰি ক'লে— 'মৰিবলৈ আৰু দুদিন আছে। তাতে আমাৰ অৱস্থাও যিহে পানীত হাঁহ নচৰা, পুৱা হ'ল গধূলিলৈ নাই, এই লাওলোৱা পেটত গাঁঠি দি থকা অৱস্থা, পিন্ধিবলৈ নাই এডুখৰি কাপোৰ, মূৰ সুমাবলৈ নাই এটি জুপুৰি নাই যি একোৱেই নাই। এইহেন লাওলোৱা অৱস্থাত ল'ৰা তুলি সতিনীৰ কাল চপাই লৈ আনৰ হাঁহিয়াতৰ পাত্ৰ হোৱাতকৈ যি দিছে তেৰাৰ হাততেই সঁপি থৈ যোৱাটোহে একমাত্ৰ উপায়। ঘৰলৈ নিলে ই আমাৰ গলৰ মণি নহৈ গলগ্ৰহহে হ'ব। কথাতে কৈছে— 'ৰাখে হৰি, মাৰে কোনে, মাৰে হৰি ৰাখে কোনে?' হৰিয়ে ৰাখো বুলিলে আমাৰ ল'ৰা ইয়াতো জীয়াই থাকিব, মানুহ হ'ব। নেৰাখিলে নাই।' তাৰ পিছত আই বসুমতীৰ সেউজীয়া বননিৰ সুকোমল দলিচাত শান্তিৰে পৰি থকা কেঁচুৱাটিক আথে-বাথে তুলি লৈ বুকুত সাৱটি বুঢ়ীয়ে বুঢ়াৰ হাতত তুলি দিলত, বুঢ়াই নৱজাত পুত্ৰৰ মূৰত চেনেহৰ হাত ফুৰাই দীৰ্ঘায়ু হ'বলৈ আশীৰ্বাদ দি পুনৰ তাক বুঢ়ীৰ হাতত অৰ্পণ কৰিলে। বুঢ়ীয়েও কেঁচুৱাটিক হেঁপাহ পলুৱাই চুমা খাই আগৰ দৰে বসুমতীৰ কোমল কোলাত আলফুলকৈ শুৱাই থৈ ঈশ্বৰৰ ওচৰত আঠুকাঢ়ি দুয়োৱে প্ৰাৰ্থিলে— 'হে পৰমপিতা

পৰমেশ্বৰ, আমাৰ সৰ্বদোষ মাৰ্জনা কৰিবা। তুমি যি মহানিধি আজি আমাক দান দিছিলা, সেই দানৰ পাত্ৰ আমি হ'ব নোৱাৰি তাক তোমাকেই পুনৰ অৰ্পিলো। আমি নিচলা, তাতে দিনক দিনে এই সংসাৰৰ চাউল আমাৰ উকলি আহিছে। তেনে অৱস্থাত আমাৰ পোনাকণ—

'পিতৃ বিনে পুত্ৰৰ ৰাজ্য পৰে ভাৰ

মাতৃ বিনে ভোজন হয় চাৰখাৰ।' হোৱাতকৈ তোমাৰ ধন তোমাতেই সমৰ্পিলোঁ। হে কৃপাময়, ল'ৰাটিৰ আয়ুসত বিঘিনি শূন্য কৰি কুশলে-মংগলে ৰাখি মূৰৰ চুলিৰ সমান পৰমায়ু লাভৰ বাবে তোমাৰ চৰণত পৰি শতকোটিবাৰ প্ৰাৰ্থনা জনালো। তাৰপিছত কণমানি কেঁচুৱাটিক আকৌ অবাৰ হেঁপাহ পলুৱাই চাই শূন্য মন লৈ এখুজি-দুখুজিকৈ বুঢ়া-বুঢ়ী ঘৰমুৱা হ'ল।

লাহে লাহে গধূলি হ'ল। শেষ নিশাৰ সময়ত আহাৰ বিচাৰি ঘূৰি-ফুৰা বাঘ-বাহিনীৰ কাণত কেঁচুৱাটিৰ কান্দোন পৰাত দুয়ো তালৈ আহিল আৰু কেঁচুৱা এটা তাতে পৰি থকা দেখি আচৰিত মানিলে। বাঘে চিঞৰি ক'লে— 'কি কপালৰ গুণত আজি এই চিকাৰ পালো। হ'লেইবা শিশু, তাতনো কি ক্ষতি? অমৃত পুত্ৰ মিলিছে। সুবস্তু অলপেই অধিক, তাতেই অমৃত। আজিলৈ আৰু অন্য চিকাৰৰ পয়োজন নাই।'

বনৰীয়া বাঘিনী নিমাত। হিংস্ৰ বংশত জন্ম লভিলেও তাইৰো এখন মাতৃহৃদয় আছে। গহীন অৰণ্যানিত এনে অভাৱনীয়, অপ্ৰত্যাশিত আৰু অনাহূত নৱজাত কেঁচুৱাটি দেখি তাৰ জন্মদাত্ৰী মাতৃক পাৰেমানে গালি পাৰি মনতে ভাবিলে, কোন মাতৃ বাৰু এনে নিৰ্দয়া হৈ নিজ ঔৰসজাত সন্তানক এইদৰে অৱহেলা কৰিব পাৰে? কি উপত্য স্নেহবিহীনা এই মাতৃহৃদয়— মানৱী নে পিশাচী? আকৌ মানুহৰ দেখোন জীৱশ্ৰেষ্ঠতাৰ খ্যাতি। এয়েই তাৰ চৰম নিদৰ্শন। পশু-পক্ষীকে আদি কৰি যতমানে জীৱ-জন্তু আছে তাৰ মাজতো এনে নিৰ্দয়া মাতৃ (যি মাতৃয়ে নিজৰ গৰ্ভজাত সন্তানক এনেদৰে আওকাণ আৰু অনাদায় কৰে তেনে) জন্ম আজিলৈকে হোৱা নই আৰু জীৱজগত থাকে মানে সি নহ'বও। মানুহ বাস্তৱিকতে অন্য জীৱতকৈয়ো অধম নেকি? তেওঁলোকৰ দ্বাৰা এনে কাৰ্য হ'লেও আমাৰ সেইটো হ'ব নোৱাৰে। নাৰী হিচাপে আমাৰ চতুষ্পদী মাতৃসকলৰো এখনি

হৃদয় আছে যত জীৱ, তত শিৱক পৱিত্ৰ স্থান দিয়া হয়। নাৰী মাতৃ হিচাপে এই নৱজাত সৰগীয় পৃথিৱীৰ কোনা পাপ-তাপ, কুলষ-কালিমাই স্পৰ্শ নকৰা দেৱশিশু অমৃতপুত্ৰক প্ৰাণ দি হ'লেও ৰক্ষা কৰাটোৱেই মোৰ সৰ্বপ্ৰথম কৰ্ত্তব্য।'

পিছত বাঘলৈ চাই তাই ক'লে, 'এই কেঁচুৱাটিক মই আপোনাৰ ভোগৰ কাৰণে এৰি দিবলৈ ইচ্ছা নকৰোঁ। এই এধানিমান জীনটিৰ পৰা আপোনাৰ বা মোৰ পেটৰ এচুকো নভৰে আৰু ভোকো নমৰে। ই হৈছে এটা অনাথ শিশু, ক্ষন্তেকীয়া তৃপ্তিত ভোগ কৰিলে আমি মহাপাপৰ ভাগীহে হ'ম। তাতে আমাৰ মাজলৈ আজিলৈকে কোনো সন্তান-সন্ততি অহা নাই। তেনেস্থলত দুপতীয়াতে এই সন্তানটিৰো আমি যদি বধৰ ভাগী হওঁ, তেন্তে আগলৈকো পুত্ৰ মুখ নেদেখিম সেইটো সত্য। ঈশ্বৰে চাগে তাৰেই পৰীক্ষা কৰিছে। তাতকৈ আমি এই অনাদৃত নৱজাত শিশুটিক ভগৱানৰ দান হিচাপে গ্ৰহণ কৰি লালন-পালনৰ দ্বাৰা তাক উপযুক্ত কৰি গঢ়ি আমাৰ পিতৃত্বৰ পৰিচয় দিওঁ।' কেঁচুৱাটো লৈ বাঘ ৰাণী চেঁওলৈ যাত্ৰা কৰিলে।

বাঘিনীয়ে কেঁচুৱাটিক নিজৰ গাখীৰ খুৱাই ডাঙৰ-দীঘল কৰিলে। তাইৰ স্বামী বাঘ, স্বজাতি আৰু অন্য হিংস্ৰ জন্তুৰপৰা তাক ৰক্ষা কৰিলে। তাক তাই লগে লগে লৈ ফুৰায়।

কেঁচুৱাটি সময়ত এটি দেখনিয়াৰ ল'ৰা হৈ পৰিল। ল'ৰাৰ পৰা সি এদিন ডেকা হ'লহি। অৱশ্যে বাঘিনী মাকে তাক মানুহৰ দৰেই থকা-মেলা, খোৱা-বোৱাৰ শিক্ষা দি ডাঙৰ কৰিছিল। এদিন এগৰাকী দীপলিপ ৰাজকুমাৰীক ধৰি আনি বাঘ-বাঘিনীয়ে পুতেকৰ বিয়াখনো পাতি দিলে।

দিন কাৰো সমানে নেযায় ভাবি নিজৰ মাকতকৈয়ো মাটিত থলেও পৰুৱা-পিপৰাই পায়, মূৰত থলেও ওকণীয়ে খায় হেন আতোলতোলকৈ ডাঙৰ-দীঘল কৰা পুতেক আৰু বোৱাৰীয়েকক মাতি লৈ পুতেকক আদ্যোপান্ত বিৱৰি ক'লত তাৰ কৃতজ্ঞতাত সিহঁতৰ মূৰ আপোনা-আপুনি দোঁ খাই গ'ল আৰু ভক্তিত দুয়ো গদ গদ হৈ পৰিল। ইতিমধ্যে বিৰাট গধুৰ ধনুকাঁড় এযোৰ লৈ বাঘ আহি উপস্থিত হ'লহি। তেতিয়া ধনুখনলৈ চাই পুতেকক ক'লে— 'বোপাই, এইখন তোক দিছো। আমি যেনেকৈ বনৰ ৰজা, এই ধনুখনৰ সহায়ত তয়ো এদিন দেশৰ ৰজা হ'বি। ই লগত থাকিলে তঁহতৰ কোনেও

অনিষ্ট সাধন কৰিব নোৱাৰে। ইয়াক আৰু বোনাৰীক থান-থিত লগাব নোৱৰালৈকে সদায় লগতে ৰাখি ফুৰিব। শুন, তোক প্ৰথম পোৱাৰ দিনতে ভগৱানৰ ওচৰত মানুহ কৰাৰ সংকল্প যি প্ৰতিজ্ঞা কৰিছিলো সি সফল হ'ল আৰু লগে লগে মোৰ জীৱনো সাৰ্থক হৈছে। তহঁতক ঈশ্বৰে কুশলে ৰাখক। শেষত আৰু এষাৰ কওঁ— মই বৰ্তমান দোভগীয় অৱস্থাত আছো। আমাৰ মাজলৈ নতুন বংশৰ আগমনৰ সম্ভাৱনাই দেখা দিছে। সেই নতুন মুখ দেখিম-নেদেখিম সি ভাগ্যৰ কথা। কাৰণ 'পুৰুষৰ ৰণ, তিৰীৰ বিয়ন'। একো ঠিকনাই। সময় বুজি চলিবি। যা এতিয়া।'

দিনবোৰ এইদৰে গৈ আছে। সিয়নিত শুই শুই বাঘকোঁৱৰে দিনবোৰ কটাবলৈ টান পাই মাক-বাপেকে তাক দিয়া ধনুখন লৈ চিকাৰলৈ গৈ এটা প্ৰকাণ্ড জঁটীয়া শৰ মাৰি থৈ মাক-বাপেকক সেই বাতৰি দিলত সিহঁত দুয়ো গৈ পহু দেখি আচৰিত হোৱাই নহয়, ধনুৰ কাঁড়পাটে পহুৰ উপৰি কেইবাডালো গছ ভেদ কৰি গৈছে। সিহঁতে কথমপিহে কাঁড়পাট এৰুৱাব পাৰিলে। তাৰ শক্তি দেখি বাঘ-বাঘিনী আৰু ৰাজকুঁৱৰীয়ে ধন্য মানিলে।

সময়ৰ মূৰকত বাঘ দম্পত্তিৰ মাজলৈ এহাল পোৱালি আহিল। সিহঁত অহাৰ লগে লগে বাঘৰ দিনক দিনে নৱ দম্পতিহাললৈ ঈৰ্ষাভাৱ উপজিবলৈ ধৰিলে। বাঘ-বাঘিনীৰ মাজতো সেইদৰে মিলা-প্ৰীতিৰ ভাব কমি আহিবলৈ ধৰাত এদিন বাঘিনীয়ে পুত্ৰ দুটিক লৈ বাঘক এৰি গুচি গ'ল। বাঘেও সেই সুযোগকে বিচাৰি আছিল। হাতৰ চিকাৰ মুখত পৰিছেহি। সোণালী সুযোগহে পোৱা নাই।

কোঁৱৰ-কুঁৱৰীৰ মাজৰ পৰা মাক বাঘিনী আঁতৰি যোৱাত সিহঁত অকলশৰীয়াকৈ থাকি ভাল নলগাত এদিন দুয়ো সেই স্থান চিৰদিনৰ বাবেই পৰিত্যাগ কৰি ওলাই আহিল। বহুদূৰ বাট অহাৰ পিছত পিতৃ বনৰাজেও সিহঁতলৈ বুলি খেদি অহাত বাঘ কোঁৱৰে তাৰ বিৰাট ধনুখনৰে বাঘক সিপুৰীলৈ পঠিয়ালে।

তাৰপিছত বাঘকোঁৱৰ আৰু কুঁৱৰীয়ে উদ্দেশ্যবিহীনভাৱে যাত্ৰা আৰম্ভ কৰিলে এখনি নতুন জগতত। গৈ গৈ সিহঁতে এখন ৰাজ্যৰ এটি বিৰাট সৰোবৰৰ এমূৰত ওলালগৈ। সৰোবৰৰ স্ফটিক পানী দেখি সিহঁতৰ পানী খাবলৈ মন যোৱাত কুঁৱৰীয়ে কোঁৱৰক পানী আনিবলৈ পঠালে। সেই পানী

অনা ঘাটতে এটা ধোবাই কাপোৰ ধুই আছিল । নাতি দূৰত মানুহজনৰ ধুনীয়া ঘৈণীয়েকক দেখি তাইক পোৱাৰ আশাত সি পানী খাবলৈ আৰু আনিবলৈ যোৱা কোঁৱৰক পানীলৈ গতিয়াই পঠিয়ালত সি একেবাৰে পানীৰ তল পালেগৈ। পানীৰ তলিত জলকুঁৱৰীয়ে পাই তাক এটা কেঁচুৱালৈ পৰিবৰ্তন কৰিলে আৰু এটা মাছে পাই তাক টপকৰে গিলি পেট পোৱালেগৈ। মাছৰ পেটত সি ভালেমান দিন থাকিল। তাৰ পিছত এজন বুঢ়াই পাতি থোৱা বৰশীত মাছটো লাগিলত সেই মাছ বুঢ়ীৰ হাতত পৰিল। বুঢ়ীয়ে মাছটো চাই কণীময় হৈ আছে যেন ভাবি কণী থ'বলৈ যতন বিচাৰি বুঢ়াক চিঞৰাৰ পিছতেই মাছৰ পেটত তাই শুনিবলৈ পালে, 'লাহে লাহে সাৱধানেৰে কাটিবা। পেটত মই এটা কেঁচুৱা আছোঁ। ঈশ্বৰে মোক তোমালোকৰ মাজলৈ পঠিয়াইছে। ভয় নেখাবা।'

'হায়! হায়!! মাছৰ পেটত কেঁচুৱা। ঔ বুঢ়া?? ই আকৌ কি???' য'ৰে মাছ ত'তে পেলাই বুঢ়ীয়ে বুঢ়াৰ গাত ধৰিলেহি আৰু ভয়তে কোঁচ-মোচ খালে।

কথা শুনি বুঢ়া আহিল আৰু সাৱধানেৰে মাছটোৰ পেট ফালে কেঁচুৱাটি বাহিৰ কৰি উলিয়ালে। এটি শকত-আৱত দেখনিয়াৰ কেঁচুৱা। বুঢ়া-বুঢ়ী আনন্দৰ সীমা নাই। তাতে বুঢ়ী কাঠবাঁজী।

'কাঠবাঁজীয়ে ল'ৰা পোৱাটো জানো কোনোবাই বিশ্বাস কৰিব? বিশ্বাস কৰাবই লাগিব।'— এই ভাবি বুঢ়ীয়ে বুঢাৰ হতুৱাই এটা ডাঙৰ মতা কুকুৰা মৰালে আৰু কুকুৰাৰ তেজখিনি এটা চৰিয়াত জমা কৰি তাইৰ পিন্ধা মেখেলা-কাপোৰ দুই এপদ তাতে জুবুৰিয়াই এটা ফটা থৈলাত চৰিয়াৰ ৰঙচুৱা পানী কিছু বাকী দি সেইবোৰ ঘাটত ধুবলৈ লৈ গ'ল। লগত ঢেঁকীথোৰা এটা নিবলৈকো তাই হলে নাপাহৰি এপাট কাপোৰ থোৱা চটাত তেজেৰে ৰঙচুৱা হৈ থকা থৈলাটো উলিয়াই ঢেঁকীথোৰাৰে কোবাই থেকেচি সেইবোৰ ধুবলৈ ধৰা দেখি নদী ঘাটলৈ অহা জীয়ৰী-বোৱাৰীসকলে বুঢ়ীক তাৰ কাৰণ সোধাত তাই ল'ৰা হোৱা কথাটো সকলোৰে আগত সদৰী কৰি ক'লে। ঘৰলৈ আহি প্ৰমাণো পালে।

কাঠবাঁজী বুঢ়ীৰ অপবাদ গুচিল। বংশ ৰক্ষা পৰিল। ইফালে বাঘ কোঁৱৰক পানীলৈ ঠেলি দিয়াৰ পিছত ধোবাটোৱে কুঁৱৰীৰ ওচৰত উপস্থিত হৈ পানীত

পৰি তাইৰ গিৰিয়েক নাইকিয়া হোৱা বাতৰি দি তাকে স্বামী হিচাপে ল'বলৈ কোৱাত তাই ক'লে যে তাকহে নালাগে আনকো তাই স্বামী হিচাপে গ্ৰহণ কৰিব সেইজনেই তাইৰ ভাগ্যবান স্বামী হ'ব, যিয়ে সমুখত পৰি থকা ধনুখন দাঙি কঢ়িয়াব পাৰিব। পৰীৰ নিচিনা সুন্দৰী পত্নী লাভৰ আশাত সি তৎক্ষণাতে ধনুখনৰ ওচৰ পালেগৈ আৰু ধনু দঙাৰ কথা দূৰতে থাওক, ধনুখনৰ আকৃতি দেখিয়েই সি মনে মনে আঁতৰিল।

বাঘকুঁৱৰী আৰু ধনুৰ কথা ইকাণ-সিকাণ বাগৰি ৰজাৰ কাণতো পৰিলত পাত্ৰ-মন্ত্ৰীসহ ৰজাও তালৈ আহিল। তাইক দেখামাত্ৰকে ৰজাৰ শৰীৰত অপত্যস্নেহ ভাব সঞ্চাৰিত হ'ল। কুঁৱৰীৰো সেয়ে। অথচ ভগৱানে যেন পৰস্পৰৰ পৰিচয়ৰ পৰা দুয়োকে নিলগাই ৰাখিলে। ৰজাৰ আগত তাই তাইৰ গিৰিয়েক পানী আনিবলৈ গৈ নোহোৱা হোৱা আৰু বিৰাট গধুৰ ধনুখনৰ কথা ক'লে। কুঁৱৰীয়ে ইয়াকো জনালে যে ৰাজ্যৰ যিয়েই ধনুখন দাঙি শূন্যলৈ কাঁড় মাৰিব পাৰিব তেওঁকেই স্বামী বুলি গ্ৰহণ কৰিব। ৰজা আৰু পাত্ৰমন্ত্ৰী সৱে বহুতো বুজাই-বঢ়ায়ো তাইক অন্যস্থানলৈ নিব নোৱাৰি ৰাজ তত্ত্বাৱধানতে পালিপহৰীয়াসহ তাইক তাতে ৰখাৰ ব্যৱস্থা কৰি ৰজা ৰাজধানীলৈ উভতি গ'ল।

লোৰ ধনুখন দাঙি কুঁৱৰীক লাভ কৰাৰ আশাত দেশ-বিদেশৰ কত যে ৰজা-প্ৰজা নাহিল। ধনুখনৰ মূৰ্তি দেখিয়েই চুৰ্তি হেৰুৱাই সেই আশা ত্যাগ কৰি স্ব স্ব স্থানলৈ প্ৰস্থান কৰিলে। শেষত ৰজাই এই আদেশ জাৰি কৰাই দিলে— 'ৰাজ্যৰ ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৱে ধনুখনৰ ওচৰলৈ গৈ তাক দাঙিবলৈ চেষ্টা কৰি চাবই লাগিব। ই ৰাজ-অনুৰোধ নহয়, ৰাজ-আদেশ। ইয়াৰ ব্যতিৰেকে ৰাজদণ্ড ভোগ।'

ৰাজ-আদেশ অমান্য নকৰি ৰাজ্যৰ সৰু-বৰ সকলো লোক আহিলতো পৰি থকা ধনুখন একেভাগে, একে ঠাইতে পৰিয়েই থাকিল। কুঁৱৰীৰ চিন্তা দূৰ হোৱা নাই যদিও এদিন বনত বাঘ মাকে দিয়া বাণীকে অমোঘ মন্ত্ৰ ভাবি ধৈৰ্য ধৰি আছে। বিপদ এদিন আঁতৰিব। হেৰুওৱা গিৰিয়েকক পাবই।

এবছৰ-দুবছৰকৈ বুঢ়া-বুঢ়ীৰ ঘৰত বাঘকোঁৱৰ গৰু ৰাখিব পৰা এক বুজন বয়সত ভৰি দিলেহি। বুঢ়া বাপেক গৰখীয়াৰ সলনি সি এতিয়া ৰজাৰ গৰখীয়া। গৰখীয়া হ'লেও এই বয়সতে এটা জাকত-জিলিকা ল'ৰা। সেইদৰে

তাৰ স্বভাৱ-চৰিত্ৰ, কথা-বতৰাও মোহলগা, সুন্দৰ। বুঢ়া বাপেক-মাকৰ মনত সি বোকাৰ পদুম আৰু শামুকৰ পেটৰ মাণিক। মাক-বাপেকে এনে আদৰৰ পুতেকক গৰু চৰাবলৈ নিদিয়া সত্ত্বেও সি উপযাচি কাঢ়ি লৈছে। গোটেই ৰাজ্যৰ মানুহে ধনুৰ ওচৰলৈ গৈছে, সিয়ো যাব লাগে। ৰাজ-আদেশ সি অমান্য কৰিছে।

সি কিন্তু নুশুনে। ধনুৰ বিষয়ে সুধিলে সি মাত্ৰ কয়— 'আমি গৰখীয়াৰ ঘৰত জনম লভিছো, গৰু চৰোৱাই কাম। ধনু দাঙি ৰাজকইনা, অপেচৰীক ঘৰলৈ নানিহে পৰিছো। যাৰ ভাগ্য আছে সিয়ে যাওক— মিছাতে আমাক সিবোৰ শুনোৱাব নালাগে। এইবোৰ আজে-বাজে কথালৈ মই মন-কাণ নিদিওঁ।' বাঘকোঁৱৰৰ আঁকোৰ-গোজ মনোভাৱ। ৰজাৰ কাণতো কাণ বাগৰি গৰখীয়া বুঢ়া-বুঢ়ীৰ পুতেক গৰখীয়া ল'ৰাৰ কথা পৰিলত তেওঁ পাত্ৰ-মন্ত্ৰীকে আদি কৰি কেইবাজনকো পঠিয়ালত সি আনক যিদৰে কয় সেইদৰেহে কৈ তেওঁলোকক ভালমতে বিদায় দিলে।

অৱশেষত ৰজা আহি গৰখীয়া বুঢ়াৰ ঘৰ পালেহি। বুঢ়া-বুঢ়ী ভয়তে পেঁপুৱা লাগিল। পুতেক গৰখীয়াই অলপো ভয়-ভীত নকৰাকৈ ৰজাক দুখী দুখী ভাৱেই যি পাৰিলে সেৱা-সৎকাৰ কৰিলে। তাৰ আলাপ-আলোচনা আৰু সেৱা-শুশ্ৰূষাত ৰজা মোহ গ'ল। ৰজাৰ অনুৰোধ সত্ত্বেও সি কোনোপধ্যে ধনু দাঙিবলৈ মান্তি নহয়। ৰজায়ো নেৰে। শেষত ৰজাক বিমুখ নকৰি এটি নিৰ্ধাৰিত দিন দি তেওঁক বিদায় দিলে। লগতে এই বন্দৱস্তও থাকিল—ৰাজ-বিষয়াই তাক ৰথত তুলি লৈ যাবহি লাগিব।

নিৰ্ধাৰিত দিন উপস্থিত হ'লহি। 'গৰখীয়া বুঢ়া-বুঢ়ীৰ পুতেকে ৰথত উঠি লোৰ ধনু দাঙিবলৈ আহিব।' কথাষাৰ গোটেই ৰাজ্যতে বিয়পি পৰাত 'নাভূত-নাশ্ৰুত' জানি ধনুভূমি লোকে লোকাৰণ্য; মেলামুখী হৈ পৰিছে। ৰাজ্যৰ ৰজা-মন্ত্ৰী সকলো তাত উপস্থিত।

যথাসময়ত গৰখীয়া ল'ৰা ৰথত উঠি নিৰ্দিষ্ট স্থান পালেহি। ৰাজমন্ত্ৰীয়ে তাক ৰথৰ পৰা ধনুকাঁড়যোৰৰ ওচৰলৈ লৈ গ'ল। ধনুকাঁড়যোৰৰ ওচৰ পাই সি জয়জয়তে ৰজাক প্ৰণাম জনাই মন্ত্ৰী পৰিষদ আৰু সমবেত প্ৰজাসৱক জনাই তাৰ বাঘিনী মাতৃক তাৰ পৰা স্মৰণ কৰি প্ৰণাম জনাই ন-কাঁড়াযোৰকো সেৱা এটি জনাই দুহাতেৰে প্ৰকাণ্ড ধনুখন দণ্ডাৰ লগে লগে গৰখীয়া ল'ৰা

ল'ৰা গুচি এক সুশ্ৰী থূলন্তৰ যুৱক হৈ পৰিল। সকলো অবাক হ'ল। তাৰ পিছত আলাসতে ধনু দাণ্ডি ভিৰাই শূন্যলৈ কাঁড় এপাট মাৰি পঠিয়ালে। তাকে দেখি ৰজা-প্ৰজা সকলো আচৰিত হ'ল আৰু ৰজাই নিজ আসনৰ পৰা নামি আহি তাক সাবটি ধৰিলেহি। কাঁড়পাট শূন্যলৈ মাৰি পঠিওৱাৰ কিছু সময়ৰ পিছতে ওচৰৰ হাবিত বাঘৰ গোঁজৰণি শুনিবলৈ পোৱা গ'ল। সমজুৱাৰ মাজত ভয় সোমাল— হৰিষত বা কি বিষাদ মিলে? ধনুবীৰ অধৈৰ্য হ'ল আৰু 'সেয়া মোৰ মাতৃদেৱী, আপোনালোকে অলপ ধৈৰ্য ধৰি ক্ষন্তেক অপেক্ষা কৰক' এইবুলি কৈ সি হাবিলৈ বেগাই দৌৰ দিলে আৰু মাক বাঘিনীক সকলোৰে আগলৈ লৈ আহিল। ইতিমধ্যে কুঁৱৰীও আহি বাঘিনী আৰু পুতেকৰ সমুখত দীঘল দি পৰিল। সমজুৱাসকল আচৰিত হ'ল। সকলোৱে বিস্ময় মানিলে।

ৰজাই তাক এই ৰহস্যৰ ভেদ ভাঙি দিবলৈ ক'লত সি ক'বলৈ আৰম্ভ কৰিলে, 'মহাৰাজ, মোৰ পিতৃ-মাতৃৰ কথা মই নাজানো। কিন্তু সদ্যহতে আপোনালোকৰ আগত উপস্থিত মোৰ কৰুণাময়ী মাতৃদেৱীৰ পৰা জানিব পাৰিছো যে পৃথিৱীত প্ৰথম চকু মেলাৰ দিনাই বনত এহাল বাঘ-বাঘিনীয়ে পায়। বাঘে নিমিষতে হেনো মোক খাই শেষ কৰিবলৈ লৈছিল; কিন্তু বাৎসল্যপ্ৰেমী বনৰাজ্ঞীয়ে সেইখিনিলৈ বন-ৰাজক আগবাঢ়িবলৈ নিদি চোঙলৈ আনি নিজৰ গাখীৰ খুৱাই ডাঙৰ-দীঘল কৰে। মানৱ মাতৃৰ দৰে তেওঁ মোৰ মাতৃত্ব বহন কৰি পৃথিৱীত যি অনুপম মাতৃহৃদয়ৰ জ্বলন্ত নিদৰ্শন দেখুৱাইছে, তাক আপোনালোকৰ আগত মই অধমে বৰ্ণাওঁ কেনেকৈ?' কথাখিনি শুনি সমুখত থকা বাঘিনীৰ চকুত চকুপানী বিৰিঙি উঠিল।

সি পুনৰ ক'লে, "ঠিক মানুহৰ দৰে থকা-মেলা, খোৱা, পিন্ধা-উৰা সকলো পয়োভৰত মই ডাঙৰ-দীঘল হ'লো। সময়ত বনৰাজ দম্পতি পিতৃ-মাতৃয়ে মোৰ উপযুক্ত বয়সত এগৰাকী ৰাজকুমাৰীৰ স'তে মোৰ বিয়াখনো পাতি দিলে। আমাৰ ঘৰ সংসাৰ হ'ল আৰু সুখৰ মাজেদিয়েই আমাৰ দাম্পত্য জীৱনৰ দিনবোৰ অতিবাহিত হ'বলৈ ধৰিলে। ইতিমধ্যে আমাৰ মাজলৈ এহাল বাঘ ভাইটি আহিল। সিহঁতৰ আগমনৰ পৰাই বাঘ-পিতৃৰ আমালৈ আৰু মাতৃ বাঘিনীলৈ ক্ৰমাৎ মৰম-চেনেহবোৰ কমি আহিবলৈ ধৰিলে। তাতে তাই প্ৰমাদ গণি পালে- মানৱ পুত্ৰ-দম্পতিৰ জীৱনলৈ যে বিপদ

চাপি আহিছে। অ' ক'বলৈ পাহৰি আহিছো, বিয়াৰ পিছতেই মাতৃদেৱীয়ে তেওঁৰ চেনেহৰ মানৱ পুত্ৰৰ কাৰণে এখন লোৰ ধনু তৈয়াৰ কৰাই দিছিল। এয়া হেনো তেওঁৰ মৰমৰ দান, আমাৰ কাৰণে জীৱন-মৰণৰ সাৰথি আৰু বিপদৰ বন্ধু। ইয়াৰ যহতে আমি এদিন ৰজা হ'ম। পিতৃৰাজ বাঘৰ ঈৰ্ষাত ভাই দুটিৰে সৈতে আই বাঘিনী আমাক এৰি আঁতৰিল। ইফালে হিংসাকুৰীয়া পিতৃৰ আমি ভোগৰ বলি হ'ব লগাত পৰো। বলি অৱশ্যে নহ'লো। এই ধনুৱে আমাক ৰক্ষা কৰিলে। বনৰাজ নিহত হ'ল।

তাৰ পিছত আমি লোকৰাজ্যত। এই ৰাজ্যত ভৰি দিয়াৰ লগে লগে আমি পিয়াহত আতুৰ হওঁ। পিয়াহ আৰু ভাগৰত ভৰি আগলৈ নচলাত পৰে। তথাপি দূৰত ৰিণিকি ৰিণিকি দেখা সৰোবৰলৈ আগবাঢ়ো। ধোবাই গতিয়াই পানীত পেলালত জলকুঁৱৰীয়ে দয়া কৰি পুনৰ সামান্য কেঁচুৱা কৰি পোলোৱাত মাছৰ পেটত! বৰশীত! গৰখীয়া বুঢ়া-বুঢ়ীৰ বুকুত! তাৰ পিছত আপোনালোকক! এই সকলো মহিমাময় পৰমেশ্বৰৰে লীলা। তেওঁৰ ওচৰত শত সহস্ৰকোটি প্ৰণাম। ইমান বিপদ-বিঘিনিৰ মাজতো পুতেকক যে ভগৱানে জীয়াই ৰাখিছে ভগৱানৰ প্ৰতি তাৰেই কৃতজ্ঞতাত বাঘিনীৰ চকুৰ পানীৰে পৃথিৱী টৌৱাই দিলে।

'সদৌ শেষত মোৰ জীৱনৰ মূলতে যে এই বাঘিনী মাতৃ তাক আপোনালোকে বুজিছে। আপোনালোকৰ আগত মোৰ হিতাকাংক্ষী স্নেহময়ী বাঘ-মাতৃৰ গুণ-গৰিমাৰ কথা বখানি মই শেষ কৰিবলৈ অপাৰগ। আমাৰ দাম্পত্য জীৱনৰো গুৰিতে তেৱেঁই। এই ধাৰ আমি ইহজনমত সুজিব নোৱাৰিম। শেহান্তৰত, মানুহ-বাঘৰ অহি আৰু নকুলৰ সম্বন্ধ সত্বেও বিশ্বপিতাই বনৰ বাঘিনীৰ নিষ্ঠুৰ হৃদয়তো মানৱ সন্তানৰ প্ৰতিও মাতৃস্নেহ জাগৰিত কৰি প্ৰকৃত প্ৰেমৰ অন্তৰালত 'যত জীৱ, তত শিৱ'ৰ যি নিদৰ্শনৰ দ্বাৰা আমাক জীৱন দিলে সি জগতত কালজয়ী হওক।' বাঘিনীৰ চকুত বাৰিষাৰ জলধাৰাৰ দৰে চকুলো ভাহি যাবলৈ ধৰিলে।

তাৰ পিছত বাঘকোঁৱৰে বনৰাজ্ঞীৰ প্ৰকাণ্ড মূৰটি দুহাতেৰে সাবটি দৰি বুকুৰ উম দিলে। মাকেও কাষ চাপি আলাসত থিয় হৈ পুতেকৰ বুকুত সোমাই মুখ গুজি দিলে, বুকুৱে-মুখে পাৰে মানে হেঁপাহ পলুৱাই চুমা খালে।

ইয়াৰ পিছত পুতেকৰ আচৰণত ইমানপৰে সন্তুষ্ট হৈ থকা মাতৃস্নেহ গৰ্বিত

বাঘিনীয়ে তাক অন্তৰ উজাৰি যেন ক'লে; জগতত তোৰ মাতৃভক্তি অতুলনীয়। এজনী বনৰ সামান্য বাঘিনীক মাতৃত্বৰ আদৰ্শৰে আজি মোক যি আসনত বহুৱালি তাৰ বাবে তোক নথৈ কৃতজ্ঞতা জনাইছো। মোৰ লগতে সকলো বন্যপ্ৰাণী তোৰ ওচৰত চিৰকৃতজ্ঞ। পুত্ৰ হিচাপে তইঁতৰ মানৱ তীৰ্থত আজি মোৰ মাতৃত্বৰ যি গৌৰৱৰ জয়গান গালি, মোৰ তথা জাতিৰ কাৰণে ই হ'ব মহামন্ত্ৰ। ইটো নিশ্চয় জানিবা, ইয়াক জীৱন্তে ভাৰ ব'বলৈ মই অপাৰগ। মোৰ আশীৰ্বাদ গ্ৰহণ কৰি তইঁত সুখী হ। ঈশ্বৰে তইঁতক দীৰ্ঘায়ু কৰক। সমাজ বিদ্যমানে আমাৰ শুভেচ্ছা— দুচকু জুৰি অবিৰাম ধাৰে বৈ অহা চকুপানীক তাই ৰোধ কৰিব নোৱাৰিলে। নোৱাৰি মানৱ পুত্ৰৰ বুকৰ উমৰ পৰশতেই নিজৰ বিলীন কৰি এই পৃথিৱীৰ পৰা এক মানৱপ্ৰেমী বনৰাজ্ঞীয়ে চিৰবিদায় ল'লে।

এই শোকাবহ দৃশ্যই ৰজা-প্ৰজা সকলোকে শোকাকুল কৰি তুলিলে। বাঘকোঁৱৰ আৰু কুঁৱৰী মূৰ্ছা যোৱা যেন হ'ল। উপস্থিত সকলো শোকাভিভূত। তেওঁলোকে কি দেখিলে, শুনিলে, পালে আৰু তাৰ পৰিসমাপ্তি কিমান দূৰত জানিবলৈ আৰু চাবলৈ পৰম বিহ্বলভাৱে তেওঁলোক দুয়ো অপেক্ষা কৰি থাকোঁতেই অশ্ৰুসিক্ত ভাবেৰেই কথাৰ মোখনি মাৰি ক'লে, "পশু হ'লেও মানৱী মাতৃস্বৰূপে তাই আমাক সকলো দিলে। সকলো কৰি গ'ল; কিন্তু মানুহ হৈয়ো আমি একো কৰিব নোৱাৰিলো। এতিয়া এওঁৰ পাল।" এইবুলি ৰাজকুঁৱৰীক আগবঢ়াই দিলে।

সকলোকে সেৱা জনাই কুঁৱৰীয়ে জীৱনৰ এছোৱাৰ পৰা কৈ গ'ল, "মই হওঁতে ৰাজকুমাৰী, ৰাজপিতৃ-মাতৃৰ মৰেই একমাত্ৰ আদৰৰ কন্যা। দুৰ্ভাগ্যই বোলক, সৌভাগ্যই হওক, ৰাজকাৰেঙৰ বাহিৰ হওঁতেই এনিশা এহাল বাঘে ধৰি লৈ যায়। তাৰ পিছত বনত বাস। স্বামী লাভ। যুৱীয়া বনৰীয়া জীৱন। বনত্যাগ। পতি-বঞ্চিতা;... কিন্তু শাহু বনৰাণীৰ অমোঘবাণী মানি পতিৰ ধ্যান। দিন যায়। ৰাতি আহে। বছৰৰ পিছত বছৰ যায়। ধনুৰ লগতে ধ্যান-সতী যদি হওঁ পতি লভিম। দৃঢ় আত্মবিশ্বাসেৰে দিন কটাইছো লোক-চক্ষুৰ আৰত নিজকে ৰাখি ৰাখি...তাৰ পিছত? তাৰ পিছত কেইটামান প্ৰকৃত জীৱনৰ মিলিত এই বাস্তৱ চৰিত্ৰৰে লিপিবদ্ধ কৰিব পৰাকৈ এক সাধু সাধু লগা ৰূপকথাৰে পৰিসমাপ্তি।" লগে লগে ৰাজকুমাৰীয়ে আসনত বহি থকা

ৰজা (পিতৃ)ৰ ওচৰলৈ গ'ল আৰু তেওঁৰ বুকুত সোমাই পৰিল। ৰজায়ো হেৰুৱা মাণিক হেন পুতলীক পাই বুকুত সাবটি ল'লে। বাঘকোঁৱৰেও আহি ৰজাৰ চৰণত দীঘল দি পৰিলহি। কথা-কাণ্ড দেখি সকলোৱে বিস্ময় মানিলে।

ইয়াৰ পিছদিনাই বাঘকোঁৱৰ আৰু ৰাজকুমাৰীৰ শুভমিলন উপলক্ষ্যত সমগ্ৰ ৰাজ্যত বিৰাট উৎসৱৰ আয়োজনৰ দিহা কৰা হ'ল। তেওঁবিলাকৰ মিলন উৎসৱত ৰজা-ৰাণী আৰু প্ৰজা সকলোৱে হিয়াভৰা আশীৰ্বাদ দিলে।

ৰাজকুমাৰীৰ বাহিৰে ৰজা-ৰাণীৰ কোনো সতি-সন্ততি নথকাত জোঁৱায়েক বাঘকোঁৱৰেই সময়ত সেই ৰাজ্যৰ ৰজা হৈ মহাসুখেৰে ৰাজ্য চলাই-মেলি থাকিল।

তাৰপিছত ঃ "খালো ভাত<br>পেলালোঁ পাত,<br>পাতগৈ পালেগৈ<br>ছমাহৰ বাট।"

# সোণোৱালৰ গোসাঁই প্ৰীতি

১৬৭৯-৮১ খ্ৰীষ্টাব্দলৈকে চুলিক্‌ফা বা ল'ৰাৰজা আহোম ৰাজপাটত উঠে। এই কালছোৱাৰ ভিতৰতে তেওঁ নিজকে নিষ্কণ্টক আৰু সুপ্ৰতিষ্ঠিত কৰি গঢ়ি তুলিবৰ অৰ্থে তেওঁৰ ৰাজ্যত থকা ৰাজযোগ্য বিভিন্ন ৰাজফৈদৰ ৰাজকোঁৱৰসকলৰ অংগক্ষতক কৰে। এই ৰাজ অত্যাচাৰৰ পৰা ৰক্ষা পৰে তুংখুঙীয়া ফৈদৰ গোবৰ ৰজাৰ পুত্ৰ একমাত্ৰ লাঙি গদাপাণি।

অত্যাচাৰী ল'ৰাৰজা আৰু তেওঁৰ চোৰাংচোৱাৰ হাতৰ পৰা ৰক্ষা পাবৰ অৰ্থে তেওঁৰ ঘৈণীয়েক মহাসতী জয়মতীৰ দিহামতে গদাপাণিয়ে ছদ্মবেশেৰে নগা পৰ্বতলৈ পলাই নগা পৰ্বতলৈ পলাই যায়। তাৰ পিছত তেওঁ ভেশছন্ন কৰি প্ৰায় গোটেই অসম ঘূৰি ফুৰে। এইদৰে ঘূৰি ফুৰোতে পথাৰত কোৰমাৰি থকা এজন ব্ৰাহ্মণে তেওঁৰ শৰীৰত ৰাজচক্ৰ দেখা পাই 'ভৱিষ্যতে ৰজা হ'বা' বুলি তেওঁক ভৱিষ্যদ্বাণী কৰে। মাজতে গদাধৰে সোণামুৱাৰ 'ময়ুৰ মজুমদাৰ বৰুৱা'ৰ ঘৰত কিছুকাল গোপনে থাকি ভাটিলৈ ভটিয়াই যায়। ভাটিলৈ ভটিয়াই যাওঁতে এদিন নিশা মাজুলীৰ আউনিআটীসত্ৰত গোপনে লুকাই থাকেহি। বৰ্তমানৰ দৰে এই সময়তো সত্ৰত পূৰ্ণ পয়োভৰ। দুপৰ নিশালৈকে হৰিৰ নাম-কীৰ্তন, আলোচনা-বিলোচনাৰ উজান উঠে। সেইদিনাও আলোচনা ভগাতত সকলোৱে গুৰু-ভকত সহ দিহাদিহি ভাগিবৰ দিহা কৰি সকলোটি ওলাই আহোঁতে কোনোবা এজন ভকতে আন্ধাৰে-মুধাৰে পিক পেলাই যোৱাত সেই পিকে আউনিপাণৰ আটিত মূৰে পোলোকা মাৰি সোমাই থকা গদাপাণিৰ গোটেই শৰীৰ ছাটি ধৰে। খেনোৰ মতে পিকদান দলিয়াই দিয়াত তেওঁৰ এনে অৱস্থা হয়। ইয়াতে গদাপাণিয়ে এই পিকদান দলিয়াই দিয়াত তেওঁৰ এনে অৱস্থা হয়। ইয়াতে গদাপাণিয়ে এই সত্ৰত বিষম অপমান পাই ভৱিষ্যতে গুৰু-গোসাঁইৰ ওপৰত প্ৰতিশোধৰ ভাব পোষণ কৰি ভাটিলৈ ভটিয়াই যাবলৈ ধৰিলে।

যথাসময়ত গদাপাণি কোঁৱৰ ৰাজপাটত উঠে। ৰাজপাটত তেওঁৰ জীৱন

সোঁৱৰণত পলৰীয়া জীৱনত তেওঁ পোৱা হিতাহিতৰ বিচাৰ চলিল। উপকাৰী সোণামুৱাৰ 'ময়ূৰ মজুমদাৰ বৰুৱা'ক ৰাজবিষয়, বঁটা-বাহন আৰু খাট-পাম দি থাপিল। অহিতকাৰী কিছুমানক ৰাজদণ্ড দিয়ালে। সেই আপাহতে আগতে অপমান পাই অহা আউনিআটী সত্ৰৰ দ্বিতীয় সত্ৰাধিকাৰ ˚কেৱশদেৱ গোসাঁইক ধৰাই নিবলৈ মানুহ পঠোৱাত তেওঁ ভকতসহ মাজুলীৰ পৰা কুণ্ডিল শদিয়াৰ হাবিলৈ পলাই যায়। কোনো কোনোৰ মতে আকৌ আহোমৰাজ স্বৰ্গদেউ গদাধৰ সিংহই গোসাঁই-মহন্তক প্ৰাণে নামাৰি ভকতসহ শদিয়াৰ হাবিত নিৰ্বাসন দি অপমানৰ প্ৰতিশোধ লয়।

ভকত-সজ্জনৰ পূৰ্ণ পয়োভৰৰ মাজত দিন অতিবাহিত কৰা আৰু জোন-বেলিৰ ছাঁতো ভৰি নিদিয়া সত্ৰাধিকাৰ ˚কেশদেৱ শদিয়াৰাজৰ কুণ্ডিলৰ দুৰ্ঘোৰ অৰণ্যত নিৰ্বাসিত, নিৰ্যাতিত আশ্ৰয়প্ৰাৰ্থী হ'ল। হিংস্ৰ জন্তু, ব্যাঘ্ৰ-হস্তী, ককলিৰ ভৈৰৱ আৰ্তনাদ বিনে ইয়াত নাই জনসমাজৰ কোলাহল। অধিকাৰ মহাপ্ৰভুৰ মনত মহাত্ৰাস-দিন যাপন কৰে কেনেকৈ?

জীৱ-জন্তুৱেও মানুহ চিনে। সেয়েহে গোসাঁই ইয়ালৈ অহাৰ লগে-লগে হাতী, বাঘ, ভালুক আৰু সাপ, ঘোং আদি হিংস্ৰ জন্তুৰ উপদ্ৰৱ নাইকিয়া হয় আৰু ই এক পবিত্ৰ ভূমিত পৰিণত হয়। এদিন হঠাৎ গছৰ ডালত পৰি থকা এজনী কপোত পক্ষীলৈ গোসাঁইৰ চকু গ'ল। চৰাইজনীয়ে এথোক সোণালী ধান লৈ মহানন্দে খুঁটি খুঁটি খাবলৈ ধৰিছে। এই যে ধান — ইয়েই হৈছে সেই সময়ৰ মাবিৰা পচলা বিধৌত কুণ্ডিলৰ হালালি ৰাজ্যত বসবাস কৰি থকা কছাৰীসকলৰ জীৱনধাৰণৰ মূল সোণৰ চেঁকুৰাস্বৰূপ আই লখিমীৰ অৱদান; লগে লগে গোসাঁইৰ মনত ত্ৰাস বিদূৰ হ'ল। অটব্য অৰণ্যৰ মাজতো নৰলোকৰ সন্ধান তেওঁ পালে।

সাত-পাঁচ গুণি গুৰু গোবিন্দকে স্মৰণ কৰি কুণ্ডিল নৈৰ পাৰতে শুভক্ষণ চাই লগত যোৱা ভকতসৱকে লৈ আঢ়ৈ তোলা সোণেৰে গঢ়া শ্ৰীশ্ৰীগোবিন্দৰ বংশীবাদন মূৰ্তি স্থাপন কৰি মঠ বা থান পাতে। পিছলৈ ইয়েই আঁঠুকঢ়া মাজুলী বা মাজুলী চাপৰি নামে জনাজাত মঠ হৈ ৫০ৰ ভূমিকম্পৰ পিছলৈকে পৃথিৱীৰ বুকুত থাকি সময়ত ব্ৰহ্মপুত্ৰৰ বুকুত জাহ যায় আৰু ইয়াতে কছাৰীসকলে ˚কেশদেৱ গোসাঁইৰ ওচৰত শৰণ-ভজন লয়। প্ৰবাদ আছে ঃ

"কাঠবাঁজীয়ে ল'ৰা পায়,
পিঙৰাই পৰ্বত বগায়,
দা নালত পোঁখা মেলে।"

এনে অবিশ্বাস্য ঘটনাও তেৰাৰ মাহাত্ম্যত ঘটিছিল।

কাঠবাঁজীয়ে ল'ৰা পায় ঃ সন্তানৰ মুখ নেদেখা এজনী কছাৰী তিৰোতাই মাতৃহীনতাৰ কাৰণে গিৰিয়েকৰপৰা পোৱা কটু গালি আৰু মাৰ-কিলত অসহ্য হৈ বাঘ-ঘোঙৰ মুখত আওমৰণে মৰোঁগৈ বুলি গৃহত্যাগ কৰি ওলাই আহি গোসাঁইৰ মঠত উপস্থিত হয়হি। মঠৰ ভকতসকলে অপ্ৰত্যাশিতভাৱে এজনী তিৰোতা দেখি আশ্চৰ্যবোধ কৰি আদৰ-অভ্যৰ্থনাৰ দ্বাৰা আপ্যায়িত কৰি তাইৰ আগমন-বাৰ্তা সুধি সকলো কথাৰ গম-গতি লয় আৰু তাইৰ সকলো কথা গোসাঁইৰ ওচৰত নিবেদন কৰে। তেতিয়া তেওঁ অবলা তিৰোতাগৰাকীক মঠৰ বংশীবাদন শ্ৰীশ্ৰীগোবিন্দ মূৰ্তিত সেৱা কৰাই তাইৰ অভীষ্ট সিদ্ধিৰ বৰ দি বিদায় দিয়ে। সময়ত গোসাঁইৰ অনুগ্ৰহত কাঠবাঁজী সন্তান-সম্ভৱা হয়। ভৱিষ্যতে সন্তানৰ মুখ দেখে।

পিঙৰাই পৰ্বত বগায় ঃ সেই সময়ত এক কছাৰী দম্পতিৰ এটা পিঙৰা অৰ্থাৎ খোঁৰা বা লেঙেৰা ল'ৰা আছিল। ঘৰখনত সিহঁতহালৰ সিয়েই একমাত্ৰ ল'ৰা। পুৱাতে ঘৈণীয়েক আৰু গিৰিয়েকহালেই তাক দুৱাৰমুখতে কেইটামান দলি চপৰা দি হাৰাম (ভুঁই) লৈ গুচি যায়। ইফালে গোসাঁইৰ ভকত দুই-এজনে দৈনন্দিন খাদ্য সম্ভাৰৰ সন্ধানত পিঙৰাৰ ঘৰত উপস্থিত হয়গৈ। সি ভকতসৱক সোমাবলৈ নিদি তেওঁবিলাকৰ গালৈ দলি চপৰা মাৰি কুকুৰ লগাই নঙলা মুখৰপৰাই খেদি পঠিয়ায়।

এইদৰে কেইবাদিনো যায়।

পিঙৰাৰ পৰা এনে ব্যৱহাৰ পোৱাত ভকতসৱে তাৰ কথা গোসাঁইক জনোৱাত তেওঁ তেওঁবিলাকৰ গালৈ দলিওৱা চপৰা দুই-এটা লৈ আহিবলৈ উপদেশ দিয়ে। ভকতসৱেও সেইমতে দলি চপৰা দুটামান বুটলি আনি গোসাঁই প্ৰভুৰ ওচৰত দিয়েহি। তেওঁ তাক সযতনে ৰাখি থয়।

ভকতসকলে একো ধৰিব নোৱাৰিলে। ইফালে গোসাঁইৰ অনুগ্ৰহত কাঠবাঁজীয়ে সন্তানৰ মুখ দেখা কথা কছাৰী জনসমাজত ৰজনজনাই যোৱাত পিঙৰাৰ বাপেক-মাকেও তাক গোসাঁইৰ আগলৈ লৈ আহে। পিঙৰাক দেখি

দলি চপৰা খোৱা ভকতসৱে এয়ে সেই তেওঁবিলাকক কুকুৰলগাই দলি চপৰা মাৰি দেখি পঠোৱা পিঙৰাটো বুলি দেৱৰ আগত বিৱৰি কয়, কথা লগায়। অহিতৰ হিত কামনা কৰাতহে মহৎ লোকৰ মহত্বৰ চিন, জীৱনৰ ব্ৰত। গোসাঁইদেৱে ভকতসবৰ কথালৈ কাণ নিদি সি দলিওৱা দলিকেইটাকে মাক-বাপেকৰ হাতত গতাই দি তাৰে আঁঠুত প্ৰলেপ দিবলৈ উপদেশ দি বিদায় দিয়ে। কিছুদিনৰ মূৰত আজীৱন পিঙৰা (খোঁৰা) ল'ৰাটিৰ বিকলাংগ ব্যাধি দূৰ হোৱাত সি লৰি-ঢাপৰি ফুৰিব পৰা হ'ল। পৰ্বতহেন খিয় গড়াটো সি অনায়াসে বগাই-মেলি ফুৰিলে। এই পিঙৰাৰ পৰাই কছাৰীৰ পিঙৰাৰ পৰিয়ালৰ সৃষ্টি হয়।

আৰু কথিত আছে তেওঁৰ অলৌকিক গুণৰ ফলতেই দাৰ নালতো পোঁখা মেলে।

কাঠবাঁজীয়ে পুত্ৰৰ মুখ দেখা আৰু পিঙৰাই পৰ্বত বগাব পৰাৰ দৰেই এঘৰৰ এজন কণা কছাৰী ল'ৰাই গোসাঁইদেৱৰ অনুকম্পাত দৃষ্টিশক্তি ঘূৰাই পায় আৰু গোসাঁই প্ৰভুৰ গুণ-প্ৰভাৱৰ প্ৰতি আকৃষ্ট হৈ ভক্তিত তেওঁৰ ওচৰত মূৰ দোৱায়; জয়জয়তে দেৱৰ ভজাৰ হেতুকেই এইবাহ কছাৰী পৰিয়ালে সময়ত ভকতত্তিয়াৰী পৰিয়াল বুলি জনাজাত হৈ পৰে।

এইদৰে ঁকেশদেৱ গোসাঁইৰ কেইবাটাও গুণত মাহাত্ম্য প্ৰকাশ পোৱাত তেওঁ দেও-মানুহ (দেৱতা) জ্ঞান কৰি তেওঁৰ মাহাত্ম্যৰ সঠিক প্ৰমাণৰ কাৰণে কেইজনমান কছাৰীয়ে এযোৰ আগলি কলাপাতত এতোলা সোণসহ তামোল-পাণ আগমন কৰি এটা বাঁহৰ চুঙা পুৰি "তেওঁ (গোসাঁই) যদি প্ৰকৃততে দেও-মানুহ তেন্তে এই চুঙা এই নদীৰ সোঁতেদি উজাই গৈ দেৱৰ কোঁচত পৰিব, নচেৎ চুঙা ভটিয়াই লুইতত পৰিবগৈ।" এইবুলি নৈত সভক্তিৰে উটুৱাই পঠিয়ায়। সঁচা-সাঁচিকৈ চুঙা উজাই গৈ গোসাঁইৰ পানী আনিব নোৱাৰে, পোৱা বাঁহৰ চুঙাই খেদি আহে। তেওঁলোকে এই কথা দেৱত জনালত দেৱ নিজে আহি তুতি-নতি কৰি "যদিহে আমাক জানিবৰ বাবে কেৱে এই ক্ষুদ্ৰ চুঙা আগবঢ়াইছে, তেন্তে ই আহি দেৱৰ কোঁচত পৰিবহি" বুলি আঁচল পাতি ধৰাত চুঙা আহি দেৱৰ কোঁচত জঁপিয়াই পৰে। পিছে ঁগোসাঁইদেৱে চুঙাত গোট এতোলা সোণ পালে।

পিছে, ত'ৰে কেইজনমান কছাৰীয়ে হেহোঁ-নেহোঁকৈ আগৰ কছাৰীকেইজনৰ

দৰেই এতোলা ৰূপসহ অন্য এটা চুঙাত একে উদ্দেশ্যেই গোসাঁইদেৱলৈ অৰ্পণ কৰি নৈয়েদি উটুৱাই পঠিওৱাত সেই চুঙা উজাই নাহি নৈৰ ঠেং (পথান)ৰ বালিৰ চৰতে লাগি ৰয়! পিছত নৈৰ ঠেঙত লাগি থকা চুঙাও ৰূপসহ গোসাঁইৰ হাতত পৰেহি।

সোণ দি ভজাৰ কাৰণে এয়ে 'সোণোৱাল' আৰু ৰূপ দি ভজাৰ হেতুকে সেয়া 'ৰূপোৱাল' বা ঠেঙাল কছাৰী। একেবাহ কছাৰীৰ দুই ঠেঙুলি মাত্ৰ।

কিম্বদন্তীৰে নহয় প্ৰত্যক্ষদৰ্শীৰ মুখত শুনা যায়, সোণ-ৰূপেৰে গোসাঁইক দেৱতাহেন ভাবি প্ৰমাণ চাই প্ৰকৃত মাহাত্ম্যৰ প্ৰমাণ হাতে হাতে পাই তেৰাৰ অপাৰ মহিমা, ধৰ্মীয় প্ৰভাৱ আৰু গুণ-গৰিমাত গদ গদ হৈ কছাৰীসকলে গোসাঁইৰ ওচৰত আঁঠু লৈ শৰণ লয় সেই স্থানেই ইতিহাসৰ পাতত, পৃথিৱীৰ বুকুত আঁঠুকঢ়া মাজুলী নামে খ্যাতিলাভ কৰে। কথিত আছে— কছাৰীসকলৰ গোসাঁইৰ প্ৰতি থকা অকৃত্ৰিম ভক্তি আৰু বিশ্বাসৰ হেতুকে আৰু তাৰেই নিদৰ্শনস্বৰূপে উক্ত স্থানৰ সাধাৰণ দুবৰি বনকে আদি কৰি সকলো সৰু-বৰ গছ-গছনিয়ে আঁঠুকাঢ়িহে ওপৰলৈ উঠিছিল।

সময়ত আহোমৰাজ স্বৰ্গদেউ গদাধৰ সিংহ স্বৰ্গী হোৱাত তেওঁৰ বৰপুত্ৰ লাই কোঁৱৰে ৰুদ্ৰসিংহ নাম লৈ আহোম ৰাজপাটত আৰোহণ কৰে। সকলোৱে অস্বীকাৰ কৰে যে এইজনা স্বৰ্গদেউৰ বহুমুখী প্ৰতিভা আৰু প্ৰজাহিতকৰ কৰ্মৰ যোগেদি তেওঁ অসমৰ ৰজা-প্ৰজাক সু-সংস্থাপন কৰি বৰ অসমৰ কল্পনা কৰিছিল। এইজনা স্বনামধন্য মহাৰাজৰ জৰিয়তে তেওঁৰ পিতৃ গদাধৰ সিংহৰ দিনত ভাগি যোৱা অসমৰ মাজুলীৰ চাৰি সত্ৰ পুনৰ সংস্থাপিত হয়। তেৱেঁই তেওঁৰ ৰাজপিতৃৰ দ্বাৰা শদিয়াৰ কুণ্ডিলৰ হাবিত নিৰ্বাসিত আউনিআটী সত্ৰৰ দ্বিতীয় সত্ৰাধিকাৰ ˚কেশদেৱ গোসাঁইক পুনৰ মাজুলীলৈ আনোৱাই একে সত্ৰতে সত্ৰাধিকাৰ পাতে।

"গোসাঁই শদিয়ালৈ গ'ল<br>বৰাগী মঠতে ৰ'ল<br>কুড়িলৰ মুখতে<br>গোসাঁই পাৱে দাঙিলে<br>ভকত বিয়াকুল হ'ল।"

এদিন গোসাঁই ˚কেশদেৱ আহি শদিয়াত ভৰি দিলেহি। আঁঠুকঢ়া মাজুলীত

কছাৰীসকলক বৈষ্ণৱ ধৰ্মত দীক্ষিত কৰি তাৰ পিছত বৰাগী মঠ স্থাপন কৰি শৰণ-ভজন দি যুগ যুগলৈ বৈষ্ণৱ ধৰ্মৰ ধ্বজাস্বৰূপে দি মঠৰ পৰা যাবলৈ ওলোৱাত ইয়াৰ লোক আৰু ভকতসকল ব্যাকুল হৈ সবে চৰণত পৰি বাগৰি কান্দিবলৈ ধৰিলে। এফালে ৰাজআমন্ত্ৰণ, আনহাতেদি ভক্তৰ আঁকোৰগোজ, কোনোপধ্যেই গোসাঁই ঈশ্বৰক এৰিব নোৱাৰে। সেয়েহে অলৌকিক শক্তিৰ অধিকাৰী প্ৰভু ঈশ্বৰে বৰাগী মঠতে শৰীৰ ত্যাগ কৰি তেৰাৰ প্ৰিয় শিষ্য ভকতক সন্তুষ্ট কৰে। ভকতসবেও শ্ৰীশ্ৰীগোসাঁইৰ ভেলটি পাই সদ্‌গতি কৰে। কিন্তু আনহাতেদি ˚ শ্ৰীশ্ৰীকেশদেৱ গোসাঁয়ে সোঁশৰীৰে নাৱেৰে কুণ্ডিল পাৰ হৈ যোৱা কথা জানিব পাৰি তেওঁবিলাকে এইদৰে বিনাই বিনাই গাই অন্তৰৰ শোকৰ জুই নুমুৱায়, যি বিননি আজিও শদিয়াৰ জলে-থলে, আকাশে-বতাহে, গছে-বনে আৰু পৰ্বতে-ভৈয়ামে অনুৰণনিত হৈ আছে ঃ

“সিপাৰলৈ কোন গৈছা  
নাৱৰীয়া লোক;  
হৰিৰ কুথা শুনোগৈ  
পাৰ কৰা মোক।

ৰাখা প্ৰভু ৰাখা ঈশ্বৰ  
মায়া বাঘে খায়;  
তুমি প্ৰভু নাৰাখিলে  
আমাৰ ৰইখা নাই।”

তুলসীৰ শাৰী শাৰী কমল ফুলৰ বাৰী;  
আউনিআটী কেশদেৱ জীৱ অধিকাৰী।”

গোসাঁই ˚কেশদেৱৰ অপাৰ মহিমাৰে কছাৰীসকলক বিমোহিত কৰি যোৱাৰ অলেখ উদাহৰণ আছে।

+ + + +